

কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা

জন্ম ৩১ জানুৱাৰী, ১৯০৯ চন মৃত্যু ২০ জুন, ১৯৬৯ চন

# বিষ্ণুপ্ৰসাদ ৰাভা ৰচনা সম্ভাৰ

(দ্বিতীয় খণ্ড)



মুখ্য সম্পাদক

যোগেশ দাস

সম্পাদক

ডাঃ সৰ্বেশ্বৰ বড়া

ৰাভা ৰচনাৱলী প্ৰকাশন সংঘ

তেজপুৰ : ১৯৯৭

**BISHNUPRASAD RAVA RACHANA SAMBHAR– Part-II** : a collected works of Bishnuprasad Rava, Chief Editor Prof. Jogesh Das : Compiled, Edited and Published by Dr. Sarbeswar Bora, Diphalu, Haibargaon, Nagaon, Assam, (India), on behalf of Rava Rachanawali Prakashan Sangha, Tezpur; Printed at the Tribune Press, Guwahati-3, November, 1997. Price Rs. 290.00

প্ৰকাশক :
ডাঃ সৰ্বেশ্বৰ বড়া
ডিফলু,
হয়বৰগাওঁ, নগাওঁ (অসম)
ৰাভা ৰচনাৱলী প্ৰকাশন সংঘ,
তেজপুৰৰ হৈ



প্ৰথম প্ৰকাশ :
নবেম্বৰ ১৯৯৭



মুদ্ৰক :
ট্ৰিবিউন প্ৰেছ
গুৱাহাটী- ৩



মূল্য : ২৯০.০০ টকা



বেটুপাত
বিষ্ণুপ্ৰসাদ ৰাভাই অঁকা চিত্ৰৰ আধাৰত সজাই তুলিছে শ্ৰীযুত ত্ৰৈলোক্য দত্তই। লগতে নৃত্যৰ বিভিন্ন মুদ্ৰাসমূহো ছপাৰ উপযোগী কৰি পুনৰ অঙ্কিত কৰিছে।

# সম্পাদনা সমিতি

শ্ৰীযোগেশ দাস, মুখ্য সম্পাদক
শ্ৰীসৰ্বেশ্বৰ বড়া, সম্পাদক
শ্ৰীমতী মোহিনী ৰাভা

০ ০ ০


## ৰাভা ৰচনাৱলী প্ৰকাশন সংঘ

তেজপুৰ-৭৮৪০০১

ভাতৃপ্ৰতিম চেনেহৰ ডাঃ সৰ্বেশ্বৰ বড়া,

আপোনাৰ যি সাহস, উদ্দীপনা মই দেখিলো, ই মোৰ বাবে এক উদাহৰণ; আপোনাৰ দেহ, মন, আৰ্থিক আৰু পাৰিবাৰিক ক্ষতিকো উপেক্ষা কৰি যেতিয়া আপুনি ৺ৰাভাৰ ৰচনাসম্ভাৰ প্ৰকাশৰ বাবে দৃঢ়প্ৰতিজ্ঞ হ'ল, ক'বলৈ গ'লে আজিৰ এই ৰচনাসম্ভাৰ প্ৰকাশৰ বাট মুকলি আপোনাৰ বাবেই সম্ভৱ হ'ল। ময়ো পালো অনন্য এক প্ৰেৰণা। সমগ্ৰ অসমীয়া ৰাইজৰ আশীৰ্বাদ আৰু সহানুভূতি বিচাৰি, শুনাব খুজিছো এই কাহিনী আপোনাৰ আৰু ৰাইজৰ ওচৰত কৃতজ্ঞতা জনাবৰ বাবেই।

আজিৰ পৰা পোন্ধৰ বছৰৰ আগতেই 'অসম সাহিত্য সভা'ৰ তেজপুৰ শাখাৰ কাৰ্যালয় প্ৰাঙ্গণত ৺ৰাভাৰ প্ৰতিকৃতি এটি দান দিব বিচাৰি তেজপুৰ চহৰৰ এজন ডেকা ব্যৱসায়ীয়ে মোৰ অনুমতি বিচাৰি যাওঁতে চিনাকি হ'ল, গম পালো এওঁ শ্ৰীসুমেৰ লাল দুগৰ আৰু তেতিয়াৰ পৰাই গঢ়ি উঠিল আমাৰ মাজত ঘৰুৱা সম্পৰ্ক। মোৰ এষাৰ কথাতেই তেওঁ ৰাজি হ'ল সহযোগ আৰু সহায় কৰিবলৈ। ময়ো সাহ পালো। থিৰাং কৰিলো ৰাইজৰ আশীৰ্বাদ বিচাৰি মই গোটেই অসমতে ঘূৰিম।

'ৰাইজে নখ জোকাৰিলে নৈ বয়'— মোক কৈছিল প্ৰথমে ডিমৌৰ শ্ৰীলোহিত গগৈয়ে আৰু সোণাৰিৰ শ্ৰীকামাখ্যাপ্ৰসাদ বৰুৱাই। এই কথাষাৰে মোৰ অন্তৰত সাহস, মনোবল আৰু আত্মবিশ্বাস বঢ়াই দিলে; তাৰো বহু আগতে ওদালগুৰি বড়ো সমাজৰ পৰা শুভেচ্ছা আৰু সহানুভূতি পাই ভকতপাৰা হাইস্কুল আৰু এম. ই. স্কুলত অভিযান আৰম্ভ কৰো। এম. ই.ৰ হেডমাষ্টৰ শ্ৰীশচীন চক্ৰবৰ্ত্তীয়াদেৱে মোক সুধিছিল, আপোনাৰ এই অভিযান বড়ো সমাজতেই আবদ্ধ থাকিব নেকি? কথাষাৰ মই উপলব্ধি কৰিছিলো। তেখেতেই মোক গোটেই মঙ্গলদৈখনৰে হাইস্কুলসমূহৰ স'তে যোগাযোগ কৰাই দিয়ে। সেইদৰে সেই স্কুলসমূহৰ পৰা পূৰ্ণ সমাদৰ আৰু আতিথ্য লাভ কৰিছো। এইদৰে দৰং জিলাৰ শিক্ষক সমাজৰ ব্যৱহাৰে মোৰ সাহস দৃঢ়তৰ কৰিলে। ইয়াৰ পিছত নলবাৰীৰ শিক্ষক সমাজ, বৰপেটাৰোড কলেজৰ শিক্ষকসকলে আৰু সৰভোগ কলেজ আৰু হায়াৰ ছেকেণ্ডাৰী স্কুলৰ শিক্ষকসকলৰ লগতে তামুলপুৰ হায়াৰ ছেকেণ্ডাৰী স্কুলৰ শিক্ষকসকললৈ মোৰ আন্তৰিক কৃতজ্ঞতা জনাওঁ।

লক্ষীমপুৰ চহৰৰ ৰাইজ আৰু কলেজৰ শিক্ষক আৰু ছাত্ৰসকলক শ্ৰদ্ধাৰেই সুঁৱৰিছো। এই ক্ষেত্ৰত শ্ৰদ্ধেয়া শ্ৰীযুতা হেমদা বৰাই মোক তেখেতসকলৰ লগত সম্পৰ্ক স্থাপনত সহায় কৰিছিল।

ইয়াৰ পিছত সাহ কৰি ওলালো দক্ষিণপাৰৰ উজনিলৈ; শিৱসাগৰত ভৰি দিয়েই মই দিশহাৰা। সেই সময়তেই মৰাণৰ হায়াৰ ছেকেণ্ডাৰী স্কুলৰ শিক্ষক শ্ৰীযুত মাধৱ দাসক লগ পাওঁ, তেখেতেই মোক তেখেতৰ স্কুললৈ লৈ যায়। এইদৰে মৰাণৰ ৰাইজৰ পৰা মই মৰম, সহানুভূতি লাভ কৰিছিলো। শ্ৰীযুত দাসেই আকৌ ডিমৌৰ কলেজৰ শিক্ষক শ্ৰীযুত প্ৰফুল্ল হাজৰিকাৰ স'তে যোগাযোগ অনাই দিয়ে। চিনাকি হয় শ্ৰীহিতেশ্বৰ গোহাঁইৰ সৈতে। ডিমৌৰ হায়াৰ ছেকেণ্ডাৰী স্কুলৰ পৰা মই ভাল সঁহাৰি পাওঁ। পৰিচয় হোৱা কেইগৰাকীমান ব্যক্তিৰ ভিতৰত শ্ৰীযুত লোহিত গগৈ অন্যতম, এইজন ডেকাই মোক উজনিৰ চাহ বাগিচাবোৰত লৈ গৈছিল— ডিকাৰী, চেপন, নাহৰণি, ডিৰৈ, ডোমৰ দলং য'ৰ চাহ জনজাতি ভাইসকলৰ পৰা বুটলিছিলো মৰম-চেনেহ। তেওঁলোক নিশ্চয় মোৰ শ্ৰদ্ধাৰ পাত্ৰ।

মোৰ চিৰস্মৰণীয় নাজিৰা সঙ্গীত কলেজৰ সহকাৰী অধ্যক্ষ শ্ৰীযুত ভূপেন চেতিয়াই মোক আলহ-উলহ কৰি নি সহায়-সহযোগিতা কৰিছিল আৰু এমাহকাল তেওঁৰ আশ্ৰয়ত ৰাখি ৰাইজৰ লগত যোগাযোগৰ ব্যৱস্থা কৰি দি ৰাইজৰ মৰম-চেনেহ আঁকোৱালি ল'বলৈ সুযোগ দিছিল। দেৰগাঁৱৰ শ্ৰীযুত অতুল গোস্বামীৰ সহায়-সহযোগ কেতিয়াও পাহৰিব নোৱাৰিম।

এইবাৰ উল্লেখ কৰিবই লাগিব এক বহুৰঙী অনামী শিল্পী যুৱকৰ কথা, যিজনে মোৰ টালি-টোপোলা কান্ধত লৈ শিৱসাগৰৰ আৰু ডিব্ৰুগড়ৰ আধাখিনি স্কুলে-স্কুলে, বাগিচাই-বাগিচাই মোক ঘূৰাই ফুৰিছিল সম্পূৰ্ণ চাৰিটা মাহজুৰি; সাৰ্থক কৰি তুলিছিল মোৰ এই যাত্ৰা। এই যুৱক শ্ৰীমান অতুল বৰা, নাজিৰাৰ হাড়িপোৱা আলি গাঁৱৰ।

ডিব্ৰুগড়ৰ বাজগড় হায়াৰ ছেকেণ্ডাৰী স্কুলৰ অধ্যক্ষ শ্ৰীযুত তিলক বৰুৱাক মই সুঁৱৰিবই লাগিব; মই ওচৰ-পাজৰৰ বাগিচাসমূহত সোমাবলৈ সুযোগ পাইছিলো।

টিংখঙৰ ডাক্তৰ শ্ৰীযুত অতুল বৰাকো শ্ৰদ্ধাৰে সুঁৱৰিছো।

নাহৰকটীয়ানিবাসী শ্ৰীযুত প্ৰতাপ হাজৰিকাৰ ঘৰতেই মই প্ৰায় এমাহকাল থাকি তেখেতৰ পৰা পোৱা সহায়বিনিবে গোটেই নাহৰকটীয়াৰ শিক্ষকসকলৰ সান্নিধ্যলৈ আহিব পাৰিছিলো, লগতে উল্লেখ কৰিব লাগিব আঞ্চলিক ছাত্ৰ সন্থাৰ প্ৰাক্তন সম্পাদক শ্ৰীমান অজয় সিংহৰ নাম; যাৰ স'তে নাহৰকটীয়াৰ চাৰিওফালৰ স্কুলে-স্কুলে, বাগিচাবোৰতো গৈছিলো, পাইছিলো বাইজৰ সঁহাৰি; আপ্যায়িত হৈছিলো।

দুলীয়াজানৰ তেল নগৰীৰ ইঞ্জিনীয়াৰ পৰেশ বকুল বৰুৱা (বকুল বনৰ কবি ৺আনন্দ চন্দ্ৰ বৰুৱাদেৱৰ বৰপুত্ৰ), ডাঃ তৰুণ বড়ো, গেছ কোম্পানীৰ কৰ্মচাৰী গায়ক লুইত দাসৰ সহযোগত ৺বাভাদেৱৰ পৰমভক্ত শ্ৰীযুত ধন বৰুৱাৰ স'তে পৰিচিত হৈছিলো। তেখেতে মোৰ এই অভিযানক হিয়া উদঙাই সঁহাৰি জনালে। এইখিনিতে শ্ৰীঅৰুণমান বৰুৱালৈকো মোৰ শ্ৰদ্ধা জনাইছো, দুলীয়াজানৰ তেল কোম্পানীৰ মেডিকেল ষ্টাফলৈয়ো মোৰ শ্ৰদ্ধা জ্ঞাপন কৰিছো।

যোৰহাটলৈ যাওঁতে সঙ্গীতজ্ঞ শ্ৰীপ্ৰদীপ ব্ৰহ্মাৰ সৌজন্যত অধ্যাপক শ্ৰীআনন্দ শইকীয়াৰ সান্নিধ্যলৈ আহি তেখেতৰ জৰিয়তে মৰিয়নী অঞ্চলৰ বাইজৰ সহানুভূতি পাইছিলো। শ্ৰীব্ৰহ্মাৰ এজন শিষ্য শ্ৰীকনক হাজৰিকাৰ জৰিয়তে গোটেই অঞ্চলৰ স্কুলবিলাকৰ পৰা যথেষ্ট সমাদৰ পাইছিলো।

গোলাঘাট চহৰৰ শিক্ষকসকল আৰু ইঞ্জিনীয়াৰ শ্ৰীডম্বৰু দাসৰ স'তে চিনাকি হ'লো। শ্ৰীদ্বীপেন দত্তই মোক সহায় কৰিছিল, গৈছিলো ডিতাবৰ কলেজলৈ আৰু হায়াৰ ছেকেণ্ডাৰী স্কুললৈ। বৰহোলা হায়াৰ ছেকেণ্ডাৰী স্কুলৰ শিক্ষক আৰু ছাত্ৰসকলৰ মধুৰ ব্যৱহাৰে মোক অভিভূত কৰি তুলিছিল।

দৈয়াঙৰ শিক্ষক আৰু ছাত্ৰসকলৰ পৰা পোৱা সহায়-সহানুভূতিৰ মূলতে শ্ৰীদলেন্দ্ৰ নাৰ্জাৰী আৰু তেওঁৰ কন্যা শ্ৰীমতী ৰূপা।

মই ভাগৰি পৰা নাই, পালোগৈ ডাঙৰিৰ অৱসৰপ্ৰাপ্ত শিক্ষক শ্ৰীগকুল সোণোৱালৰ ঘৰ। তেখেতৰ লগতে ঘূৰি ঘূৰি ডাঙৰিৰ পৰা আৰম্ভ কৰি ঢলা আৰু হাঁহকাটীলৈকে গোটেই অঞ্চলৰ শিক্ষক আৰু ছাত্ৰসকলৰ সঁহাৰি পাইছিলো। এইখিনিতে ঢলাৰ আঞ্চলিক গণ পৰিষদৰ প্ৰেছিডেণ্টে মোক ঘূৰিবৰ ব্যৱস্থা কৰি দিছিল।

৺বাভাদেৱৰ নাটক 'সুৰৰে দেউল'ৰে বিচাৰি ওলালোগৈ ডিগবৈ, নেপাই হতাশ হ'লো। কিন্তু চিনাকি হ'ল তাৰ শিক্ষকসকলৰ সৈতে।

ডিবৰু চাহ বাগিচাৰ শ্ৰীযুত পুষ্প চেতিয়াৰ হাতত ৺বাভাৰ কিছু গান আছে বুলি জানি তেখেতৰ ওচৰলৈ এগৰাকী অচিনাকি ব্যক্তি মাৰ্ঘেৰিটাৰ হায়াৰ ছেকেণ্ডাৰী স্কুলৰ অধ্যক্ষ শ্ৰীযুত কৃষ্ণপ্ৰসাদ সিং আৰু তেখেতৰ সহধৰ্মিণী শ্ৰীমতী লতিকা সিংহৰ সৈতে গঢ়ি উঠিল এক পাৰিবাৰিক আপোনতা। লগতে উজ্জ্বল দিলে সোণবৰণীয়া বং আৰু গুণেৰে শিক্ষয়িত্ৰী শ্ৰীমতী স্বৰ্ণালীয়ে। তিনিওৰে সহযোগত মাৰ্ঘেৰিটা বাইজে মোক আঁকোৱালি ল'লে; মাৰ্ঘেৰিটা মহিলা সমিতি, শ্ৰীযুত বিনোদ চেতিয়া, ডাঃ প্ৰদ্যোৎ কুমাৰ সিং, লিডুৰ আঞ্চলিক এ জি পি প্ৰমুখ্যে ব্যক্তি আৰু সংগঠনক মই কেনেকৈ পাহৰিম? সেইদৰে স্মৰণীয় হ'ব ডিবৰু, নামদং আৰু দিহিং চাহ বাগিচা।

এইবাৰ চিন্তাত পৰিলো, ডিব্ৰুগড়লৈ কেনেকৈ যাওঁ গোটেইখন অচিনাকি; আকৌ আশ্ৰয় বিচাৰিলো মোৰ ভাতৃপ্ৰতিম শ্ৰীলোহিত গগৈৰ ওচৰত। লৈ গ'ল মোক ডিব্ৰুগড়লৈ, উঠিলো তেওঁৰে বন্ধু শ্ৰীযুত দয়ানন্দ চুলীৰ ঘৰত। মই জনাত ডিব্ৰুগড়ৰে কোনোবা শইকীয়াৰ ঘৰত এবাকচ ৺বাভাৰ হাতেলিখা কিবাকিবি আছিল। সেয়েহে মোৰ বাবে ডিব্ৰুগড় যাত্ৰা আছিল এক গুৰুত্বপূৰ্ণ যাত্ৰা। বহুত ঘূৰিলো, কিন্তু হতাশ হ'লো, এই বচনাৰাজিৰ কোনো শুংসূত্ৰই নাই। শেষ পৰ্যন্ত মোৰ আশ্ৰয়দাতা পলিটেকনিকেলৰ ইঞ্জিনীয়াৰ শ্ৰীমান প্ৰদীপ মেধি আৰু শ্ৰীমান সুৰেশ কলিতাৰ সহযোগত চিনাকি হ'ল কেইগৰাকীমান নেতৃস্থানীয় ব্যক্তি আৰু অনুষ্ঠানৰ স'তে। বিশেষকৈ স্বনামধন্য শিল্পী ৰঞ্জনা বৰদলৈ আৰু প্ৰগতি নাৰী সংঘৰ সভানেত্ৰী শ্ৰীযুতা কটকী। এই

দুইগৰাকী মহিলাই আন্তৰিকতাৰে ৰাইজৰ মাজলৈ টানি আনি মোৰ উদ্দেশ্যক গভীৰ কৰিলে। কিন্তু মোৰ মুখ্য উদ্দেশ্য ভল পৰিল— ৺ৰাভাৰ ৰচনা এখনো পোৱা নগ'ল; চিনাকি হ'ল কথাছবি পৰিচালক শ্ৰীদেউতি বৰুৱা, ব্যৱসায়ী ডেকা শ্ৰীঅজিত বৰুৱা, মিলনজ্যোতি সংঘ আৰু পৌৰসভাৰ উপ-সভাপতি শ্ৰীভাস্কৰ বড়া (শ্ৰীযুত নিবাৰণ বৰাৰ দ্বিতীয় পুত্ৰ)ৰ স'তে। আপোনতা দেখুৱাই তেওঁলোকে মোক যিদৰে আদৰিলে তাত মই অভিভূত হৈ পৰিলো।

সেয়া মোৰ শেষ পৰিভ্ৰমণ। এই পথযাত্ৰাত মই উল্লেখ কৰা ব্যক্তিসকলৰ উপৰিও সৰু-বৰ বহু ব্যক্তি, অনুষ্ঠান-প্ৰতিষ্ঠান মই লগ পাইছিলো, দেখিছিলো। তেখেতসকলৰ আতিথ্যৰ সোৱাদখিনি ক'ৰবাত আছিল মিঠা, ক'ৰবাত তিতা, ক'ৰবাত অপদস্থ হৈ ক্ষোভ-অপমানত মই কান্দিছিলো, ক'ৰবাত আদৰ-আত্মীয়তা পাই মোৰ আনন্দঅশ্ৰুৰে হিয়া শাঁত পৰিছিল। জীৱনকালত নিজৰি নিজৰি মোৰ মনলৈ আহিব যদিও এই সকলো কথা আৰু নাম ইয়াত লিপিবদ্ধ নহ'ল।

ৰাইজৰ সাহেৰে মই আজি সাহসী; এই যাত্ৰা মোৰ জয়যাত্ৰা। সামৰণিত এটি কথাই কওঁ— "ৰাইজে নখ জোকাৰিলে নৈ বয়।"

ৰাভাৰ হিয়াৰ আমঠু বুকুৰ কলিজা অসমীয়া ৰাইজলৈ এই ৰচনাসমূহ উচৰ্গিলো।

তেজপুৰ,
ইং ৩১/১২/৮৮

ৰাইজৰ ধূলিকণা
**মোহিনী ৰাভা**

প্ৰতি,
ভাতৃপ্ৰতিম ডাঃ সৰ্বেশ্বৰ বড়া,
নগাওঁ, অসম।

শ্যামলীমা অসমী আইৰ বুকুত সময়ৰ আহ্বানত গঢ়ি উঠিল সভ্যতাৰ। প্ৰভাতী সূৰুযৰ ৰাঙলী কিৰণে জন্ম দিলে আশাৰ নতুন বতৰা। নতুনৰ বতৰাত মানুহ কেৱল আগবাঢ়িছে জীৱনৰ সাৰ্থকতা বিচাৰি। কিন্তু সময় প্ৰবাহমান, গতিশীল। দিন যায়, ক্ষণ যায়; সময় আহে, সময় যায়। কিন্তু সময়ে মানুহলৈ অপেক্ষা নকৰে। আজি অসমীৰ অনাগত দিনবোৰত কোনো ভৱিষ্যৎ নাই। মানুহৰ জীৱন যাত্ৰাৰ প্ৰতি পদে পদে এশ এবুৰি সমস্যা। মুহূৰ্তে মুহূৰ্তে প্ৰতিধ্বনিত হয় নিষ্পাপ, সৰল শিশুৰ ক্ৰন্দন। আজি সভ্যতাৰ চৰম বিপৰ্যয়। আজি যেন দুৰ্যোগৰ এটা ৰাতি, এটা দিন। এই দুঃসময়েই আমাক একবিংশ শতিকালৈ আহ্বান জনাইছে।

সংস্কৃতিৰ ৰথযৰত কমৰেড্ বিষ্ণু প্ৰসাদৰ সময়োপযোগী- প্ৰাসঙ্গিকতাৰ প্ৰয়োজনীয়তা আহি পৰিছে। এই প্ৰয়োজনীয়তাৰ প্ৰতি এইখন পুথিয়ে সাম্প্ৰতিক অসমৰ পটভূমিত কিছু প্ৰগতিশীল চিন্তাৰ সমল যোগাব বুলি বহু আশাৰে অপেক্ষা কৰিছো।

মোৰ দৃষ্টিত কমৰেড্ ৰাভা সুবিখ্যাত ভাৰতৰ বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ আপোচবিহীন বিপ্লৱী কমৰেড্ আছিল। তেওঁৰ জীৱন সত্তা সংগঠিত মেহনতী মানুহৰ সংগঠিত সত্তাৰ লগত শ্ৰেণীভুক্ত কৰি নিজকে বিলীন কৰি দিছিল। আজি প্ৰয়োজন হৈছে ৰাভাদেৱৰ জীৱন দৰ্শন আৰু আদৰ্শৰ বিষয়ে এক সুস্থ আৰু বৈজ্ঞানিক বিশ্লেষণাত্মক লিখনি যি লিখনিয়ে ভাৰতৰ প্ৰগতিৰ ব্যক্তিসকলক প্ৰকৃত পথৰ সন্ধান দিব পাৰে। তেতিয়াহে বিষ্ণু প্ৰসাদৰ প্ৰাসঙ্গিকতা মুক্তিকামী বিপ্লৱীসকলৰ মাজত উদ্ভাসিত হৈ থাকিব।

আজি এনে এটি ৰাষ্ট্ৰীয় সন্ধিক্ষণত অৰ্থনৈতিক, সামাজিক, ৰাজনৈতিক আৰু সাংস্কৃতিক চৰম বিপৰ্যয়ৰ মুহূৰ্তত বিষ্ণু প্ৰসাদ ৰাভাৰ সময় নিৰ্ণয়কাৰী ৰচনা সম্ভাৰৰ মূল্যায়ন ৰাইজৰ মাজত দাঙি ধৰিবলৈ সাহস কৰা ডাঃ সৰ্কেশ্বৰ বড়া অন্যতম। আনগৰাকী ব্যক্তি হ'ল- অসমৰ সাহিত্য আকাশৰ অন্যতম ভোটাতৰা সাহিত্যিক যোগেশ দাস। এই দুয়োজনা ব্যক্তিৰ অক্লান্ত পৰিশ্ৰম আৰু সহযোগিতাত এই দুঃসাধ্য কামটো সহজসাধ্য হৈ উঠিছে। সেয়েহে জয় জয়তে এই দুয়োজনা ব্যক্তিৰ ওচৰত মই চিৰকৃতজ্ঞ। এইখিনিতেই মোৰ স্মৃতিৰ মণিকোঠাত জীৱন্ত হৈ উঠা, মুহূৰ্তে মুহূৰ্তে আহি আমনি কৰা, বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ আজীৱন কৰ্মী শ্ৰীযুত শৈলধৰ খাৰঘৰীয়া, যিজন আছিল কমৰেড্ ৰাভাৰ একান্ত সহযোগী আৰু সহকৰ্মী। অন্যগৰাকী হ'ল শ্ৰীযুত লক্ষীপ্ৰসাদ গোহাঁই; যিজন ব্যক্তিৰ সহায়-সহযোগিতা আৰু সাহসত মই অসমত বিষ্ণু প্ৰসাদ ৰাভাৰ প্ৰথম খণ্ড ৰচনা সম্ভাৰখনি সম্পূৰ্ণ কৰাৰ অভিযানৰ প্ৰথম আশ্ৰয়দাতা অক্লান্ত সেৱক আছিল। সেয়েহে এই ক্ষণতে এই দুয়োজনা ব্যক্তিৰ ওচৰত চিৰঋণী হৈ থাকিম। তেখেতসকললৈ মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছো।

এনে এটি সুমহান দিনত মোৰ মনৰ মণিকূটত দুজন প্ৰাণচঞ্চল, সবল, সুঠাম পাহোৱাল বড়ো যুৱকৰ মুখ ভাঁহি উঠিছে। আমাৰ পৰিয়ালৰ তেনেই আপোন হৈ পৰা সেই ল'ৰা দুজন আছিল শ্ৰীমান বিশ্বনাথ ব্ৰহ্ম আৰু শ্ৰীমান গহন চন্দ্ৰ বড়ো। বিষ্ণু প্ৰসাদৰ অনৰ্গল সোঁতত নিগৰি পৰা ভাবৰ বুৰবুৰণি ঠিক তৎকালেই লিখিত ভাষাৰ ৰূপ পৰিগ্ৰহণ কৰে তেওঁলোক দুজনৰ অপৰিমিত প্ৰজ্ঞা, দক্ষতাৰ বাবে। তেতিয়াৰ দৰং কলেজৰ ছাত্ৰ আছিল তেওঁলোক দুয়োজন। বৰ্তমানেও বিশ্ব আৰু গহন মিলিটেৰী প্ৰজেক্টৰ কৰ্মচাৰী। তেওঁলোক দুয়োজনৰ হৃদয়ৰ মাজত মই আজীৱন বন্ধন হৈ থাকিম।

সময় বৰ নিষ্ঠুৰ। সময়ে কাকো ক্ষমা নকৰে। সময় কাৰো অনুগ্ৰহ নহয়। সময়ৰ নিষ্ঠুৰতাৰ বলি হৈ মই যেন ভাগৰি পৰিছো। পাহৰণিৰ গৰ্ভত হেৰাই যাবলৈ ধৰা প্ৰথম ৰচনা সম্ভাৰৰ বিভিন্ন দিশত সহায়, সহযোগিতা, প্ৰেৰণা আৰু সাহস যোগাওঁতা দেৰগাৱঁৰ ৰাইজ আৰু স্বনামধন্য ব্যক্তি শ্ৰীযুত অতুল চন্দ্ৰ গোস্বামীদেৱলৈ মোৰ শত-সহস্ৰ প্ৰণিপাত নিবেদন কৰিছো। মোৰ অভিযানত প্ৰেৰণাৰ সাৰথি ডিব্ৰুগড়, নাহৰকটীয়া, নামৰূপ, দুলীয়াজান, ডাণ্ডৰী, ডিগবৈ, মৰ্ঘেৰিটা, লিডুবাসী ৰাইজ তথা উক্ত অঞ্চলসমূহৰ বিভিন্ন সংগঠন-অনুষ্ঠান-প্ৰতিষ্ঠান আদিলৈ প্ৰথম খণ্ড ৰচনা সম্ভাৰ আগবঢ়াবলৈ নোৱাৰাৰ বাবে চিৰদুখী হৈ ৰলোঁ। আৰু যিসকল সদাশয় ব্যক্তিৰ পৰা আজিলৈকে পাই থকা ওজৰ-আপত্তিসমূহৰ মই ব্যক্তিগতভাৱে তথা যথাযোগ্যভাৱে আঁত মাৰিব নোৱাৰা হেতুকে সেইসমূহ ব্যক্তিৰ ওচৰত মই ইয়াৰ জৰিয়তেই ক্ষমা প্ৰাৰ্থনা মাগিছোঁ।

সদৌ শেষত ৰাভাৰ হিয়াৰ আমঠু কলিজাৰ এফাল অসমবাসী ৰাইজলৈ মোৰ প্ৰাণভৰা আন্তৰিক শ্ৰদ্ধা জনাইছোঁ। আশাকৰো ৰাইজৰ আশীৰ্বাদেই হ'ব এই ৰচনা সম্ভাৰৰ জয়-যাত্ৰাৰ পাশুপাত অস্ত্ৰ। ৰাইজৰ সাহসেৰেই মই আজি সাহসী। এই যাত্ৰা মোৰ জয় যাত্ৰা। সামৰণিত এটি কথাই মাথো কওঁ— "ৰাইজে নখ জোকাৰিলে নৈ বয়!" ৰাভাৰ হৃদয়ৰ মৌ-কোহ অসমীয়া ৰাইজলৈ এই ৰচনা সম্ভাৰ উচৰ্গিছোঁ।

ৰাইজৰ ধূলিকণা-

মোহিনী ৰাভা

তেজপুৰ

২০ জুন, ১৯৯৭ চন

# প্ৰকাশকৰ একাষাৰ

**(প্ৰথম খণ্ড)**

১৯৭৬ চন। তেতিয়া আমাৰ কৰ্মস্থান তেজপুৰৰ কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ ঘৰৰ নিচেই কাষতে। আহোঁতে-যাওঁতে ঘৰখনলৈ চাই যাওঁ। শ্ৰীযুতা মোহিনী ৰাভা বাইদেউৰ লগত চা-চিনাকি হ'লো। লাহে লাহে ঘনিষ্ঠতা বাঢ়িল। মাজে মাজে বাইদেৱে কলাগুৰুৰ দুই-এপদ বস্তু দেখুৱালে। আগ্ৰহ বাঢ়িল। ইতিমধ্যে বছৰ বাগৰি বাগৰি ১৯৮২ চন পালেহি। অসমীয়া সাহিত্য-সংস্কৃতিৰ জগতত বহুতো বাক্‌বিতণ্ডা চলিল, ৰাভাদেৱৰ ৰচনাৱলী প্ৰকাশ নোপোৱাৰ কাৰণে। বহুতে বহুতক দোষাৰোপ কৰিলে। নানান প্ৰশ্ন। কিয় ৰচনাৰাজি প্ৰকাশ হোৱা নাই? মোহিনী বাইদেউকো বহুতে সমালোচনা কৰিলে। আমি এইবোৰৰ মাথো নীৰৱ দৰ্শক আছিলো। কাৰণ আমি সাহিত্য-সংস্কৃতিৰ মানুহ নহওঁ। কিতাপ পঢ়ি ভাল পাওঁ, গান শুনি ভাল পাওঁ, ইমানেই। এইবোৰৰ সৃষ্টি কেনেকৈ হয় তাৰ একো উমঘাম নেপাওঁ।

ইতিমধ্যে লিখিত আৰু মৌখিক সমালোচনাৰ কোব বাঢ়িল। আমাৰো ৰাভা বাইদেৱে গোটাই থোৱা বিষ্ণু ৰাভাদেৱৰ ৰচনাৰাজি সম্পূৰ্ণভাৱে চোৱাৰ সৌভাগ্য ঘটিল। দেখি স্তম্ভিত হ'লো। দুখো লাগিল। ৩০।৪০ বছৰৰ আগতে লিখা আখৰবোৰ প্ৰায় মৰহি গৈছে। কিছু কিছু ফাটি উঁৱলি গৈছে। কিছুমানত পানী পৰি আখৰবোৰ নাইকিয়া হৈ গৈছে। আৰু কিছুদিন পাৰ হ'লে সেইবোৰ একেবাৰে চিনিব নোৱাৰা হ'ব। পকাবন্ধা আৰু কেঁচাবন্ধা বহি কেইখনমানত লিখা আছে যদিও বহুতবোৰ খোলা কাগজত (লুজ পেপাৰ) লিখা। কেইবাটাও বাকচ ভৰ্তি। তাৰোপৰি আলমিৰাতো ফাইল কৰি থোৱা আছে। বিপুল ৰচনা সম্ভাৰ। দুই-এটা পাত লুটিয়াই চালো। দুই-এক পৃষ্ঠা পঢ়িলো, পুলকিত হ'লো। এবাৰ পঢ়িলে এৰিব নোৱাৰি। বিষয়বস্তুৰ গভীৰ জ্ঞান, প্ৰকাশভঙ্গীৰ অনন্যতা তথা সুন্দৰতা। বিভিন্ন বিষয়ৰ গৱেষণামূলক ৰচনা, গভীৰৰ পৰা গভীৰলৈ দৃষ্টিপাত কৰাৰ প্ৰচেষ্টা, এই সকলোবোৰে আমাক আকৰ্ষিত কৰিলে— মোহিত কৰিলে। মনতে ধিক্কাৰ জন্মিল। যিজনা ব্যক্তিয়ে সমগ্ৰ জীৱন অসমীয়া জাতি, কলা-সংস্কৃতি তথা নিপীড়িত জনতাৰ কাৰণে উচৰ্গা কৰিলে— আমি উত্তৰাধিকাৰীসকলে তেওঁৰ ৰচনাৰাজিকে আজিকোপতি পোহৰলৈ আনিব নোৱাৰিলো। ইজনে-সিজনক, সিজনে ইজনক দোষাৰোপ কৰি থাকোতেই গ'ল। হায়, চকুৰ আগতে এজনে জীৱন পাত কৰি গোটোৱা সম্পদ ধ্বংস হৈ যায়।

সেয়ে ১৯৮২ চনত ৰাভা ৰচনাৱলী প্ৰকাশন সংঘ গঠন কৰি, কলাগুৰুৰ সকলো প্ৰকাশিত-অপ্ৰকাশিত ৰচনাসম্ভাৰ প্ৰকাশৰ ব্যৱস্থা কৰিবলৈ মনস্থ কৰা হ'ল। কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ ৰচনাসম্ভাৰ প্ৰকাশ কৰিবলৈ মন মেলাটো আমাৰ কাৰণে পংগুৱে পৰ্বত বগাবলৈ যোৱাৰ নিচিনা কথা। তথাপি আমাৰ চকুৰ আগতে এই অমূল্য ৰচনাৰাজি নষ্ট হ'বলৈ ধৰা দেখি মন তাপৰিব নোৱাৰিলো। কঠোৰ শ্ৰম, গভীৰ অধ্যয়ন, গৱেষণা আদিৰ জৰিয়তে ৰাভাদেৱে এই ৰচনাসমূহ প্ৰস্তুত কৰিছিল আৰু বৃহৎ অসমীয়া জাতিৰ একতা আৰু উন্নতিত সহায় হ'ব বুলি ভাবিছিল।

ৰাভাদেৱৰ বেছিভাগ ৰচনাই আধকৰা অৱস্থাত পোৱা হৈছে। বহুতবোৰ আকৌ ফটা কাগজ, এপিঠি ব্যৱহাৰ কৰা কাগজ অথবা খোলা কাগজত লিখা। এইবোৰ অ'ৰ কাগজ ত'ত, ত'ৰ কাগজ অ'ত হৈ সান-মিহলি হৈ আছিল। এই সকলোবোৰৰ বেহা লগাবলগীয়া হৈছিল। কিছুমান প্ৰকাশিত লেখাৰ লগত মূলৰ আন মিল পোৱা হৈছে। সেইবোৰ আমি মূলত পোৱা ধৰণে ৰাখিছো।

আমি বহুতো প্ৰতিষ্ঠান-সংস্থা আদিলৈ সহায় বিচাৰি অনুৰোধ কৰিছিলো। এইসকলৰ পৰা একো সঁহাৰি নেপালো যদিও ব্যক্তিগতভাৱে বহুতো লোকৰ পৰা আমি অনুপ্ৰেৰণা পাইছো। স্থানাভাৱত তেখেতসকলৰ নাম প্ৰকাশ কৰিব পৰা নগ'ল যদিও আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিলো।

সম্পাদনা সমিতিত কমলনাৰায়ণ চৌধুৰীদেৱো আছিল। কিন্তু কাম আৰম্ভ কৰাৰ লগে লগেই তেখেতৰ অকাল বিয়োগ ঘটে। তেখেতৰ আত্মাৰ সদ্‌গতিৰ অৰ্থে করুণাময়ৰ ওচৰত প্ৰাৰ্থনা জনালো। শ্ৰীযুত যোগেশ দাস ডাঙৰীয়াই মুখ্য সম্পাদকৰ দায়িত্ব বহন কৰাৰ উপৰিও অন্যান্য দিশতো আমাক যি সহায়-সহযোগ কৰিছে তাৰ বাবেই আমি কৃতজ্ঞ হৈ ব'লো। শ্ৰীপৃথ্বিৰাজ ৰাভাই এই ৰচনা সম্ভাৰ প্ৰকাশৰ কামত আমাক বিভিন্ন প্ৰকাৰে সহায় কৰি আহিছে।

বিষ্ণুপ্ৰসাদ ৰাভাৰ পৰিয়ালবৰ্গ বিশেষকৈ শ্ৰীযুত মোহিনী ৰাভা, শ্ৰীপৃথ্বিৰাজ ৰাভা, শ্ৰীহেমৰাজ ৰাভা, অনিন্দ্য সুন্দৰ— এওঁলোকে আমাক এই ৰচনা সম্ভাৰ প্ৰকাশ কৰিবলৈ অনুমতি দিয়াত আমি তেওঁলোকৰ ওচৰত কৃতজ্ঞ।

আশাকৰো ৰাইজে আমাৰ সকলো ত্ৰুটি-বিচ্যুতি ক্ষমা কৰি কলাগুৰুৰ এই ৰচনা সম্ভাৰ আঁকোৱালি ল'ব।

তেজপুৰ,
১৫/২/৮৯

সৰ্বেশ্বৰ বড়া
সম্পাদক, ৰাভা ৰচনাৱলী প্ৰকাশন সংঘ

# প্ৰকাশকৰ একাষাৰ

## (২য় খণ্ড)

বিষ্ণুপ্ৰসাদ ৰাভা ৰচনা সম্ভাৰৰ ২য় খণ্ড প্ৰকাশ হোৱাত যথেষ্ট বিলম্ব হোৱাৰ কাৰণে আমি অতি দুঃখিত। নানান আলে-আহুকালৰ কাৰণে আমি সময় মতে এই খণ্ডটি ৰাইজৰ আগলৈ উলিয়াই দিব পৰা নাছিলো। অতি কৰ্মব্যস্ততাৰ মাজতো সময় উলিয়াই যথেষ্ট কষ্টসহকাৰে মুখ্য সম্পাদকৰ দায়িত্ব বহন কৰি আমাক সহায় কৰাৰ কাৰণে আমি শ্ৰদ্ধেয় যোগেশ দাস ডাঙৰীয়াৰ ওচৰত ঋণী। শ্ৰীযুতা মোহিনী ৰাভাই অশেষ পৰিশ্ৰম কৰি ১ম খণ্ডৰ বিক্ৰীত যি সহায় কৰিলে তাৰ বাবে তেখেতক ধন্যবাদ জনাওঁ। আমাক বিভিন্ন সময়ত বিভিন্নজনে নানা উপদেশ-অনুপ্ৰেৰণাৰে সহায় কৰি আহিছে। স্থানাভাৱত সকলোৰে নাম উল্লেখ কৰিব নোৱাৰিলো। এই সকলোলৈকে আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিলো। ট্ৰিবিউন প্ৰেছৰ কৰ্মকৰ্তা, কৰ্মচাৰীসকল বিশেষকৈ শ্ৰীযুত সুৰজিৎ গোবিন্দ বৰুৱা, ভুবনেশ্বৰ সিংহ, ৰজনী কান্ত দেৱ শৰ্মা, কৃষ্ণ শৰ্মা যিজনে অতি কষ্টেৰে ১৯৩৫/৩৬ চনতে লিখা উঁৱলি যোৱা পাণ্ডুলিপিৰ পৰা কম্পোজ কৰি অহোপুৰুষাৰ্থ কৰিলে— তেওঁলোক সকলোলৈকে মোৰ অন্তৰভৰা কৃতজ্ঞতা প্ৰকাশ কৰিলো। সদৌ শেষত সমূহ ৰাইজলৈ বিনম্ৰ অনুৰোধ যাতে আমাৰ এই সঙ্কলনটিক মৰমৰ চকুৰে চাই আমাৰ প্ৰচেষ্টাক অনুপ্ৰেৰণা যোগায়।

সৰ্বেশ্বৰ বড়া

ৰাভা ৰচনাৱলী প্ৰকাশন সংঘ
নগাঁও

২০ জুন ১৯৯৭

# ভূমিকা

## (প্ৰথম খণ্ড)

আজিকালি বিষ্ণুপ্ৰসাদ ৰাভাক সাধাৰণতে 'কলাগুৰু' বুলিয়ে বৰ্ণনা কৰা হয়। কিন্তু তেওঁৰ ব্যক্তিত্ব বহুধাবিভক্ত। সঙ্গীত-কলাৰ বিভিন্ন দিশৰ চৰ্চাকাৰী হোৱাৰ উপৰি তেওঁ আছিল চিত্ৰশিল্পী, বিপ্লৱী, অভিনেতা, সুবক্তা। তদুপৰি তেওঁ এসময়ত ভাল খেলুৱৈ আৰু কিছুদিন ব্যৱসায়ীও আছিল। সক্ৰিয় ৰাজনীতিতো তেওঁ অংশ গ্ৰহণ কৰিছিলেই, তাৰ উপৰি এবাৰ নিৰ্বাচনত নামি বিধায়কো হৈছিল। সকলো ক্ষেত্ৰতে অৱশ্যে তেওঁ সমানে মনোনিবেশ কৰিব পৰা নাছিল, আৰু অসমীয়া সংস্কৃতিৰ পূজাৰীৰূপেই তেওঁৰ পৰিচয় সৰ্বাধিক কাৰণে অসমৰ ৰাইজেও তেওঁক কলাগুৰুৰূপে গ্ৰহণ কৰিবলৈ ভাল পাইছে।

'বিষ্ণুপ্ৰসাদ ৰাভা ৰচনা সম্ভাৰ' ৰাইজৰ আগত দাঙি ধৰিবলৈ ওলাই আমি তেওঁৰ মাজৰ লেখকজনৰ বিষয়েহে বিবেচনা কৰিবলৈ মানস কৰিছোঁ। কিয়নো তেওঁ বহু ধৰণৰ বিষয় লৈ লিখা-মেলা কৰিছিল আৰু অজস্ৰ গীত-কথা-নাট লিখি গৈছিল। তেওঁ জীৱনকালত যেনেকৈ এটা 'লিজেণ্ড' হৈ উঠিছিল, তেনেকৈ এক ধৰণৰ শৃঙ্খলমুক্ত জীৱন যাপন কৰিবলৈ গৈ বহু ৰচনাকে হেৰুৱাই থৈ গৈছিল। তেওঁৰ পলাতক জীৱনৰ কথা সকলোৱেই শুনিছে; সৰ্বসাধাৰণ মানুহক জাগ্ৰত কৰি তুলিবলৈ তেওঁ সেই কালছোৱাতো বহু গীত-নাট ৰচনা কৰিছিল আৰু তেনে লেখা ভালেখিনি হেৰোৱাৰ কথাও আজি সৰ্বজনবিদিত। তেওঁ যেনেকৈ পলাই ফুৰোঁতে নানান ভেশচন ধৰিব পাৰিছিল, ঠিক তেনেকৈ ভালেমান ভাষাও ক'ব পাৰিছিল— আৰু ঠিক তেনেকৈয়ে অসমীয়া, ইংৰাজী, বড়ো আদি ভাষাত লিখিছিল; তেওঁ সংস্কৃত ভাষাত লিখিত সঙ্গীত-শাস্ত্ৰচৰ্য চৰ্চা কৰাৰো ভালেমান নিদৰ্শন আছে। গতিকে এজন লেখক হিচাপে বিষ্ণুপ্ৰসাদ ৰাভাৰ এখনি বিশিষ্ট আসন আছে। তেওঁৰ অসমীয়া লিখাৰ এটা বিশেষ শৈলী আছিল; কঠিন সংস্কৃতীয়া ভাষা যেনেকৈ প্ৰয়োগ কৰিছিল তেনেকৈ ঘৰুৱা মাত-কথা প্ৰয়োগ কৰিও ভাল পাইছিল; অসমীয়া গাৱঁলীয়া মানুহৰ মুখৰ ভাষা তেওঁ দক্ষতাৰে ব্যৱহাৰ কৰিছিল। শব্দ লৈ খেলা কৰিবলৈ তেওঁ বৰ ভাল পাইছিল; বহু সময়ত শব্দৰ মায়াজালত তেওঁ বন্দী হৈ ক'ৰবালৈ গৈ থাকিবলৈ ভাল পাইছিল। ভাষাৰ যাদুকৰী শক্তিৰে একোটা গ্ৰাম্য বা পৌৰাণিক পৰিবেশ ফুটাই তোলাৰ দক্ষতা তেওঁৰ আছিল। পুৰণা বা বৈষ্ণৱ সমাজৰ পৰিবেশ ফুটাই তুলিবলৈ হ'লে তাৰ কাৰণেও তেওঁ পুৰণি অসমীয়াৰ সহায়ত এক ধৰণৰ উপযুক্ত ভাষা আয়ত্তলৈ আনিবলৈ সক্ষম হৈছিল। যিবোৰ ৰাভা-ৰচিত গীত আজি জনপ্ৰিয় হৈ উঠিছে সেইবিলাকতে ৰাইজে এনে বিশেষত্বৰ প্ৰমাণ পাইছে। তেওঁৰ ভাষণ, প্ৰবন্ধ, কাহিনী আদিতো ৰাভাদেৱৰ গদ্যশৈলী পাঠক সমাজে লক্ষ্য কৰিছে। গতিকে এজন বিশিষ্ট লেখকৰূপে বিষ্ণুপ্ৰসাদ ৰাভাক পৰীক্ষা কৰি চোৱাৰ বিশেষ প্ৰয়োজন আছে, যিটো আজিলৈকে কৰা হোৱা নাই।

অৱশ্যে সাহিত্যিক বুলিলে আমাৰ মনত যি এটা ধাৰণা ওপজে তেনে সাহিত্যিকৰূপে ৰাভাদেৱক পৰীক্ষা কৰি চাবলৈ যথেষ্ট সুবিধাও হোৱা নাই। তাৰ কাৰণ তেওঁৰ ৰচনাৰাজি সম্পূৰ্ণকৈ পোৱা সহজ হৈ উঠা নাই। 'সোণ-পাহি'ৰ বাহিৰে তেওঁৰ প্ৰকাশিত ৰচনা প্ৰায়খিনিয়েই পুস্তিকা আকাৰৰ। 'চিফুং বাঁহীৰ সুৰ'ৰ লেখীয়া আন ভালেখিনি ৰচনা নানান আলোচনীৰ পাততে বৈ গৈছে বা হেৰাইছে। কিছু বছৰৰ আগতে (১৯৮২) বিষ্ণুৰাভা সোঁৱৰণী গৱেষণা সমিতিয়ে 'বিষ্ণুৰাভা ৰচনাৱলী' নামে ৪৬৪ পৃষ্ঠা জোৰাকৈ ভালেখিনি লেখা প্ৰকাশ কৰি উলিওৱাত সাহিত্যিক ৰাভাদেৱৰ বিষয়ে আলোচনা কৰিবলৈ কিছু সুবিধা ওলায়। কিন্তু তথাপি ইয়াক যথেষ্ট বুলিব নোৱাৰি। কাৰণ ৰাভাদেৱৰ কিমান পৰিমাণৰ লেখা আছিল যেনেকৈ জনা আজি আৰু সম্ভৱ নহয়, তেনেকৈ আজিও পাব পৰা অৱস্থাত তেওঁৰ কিমান লেখা আছেগৈ তাকো ক'ব নোৱাৰি। আমি নিজে অনুসন্ধান আৰু বিচাৰ-খোচাৰ কৰিও ভালেখিনি জনাজাত ৰচনা সংগ্ৰহ কৰিবলৈ সক্ষম হোৱা নাই। কিন্তু এই কথা ক'ব পাৰোঁ যে আমাৰ হাতত যিখিনি ৰচনা পৰিছেহি তাৰ আধাতকৈও কমখিনিহে এই খণ্ডটোত

দাঙি ধৰা হৈছে। ইয়াৰ পৰাই অনুমান কৰি লোৱা টান নহয় যে বিষ্ণু ৰাভাই লিখা-মেলা কৰিছিল নিতান্ত অক্লান্তভাৱেই। তেওঁ নিজে লিখি থৈ যোৱা কথাৰ পৰাই জনা যায় যে তেওঁৰ সহকৰ্মীসকলে তেওঁৰ পৰা বহুতো বিষয়ত লিখাই লৈ গৈছিল, কেতিয়াবা ঘৰৰ পৰাও লিখা কাগজ পাই লৈ গৈছিল। পলৰীয়া জীৱনত অনাই-বনাই ফুৰোঁতে কাকত-পত্ৰৰ বাকচ এটা ক'ৰবাত এৰি যোৱাৰ কথাও শুনা যায়, যিটো বাকচ পিছত উদ্ধাৰ হোৱা নাই। এনে অৱস্থাত তেওঁৰ মাজৰ লেখকজনক সম্পূৰ্ণৰূপে জনাও সম্ভৱ নহয়। আমি তেওঁৰ পৰিয়ালৰ পৰা ভালেখিনি নিজ হাতে লিখা ৰচনা পাবলৈ সক্ষম হৈছোঁ— যিখিনি সাদৰে সংৰক্ষণ কৰাৰ কাৰণে ৰাভা পৰিয়াল গোটেই জাতিটোৰে কৃতজ্ঞতাৰ পাত্ৰ হৈছে। এইবিলাকৰ ভালেমান পুৰণা লেখায়েই অসম্পূৰ্ণ বা অৰ্দ্ধলুপ্ত অৱস্থাত আছিল; কোনো কোনো পাণ্ডুলিপি নষ্ট হৈ যোৱা অৱস্থাতহে পোৱা গৈছে, য'ৰ পৰা লেখা কষ্টসহকাৰে উদ্ধাৰ কৰিব লগা হৈছে। কোনো কোনো ক্ষেত্ৰত আকৌ শিৰোনামাও অস্পষ্ট হৈ ৰৈছিল। সেইবিলাক কথা যথাস্থানত উল্লেখ কৰি যোৱা হৈছে। দ্বিতীয় খণ্ড প্ৰকাশ হৈ ওলালে ৰাভা দেৱৰ প্ৰায়ভাগ ৰচনাই পোহৰৰ মুখ দেখিলে বুলি ক'ব পৰা হ'ব; হেৰাই যোৱাখিনি কেতিয়াবা কেনেবাকৈ উদ্ধাৰ হ'লে বেলেগ কথা।

আমি মনত ৰাখিব লাগিব যে বিষ্ণুপ্ৰসাদ ৰাভাৰ বহুধা-বিভক্ত ব্যক্তিত্বক তেওঁৰ ৰচনাৰাজিৰ পৰা বিচ্ছিন্ন কৰিব নোৱাৰি। তেওঁৰ জীৱনৰ বিভিন্ন অভিজ্ঞতা, বিভিন্ন ৰাজনৈতিক-সামাজিক দৃষ্টিকোণ, তেওঁৰ সাংস্কৃতিক চৰ্চা ইত্যাদি সকলোখিনি মিলিয়েই তেওঁ মানুহজন আছিল। সেইজন মানুহেইহে এজন সাহিত্যসেৱীৰূপে লিখা-মেলা কৰিছিল। এই কথা সকলো সাহিত্যিকৰ ক্ষেত্ৰতে খাটে। ৰাভাদেৱে যদি ল'ৰা-ছোৱালী, ডেকা-গাভৰুৱে স্বাধীনতা যুঁজ কৰা বুলি কিবা নাট ৰচনা কৰিছিল তেনেহ'লে হয়তো নিজৰ ডেকাকালৰ ৰাজনৈতিক অভিজ্ঞতাৰে প্ৰতিফলন ঘটাইছিল— কোচবিহাৰত পঢ়ি থকা কালৰ বিদ্ৰোহী কাৰ্যাৱলীৰ কথাৰ স্মৰণতে লিখিছিল। কোনোবা কলেজীয়া ডেকাৰ দলে যদি ফুটবল খেলাকে বৰ ডাঙৰ কাম ৰূপে লৈছিল তেন্তে হয়তো নিজৰ খেলুৱৈ জীৱনলৈকে লিখিবৰ সময়ত খিণিকি-খিণিকি মনত পৰিছিল। কোনোবা ডেকা বা গাভৰুৱে যদি অৰ্গেন বজাই গীত গোৱাৰ চিত্ৰ তেওঁ অংকন কৰিছিল তেন্তে নিশ্চয় নিজৰ সঙ্গীতচৰ্চাৰ পটভূমিতে তেনে কৰিছিল। বিপ্লৱ বিষয়ক যিবিলাক গীত আৰু নাট ৰচনা কৰিছিল সেইবিলাকতো প্ৰত্যক্ষভাৱেই তেওঁৰ নিজস্ব ৰাজনৈতিক দৃষ্টিভঙ্গীৰেই প্ৰতিফলন; পঞ্চায়ত-ৰাজ প্ৰতিষ্ঠাক তেওঁ বহু সময়তে সামাজিক শোষণ আৰু বৈষম্য দূৰীকৰণৰ উপায় বুলি নিৰ্দেশ কৰি গৈছে। তেওঁ নানান সময়ত, নানান উপলক্ষত আজিৰ অসম, অৰুণাচল, নগালেণ্ড, মেঘালয়, পশ্চিমবঙ্গ, নেপাল আদি ৰাজ্যৰ গাৱেঁ-ভূঞে, পৰ্বতে-কন্দৰে পৰিভ্ৰমণ কৰিছিল আৰু সেইবিলাক ঠাইৰ সাধাৰণ মানুহৰ সামাজিক-সাংস্কৃতিক জীৱন সম্বন্ধে প্ৰত্যক্ষ অভিজ্ঞতা আহৰণ কৰিছিল; সেই অভিজ্ঞতা তেওঁ কেতিয়াবা লেখাত, কেতিয়াবা বক্তৃতাত, কেতিয়াবা কোনো সিদ্ধান্তত উপনীত হোৱাত ব্যৱহাৰ কৰিছিল। তাৰ কিছু কিছু নিদৰ্শন বৰ্তমান সংকলনৰ মাজত পাঠক সমাজে দেখিবলৈ পাব।

'বিষ্ণুপ্ৰসাদ ৰচনা সম্ভাৰ'ৰ এই খণ্ডত যিখিনি লেখা দাঙি ধৰা হৈছে সেইখিনি মাইকৈ সঙ্গীত বিষয়ক— গীত, নাট, নৃত্য, বাদ্য, স্বৰলিপি আদি বিষয়ক; গীতৰ লগতে কিছুসংখ্যক কবিতাৰ শাৰীৰ লেখাও অন্তৰ্ভুক্ত হৈছে। ৰাভাদেৱে কিমান বিস্তৃতভাৱে শাস্ত্ৰসম্মতকৈ সঙ্গীত-কলাৰ চৰ্চা কৰিছিল এইখিনিৰ পৰাহে পাঠক-পাঠিকাই জানিব পাৰিব। ইতিপূৰ্বে হয়তো তেওঁৰ সঙ্গীত বিষয়ক আলাপ আৰু বক্তৃতাত তথা ৰাজহুৱা সমাবেশৰ মিঠাসুৰীয়া ভাষণবিলাকতহে ইয়াৰ অলপ আভাস পোৱা গৈছিল। অথবা, তেওঁক যিসকলে ঘনিষ্ঠভাৱে পাইছিল সেইসকলেও এই কথা জানিছিল। কিন্তু এই সম্পৰ্কত প্ৰামাণিকতা বৈ গৈছে কেৱল তেওঁ লিখি থৈ যোৱা এইবিলাক ৰচনাতহে। যিসকলে তেওঁৰ গীত আজিলৈকে গাই আহিছে সেইসকলেও দেখিবলৈ পাব যে তথাকথিত 'ৰাভা সঙ্গীত'ৰ আঁৰত কিমান গভীৰ আৰু বিস্তৃত সাধনা লুকাই আছে। (প্ৰসঙ্গতঃ ক'ব খোজোঁ যে ৰাভা সঙ্গীত আখ্যাটো সমুচিত হৈছে বুলি ক'ব নোৱাৰি— আমি ভাবো যে বিষ্ণুপ্ৰসাদৰ গীত, বিষ্ণুৰাভা সঙ্গীত এনে ধৰণেহে বৰ্ণনা কৰা উচিত।) পাব পৰা হৈ থকা প্ৰায়খিনি গীত আৰু কবিতাকে— প্ৰকাশিত আৰু অপ্ৰকাশিত— ইয়াত সন্নিবিষ্ট কৰা হৈছে। পাচুৱে সমাজ আৰু গায়ক-গায়িকাই সচৰাচৰ শুনি থকা গানকেইটাৰ উপৰি আন

ভালেমান গীত ইয়াত দেখিবলৈ পাব। বিভিন্ন ঠাইত, বিভিন্ন উপলক্ষ্যত লিখা এইবিলাক গান হয়তো ঠাই বিশেষে প্ৰয়োগো হৈছিল; কিন্তু তাৰ প্ৰমাণ দাঙি ধৰিবলৈ আমি সক্ষম হোৱা নাই। এইটো কৰা এটা কষ্টসাধ্য গৱেষণাৰ কাম হ'ব। তাক কোনোবাই কৰি উঠিব পাৰিলে কবি-গীতিকাৰ বিষ্ণু ৰাভাৰ মনৰ ভিতৰলৈ যথেষ্ট আলোকপাত কৰা হ'ব। হয়তো লগে লগে তেওঁৰ যাযাবৰী জীৱনৰ বিষয়েও বহু তথ্য উদ্‌ঘাটিত হ'ব। গীতবিলাকৰ বিষয়বস্তু বিভিন্ন আৰু বিচিত্ৰ; প্ৰেম-বিৰহৰ পৰা কৃষক-বনুৱাক সমাজ-সচেতন কৰি জগাই তুলিবলৈ বাছি লোৱা বিপ্লৱৰ ভাৱ আৰু নৈসৰ্গিক শোভাৰ প্ৰতি মনোমুগ্ধতালৈকে বিষয় গীতবিলাকত আছে। পাঠক-পাঠিকাই লক্ষ্য কৰিব যে কোনো কোনো জনপ্ৰিয় গীতৰ কিছু কিছু পৃথক ভাষ্যও আছে। একোটা লেখাক ঘঁহি-মাজি তেওঁ মনোমত ৰূপ দান কৰিবলৈ যে এনেকৈ চেষ্টা কৰিছিল তাৰ পৰাই বুজিব পাৰি তেওঁ তেওঁৰ কলাৰ প্ৰতি কেনে অনুগত আছিল। সুৰ চানেকি বা স্বৰলিপি প্ৰস্তুত কৰাটোতো আছিলেই।

সঙ্গীত-কলা বিষয়ক বিষ্ণু ৰাভাৰ ৰচনাসমূহ হ'ল— "শ্ৰীশ্ৰীশ্ৰীমতী কলাৱতী সঙ্গীতাংশ", "নাটক আৰু থিয়েটাৰ" "ভাৰতীয় নাট্যকলা", "নৃত্যৰ অঙিনা", "ওঝাপালি", "হৰ-গৌৰী নৃত্য", "তন্ত্ৰশাস্ত্ৰ", "দৃশ্য অৰ্থাৎ পট", "চৰ্যাপদৰ কথা", "বিহু"। তন্ত্ৰ, দৃশ্য, চৰ্যাপদ বিষয়ৰ ৰচনাবিলাক চমু; তথাপি বহু দিনৰ আগতেই যে ৰাভাদেৱে এইবিলাক সম্বন্ধে অধ্যয়ন অনুসন্ধান কৰিছিল সেইটো উল্লেখযোগ্য। ইয়াৰ কোনোটো লেখা টোকা-সদৃশ হোৱালৈ চাই তেওঁ বিস্তৃততৰ চৰ্চাৰ কাৰণে সমল সংগ্ৰহ কৰিছিল যেন লাগে, যদিও আমি নিশ্চয়কৈ তেনে বুলি ক'ব নোৱাৰো। চৰ্যাপদৰ কথা তেওঁ অন্যান্য প্ৰসঙ্গতো আলোচনা কৰালৈ চাই অৱশ্যে তেনে হোৱাটো একেবাৰে অসম্ভৱ বুলিব নোৱাৰি। স্বৰলিপি আৰু খোলৰ বোলৰ ক্ষেত্ৰতো তেওঁ তেনেকৈ নানান সমল সংগ্ৰহ কৰিছিল। আনহাতে, ভাৰতীয় সঙ্গীত, নাট্যকলা, থিয়েটাৰ আদি বিষয়ত হ'লে তেওঁ বিস্তৃত অধ্যয়ন অনুসন্ধানৰ নিদৰ্শন ৰাখি গৈছে। এইবিলাক সম্বন্ধে মন্তব্য প্ৰকাশ কৰা আমাৰ পক্ষে সম্ভৱ নহয়। কিন্তু অসমীয়া সঙ্গীত-সাহিত্য হিচাপে এইবিলাক ৰচনাৰ মূল্য অত্যধিক। কিয়নো চৰ্যাপদৰ দিনৰ পৰা শঙ্কৰ-পূৰ্ব, শঙ্কৰী আৰু শঙ্কৰোত্তৰ যুগলৈকে অসমত প্ৰাচীন ভাৰতীয় সঙ্গীত-চৰ্চাৰ অজস্ৰ নিদৰ্শন থকা সত্ত্বেও এই সম্পৰ্কে ৰচিত সাহিত্য আমাৰ ভাষাত বৰ বেছি পাবলৈ নাই বুলি আক্ষেপ কৰি অহা হৈছে। সঙ্গীতৰ সৃষ্টি কেনেকৈ হয়, ভাৰতীয় সঙ্গীতৰ বিভিন্ন শ্ৰেণী, ৰাগ আৰু ৰাগিনীৰ ভিন্ন ভিন্নভাৱে বিভাগীকৰণ, নিনাদ কিহক কয় আৰু ধ্বনি কিহক কয়, শুদ্ধ স্বৰ কি আৰু বিকৃত স্বৰ কি, ইত্যাদি কথা তেওঁ বহলাই বৰ্ণনা কৰি সঙ্গীত সম্বন্ধে এটা স্পষ্ট ধাৰণা প্ৰস্তুত কৰি দিবলৈ সমৰ্থ হৈছে। ধ্ৰুপদ, খ্যাল, টপ্পা, ঠুংৰী এইবিলাক শ্ৰেণীৰ উপৰি যুগল বন্ধ, ৰাগমালা, চতুৰঙ্গ, গজল ইত্যাদি গীতৰ ধৰণ-কৰণৰো বৰ্ণনা তেওঁ দিছে। এইবিলাক বিষয় বিশ্বাসযোগ্যভাৱে দাঙি ধৰিবলৈ তেওঁ ভৰত মুনিৰ নাট্যশাস্ত্ৰ, শাৰ্ঙ্গধৰৰ সঙ্গীত ৰত্নাকৰ, নন্দিকেশ্বৰৰ ৰচনা, সঙ্গীত দৰ্পণ, সঙ্গীত দামোদৰ, সঙ্গীত তৰঙ্গ, সঙ্গীত নাৰায়ণ আদি প্ৰচীন সঙ্গীতশাস্ত্ৰৰ বিস্তৰ উদ্ধৃতি দিছে আৰু ভালেমান অন্যান্য শাস্ত্ৰপুথিৰ পৰাও প্ৰসঙ্গসমূহ সংগ্ৰহ কৰি আনিছে। বিশ্বজুৰি কেনেকৈ নাট্যকলাৰ উৎপত্তি হৈছিল সেই কথা দেখুৱাবৰ কাৰণে মিছৰ, মেচোপোটেমিয়া, গ্ৰীচ, ভাৰত আদি দেশৰ নাট্যকলাৰ বিকাশ-ধাৰাও তেওঁ প্ৰদৰ্শন কৰিছে। এইবিলাকেই দেখুৱাইছে ৰাভাদেৱে তেওঁৰ কলা-সাধনাক কিমান নিষ্ঠাসহকাৰে গ্ৰহণ কৰিছিল। তেওঁৰ নিচিনা সভাই-সমিতিয়ে ঘূৰি ফুৰা আৰু বিপ্লৱৰ কামত লুকাই-পলাই ফুৰা এজন লোকে যে ইমান বিশাল অধ্যয়ন কৰিবলৈ সময় পাইছিল সেই কথা ভাবিবলৈকে টান লাগে। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে অসমীয়া সঙ্গীতৰ সুৰ-সম্পদলৈ কিছু কিছু বৰঙণি জনজাতিবিলাকৰ মাজৰ পৰাও অহা সম্ভৱ বুলি ৰাভাদেৱে সভাই-সমিতিয়ে মত প্ৰকাশ কৰাৰ কথা আমাৰ মনত পৰে। তদুপৰি, শুনা যায় যে তেওঁ এবাৰ ৰবপেটাত বৰগীত শুনি তেজপুৰলৈ গৈ বৰগীতৰ সুৰৰ আধাৰত নতুন অসমীয়া গীত নিৰ্মাণ কৰাৰ পোষকতা কৰিছিল হেনো— "ৰূপহী ধুঁৱলী সউ, ৰূপৰ ঢউ, ভুলি ভুলি যায়" গীতটোৰ সুৰ হেনো তেনেকৈয়ে "কমল নয়নকু আজু পেখলোঁ মই" বৰগীতৰ সহায়তে সৃষ্টি কৰা হৈছিল। আমি শুনা এই কথা সঁচা হয়নে নহয়, জানতালোকে লিখা উচিত; আমি মাত্ৰ উল্লেখহে কৰিলোঁ।

বিষ্ণুপ্ৰসাদ ৰাভাৰ সঙ্গীত-সাহিত্য সম্বন্ধে মন্তব্য দিয়া যদি আমাৰ পক্ষে টান, তেনেহ'লে সুৰ চানেকি আৰু খোলৰ বোল সম্বন্ধে তেওঁ কৰা চৰ্চাৰ, তেওঁৰ অনুশীলনৰ কথা আলোচনা কৰা আৰুহে টান। এই খণ্ড সংকলনত তেওঁ নিজে কৰা স্বৰলিপিৰ উপৰি আন আন বিশেষজ্ঞৰ স্বৰলিপিও পাঠক সমাজে দেখিবলৈ পাব। তেওঁৰ নিজা সুৰ-চানেকিবিলাকেই প্ৰমাণ কৰিছে যে তেওঁ এই বিষয়টো ভালদৰে চৰ্চা কৰিছিল। নানান গানৰ উপৰি তেওঁ বিহুনামৰো সুৰ-চানেকি কৰিছিল। সকলোৱে জানে যে তেওঁ নিজে আগভাগ লৈ ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ গানৰ স্বৰলিপি প্ৰস্তুত কৰি দিছিল আৰু আগৰৱালাই তেওঁক এই কাম কৰিবলৈ সম্মতি দিছিল। এই বিষয়ত ৰাভাদেৱৰ ওপৰত আস্থা নথকা হ'লে আগৰৱালাদেৱে নিজে সঙ্গীত-শিল্পী হৈ কেতিয়াও তেনে নকৰিলেহেঁতেন। পাঠকসকলে দেখিবলৈ পাব যে কেবাজনো সুবিজ্ঞ লোকৰ পৰা বৰগীতৰ স্বৰলিপি, খোলৰ বোল আদি সংগ্ৰহ কৰি ৰাভাই সংৰক্ষণ কৰিছিল। সেইবিলাক তেওঁ কৰা কাম নহয় যদিও আমি ইয়াত সন্নিবিষ্ট কৰিছোঁ এই কাৰণেই যে অসমৰ পৰম্পৰাগত সঙ্গীত চৰ্চাৰ ক্ষেত্ৰত তেওঁ কিমান কষ্ট স্বীকাৰ কৰিছিল সেইটো ইয়াৰ দ্বাৰাই প্ৰমাণিত হয়। সেইসকল বিজ্ঞ ব্যক্তিৰ বহুতেই কিজানি আজি নাই; তেওঁলোকৰ নাম-ধাম আদি ৰাভাদেৱৰ সংগ্ৰহৰ মাজত পোৱা মতেই যথাসাধ্য উল্লেখ কৰি গৈছোঁ। দূৰ-দূৰণিত লোকচকুৰ অন্তৰালতে সাধনা কৰি থকা লোকসকলৰ সন্তেদ আমি বহুতেই নাপাওঁ, সেইসকলৰ গুণৰ মোল বুজি ৰাভাদেৱে তেওঁলোকৰ পৰা সমল সংগ্ৰহ কৰিছিল। আমি সবিনয়ে জনাব খোজো যে এই ধৰণৰ অতি জটিল ৰচনাৰ লগত আমাৰ সম্যক্ পৰিচয় নথকাত সেইবিলাক ৰচনা শুদ্ধ ৰূপত ছপাৰ আকাৰত দাঙি ধৰিব পাৰিছোঁ বুলি আমি দাবী নকৰোঁ। আজিকালি এইবিলাক বিষয়ৰ চৰ্চা আৰু গৱেষণা কিছু বৃদ্ধি পাইছে। বৰগীতক স্বৰৰেখাত তুলি অতি মূল্যবান পুথিও প্ৰকাশিত হৈছে। তদুপৰি বিভিন্ন সত্ৰত প্ৰচলিত বৰগীতৰ সুৰ সংগ্ৰহ কৰিও বিজ্ঞান-সম্মত ভিত্তিত তাক প্ৰতিষ্ঠা কৰাৰ চেষ্টা চলোৱা হৈছে। এইবিলাক কামৰ লগত জড়িত বিজ্ঞ আৰু অভিজ্ঞ সঙ্গীতজ্ঞসকলে আমাৰ বৈ যাব পৰা ভুল-ত্ৰুটীবোৰ শুধৰাই দি শুদ্ধ অৱস্থালৈ আনি দিব বুলি আমি একান্তমনে অনুৰোধ জনালোঁ। যিসকল শিল্পীৰ পৰা ৰাভাদেৱে এইবিলাক ৰচনা আনিছিল তেওঁলোকৰ নাম, তেওঁলোকৰ কৰ্ম ৰাভাদেৱৰ লগতে চিৰস্মৰণীয় হৈ ৰওক, ইও আমাৰ এটা ইচ্ছা। নিজৰ গীতৰ যি কেইটা স্বৰলিপি আছে তাৰ পৰা প্ৰচলিত সুৰৰ সৈতে কিবা বিসঙ্গতি আছে নেকি তাকো চাবলৈ সুচল হৈছে, কিয়নো স্বৰলিপিৰ সুৰেইহে ৰাভাৰ প্ৰকৃত সুৰ হ'ব লাগিব।

নাট্য-শিল্পীৰূপেও বিষ্ণুপ্ৰসাদ ৰাভাৰ প্ৰতিভা কোনোগুণে কম নাছিল। নাটক, কথাছবি, ৰেকৰ্ড-নাট্য আদিত তেওঁৰ অভিনয়-দক্ষতা জলজল-পটপট হৈ আছে। তেওঁ এজন নাট্যকাৰো আছিল। কিন্তু নাট্যকাৰৰূপে তেওঁক স্বীকৃতি দিয়া হোৱা নাই; "মুক্তি-দেউল", "ন-পৃথিৱীৰ নতুন যুগ", "গেণ্ডনি-ৰেণ্ডণি" আদি কেইখনমান সৰু নাটৰ বাহিৰে তেওঁৰ আন নাটক প্ৰকাশ হৈ ওলোৱাও নাই। এইবিলাক সৰু নাট প্ৰচাৰ-ধৰ্মী হোৱা কাৰণেও হবলা সাহিত্যৰ বুৰঞ্জীবিলাকত লেখ লোৱা হোৱা নাই। ৰাভাদেৱে ভালেমান নাটক লিখিছিল আৰু সেইবিলাকৰ সৰহভাগেই অপ্ৰকাশিতভাৱে পৰি আছিল; কোনোখন নাট অসমাপ্ত অৱস্থাতে বৈ গ'ল, কোনোখনৰ আৰু শিৰোনামাও নাই। ৰচনা সম্ভাৰৰ এই খণ্ডত আমি ভালেকিখন নাট দাঙি ধৰিছোঁ; পাণ্ডুলিপিৰ নিতান্ত প্ৰথম খচৰাৰ পৰা আৰু ক্ষেত্ৰ বিশেষে পুৰণা কাগজ নষ্ট হৈ যাব ধৰাৰ পৰা বহু কষ্ট কৰিহে পাঠোদ্ধাৰ কৰিব লগা হৈছে— তেনে কৰিবলৈ যাওঁতে দুই-এটা খুঁত যে বৈ যোৱা নাই এনে কথা আমি ক'ব নোৱাৰোঁ; কিন্তু নাট্যকাৰৰ নিজা লেখাকে অটুট ৰাখিবলৈ আপ্ৰাণ চেষ্টা কৰা হৈছে; আখৰ জোঁটনিৰ ক্ষেত্ৰত বৰ্তমান কালৰ প্ৰয়োগলৈ লক্ষ্য ৰাখি মাত্ৰ যৎসামান্য হাত ফুৰোৱা হৈছে। কিয় এই নাটসমূহ প্ৰকাশ কৰা হোৱা নাছিল, নাইবা কোনো কোনোখনৰ অভিনয় হৈছিলনে নাই এই কথাও আমি স্থিৰ কৰিব পৰা নাই। নাটক লিখাতকৈ যে প্ৰকাশ কম হয় এই কথা আমি সকলোৱে জানো; ইও এইবিলাক নাট ছপা হৈ নোলোৱাৰ এটা কাৰণ হ'ব পাৰে। কথাছবিৰ কাৰণে লিখা 'চিনেৰিঅ' আৰু চিত্ৰনাট্য যে প্ৰকাশৰ নিমিত্তে নাছিল সেই কথা অনুমান কৰিব পাৰি। তেনে কেইখনমান চিত্ৰনাট্য ইয়াত সন্নিবিষ্ট হৈছে। সাধাৰণ নাটবিলাকৰ কোনো কোনোখন মঞ্চস্থ হোৱাৰ কথা যদি সংশ্লিষ্টসকলে এতিয়া প্ৰকাশ কৰে তেনেহ'লে আনুষঙ্গিক ভালেমান কথাও নিশ্চয় পোহৰলৈ আহিব।

ৰাভাদেৱৰ নাট্যাৱলীৰ ভিতৰত গীতি-নৃত্য-নাট্য, কাল্পনিক কাব্যধর্মী নাট, সাধাৰণ নাটক, শকুন্তলা নাটৰ কাব্যিক ৰূপান্তৰ আৰু কথাছবিৰ কাৰণে লিখা নাট আছে। অসম বুৰঞ্জীৰ গুৰুত্বপূৰ্ণ ঘটনাৰ অৱলম্বনত লিখা নাট দুখনমান উল্লেখযোগ্য। এইবিলাকত কিছুমান নতুন তথ্য আৰু বুৰঞ্জীমূলক ঘটনাৰ নতুন ব্যাখ্যা দাঙি ধৰা দেখা গৈছে। এইবিলাক তথ্য আৰু ব্যাখ্যা সৰ্বজনগ্ৰাহ্য হয়নে নহয় আমি ক'ব নোৱাৰিলোঁ। যদি এইবিলাকে বিতৰ্কৰ সৃষ্টি কৰে তেন্তে সৰ্বসাধাৰণ ৰাইজে সহনশীলতাৰে বিবেচনা কৰা উচিত হ'ব। কাৰণ কোনো বিতৰ্কৰ সৃষ্টি কৰা ৰাভাদেৱৰ নিশ্চয় উদ্দেশ্য নাছিল— অসম বুৰঞ্জীক নিজে যিমতে বুজিছিল সেই মতেহে তেওঁ ব্যাখ্যা কৰিছিল। বৃটিছৰ আগমনৰ সময়ত ডিব্ৰুগড়-শদিয়া অঞ্চলত যি বিদ্ৰোহাদি ৰাজনৈতিক কাৰ্য-কলাপ হৈছিল তাৰ আধাৰতে তেওঁ বুৰঞ্জীমূলক নাটকেইখন লিখিছিল। মণিৰাম দেৱানৰ ডেকোকাল, মটক ৰাজ্যৰ শেষ অৱস্থা, শদিয়া সীমান্তৰ পৰ্বতীয়া জাতিবিলাকৰ মনোভাৱ ইত্যাদি, আৰু এইসকলৰ স্বাধীনতা তথা স্বজাতি-প্ৰিয়তা এইবিলাক নাটত প্ৰকাশ পাইছে। বিভিন্ন জনগোষ্ঠীৰ মাজৰ মৌলিক সৌহাৰ্দ্যৰ ওপৰত নাটকেইখনত গুৰুত্ব আৰোপ কৰা হৈছে।

সক্ৰিয়ভাৱে ৰাজনীতিত অংশগ্ৰহণ কৰা ব্যক্তি হিচাপে বিষ্ণুপ্ৰসাদ ৰাভাৰ জাতীয় ভাব তেওঁৰ নাট্য সাহিত্যত ফুটি উঠাটো অৱশ্যে স্বাভাৱিক। ভাৰতৰ স্বাধীনতা সংগ্ৰাম, বিশেষকৈ ইয়াৰ শেষ পৰ্যায়ৰ কথা তেওঁৰ কেইখনমান সামাজিক নাটকত প্ৰকাশ পাইছে। তেওঁ যদিও সশস্ত্ৰ বিদ্ৰোহত বিশ্বাসী আছিল তথাপি জাতীয় মুক্তি সংগ্ৰামৰ মূল বিষয়ত তেওঁৰ যি সাধাৰণ বিশ্বাস সেই বিশ্বাস নাটকত ব্যক্ত হৈছে। ল'ৰা-ছোৱালীৰ মনত এই অহিংস যুদ্ধৰ ঢৌ উঠা, ৪২-ৰ বিপ্লৱৰ কাৰ্য-কলাপ, সংগ্ৰামৰ কাষে কাষে একশ্ৰেণী শঠ মানুহৰ দুনীতি-পৰায়ণতা ইত্যাদি চিত্ৰ তেওঁ যথেষ্ট সংযতভাৱেই অংকন কৰিছে। দুখনমান নাটকত সাধাৰণ গাৱঁলীয়া প্ৰজাৰ নিখুঁত ছবি ফুটি উঠিছে, আৰু লগে লগে দুনীতিৰ গৰাহত পৰা দেশখনত যে সেইসকল প্ৰজাৰ কল্যাণ হোৱা নাই, সেয়ে বিপ্লৱৰ পক্ষপাতী যুৱশক্তিক সহায়-সমৰ্থন কৰিবলৈ গৈ পুলিচৰ হাতত লাটিঘাটি হৈছে, এনে বিষয় দাঙি ধৰা হৈছে। এনে নাটকৰ কিছুমান সজীৱ চৰিত্ৰ অংকন কৰা হৈছে, যিটোৱে নাট্যকাৰৰ সূক্ষ্ম দৃষ্টিৰ পৰিচয় দিছে। নিজৰ পৰিয়ালত সামৰিক বিভাগৰ কিছু অভিজ্ঞতা থকা কাৰণেই হবলা ৰাভাদেৱে দুখনমান নাটকত যুদ্ধগামী সৈনিকৰ পাৰিবাৰিক দৃশ্য ফুটাই তুলিছে; এইবিলাকতো দেশ-ৰক্ষাৰ নিচিনা জাতীয়ভাৱে উচ্চস্থান লাভ কৰিছে। কল্পনাশ্ৰয়ী নাটকেইখনত বাস্তৱ কাহিনী নাই; সপোনৰ মায়াজাল সৃষ্টি স্বৰূপ কাব্যিক অনুভূতি প্ৰকাশেই এই শ্ৰেণী নাটৰ উদ্দেশ্য। কাব্যিক সত্তাৰ উপলব্ধি অৱশ্যে এইবিলাকত আছে। ৰাভাৰ "শকুন্তলা" অৱশ্যে কেৱল কাব্যিক কল্পনা নহয়; কালিদাসৰ মূল নাটখনৰ যি কাব্যিক ৰূপান্তৰ তেওঁ কৰি উলিয়াইছে সি মহাকবিৰ নাটৰ ৰস ৰক্ষা কৰাৰ উপৰি মূলৰ দৰেই কবিতাৰ পৰিবেশত তাক সুখপাঠ্যকৈ লিখি উলিওৱা হৈছে।

ৰাভাদেৱৰ চিত্ৰনাট্য-ধৰ্মী ৰচনাকেইটি পঢ়ি আমোদ পাবৰ কাৰণে নহয়। চলচ্চিত্ৰ এক জটিল কাৰিকৰী আৰু কলাত্মক সৃষ্টিৰ সমন্বয়; ই কলাও, বিজ্ঞানো; সকলোখিনি মিলি শেষত যিটো ৰূপ আমাৰ চকুৰ আগত জিলিকি উঠে তাক চাই তাৰ অন্তৰালৰ আটাইখিনি কাৰ্যকলাপ ধৰিব নোৱাৰি। ৰাভাদেৱৰ চিত্ৰনাট্যকেইটি দাঙি ধৰাৰ উদ্দেশ্য হৈছে— এনে এটা জটিল বিষয়ত তেওঁ কিমান সময় ব্যয় কৰি একান্তভাৱে মনোনিবেশ কৰিছিল তাৰ নিদৰ্শন দাঙি ধৰা। মূল সংলাপবিলাক কাৰিকৰী কাৰণত পঢ়িবলৈ পাঠকে অসুবিধা পালেও কাহিনী বা দৃশ্য-বৰ্ণন অংশ অৱশ্যে ৰাভাৰ স্বাভাৱিক ভাষাৰ মাধুৰীৰ কাৰণেই পঢ়িবলৈ ভাল লাগিব পাৰে। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ হওক, শোণিতকুঁৱৰী উষা হওক বা অসমৰ বাৰে-ৰহনীয়া কৃষ্টিৰ কথাই হওক— এইবিলাক পঢ়ি ৰাভাৰ মনৰ কিছু আভাস পোৱাও যাব। আবেগ-অনুভূতিৰ বাহুল্যলৈ চাই উষাৰ কাহিনী এনেকৈ চেলুলইডত ৰূপান্তৰিত কৰিবলৈ চেষ্টা কৰোঁতে তেওঁ বিষয়টোৰ সৈতে মজি গৈছিল যেন বোধ হয়। উষাতকৈ বাণৰ চৰিত্ৰ বিশ্লেষণ আৰু দেৱতাসকলৰ দুৰ্দশা অধিক ৰসঘন হৈ উঠিছে। শ্ৰীশঙ্কৰদেৱৰ কথা ফুটাই তুলিবলৈ যাওঁতে ৰাভাই উপযুক্ত পৰিবেশ সৃষ্টি কৰিবৰ কাৰণে পুৰণি গদ্যৰ ভঙ্গী গ্ৰহণ কৰাটো উল্লেখযোগ্য; বোধহয় তেনে কৰিলেহে ঠিক হ'ব বুলি তেওঁ পৰীক্ষা কৰি চাইছিল। এই ক্ষেত্ৰত তেওঁৰ দক্ষতা প্ৰশংসাৰ যোগ্য।

ওপৰত যি আলোচনা কৰা হ'ল তাৰ পৰা কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাক এজন নাট্যকাৰৰূপে স্বীকৃতি নিদিয়াকৈ থাকিব নোৱাৰি। আমি ইয়াত তেওঁৰ নাট্য-সাহিত্যৰ গুণাগুণ তেনেকৈ বিচাৰ কৰা নাই; সেই বিচাৰ নতুনকৈ হোৱাটোহে আমি বিচাৰিছোঁ। আমি মাত্ৰ তেওঁৰ সৰহখিনি নাট্য-ৰচনা ইয়াত দাঙি ধৰিবলোঁ। এনেয়েও বোধহয় ৰাভাদেৱৰ সঙ্গীত, গীত, নাট আদি সম্বন্ধে যিখিনি ৰচনা ইয়াত দাঙি ধৰা হৈছে তাৰ পৰা তেওঁক কলাগুৰু আখ্যা দিয়াটো সমীচিন হৈছে বুলি ক'ব লাগিব। তেওঁৰ অন্যান্য ৰচনা সম্বন্ধে দ্বিতীয় খণ্ডত আমি আলোচনা কৰিম।

## ২

'বিষ্ণুপ্ৰসাদ ৰাভা ৰচনা সম্ভাৰ'ৰ সম্পাদনা সম্পৰ্কে ইয়াতে অলপ উনুকিয়াই থোৱা ভাল হ'ব। তেজপুৰত ৰাজহুৱাভাৱে গঠিত 'ৰাভা ৰচনাৱলী প্ৰকাশন সঙ্ঘ'ৰ উদ্যোগত ৰচনাৱলী সংগ্ৰহ আৰু প্ৰকাশ কৰিবলৈ লোৱা হয় আৰু সঙ্ঘই সম্পাদকৰূপে প্ৰথিতযশা শিল্পী কমলনাৰায়ণ চৌধুৰীদেৱক নিযুক্ত কৰে। কিবা কাৰণত তেওঁ আমাকো সহযোগীৰূপে ল'বলৈ ইচ্ছা প্ৰকাশ কৰাত আমি সহায় কৰিবলৈ বাধ্য হওঁ। কিন্তু কাম আৰম্ভ কৰিবৰ সময়তে কমল-দা অসুস্থ হৈ পৰে আৰু শেষত তেওঁৰ পৰলোক হোৱাত তেনেকৈয়ে আমি এই কামত ঘনিষ্ঠভাৱে জড়িত হৈ পৰিবলৈ বাধ্য হওঁ। এনে এটা দুৰূহ কামৰ বাবে সম্পাদকৰূপে থাকিবলৈ আমাৰ নিজৰে সন্দেহ আছে। কিন্তু সঙ্ঘৰ কথা পেলাব নোৱাৰি আৰু স্বৰ্গীয় কমলদাৰ স্মৃতি মনত ৰাখি এই ভাৰ ল'বলৈ বাধ্য হওঁ। কামটো আমি মুঠেই সহজ পোৱা নাই। ব্যক্তিগত ব্যস্ততাৰ কথা এৰিছোঁৱেই, বিষ্ণুপ্ৰসাদ ৰাভাৰ ৰচনাৰাজি শৃঙ্খলাবদ্ধ কৰি সজাই-পৰাই উলিওৱাত যিখিনি সময় দিব লাগে সিমানখিনি দিবলৈ আমি সক্ষম হোৱা নাই।

কামটো যথেষ্ট সহজ কৰি তুলিছে-ৰাভা ৰচনাৱলী প্ৰকাশন সঙ্ঘৰ সভানেত্ৰী শ্ৰীমতী মোহিনী ৰাভা আৰু সম্পাদক ডাঃ সৰ্বেশ্বৰ বৰাই। শ্ৰীমতী ৰাভাই আজি ইমান বছৰেতো স্বামীৰ লেখাৰ কাকত-পত্ৰবোৰ সযতনে সংৰক্ষণ কৰি আহিছিলেই, তদুপৰি সঙ্ঘক নেতৃত্ব দি অসমৰ বহু ঠাই পৰিভ্ৰমণ কৰি অন্যান্য লেখা বিচাৰি আৰু লগতে পাৰ্যমানে অৰ্থ সংগ্ৰহো কৰি কামটোৰ সফলতাত বিশেষ বৰঙণি যোগাইছে। তেওঁৰ আগ্ৰহ আৰু ঐকান্তিকতা অবিহনে কামটোৰ আৰম্ভণিয়েই হ'লহেঁতেননে নাই কোৱা টান। বিশেষ ধৈৰ্যসহকাৰে অক্লান্ত পৰিশ্ৰম কৰিছে সম্পাদক, ডেকা শল্য চিকিৎসক ডাঃ বৰায়ো। তেওঁ হাঁহিমুখে আঁত ধৰি গৈ থকা কাৰণেহে একাধিক ছপাশাল ঘূৰাই অৱশেষত আসাম ট্ৰিবিউন প্ৰেছত ছপা কাম আৰম্ভ কৰিবলৈ আমি সমৰ্থ হওঁ। ছপা কামৰ তদাৰক কৰাৰ উপৰি ডাঃ বৰাই আন এটা অসাধ্য সাধনো কৰি দিছে— বহু বছৰ ধৰি বিশৃঙ্খল হৈ থকা ৰাভাৰ ৰচনাৰাজি বিষয় অনুযায়ী শৃঙ্খলাবদ্ধ কৰি সজাই দিছে। কিছুমান লেখা তেওঁৱেই তেজপুৰত প্ৰতিলিপি কৰাই দি আমাৰ কষ্টৰ লাঘৱ কৰিছে; বাকী কিছুমান গুৱাহাটীৰ শ্ৰীমতী কনকলতা দাসে প্ৰতিলিপি কৰি দিছে। সুলেখক শ্ৰীঅতুলানন্দ গোস্বামীয়েও আমাক ভালেখিনি সহায় কৰি দিছে। ট্ৰিবিউন প্ৰেছৰ বিষয়াদ্বয় শ্ৰীৰজনীকান্ত দেৱশৰ্মা আৰু শ্ৰীহৰেকৃষ্ণ বৰ্মনো নানান প্ৰকাৰে আমাৰ ধন্যবাদৰ পাত্ৰ। শ্ৰীমান পৃথ্বীৰাজ ৰাভাই কেবাবাৰো খা-খবৰ লৈ উৎসাহ যোগাইছে।

ৰাভাদেৱৰ কিছু ৰচনা বিচাৰি আমি বহু অনুসন্ধান কৰিছোঁ। কিন্তু পুৰণা কাকত-পত্ৰ কোনেও দিব পৰা নাই। মাত্ৰ কাকপথাৰৰ শ্ৰীগগন চন্দ্ৰ সোণোৱাল আৰু শ্ৰীবঙ্কিমচন্দ্ৰ ফাটোৱালীয়েহে দুটামান লেখা প্ৰতিলিপি কৰি পঠিয়াইছে। তেওঁলোক দুয়োজনৰে শলাগ ল'লোঁ। আমি এতিয়াও ৰাইজলৈ অনুৰোধ জনালোঁ কিবা ৰাভা ৰচনা থাকিলে আমালৈ পঠাই দিবলৈ, ভৱিষ্যৎ সংস্কৰণত অন্তৰ্ভুক্ত কৰিবৰ কাৰণে।

লাচিত নগৰ,
গুৱাহাটী—৭,
১৫।২।৮৯

যোগেশ দাস

# ভূমিকা

## (দ্বিতীয় খণ্ড)

### (১)

সুদীৰ্ঘ আঠ বছৰৰ পিছত আমি "বিষ্ণুপ্ৰসাদ ৰাভা ৰচনা সম্ভাৰ"ৰ দ্বিতীয় খণ্ডটো অসমৰ ৰাইজৰ আগত দাঙি ধৰিবলৈ সক্ষম হৈছোঁ। কি কি কাৰণত ইমান সময় লাগিল সেই দুখ-কষ্টৰ কাহিনীৰ আজি আৰু পুনৰাবৃত্তি কৰিব খোজা নাই। এই ব্যৰ্থতাত যে আমাৰ নিজৰো ত্ৰুটি নাই এই কথা ক'বলৈ নাযাওঁ। যি হওক, দ্বিতীয় খণ্ডটো যে ওলাল, এইটোৱেই বৰ ডাঙৰ কথা। কাৰণ কলাগুৰু ৰাভাৰ সমূহ ৰচনাৰ সিংহ ভাগেই চিৰদিনলৈ সংৰক্ষিত হৈ গ'ল বুলি ক'ব পাৰি। অৱশ্যে তেওঁৰ যে আৰু বহুতো ৰচনা এতিয়াও ছপাৰ বাহিৰত ৰৈ গ'ল এই কথাও আমি স্বীকাৰ কৰোঁ। বিশেষকৈ ৰাভাদেৱৰ ইংৰাজী ৰচনাৰ সৰহভাগকে আমি নানান কথা ভাবি এই খণ্ডতো অন্তৰ্ভুক্ত কৰিব পৰা নাই। তদুপৰি ভালেমান লেখা সম্পূৰ্ণ হৈ নথকা বাবে, তথা ৰাভাদেৱৰ আন অসংখ্য ৰচনা হেৰাই যোৱাত আৰু আমি যা ৰাভা ৰচনাৱলী প্ৰকাশন সংঘই বহু চেষ্টা কৰিও বহু লেখা সংগ্ৰহ কৰিব নোৱাৰাত, প্ৰকাশিত দুইটা খণ্ডকে বিষ্ণুপ্ৰসাদ ৰাভা ৰচনাৰাজিৰ অসমাপ্ত সংস্কৰণ বুলি ক'ব পাৰি।

কলাগুৰু ৰাভাই এখন ব্যক্তিগত চিঠিত তেওঁৰ সহধৰ্মিণী শ্ৰীমতী মোহিনী ৰাভালৈ লিখিছিল যে বাহিৰলৈ যাব লগা নহে যদি ঘৰতে থাকিব পাৰিলেহেঁতেন তেন্তে লিখা-মেলাকে কৰি থাকিব পাৰিলেহেঁতেন। ইয়াৰ পৰাই বুজিব পাৰি যে সাহিত্য চৰ্চাক তেওঁ অতি ঐকান্তিকতাৰে গ্ৰহণ কৰিছিল; আৰু ইয়াকো ক'ব পাৰি যে এই সাহিত্যিক ঐকান্তিকতাৰ কাৰণেই তেওঁৰ বিপুল ৰচনাৰাজিৰ উদ্ভৱ হৈছিল। ৰাজনৈতিক ব্যক্তি হিচাপে নানান ব্যস্ততা আৰু সাংস্কৃতিক কাৰ্যকলাপত সততে লাগি থকা কাৰণেও হয়তো তেওঁৰ সাহিত্য-সৃষ্টিত কিছু বাধা নপৰাকৈ থকা নাছিল। আমি শ্ৰীমতী ৰাভাৰ আদৰ-যত্নত তেখেতৰ স্বামীৰ যিখিনি লেখা আজি পাবলৈ সমৰ্থ হৈছোঁ সেইখিনিৰো সৰহভাগেই অপ্ৰকাশিত অৱস্থাতে পাইছোঁ। জীৱন কালত ৰাভাদেৱে নিজে প্ৰকাশৰ সুবিধা কৰি যাব পৰা হ'লে হয়তো বহু লেখাকে পূৰ্ণাঙ্গ অৱস্থাত, পুনৰ্লিখিত কিম্বা সংস্কৃত অৱস্থাত পাব পাৰিলোঁহেঁতেন। তেতিয়াহ'লে আজিৰ সম্পাদনাকাৰীসকল বহু অসুবিধাৰ সন্মুখীন নহ'লহেঁতেন।

আমি প্ৰথম খণ্ডতে উল্লেখ কৰিছিলোঁ যে সেই খণ্ডৰ ৰচনাৱলীতকৈ দ্বিতীয় খণ্ডত প্ৰকাশ কৰিবলগীয়া ৰচনাৱলী বহুত বেছি হ'ব। যথাৰ্থতে দেখা গ'ল যে দ্বিতীয় খণ্ডৰ পৃষ্ঠা সংখ্যা প্ৰায় ৯৬০ হৈছে। প্ৰথম খণ্ডৰ ৬৪৩ পৃষ্ঠাৰ তুলনাত গতিকে দ্বিতীয় খণ্ডৰ পৰিমাণ ডেৰগুণ বেছি হৈছে বুলিব পাৰি। হেৰাই যোৱা (হয়তো চিৰদিনলৈ?) আৰু ইংৰাজী ৰচনাখিনি সংযুক্ত হ'লে দেখা গ'লহেঁতেন কি বিপুল পৰিমাণৰ লেখা শিল্পী বিষ্ণুপ্ৰসাদ ৰাভাৰ কাপৰ পৰা ওলাইছিল। আমাৰ দুৰ্ভাগ্য যে তেওঁৰ সকলো ৰচনাৰ প্ৰয়োগ কৰাৰ পৰা আমি বঞ্চিত হ'ব লগাত পৰিছোঁ।

### (২)

দ্বিতীয় খণ্ডত অন্তৰ্ভুক্ত ৰাভাদেৱৰ যি ৰচনাৰাজি আমি প্ৰকাশ কৰি উলিয়াইছোঁ তাৰ আটাইখিনিয়েই যে সম্পূৰ্ণ শুদ্ধ ৰূপত ছপা হৈছে এনে কথা আমি ভাঠি ক'ব নোৱাৰোঁ। কাৰণ কেতিয়াবা একোটি ৰচনা শৃংখলাবদ্ধ ৰূপত পোৱা হোৱা নাই— লেখকে নিজে হয়তো তাক অন্য ৰূপ দি উলিয়ালেহেঁতেন। প্ৰথম খণ্ডত গীতৰ ক্ষেত্ৰত সাল-সলনি কৰাৰ কথা উল্লেখ কৰা হৈছেই। দ্বিতীয়তে, সম্পাদকৰ হাতত তুলি দিয়া নতুন প্ৰতিলিপি কিম্বা ফটোকপীবিলাক বৰ সুখকৰ অৱস্থাত পোৱা হোৱা নাছিল। লিপিকাৰৰ প্ৰমাদ একেবাৰে নাই বুলি ক'ব পৰা হ'লে আমি ভাল পালোঁহেঁতেন। কিন্তু নানান কাৰণত আমি নিজেও সেইবিলাক মূলৰ

সৈতে মিলাই চাব পৰা নাছিলোঁ। কিন্তু লিপিকাৰে বৰ বেছি ভুল কৰা বুলিও ভাবিবৰ কাৰণ নাই। তৃতীয়তে, ছপাৰ কাম সুদীৰ্ঘ কাল জুৰি চলি থকা কাৰণেও লেখাবিলাকৰ সজোৱা-মেলাত সম্পূৰ্ণ শৃঙ্খলা ৰাখিব পৰা নাই। বিশেষকৈ ছপা-কাৰ্যত ৮৪৫-৮৪৬ পৃষ্ঠা দুটা উল্লেখ নথকাটো এটা বৰ ডাঙৰ ত্ৰুটি। এই দুই পৃষ্ঠাৰ এখিলা পাত নথকাটো দোষৰ কথা যদিও ৰচনাৰ ধাৰাবাহিকতা ইয়াৰ দ্বাৰা নষ্ট হোৱা নাই। তদুপৰি এঠাইত ১২০১ পৃষ্ঠা আছে যদিও আচলতে হ'ব লাগে ১৩০১ পৃষ্ঠা। আকৌ "আত্মজীৱনী"ৰ পাত কেইখিলাও বেলেগ পৃষ্ঠা দি গ্ৰন্থৰ একেবাৰে শেষত বেলেগ পৃষ্ঠা দি ছপোৱা হৈছে; এইটোৱেও অৱশ্যে একো আহুকালৰ সৃষ্টি কৰা নাই। চতুৰ্থতে, সুৰ-চানেকি বা স্বৰলিপি আৰু বড়ো ভাষাৰ প্ৰয়োগ যিখিনি ইয়াত আছে সেইখিনিৰ সম্পূৰ্ণ নিৰ্ভুলতা আমি দাবী নকৰোঁ। কাৰণ সুৰ-চানেকিৰ বিদ্যা আমাৰ নাই আৰু সাধাৰণ ছপাশালত এইবিলাক তোলাৰ সুবিধাও নাই; তদুপৰি আমি স্বীকাৰ কৰোঁ যে আমি বড়ো ভাষা নাজানো— ঘৰৰ কাষতে বড়ো ভাষাৰ জ্ঞান থকা সাহিত্যিকৰ দ্বাৰা বড়োৰ আৰ্হিকাকতবিলাক চোৱাই লোৱাৰ সুবিধাও নাপালোঁ। এইবিলাক যে সম্পাদকৰ অক্ষমতা এই বিষয়ে সন্দেহ নাই; এই কাৰ্যৰ মহাভাৰ কেনেকৈ ঘটনাচক্ৰত পৰি বৰ্তমান সম্পাদকৰ কান্ধত পৰিছিল সেই কথা প্ৰথম খণ্ডৰ ভূমিকাত ব্যাখ্যা কৰা হৈছে।

## (৩)

এই খণ্ডৰ বিপুল ৰচনাৱলীক আমি যিমান দূৰ পাৰোঁ শৃঙ্খলাবদ্ধভাৱে সজাবলৈ চেষ্টা কৰিছোঁ। কামটো সহজ হোৱা নাই। কাৰণ কেতিয়াবা অভিভাষণ আৰু প্ৰবন্ধৰ বিষয়বস্তু একে হৈ পৰিছে আৰু বৰ্ণনাও কম-বেছি একেই পোৱা হৈছে। জ্যোতিপ্ৰসাদ আগৰৱালা বিষয়ক কবিতাটো পূৰ্ব খণ্ডৰ গীত আৰু কবিতাৰ লগতেই যাব লাগিছিল; কিন্তু আগতে কেনেবাকৈ বৈ যোৱাত জীৱনী খণ্ডতে এইবাৰ অন্তৰ্ভুক্ত কৰি দিয়া হৈছে। শ্ৰেণীবদ্ধ কৰিব নোৱাৰা ৰচনাৱলীক আমি "ৰাভাৰ অন্যান্য ৰচনা" বুলি এটা পৃথক খণ্ড কৰি সজাইছোঁ। নৰেশ সেনগুপ্ত বিষয়ক লেখাৰ নিচিনা কিছুমান ৰচনা ক'ৰ পৰা, কিয় লিখা হৈছিল আমি জানিব পৰা নাই। যিটো ইংৰাজী লেখা ইয়াত আছে সেইটোও এটা টোকাস্বৰূপ— শিৰোনামাটো ভেৰিয়াৰ এলউইনৰ পৰাই অনা বুলি ক'ব পাৰি। আমি দুখেৰে জনাওঁ যে এনে এজন বিপ্লৱী শিল্পীৰ যি চিঠি-পত্ৰ ইয়াত সন্নিবিষ্ট হৈছে সেইখিনি নিতান্তই তাকৰ হৈছে। দুখনৰ বাহিৰে বাকীখিনি চিঠি ৰাভাদেৱৰ সহধৰ্মিণীৰেই; তেখেতে সযতনে সেইবিলাক সাঁচি থৈছিল। এইবিলাক চিঠিৰ পৰা বিষ্ণুপ্ৰসাদ ৰাভা মানুহজনৰ ঘৰুৱা, ব্যক্তিগত জীৱনৰ এটা সুন্দৰ আভাস পোৱা যায়; তথাপি আমাৰ আক্ষেপ থাকি যায় যে তেওঁ লিখা আৰু বহুতো চিঠি নিশ্চয় কালৰ বুকুত চিৰদিনলৈ হেৰাই গ'ল। মানুহজনক সম্পূৰ্ণৰূপে জনাৰ স্বাৰ্থত তেনে চিঠি বেছিকৈ পাব পৰা হ'লে বৰ ভাল হ'লহেঁতেন। তেওঁৰ যি বৰ্ণাঢ্য ব্যক্তিত্ব আছিল তাৰ সুন্দৰ পৰিচয় নিশ্চয় হেৰাই যোৱা চিঠিবিলাকে দিব পাৰিলেহেঁতেন। ৰাভা ৰচনাৱলী প্ৰকাশন সংঘয়ো অধিক চিঠি সংগ্ৰহ কৰিব পৰা নাই, আৰু আমি নিজেও আবেদন জনাই ৰাভাদেৱৰ গুণমুগ্ধসকলৰ পৰা তেওঁৰ চিঠি কিম্বা থাকিব পৰা ৰচনাৰাজি আহৰণ কৰিব নোৱাৰিলোঁ। বহুতে ৰাভাদেৱৰ নিজ হাতৰ চিঠি-পত্ৰ নিশ্চয় সংৰক্ষণ কৰিছে; তদুপৰি 'নায়ক'ৰ নিচিনা আলোচনী আৰু কাকতত প্ৰকাশ হোৱা বহুতো ধাৰাবাহিক কিম্বা গুটীয়া লেখা আছিল, যিবিলাক আমি আহৰণ কৰিব নোৱাৰিলোঁ। "চিফুং বাঁহীৰ সুৰ"খনি লেখাৰ ক্ষেত্ৰতে এই কথা ক'ব পাৰি বুলি আমি নিজে পাঠ কৰা অভিজ্ঞতাৰ পৰা ক'ব খোজোঁ। অৱশ্যে কাৰোবাৰ ব্যক্তিগত সংগ্ৰহত যদি ৰাভাদেৱৰ হাতেলিখা আৰু ছপা ৰচনা আছেও তেন্তে সেইবিলাক আৰু পোৱাৰ কিবা আশা আছে বুলি আমি ক'ব নোৱাৰিলোঁ। কাৰণ ৰচনা সম্ভাৰৰ প্ৰথম খণ্ড ওলোৱাৰ পিছত কাৰো পৰা আমি সেই বিষয়ক কোনো সঁহাৰি নাপালোঁ। তেওঁৰ যাযাবৰী জীৱনত ক'ৰবাত এৰাকচ কাগজ-পত্ৰ হেৰোৱাটো এক কথা আৰু গাৱেঁ-ভূঞে বিপ্লৱৰ বাণী প্ৰচাৰ কৰি ফুৰোঁতে ৰচনা কৰা গীত-মাত আৰু ছপা হোৱা ৰচনাৰ কথাটো অন্য এক বিষয়। এই খণ্ড ওলোৱাৰ পিছতো যদি তেনে সদাশয় লোকে ৰাভা ৰচনাৱলী প্ৰকাশন সংঘৰ হাতত তেনে ৰচনা তুলি দিয়ে তেনেহ'লেও কিজানি ভৱিষ্যৎ সংস্কৰণত সেইবিলাক সন্নিবিষ্ট কৰি দিব পৰা হ'ব।

এই খণ্ডত চিঠি-পত্ৰ আৰু আত্মজীৱনীৰ উপৰি ১১২ টা ৰচনা সূচীপত্ৰত তালিকা-ভুক্ত হৈছে। সংখ্যাটো বৰ ডাঙৰ যদিও সৰহ ভাগ ৰচনাই নিতান্ত চুটি চুটি, একোটা পৃষ্ঠাত দুটা বা ততোধিক ৰচনাও অন্তৰ্ভুক্ত হৈছে। যেনে শঙ্কৰদেৱৰ সম্বন্ধীয় ৰচনা দুটি আৰু ভালেখিনি ৰাজনৈতিক লেখা নিতান্তই চমু। এইবিলাক টোকা হিচাপেই লিখা হৈছিল নে ৰাভাদেৱৰ কিছুমান ৰচনাৰ ভঙ্গীয়েই এনেকুৱা আছিল সেইটো নিশ্চিত কৰিব পৰা নগ'ল। কিছুমান লেখা যে অন্য উদ্দেশ্যত কৰি লোৱা টোকাহে আছিল সেইটো মোৱামৰীয়া বিদ্ৰোহৰ সম্পৰ্কত লিখা দুখিলামান পাতৰ পৰাই ক'ব পাৰি (যিটো অংশ আমি ব্যৱহাৰ কৰা নাই)। তেওঁৰ দীঘলীয়া ৰচনা এই খণ্ডত বৰ বেছি নাই বুলিবই পাৰি। গল্প-গ্ৰন্থ "সোণপাহি", সৰ্বানন্দ সিংহ আদিৰ ইতিবৃত্ত, "বান' ক'বাং", "বড়ো সমাজ" আদি ৰচনাহে দীঘলীয়া; বাকী সৰহভাগ লেখাই মজলীয়া প্ৰবন্ধ আকাৰৰ আৰু অৱশিষ্ট ৰচনাৰাজি নিতান্তই চমু চমু। সেই কাৰণেই লেখাৰ সংখ্যাধিক্য। সকলো লেখকৰ জীৱনতে এই বৈশিষ্ট্য দেখিবলৈ পোৱা যায়; ৰাভাদেৱৰ নিচিনা অত্যন্ত ব্যস্ত ব্যক্তি আৰু কলা, সাহিত্য, ৰাজনীতি আদি বিভিন্ন ক্ষেত্ৰত বিচৰণ কৰা এজন লোকৰ ক্ষেত্ৰত এইটো নিশ্চয় স্বাভাৱিকেই আছিল। কলা আৰু ৰাজনীতিৰ মাজত হোৱা টনা-আঁজোৰাৰ ফলত হয়তো ইচ্ছা থকা সত্ত্বেও বহুত লেখা চমুতে সামৰিব লগাত পৰিছিল। কিন্তু এটা কথা ঠিক যে অসমৰ ঐতিহ্য আৰু কলা-সংস্কৃতিৰ জগতখনেই তেওঁৰ বেছি ভাগ সময় আগুৰি ধৰি ৰাখিছিল, আৰু সেই সেই সম্বন্ধে চৰ্চা কৰিবলৈ তেওঁ সকলো সময়তে চেষ্টাৰ ত্ৰুটি কৰা নাছিল; তাৰ নিদৰ্শন তেওঁৰ অজস্ৰ ৰচনাৰ মাজত সিচঁৰতি হৈ আছে।

গল্প লিখাত কলাগুৰু ৰাভা আৰু ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা উভয়েই হাত দিছিল, যদিও সাহিত্যৰ এই শাখাত তেওঁলোক বৰকৈ লাগি থকা নাছিল। ৰাভাদেৱে দেশী-বিদেশী সকলো মূলৰ পৰাই গল্পৰ প্লট আহৰণ কৰিছিল। নিজস্ব ৰচনাভঙ্গী গল্পবিলাকতো পৰিলক্ষিত হয় যদিও কোনো বিশিষ্ট শৈলী তেওঁ গ্ৰহণ কৰিছিল বুলি ক'ব নোৱাৰি। নাটক লিখাত আৰু অভিনয় কৰাত অভ্যস্ত শিল্পীগৰাকীয়ে গল্পতো নাটকীয় ভঙ্গী গ্ৰহণ কৰা স্বাভাৱিক। 'অজ্ঞাতবাসৰ কথা'ত তেওঁৰ নিজৰে অজ্ঞাতবাসৰ অভিজ্ঞতাৰ প্ৰভাৱ পৰা স্বাভাৱিক। 'জাল কেছ' গল্পটোও এটা সঁচা মোকৰ্দমাৰে বৰ্ণনা বুলিব পাৰি, কিন্তু তাকে লেখকে কৌশলেৰে এটা আকৰ্ষণীয়, সুখপাঠ্য গল্পৰ ঠাঁচত নিৰ্মাণ কৰিছে। হয়তো জেলত থাকোঁতেই এই ধৰণৰ ঘটনা তেওঁ শুনিবলৈ পাইছিল। কেবাটাও গল্পৰ কাহিনী জেলতে তেওঁ পোৱাৰ কথা পাতনিত কৈ গৈছে। গল্প নিৰ্মাণৰ দক্ষতা দেখি ক'ব পাৰি যে তেওঁ হয়তো এই বিষয়ত মনোনিৱেশ কৰিব পাৰিলে এজন ভাল গল্পকাৰেই হৈ উঠিলহেঁতেন। কিন্তু ব্যস্ত জীৱন আৰু বহুধাবিভক্ত লেখা-মেলাৰ মাজত তাৰ কাৰণে নিশ্চয় সময় পোৱা নাছিল। তেওঁৰ একমাত্ৰ উপন্যাস 'মিচিং কনেঙ'ৰ ক্ষেত্ৰতো একে কথাই ক'ব পাৰি। মিচিং জনগোষ্ঠীয় আধাৰত ৰচিত এইখন অসমীয়া উপন্যাসক ৰজনীকান্ত বৰদলৈৰ 'মিৰি জীয়ৰী'ৰ পাছতে স্থান দিব পাৰি। 'মিৰি জীয়ৰী' বৃটিছ যুগৰ প্ৰথমৰ ফালৰ মিচিং সম্প্ৰদায়ৰ সামাজিক কাহিনী, 'মিচিং কনেঙ', আজিৰ দিনৰ মিচিং সমাজৰ চিত্ৰায়ন। ৰাভাদেৱে উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন সুপ্ৰাচীন জনগোষ্ঠীবিলাকৰ মাজত বিস্তৃতভাৱে ভ্ৰমণ কৰি সেইসকলক নিচেই ওচৰৰ পৰা, এজন নৃতত্ত্ববিদৰ দৰেই অধ্যয়ন কৰিছিল। ভৈয়ামৰ মিচিংসকলক তেনেকৈ বিস্তৃতভাৱে অধ্যয়ন কৰাটো তেওঁৰ পক্ষে তেনেই স্বাভাৱিক আছিল, কিয়নো তেওঁ বহুবাৰেই তেওঁলোকৰ মেল-মিটিঙলৈ গৈছিল। মিচিংসকলৰ দৈনন্দিন ঘৰুৱা জীৱন, তেওঁলোকৰ উছৱ-পৰৱ, ডেকা-গাভৰুৰ প্ৰেম-বিবাহ ইত্যাদিৰ বিষয়ে এই উপন্যাসখনত বিস্তাৰিতভাৱে বৰ্ণনা কৰা হৈছে। যেন ৰজনীকান্ত বৰদলৈয়ে সম্প্ৰদায়টোৰ ধৰ্মীয় জীৱনৰ বিস্তাৰিত বিৱৰণ দিবলৈ গৈ সামাজিক জীৱনৰ যিখিনি এৰি থৈ গৈছিল সেইখিনি বিষ্ণুপ্ৰসাদ ৰাভাই সম্পূৰ্ণ কৰি তুলিলে। মুঠতে বৰদলৈৰ দিনতকৈ আমাৰ দিনৰ মিচিংসকলৰ কথা এইখন উপন্যাসত আমি বেছিকৈ পাওঁ। যি বিস্তৃত জীৱনৰ আভাস আমি ইয়াত পাওঁ তাৰ নিচিনাকৈ আধুনিক যুগৰ লোকসকলেও অন্যান্য জনগোষ্ঠীৰ সামাজিক জীৱন উপন্যাসৰ জৰিয়তে ফুটাই তুলিব পাৰিলে ভাল হয়। এই বিষয়ত বিষ্ণুপ্ৰসাদ ৰাভা এক আৰ্হিস্বৰূপ হৈ থাকিব পাৰে।

ৰাভাদেৱৰ বুৰঞ্জীমূলক গদ্য ৰচনা বৰ কম— আমি এই খণ্ডত এখন মাত্র তাঙৰ গ্রন্থ (১০৪ পৃষ্ঠাজোৰা) 'সৰ্বানন্দ সিংহ, ৰাঘৱ সিংহ, মায়ামৰীয়া বিদ্রোহ' অন্তর্ভুক্ত কৰিছোঁ— তেওঁৰ বুৰঞ্জী বিষয়ক আৰু ৰচনা আছিল যদি (নাটকৰ বাহিৰে) আমি জানিব পৰা নাই। এই গ্রন্থখনতো সৰ্বানন্দ চৰিত্ৰক কেন্দ্ৰ কৰি মোৱামৰীয়া বিদ্রোহটোৰ যি পুংখানুপুংখ বিৱৰণ দিয়া হৈছে তাৰ সমকক্ষ ৰচনা বোধকৰোঁ অসমীয়া ভাষাত দ্বিতীয় এটা উদাহৰণ নাই। মায়ামৰীয়াসকলে কেনেকৈ সংগঠিত হৈ যুদ্ধ কৰিবলৈ গৈছিল, কি বুলি ধ্বনি দি আতঙ্কৰ সৃষ্টি কৰিছিল, গুৰুৰ প্ৰতি তেওঁলোকৰ যি অচলা ভক্তি আৰু শ্ৰদ্ধা, এইবিলাকৰ উপৰি ভালেমান নতুন নতুন ঠাইৰ ইতিবৃত্ত বৰ্ণনা আৰু বুৰঞ্জীমূলক সৰ্বানন্দ সিংহাদি চৰিত্ৰৰ বিচিত্ৰ ইতিহাস ইমান দীঘলীয়াকৈ বৰ্ণনা কৰিছে যে লেখকে ইয়াৰ কাৰণে কিমান বিস্তৃত অধ্যয়ন আৰু বিৰাট প্ৰস্তুতি চলাইছিল, ভাবিলে আশ্চৰ্যান্বিত হৈ যাব লাগে। এই গ্রন্থ ইতিপূৰ্বে প্ৰকাশিত হোৱা নাছিল। এতিয়া ৰাইজে পঢ়িবলৈ পালে নানান ধৰণৰ প্ৰতিক্ৰিয়া হ'ব বুলি আমাৰ অনুমান হৈছে। বাদানুবাদ হ'বনে নহয় এই কথা অৱশ্যে আমি ক'ব নোৱাৰোঁ।

এই খণ্ড ৰচনা সম্ভাৰৰ 'ৰাভাৰ অন্যান্য ৰচনা' শাখাত তিনিটা দীঘলীয়া লেখা আছে— 'বড়ো সমাজ', 'বান'-কৰাং' আৰু 'মৰং'। বড়ো সমাজৰ বিষয়ে ৰাভাদেৱৰ জ্ঞান আৰু অভিজ্ঞতা বিস্তাৰিত হোৱাটো স্বাভাৱিক। সেই বাবে 'বড়ো সমাজ'ত তেওঁ এই বিশিষ্ট সম্প্ৰদায়টোৰ সামাজিক জীৱন আৰু ধৰ্মীয় আচাৰ-অনুষ্ঠানৰ বিষয়ে বহলাই বৰ্ণনা কৰিছে। সাম্প্ৰতিক কালত বড়োসকলৰ যি সামাজিক গুৰুত্ব লাভ হৈছে তালৈ চাই ৰাভাদেৱে বৰ্ণনা কৰি যোৱা মতে তেওঁলোকক বহল ভিত্তিত বুজিবলৈ এই ৰচনাই বিশেষ সহায় কৰিব বুলি আমাৰ বিশ্বাস। এইখন সমাজৰ কোনো এটা দিশকে বাদ নিদিয়াকৈ (অৱশ্যে ৰাজনৈতিক দিশটো ইয়াত নাই, কাৰণ ই পুৰণি ৰচনা), বিশেষকৈ ঐতিহ্যপূৰ্ণ বড়ো সমাজৰ কথা— অন্যান্য বহু লেখকৰে বৰ্ণনা সামৰি লৈ— এনেকৈ দাঙি ধৰাটো বিৰল বুলিয়ে আমাৰ ধাৰণা হৈছে। ভবেন নাৰ্জী আদি যিসকলে শৃংখলাবদ্ধভাৱে বড়ো সমাজ-সংস্কৃতিৰ বিষয়ে পুথি ৰচনা কৰি গৈছে তাৰ সৈতে ৰাভাদেৱৰ 'বড়ো সমাজ' এটা মূল্যবান সংযোজন হ'ব বুলি আমাৰ দৃঢ় বিশ্বাস। 'বান'-কৰাং' আকৌ লক্ষীমপুৰৰ কুলাজানত অনুষ্ঠিত মিচিংসকলৰ বাৰ্ষিক অনুষ্ঠানেই নহয়; এই বান'-ক'বাঙলৈ যে উত্তৰ-পূৰ্বাঞ্চলৰ সকলো পৰ্বতীয়া-ভৈয়ামীয়া প্ৰাচীন জনগোষ্ঠীৰ প্ৰতিনিধিবৰ্গ আহিছিল সেইসকলৰ সৈতে অসমৰ বিশিষ্ট অতিথি বিষ্ণুপ্ৰসাদ ৰাভাৰ মিত্ৰতা সৌহাৰ্দ্য বিশেষভাৱে উল্লেখযোগ্য— যিটো লেখকে সুন্দৰকৈ দেখুৱাই গৈছে প্ৰতিটো অতিথি জনগোষ্ঠীৰ প্ৰতিনিধিৰ ওচৰলৈকে গৈ কৰা আলাপ-আলোচনাৰ যোগেদি। প্ৰত্যেক জনগোষ্ঠীয়েই অসমৰ জনজাতিসকলৰ প্ৰতি একাত্মতা প্ৰকাশ কৰাটো উৎসাহজনকভাৱেই উল্লেখযোগ্য। ততোধিক উল্লেখযোগ্য যে ৰাভাদেৱে উপস্থিত থকা প্ৰত্যেকটো জনগোষ্ঠীৰে একোটিকৈ ইতিবৃত্তমূলক বৰ্ণনা দি গৈছে— তেওঁলোকৰ ভৌগোলিক অৱস্থিতি, সামাজিক জীৱন, অৰ্থনৈতিক জীৱন আদিৰ বিষয়ে এনে তন্নতন্নকৈ তেওঁ লিখিছে যে তেওঁৰ এইসকল জনগোষ্ঠী সম্বন্ধে কৰি অহা অধ্যয়ন দেখিলে বিস্মিত নহৈ নোৱাৰি। এলউইন, হেইমেনডৰ্ফ প্ৰভৃতি নৃতত্ত্ববিদৰ নিচিনাকৈয়ে যে তেওঁ জনগোষ্ঠীবিলাকৰ বিষয়ে অধ্যয়ন কৰিছিল এই কথা এইবিলাক বিৱৰণ পঢ়িলে সহজেই ক'ব পাৰি। একে অধ্যয়নৰে অংশ নেকি নাজানো, কিন্তু যেতিয়া তেওঁ 'মৰং' প্ৰতিষ্ঠান সম্বন্ধে যিবিলাক বিৱৰণ দিছে— সমস্ত দক্ষিণ-পূব এছিয়া আৰু ভাৰতৰ বাহিৰৰ অন্যান্য দেশৰো মৰংঘৰ সম্বন্ধে যি বিৱৰণ দিছে— তাৰ পৰাই বুজিব পাৰি তেওঁ বহু পণ্ডিতৰ পুথি-পত্ৰ (লেখকসকলৰ নামোল্লেখো কৰা হৈছে) ভালদৰে অধ্যয়ন কৰিছিল। এইবিলাক ৰচনা, বিশেষকৈ মৰং প্ৰতিষ্ঠান বিষয়ক বৰ্ণনা, তেওঁ পূৰ্বে কিয় পুথিৰ আকাৰত প্ৰকাশ নকৰিলে আমি বুজিবলৈ টান পাইছোঁ। কাৰণ তেনে ধৰণৰ আলোচনা আমাৰ ভাষাত বৰ বেছি হৈছে বুলি ক'ব নোৱাৰি। মানুহজন কিমান অধ্যয়নশীল আছিল এইবিলাক লেখাৰ পৰাই বুজিব পাৰি। বোধহয় এইজন বিষ্ণুপ্ৰসাদ ৰাভাৰ সৈতে সৰ্বসাধাৰণ অসমীয়া মানুহৰ পৰিচয়েই নাই।

ৰাভাদেৱৰ অধ্যয়নৰ বিস্তৃতি তেওঁৰ ৰাজনৈতিক ৰচনাৱলীৰ পৰাও বুজিব পাৰি। তেওঁ যে সাম্যবাদী আন্দোলনৰ লগত ওতপ্ৰোতভাৱে জড়িত আছিল এই কথা সকলোৱে জানে। সেই বাবে ছোভিয়েট ইউনিয়ন আৰু চীন দেশৰ কমিউনিষ্ট সংগঠন সম্বন্ধে তেওঁ ভালদৰে পঢ়া-শুনা কৰি সেই বিষয়ে মাতৃ ভাষাত লিখা-মেলা কৰিছিল। বিশেষকৈ মহাচীনৰ কমিউনিষ্ট সংগ্ৰাম সম্বন্ধে এডগাৰ স্নো প্ৰমুখ্যে লেখকসকলৰ উদ্ধৃতিৰে তেওঁ

সেই নতুন সমাজ গঠনৰ বিস্তাৰিত বিৱৰণ উপন্যাসোপম ভাষাৰে দি গৈছে। কেতিয়াবা একোটা কাহিনীৰ নিচিনাকৈয়ে কিছুমান ঘটনাৰ বৰ্ণনা দি গৈছে। 'ৰাজনৈতিক বিচিত্ৰা' আৰু 'তলসৰা' এই দুটা শাখাত অকল সাম্যবাদী আন্দোলনৰ বিষয়েই নহয়, অন্যান্য সমসাময়িক ৰাজনৈতিক উত্থান-পতন সম্বন্ধেও আলোচনা কৰি গৈছে। যেনে— সমাজতন্ত্ৰৰ লাভ, মে' দিৱস, ডায়েলেকটিক্‌চ্‌, ছোভিয়েট সমাজত নাৰী আৰু শিশুৰ সা-সুবিধা, ধনতন্ত্ৰবাদ, নাৎছী দল, ভাৰ্ছাই সন্ধি, হিটলাৰৰ মতামত, লেনিন, ট্ৰট্‌স্কী, পঞ্চায়ত, কমিনফৰ্ম, ভাৰতৰ ট্ৰেড ইউনিয়ন আন্দোলন, ছোচিয়েলিষ্ট আৰু কমিউনিষ্ট সমাজৰ পাৰ্থক্য, কাৰ্লমাৰ্ক্স, মাৰ্ক্সীয় অৰ্থনীতি ইত্যাদি সমাজবাদী আন্দোলনৰ নানান দিশ সম্বন্ধে চমু চমুকৈ হ'লেও তেওঁ লেখি থৈ গৈছে।

এইদৰে তেওঁৰ সমূহ ৰচনাৰ চমু পৰিচয় দি যোৱা এই কম পৰিসৰত বৰ কঠিন। অসমীয়া সংস্কৃতি, অতীত অসম, চিত্ৰলেখা, ডেকাগিৰিৰ দান ইত্যাদিৰ বিষয়ে তেওঁৰ বিভিন্ন লেখাত পাঠক, পাঠিকাই পাব— যিবোৰ পুস্তিকাৰ আকাৰত নাইবা কাকতে-পত্ৰই পোৱা গৈছে। তেওঁৰ জীৱনীমূলক লেখাকেইটা ৰচনাৰ প্ৰসাদ গুণৰ কাৰণেই সমৃদ্ধ— বিষয়বস্তুৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা আৰু স্নেহটো প্ৰকটিত হৈছে। ৰাভাদেৱে আত্মজীৱনী লিখি থৈ যোৱা হ'লে বৰ ভাল হ'লহেঁতেন— এটা যুগৰ সামাজিক আৰু সাংস্কৃতিক পৰিক্ৰমা আমি পাব পাৰিলোহেঁতেন। কিন্তু সেইটো হৈ নুঠিল। তেওঁৰ লেখা কিছুমানৰ আধাৰতে কোনোবাই আংশিক আত্মজীৱনী নিৰ্মাণ কৰিব পাৰে নেকি চাব পাৰে। আত্মজীৱনীৰ আভাস এটা অৱশ্যে তেওঁ দি গৈছে— গ্ৰন্থৰ শেষত যিটো বেলেগে প্ৰকাশ কৰা হৈছে।

সম্পাদনা আৰু প্ৰকাশৰ ক্ষেত্ৰত আমাৰ ভুল-ত্ৰুটি হ'ব পাৰে বুলি আমি সজাগ। সেইবিলাক নানা অসুবিধাৰ কাৰণেই হ'ব পাৰে। তথাপি আমি ৰাইজৰ ওচৰত তাৰ বাবে ক্ষমা ভিক্ষা কৰিছোঁ। ইংৰাজী ৰচনাৰাজি সমন্বিতে আৰু যি যি ৰচনা বৈ গ'ল সেইখিনিক অন্য এটা খণ্ডত প্ৰকাশ কৰিব পাৰি নেকি চাব লাগে। এই কাম ৰাভা ৰচনাৱলীৰ প্ৰকাশন সংঘলৈ এৰা হ'ল।

আমাৰ সুদীৰ্ঘ কালৰ কামত যিসকলে আমাক নানা প্ৰকাৰে সহায় কৰিলে তেওঁলোক সকলোলৈকে ধন্যবাদ আৰু কৃতজ্ঞতা জনালোঁ। ৰাভা ৰচনাৱলী প্ৰকাশন সংঘৰ সভানেত্ৰী শ্ৰীযুতা মোহিনী ৰাভা, সম্পাদক ডাঃ সৰ্বেশ্বৰ বৰা, ৰাভাদেৱৰ বৰপুত্ৰ শ্ৰীপৃথ্বিৰাজ ৰাভা, আসাম ট্ৰিবিউন প্ৰেছৰ শ্ৰীৰজনীকান্ত দেৱ শৰ্মা, শ্ৰীভুৱনেশ্বৰ সিংহ, আসাম ট্ৰিবিউন প্ৰেছৰে কৰ্মীসকল আদিৰ সহায়-সহযোগিতা আমাৰ চিৰদিন মনত থাকিব। বিশেষকৈ ডাঃ বৰাৰ অক্লান্ত পৰিশ্ৰম আৰু ধৈৰ্যশীলতা আমাৰ প্ৰেৰণাৰ থলী হৈ অহাটো উল্লেখযোগ্য। প্ৰেছৰ কৰ্মীসকলে যি নিষ্ঠাৰে ছপাৰ সকলো যন্ত্ৰণা অকাতৰে মূৰ পাতি লৈছিল সেইটো বিশেষভাৱে উল্লেখযোগ্য, কিয়নো আমি বহু সময়তে ভাল 'কপী'ৰ যোগান ধৰিব পৰা নাছিলোঁ, তথাপি যে তেওঁলোক তেনে লেখাৰ পৰাই ছপাৰূপ প্ৰস্তুত কৰি দিব পাৰিলে এইটো এটা ডাঙৰ কথা।

শেষত কওঁ যে এই খণ্ডৰ দীঘলীয়া ছপাৰ কাম সৰ্বাঙ্গসুন্দৰ আৰু সম্পূৰ্ণ ত্ৰুটিহীন কৰি তুলিব নোৱাৰিলেও কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ ৰচনাৰাজিৰ সিংহভাগকে ছপাই সংৰক্ষণ কৰিব পাৰিলোঁ বুলি আমাৰ এটা আনন্দ হৈছে আৰু ইয়াৰ ভাগ ওপৰত উল্লেখ কৰি অহা প্ৰতিজন শুভানুধ্যায়ীৰেই প্ৰাপ্য।

লাচিত নগৰ,
গুৱাহাটী-৭,
১৭/৫/৯৭

ৰাইজৰ স্নেহাশিস ভিক্ষাৰী
**যোগেন্দ্ৰ দাস**

# সূচীপত্ৰ

## (প্ৰথম খণ্ড)

পৃষ্ঠা

# সূচীপত্ৰ

## (দ্বিতীয় খণ্ড)

(ক) গল্প ■ উপন্যাস ■ কাহিনী ■



(খ) বুৰঞ্জীমূলক ৰচনা



(ঘ) ৰাজনৈতিক ৰচনাৱলী

(ঘ) ৰাজনৈতিক বিচিত্ৰা



(ঙ) তলসৰা



*পিতৃ-মাতৃৰ সৈতে শিশু বিষ্ণুপ্ৰসাদ, প্ৰথম শাৰীৰ বাওঁফালৰ পৰা প্ৰথমজন। পিতৃ-মাতৃ ক্ৰমে মাজৰ শাৰীৰ তৃতীয় আৰু চতুৰ্থজন ঢাকাত থকা কালত*



*পৰিয়ালবৰ্গৰ সৈতে বিষ্ণুপ্ৰসাদ ৰাভা*

# গল্প উপন্যাস কাহিনী

('সোণপাহি'ৰ চাৰিটা গল্প ইতিমধ্যে পুথিৰ আকাৰত ওলাই গৈছে। ইয়াত সেই চাৰিটা পুনর্মুদ্রিত হ'ল। বিষ্ণুপ্ৰসাদ ৰাভাৰ অপ্ৰকাশিত আৰু ভালেমান কাহিনী পোৱা গৈছে। তাৰে কিছুমানক গল্পৰ শাৰীত থব পাৰি, বাকীবিলাক সাধুকথাৰ লেখীয়া কাহিনী। তেওঁৰ উপন্যাস এখনেই—'মিচিং কনেঙ'। এখন আলোচনীত প্ৰথমে ওলাইছিল, পিছত অন্য এটা সংকলনত পুনর্মুদ্রিত হয়। সেইখনো ইয়াত দিয়া হৈছে। সোণপাহিৰ পাতনিত ৰাভাই তাৰ কাহিনীকেইটাক গল্প বুলি কৈ গৈছে। গতিকে তেওঁ যে গল্পও লিখিছিল সেইটো স্পষ্ট। সেই পাতনিত তেওঁৰ পাঁচ বছৰীয়া অজ্ঞাতবাসৰ উল্লেখ আছে। 'অজ্ঞাতবাসৰ কথা' বোলা বৰ্ণনাটি তাৰেই আধাৰত বোধহয় গল্পৰ আকাৰত লিখা হৈছিল। 'জাল কেছ' কাহিনীটো দেখাতেই এটা 'কেছ হিষ্টৰী'—কিন্তু তেওঁ তাক এনে ধৰণে কৈছে যে কাল্পনিক কাহিনীৰ স্বাদ তাৰ পৰা লব পাৰি। এইটো তেওঁ ক'ৰবাৰ সঁচা ঘটনাৰ পৰাই যদি লৈছিল তেন্তে সেইটো জানিব পৰা হোৱা নাই। কাহিনী-টোক গল্পৰ শাৰীতে ধৰা হৈছে।)

# সোণপাহি

## পাতনি

উনৈচ্ শ সাত্-চল্লিশ চন।...........

.......ছিগা শিকলিৰ ঝন্‌ঝননি, পোতাশালৰ বেৰ-ৱোৰ ভাঙি, ভাগি, চুঁহি, হালি, বাগৰি পৰাৰ দপ্-দপনি জীন্ পৰি যায়।

ন-মুকুতিৰ ৰং-উলাহৰ ৰজন্-জনা, খদম্-দমা উখল-মাখল, দোল্-দোপনি, হেন্দোলনি হেলেপ্-লেপায়।

আই ভাৰতীৰ চুলিটাৰিত নতুন বেলিৰ জিলিক্ পৰে। অসমী আইৰ শুকান মুখত ন-ৰ'দালিৰ ৰহণ চৰে।..........

সেই মুকুতিৰ ৰঙালি বছৰ।........সেই বছৰৰ বিয়লি ছোৱা।

সিদিনা পুৱা। কলিকতা মহানগৰীত "ট্ৰেড ছোও" ( Trade Show ); বৰ নগৰৰ পৰ-বাসী— অসমীয়া ৰাইজৰ হিয়া-জুৰি ৰং-উলাহৰ খলকনি;— হ্যাৰীচন্-ৰোড'ৰ 'চিনেমা-হল'ত উখল-মাখল, হেন্দোলনি; ৰমক-জমক ৰঙচঙীয়া মীনা কৰা পাতনি, চমক লাগে।

পৰে আশাভৰা সামৰণি। মনত খুদুৰনি জাগে।

চাই চাই চাওঁতাৰ মুখে মুখে,—লেখি লেখি লিখোতাৰ কাপে কাপে, গুণি গুথি গুথোতাৰ লিখনিয়ে লিখনিয়ে জল্‌থল্ পট্‌পট্‌কৈ নিগৰি নিগৰি ওলায়,— 'চিৰাজ' হেনো যুগান্তৰ-কাৰী অসমীয়া 'ফিল্ম'। জাউৰিয়ে জাউৰিয়ে শলাগণি।

খুদুৰনি গুচে। শুনি মনত ৰং ওপজে।

দিন যায়। 'চিৰাজ-ফিল্ম'ৰ লগা-ভগা এলেকৰ পেলেক সকলোৰে অসম-মুৱা হয়।·

অকল মই; লগত শ্ৰীকাশীপ্ৰসাদ বিহানী।

খুটি-নাটি যিখিনি খুঁত,—তাৰে কিছু নিখুঁত কৰি সম্পাদনাৰ কাম সমাধা কৰা হয়।

উনৈচ্ শ আঠ্-চল্লিশ চন।..........ভোগালি বিহুৰ উৰুকালৈ দিন চেৰেক্ বাকী।

খুঁতে-নিখুঁতে 'চিৰাজ-ফিল্ম্' অসমলৈ যতনেৰে লৈ অনা হয়।

অসমৰ উজনিত আৰু নামনিত একেবাহে ন ভেশচন্ লৈ 'চিৰাজ' ওলায়। ন ৰেহ্‌ৰূপ। শলাগৰ ওলগ ডকা-চাকনৈয়া বুকুত লৈ ফেনে-ফোটোকাৰে বয়।

অসমীয়াৰ বুকু ওফন্দি উঠে। বিদেশীৰো বিকটা মুখ দাঁত নিকটাই শলাগনিৰে ফুচ্‌ফুচায়।...........

গুৱাহাটীলৈ আহি ৰাইজৰ বিশাল সাগৰত জাপ দি সাঁতুৰিবলৈ শিকো। কামৰূপ গুৱালপাৰাত ৰাইজৰে বুকুৰ এফাল কলিজাৰ আমঠু হৈ সভা-সমিতিত জুনা গাই গাই ৰাইজৰে চেনেহ-ভৰা হিয়া সাগৰত উমলি ফুৰো।.............

দু-মাহ। এদিন উকলি দুদিন যায়, তিনি কুৰি দিন বাগৰি আগুৱায়। তিনিকুৰি গৈ সাত কুৰিত পৰে।

শোৱালকুচি হাইস্কুলত বঁটা-বিলনীয়া সভা। ৺গোপীনাথ বৰদলৈ মুখ্যমন্ত্ৰী চিলঙত; যাই পুৰোহিত হৈ নামি আহিবলৈ অপাৰগ। সেই বাব্ লৈ মই নিজে তাত।

তাৰ পিছত নলবাৰী চহৰত।

সিদিনা আবেলি। ৰাজহুৱা সভা। বৰ ওজালি গোৱাৰ ভাও মোৰ।

জুমে জুমে ৰাইজ আহি জুলি পাতে। খদম্-দম্ লাগে। হেজাৰ-বিজাৰ।

বলিয়া হাতী।........এৰা, নগৰত কোনোবা মহাজনৰ পগলা হাতী। পিয়লীয়ে ভাং খুৱাই 'বালক দাস' নামৰ হাতীটোক যেন ৰাইজৰ মাজত এৰিহে দিছে। উৰাদিহ নাই।

ভয়ত ডৰত ৰাইজৰ পীলাই কোচ খায়, ৰাইজে পিয়া-পি দিয়ে। ক'ৰ ৰাইজ যে ক'লৈ যায়, তাৰ ঠিকনা নাই। ৰাজহুৱা ৰাইজৰ জুলিত আউল লাগে।....

সন্ধিয়া লাগে। ৰঙা চকা বুৰ মাৰে। নিশাৰ এন্ধাৰে ছাটি ধৰে।

সভা ভাঙে।...........

এসপ্তাহৰ পিছত। আকৌ নলবাৰীত ৰাজহুৱা সভা। পুনৰ্ সেই একেই ভাও--বৰ-ওজা।

ৰাজহুৱা সভা, অটোম্-টোকাৰিকৈ পতা ;--পিছে, এই বেলি অলপ পাতল, সেৰেঙা, জিল্‌জিলীয়া।

সামৰিবৰ নৌহয় এথোন, শলাগৰ শৰাই বাকী। কলিজা কপোঁৱা মেঘৰ ঢেৰেকনি, গোজৰণি, চকুত ছাট মৰা বিজুলীৰ চিক্‌মিকনি, চক্‌মকনিৰে বৰষুণ এজাক আহে জোলোকে জোলোকে। ঢাক্-ঢুক্ নাই, --বেৰ নাই, আঁৰ নাই টিং ছালিহে,—নতুন চৰকাৰী ডাক্তৰখানা। ঠেলা-হেঁচাকৈ সোমায় সকলোৱে ;— ঠাচ্ লাগি যায়। বৰষুণৰ বৰ বৰ টোপাল,—বৰ কোবেৰে টিংপাতবোৰ ফুটাব খোজে,--মূৰ-গুজা ধাত-কপলীয়াসকলক তিয়াবলৈ ভিজাবলৈ।........ধাৰাষাৰ বৰষুণ। গুপাত।..........

পিছদিনা। দোকমোকালি, ছয়াময়া, অঁকা-চকা। বিগলি নিশাৰ ফেঁহু-জালিৰ চিন্-চকোৰ নাই।

কৃষক-বনুৱা-পঞ্চায়ত। তাৰেই অফিচ-ঘৰ।........

ঘুমটিত নাল-কাল ;--কমৰেড্ লোকনাথ বৰুৱা আৰু মই।

টুক্-টুক্-টুক্।......দুৱাৰত টুকুৰিয়াই তোলা মাত।

"কোন্ ?"—সাৰ পাওঁ,—দুৱাৰ মেলো।

"কম্‌ৰেড্। যেনে আছে, তেনেকৈয়ে ওলাওক। আপোনাৰ নামত 'ওৱাৰেণ্ট্'—'পৰ্‌ওৱানা'।"

"মোৰ নামত ?" মোৰ মুখৰ পৰা থক্‌বক্‌কৈ আথেবেথেকৈ মাত ওলায়। মই সোধোঁ।

"এৰা, আপোনাৰ।" এই বাতৰি জনাই ৰঙিয়াৰ কম্‌ৰেড চক্ৰবৰ্ত্তীয়ে মোক সতৰ্ক কৰি দিয়ে,--"পলম নকৰিব।" সতৰ্ক বাণীৰ লগে লগে মিনতিও ;-- মাতত সাৱধান,—জোনাকত জিলিকা চকুত মিনতি। কঠোৰ আৰু কৰুণ।............

ৰঙিয়াত খবৰ পায়েই মোক জাননী দিবলৈ ৰঙিয়াৰ পৰা খোজকাঢ়ি আহে নলবাৰীলৈ কম্‌ৰেড চক্ৰবৰ্ত্তীয়ে। দোধোৰ মোধোৰ লাগে।........আগ-ভৰিৰে যাওঁ পিছুৱাই আহো। পিছভৰি হেঁাহোকে--পিছলি আহে।

কম্‌ৰেড বৰুৱা আৰু মই সেইদৰেই ওলাও। লগত চক্ৰবৰ্ত্তী নিজেই।

নিজম, নিমাত, নিশিৰ্‌শিৰ। জোনাক নিশা ;-- বাহিৰত জোনোৱালী এন্ধাৰ। আকাশত ডাৱৰৰ চিন্-চাব্ নাই। ফট্‌ফটীয়া জোনাক ;—তৰাবোৰেও তিৰ-বিৰাই জক্‌মকায়। জোন-তৰাৰ ৰূপোৱালী পোহৰত আমি তিনিও বিপ্লৱৰ প্ৰতিমূৰ্ত্তিৰ দৰে বাজ হৈ ওলাওঁ। উত্তৰমুৱা। তিনি মূৰতি আমি, চকামকা পোহৰ-এন্ধাৰত খেপিয়াই খেপিয়াই আগুৱাওঁ।...........

পগলা-দিয়া,—কাৰণ নৈখন হেনো বলিয়া, পগলা। গতিৰ ঠিক নাই। একে নিশাই নৈখনে বলিয়া ঢল লৈ নলবাৰীৰ পৰা ধম্‌ধমালৈ যোৱা বাটটো খুন্দামাৰি ছিঙে,--পগলা-দিয়াই খহায়।.........অথাই পানী।.......

হতাশাই আগুৰি ধৰে।...........

আজিৰ সমাজতো পগলা-দিয়া নৈখনৰ দৰে এজুমে বহুতৰ আশাৰ বংঘৰ, আকাংক্ষাৰ কাৰেং-ঘৰ, বাসনাৰ তলাতল-ঘৰ গুপুতে গোপনে ঢল আনি উটাই ভহাই নিয়ে।............

পূব-আকাশত বেঙুনি। পোহৰ অলমলায়।

আমাৰ দুৰ্গতি দেখি কমিউনিজম্ সমৰ্থক ৰাইজৰ এজন চিনি পাই নাও এখন আনি আমাক তুলি পাৰ কৰায়।

ৰাইজে মন কৰিলে হাতীকো ভুৰুকাত সুমাই

নোৱাৰা কৰিব পাৰে। ৰাইজৰ শকতি অসীম ; সেয়েহে ৰাইজৰ জোকৰা নখে নৈ বোৱায়।........

ধম্‌ধমা। এই ধম্‌ধমাতে কেদিনমান আগতে কামৰূপ জিলা কছাৰী সন্মিলন মহা সমাৰোহেৰে হৈ যায় ; তাৰে কৃষ্টি সন্মিলনৰ সভাপতি আছিলো মই। তাতে এপৰ জিৰণি লৈ কম্‌ৰেড চক্ৰবৰ্তীৰ পৰা বিপ্লৱী অভিনন্দনেৰে মেলানি মাগি তাৰ পৰা আৰু উত্তৰে গৈ গৈ আমি দুয়ো ফেগুৱা গড়ৰ এখন গাৱঁৰ এজনৰ ঘৰত মূৰ গুজোঁ।..........

দুপৰীয়া, ভৰ দুপৰীয়া। সেই ঘৰৰ গিৰিয়ে আলৌ-আথৌকৈ খুৱায়, বুৱায়। মনত বৰ চাব্‌ লগা যতন।

সন্ধিয়া। টুপুলিয়া, ধম্‌ধমাৰ উত্তৰে। নিশা পহিলা পৰত বাগানপাৰা। নিশাৰ জিৰণি এই গাঁৱতে।

বাগান-পাৰা ;—কোনোৰা বগা বঙাল চাহাবে হেনো তাত চেনিৰ কাৰখানা পাতিবলৈ যো-জা কৰিছিল আৰু সেই চেপা, হেচা পেৰা যন্ত্ৰেৰে ঘৰ্‌ঘৰাই থকা কাৰখানাত বলি দিবলৈ কুঁহিয়াৰৰ প্ৰয়োজন। তেনে বলিৰ খেতিৰ আৱশ্যক। এই গাওঁখনেই আছিল কুঁহিয়াৰৰ বাগান। সেয়েহে এই বাগান-পাৰা।

গোটেই ৰাজ্যখনেই আজি কুঁহিয়াৰৰ বাগান যেন লাগে, হয় নে নহয় কোনে জানে ? ক'ৰবাৰ চেপা, হেঁচা, পেৰা যন্ত্ৰত বলি খাবলৈ যেন এই খেতি, এই কাৰবাৰ—এনে হেন মনত ধৰে।

কিবা কাৰণত সেই বগা বঙাল ৰঙাটুনি চাহাবৰ হাবিলাষ অপূৰণ থাকে। চেনি কোম্পানী জাহ যায়। চেপা, হেঁচা, পেৰা-যন্ত্ৰ কুঁহিয়াৰ শালৰ যাতনাৰ পৰা সেই বাউসীৰ ৰাইজ ৰাইখ্‌ পায়। তপত কেৰাহীৰ হিয়াৰ পৰা জ্বলা জুইৰ বুকুত হাকুডাকুকৈ জপিয়াই পৰাৰ নিচিনাকৈ ৰাইজৰ এটাৰ পিছত এটা দুখ লাগি-য়েই থাকে—দুখ নুগুচে। সেই দুখৰ শেহ নাই, সীমাও নাই। এই সমাজৰ দুখৰ জ্বালা কব কোনে ?

পূৰ্ণিমাৰ পুৱঠী জোনবাই,—জল্‌মলায়।

যাই যাই গাঁৱৰ মুখিয়াল লোকসকল আমি থকা ঘৰখনত আল্‌-পৈচান্‌ ধৰে। খাই বৈ চোতালত আমি দুয়ো জিৰণি লওঁ,—জোনোৱালী পোহৰ পিওঁ।

জুমে জুমে ৰাইজ আহি গোট খায়। চিফুং-বাহী ইনাই বিনাই চিঞৰি উঠে,—খাম্‌-মাদল্‌ গুম্‌গুমায়। গাৱঁৰ গঞাই চাবে চাবে, ছেৱে ছেৱে, তালে তালে হালি-জালি নাচে। ৰূপোৱালী জোনোৱালী ৰহণ সানি যেন একোটা একোটা ৰূপোৱালী মূৰতিহে,—জীৱন্ত। উলাহৰ সুৰতি বিলাহৰ মৌ বোৱায়। সেই বিলাহ ওপৰ-চকুৱাৰ নিজৰি নহয়,—অন্তৰৰ ফল্গু।......

ভাগৱত জিৰণি। কোনোৰা দিগ্বিজয়ীৰ দুৰ্দান্ত দিগ্বিজয়ৰ পিছত যেন বিশ্ৰম বিলাস।..........

পিছদিনাই খাই বৈ দুয়ো ওলাওঁ,—সৰ্বহাৰাৰ মুক্তিকামী, বিপ্লৱ-পথৰ যাত্ৰী। বিদায় পৰত ৰাইজৰ তেজী হেপাহ শেতা পৰে।

এয়েই ৰাইজৰ মৰম চেনেহৰ পহিলা চিনাকি। এফালে ৰাইজ আনফালে চৰকাৰ। চৰকাৰে স্তুতি স্তুতি মোক বিচাৰি ফুৰে চৰকাৰৰ বিৰোধী বুলি ;—ৰাইজৰ বুকুৰ ফালে হিয়াৰ ৰঙা আমঠু বুলি ৰাইজে বিচাৰে মোক ৰইখা কৰিবলৈ। আজিৰ সমাজত কিবা যেন কেৰোণ কেৰোণ লাগে। ৰাইজৰ চৰকাৰৰ লগত ৰাইজৰ অমিল কিয় ?...................

চৰকাৰে ভাবে,—মই হেনো চৰকাৰৰ 'শতুৰ্' ; ৰাইজে ভাবে,—মই হেনো ৰাইজৰ 'মিতুৰ'। ৰাইজৰ লগত চৰকাৰৰ মিল নাই ;—তেনেই অমিল। এইবোৰ গুণি, গুথি, পিটিকি ফহিয়াই ফহিয়াই চাওঁ,........দেখো আৰু চিন্তো,—চৰকাৰ ৰাইজৰ মিতা নে চকুৰ কুটা ?......

দুয়ো গৈ থাকোঁ। গাঁৱে গাঁৱে, ভুঁয়ে ভুঁয়ে, আলিয়ে আলিয়ে, পথাৰে পথাৰে গৈ গৈ শেহত গোঁহাই কমল আলি। তাৰ পিছত ৰঙাফালি,—আৱেলি বৰমা, সন্ধিয়া মহখুলি, শেহত নিশা দীঘেলী।

দীঘেলী। ওখ মনৰ দীঘল মনুৱা এই দীঘেলীৰ ৰাইজ। ভাবে ভঙ্গীয়ে এওঁলোক এটা গোট। দুৰ্গম দুৰ্গত এয়ে মোৰ কঠোৰ সাধনাৰ কঠিন খল। মনে মনে এই থলকে বাছি লওঁ।

চাৰি মাহ। নিবিড় সম্বন্ধ হয় ৰাইজৰ লগত।

সাধনাৰ পুতল আগুৱায়।.........

মুক্তি যজ্ঞৰ সাগ্নিক যাজ্ঞিক ;—বিপ্লৱ-পথৰ নিৰ্ভীক সৈনিক ;—সেয়ে হবৰ সাধনা।

চকুৰ আগত সিদ্ধিদাতা গণ-পতি গণেশৰ মূৰতি জাগি উঠে, জিলিকি উঠে।

গণপতি গণেশ। মানৱ-সমাজত গণ-পতি আন একোৱেই নহয়,—স্বয়ং জনগণ আৰু সেই জনগণে গণপতি। গতিকে গণেশ,—কাৰণ স্বয়ং জনগণেই ঈশ বা ঈশৰ ;—গণেশ, গণেশ্বৰ। তেওঁৰ অথবা একতাবদ্ধ জনতাৰ সিদ্ধি সৰ্ব্বত্ৰ। সেই কাৰণে তেওঁ সিদ্ধিদাতা সিদ্ধেশ্বৰ। এই সিদ্ধিদাতা এগুটীয়া ৰাইজেই সমাজৰ মহাৰ্ঘ প্ৰগতিৰ অব্যৰ্থ বাহন। এই গণেশ যেই সেই গণেশ নহয়, এদঁতীয়া গণেশ,—একতা ডোলেৰে গুথা এগুটীয়া গণেশ,—গণ-দেৱতা।

এগুটীয়া ৰাইজৰ শকতি অলৌকিক। ৰুছিয়া চীনৰ ঐতিহাসিক বিপ্লৱেই ইয়াৰ সাক্ষী। অমানুষিক প্ৰতিক্ৰিয়াশীল নিস্পেষণতো ইয়াৰ মৰণ নাই।........

সমাজ-তান্ত্ৰিক বিপ্লৱৰ ঘোষণা ভাৰতৰ চাৰিওফালে বিয়পি পৰে। 'বিপ্লৱী কমিউনিষ্ট পাৰ্টি'ৰ নেতৃত্বত সমাজ-তান্ত্ৰিক-বিপ্লৱৰ জঙ্গী-আন্দোলন চলে। কলিকতাত দমদম্ বসিৰহাটৰ পৰা আৰম্ভ কৰি অসমতো এটা বিৰাট আন্দোলন ৰূপ লয়। শিৱসাগৰ, কামৰূপ এই দুখন জিলাত এই ৰূপ চূড়ান্ত হয়। মঙ্গলদৈৰ বজ্ৰাখাট আৰু ভকতপাৰাতো।

প্ৰতিক্ৰিয়াশীল চৰকাৰী পুলিচী জুলুম অবাধে চলে। তাৰ বাবে ৰাইজ আতঙ্কিত নহয়, শঙ্কিত বৈপ্লৱিক নিস্ফলতাৰ আশঙ্কাত আৰু কমৰেড সকলৰ ধৰা পৰাৰ ভয়ত।

ৰাইজৰ বিশাল সাগৰ অসীম,—অপাৰ।

ৰাইজৰ চেনেহৰ মৰমৰ অসীম অপাৰ বিশাল সাগৰত আমি মাছ হৈ ঢেল ওপঙাদি সাঁতুৰি সাঁতুৰি খেলো, মেলো, ওমলো। সাগৰত কিবা মলিৰে মলিনতা দেখিলে তাক মাছৰ দৰে চিকুনাই নিকা কৰোঁ। অথবা তাকে কৰিবলৈ যতন লওঁ।

ওপৰত মাছলুকা উৰে জাকে জাকে, ঠাপ মাৰি নিব খোজে। দেখা পাওঁ। আমি হেন মাছৰ দলে ৰাইজৰ মৰম-চেনেহ ভৰা হিয়া-সাগৰৰ গভীৰ তলত ডুব দিওঁ। মাছলুকাৰ জাকে আমাক নাপাই ভাগৰি পৰে। উৰি গুচি যায়। আকৌ আমি হেলা-ৰঙে পানীত খেল মেলি ওমলো ৰঙেৰে উলাহেৰে। মাছলুকাৰ জাক যেন পুলিচ-মিলিটাৰী-চোৰাংচোৱাৰ দল।.............

ৰাইজৰ মৰম-চেনেহেই আমাৰ ৰক্ষা-কবচ, ৰাইজৰ আশিসেই আমাৰ পাশুপাত-অস্ত্ৰ। এই ৰক্ষা-কবচ আৰু পাশুপাত-অস্ত্ৰৰ বলতেই আমি সুস্থ, বলিষ্ঠ, নিৰ্ভীক সৈনিক।

প্ৰগতিৰ শত্ৰু প্ৰতিক্ৰিয়া। প্ৰতিক্ৰিয়াই সৃষ্টিৰ অগ্ৰসৰণত বাধা ;—সৃজনৰ আগ-বুলনিত বিঘিনি। সৃষ্টিৰ প্ৰগতিৰ সোঁতক বান্ধ দিবৰ শকতি কাৰো নাই,—স্বয়ং বিধাতাৰো।

কালৰ ৰথৰ চকা সদায় আগুৱাই যায়, পিছুৱাই নাহে। কোনোবাই হেণ্ডাৰ দিবলৈ আহিলে, কালৰ ৰথৰ চকাই তাক চেপি, হেঁচি, পিহি সমান কৰি যায়।

মাকৰ গৰ্ভত কেঁচুৱা থাকে, দহ-মাহ-দহ দিনৰ পিছত কেঁচুৱাৰ জন্ম হয়। কাৰো সাধ্য নাই সেই জনম ৰুধিবলৈ,—স্বয়ং বিধাতাৰো শকতি নাই। বাধা দিবলৈ গলে, হয় কেঁচুৱা মৰিব নাইবা মাক মৰিব অথবা দুয়ো মৰণৰ গৰাহত পৰিব।..........

কালৰ ৰথৰ চকাৰ আগুৱান্ গতিৰ লগে লগে প্ৰগতিৰ বাহন সমজুৱা ৰাজহুৱা জনতাইও লৰে, ধাপৰে, আগবাঢ়ে। সেই প্ৰগতিক বাধা দিবলৈ কোনোবা প্ৰতিক্ৰিয়াশীল শকতি হেণ্ডাৰ হৈ আগুৱালে কালৰ ৰথৰ চকাইও তাক চেপিবলৈ, হেঁচিবলৈ, পিহিবলৈ আগবাঢ়ে। ইতিহাসত ইয়াৰ বহুতো উদাহৰণ আছে। ই দ্বন্দ্ববাদৰ বৈজ্ঞানিক তত্ত্বৰ কথা।......ক'লৈ গ'ল জাপান, ইটালী আৰু জাৰ্ম্মানৰ উদ্ধত দুৰ্দ্দান্ত শক্তি ; আৰু কেনেকৈ জনম লভিলে চীন, ৰুচী, ভিয়েটমিন্, উত্তৰ কোৰিয়া আৰু ইউৰোপৰ নয়া-গণতান্ত্ৰিক দেশ-

বোৰৰ প্ৰগতিশীল ক্লিষ্ট, পিষ্ট জনতাৰ জয়-জয়কাৰ অগ্ৰগতি আৰু বিজয়-গৌৰৱত গৰীয়ান্ দুৰ্ব্বাৰ অফুৰন্ত বীৰ্য্য-শৌৰ্য্য। বুৰঞ্জী-ইতিহাসত এনে উদাহৰণ আজিও ঘলমল্-পটপট্। ই যে সৃষ্টিৰ বিধান,—কালৰ সংবিধান, ইতিহাসৰ ধাৰা।.........

এন্ধাৰ, ঘোৰ এন্ধাৰ। আঁউসীৰ এন্ধাৰে ছাটি ধৰে। সেই এন্ধাৰ অজ্ঞানতাৰ তিমিৰ-অন্ধকাৰ।

"ক'ত মুকুতি ?—ক'ত মুকুতি ??—মুকুতিৰ বাট ক'তা ??? মুকুতিৰ বাট ক'তা ????" চিঞৰি চিঞৰি ৰাইজে হাবাথুৰি খাই মুকুতিৰ বাট বিচাৰি বিচাৰি সেই এন্ধাৰত খেপিয়াই ফুৰে। বাট নাপায়। সেই চিঞৰ মুখৰ নহয়,—অন্তৰৰ। শুনোতাই বুজে, বুজোঁতাই শুনে।

মুকুতিৰ হেঁপাহত কোনোবাই বেলেগ ধৰ্ম্ম লয়, কোনোবাই ভিন্ ৰাজনৈতিক দলত সোমায়, কোনোবাই সেই হাবিলাসত ঔধাই-মুধাই ঘূৰে, ঠেলা-হেঁচাত উশাহ নাপাই মৰে; কতই আপোন-ঘাতী, স্বজনবধী হয়; মুকুতি আৰু নাপায়। সেই একেই অসুখ, একেই অশান্তি, একেই অকল্যাণ। জীৱন বিষত বিষময় হৈ উঠে।.... .......

এটা চাকি।......তাৰ পোহৰ। সেই পোহৰেই দেখুৱাই দিয়ে বাট। খেপিয়াই ফুৰিব নালাগে। আঁউসীৰ ঘোপমৰা এন্ধাৰ গুচি যায়।

........আদৰ্শৰ চাকি। কমিউনিজম্ৰ পোহৰ,—ৰাইজৰ অন্তৰৰ অজ্ঞানতাৰ তিমিৰ-অন্ধকাৰ আঁতৰাই দিয়ে। পোহৰত মুকুতিৰ বাট মুকলি হয়;—বিপ্লৱৰ বাট। আমি জ্বলাওঁ সেই আৰিকাঠিৰ জুই-জুমুঠি। সেই বাট, সেই পৰ্টি, সেই পথেদি আগুৱাই যাবলৈ মন যায় জনতাৰ।

সেই পথ কণ্টকময়, সেই বাট-পৰ্টি কাঁইটীয়া। ঘাত-প্ৰতিঘাত আছেই। চেতনা লাগে, প্ৰেৰণা জাগে, বৈপ্লৱিক পথেদি যাবলৈ সংঘাতৰ শ্ৰেণী, সংঘাত প্ৰস্তুতিৰ প্ৰয়োজন হয়। তেনে প্ৰস্তুতিৰ বাধা বিঘিনি ওপজে।

মুক্তি-ফৌজ, নাৰী-মুক্তি-সংঘ, কৃষক-বনুৱা-পঞ্চায়তৰ অগণন সংগঠন অবিৰামভাবে চলে। গাৱেঁ-পতি নিতৌ দুঘণ্টা তিনি ঘণ্টা বকোঁ;—বুজাওঁ,—বৰাওঁ।

ভাগৰ নাই, জিৰণ নাই।—একেৰাহে খাটোঁ।......

এই চাৰি আঙুলীয়া কপালত, ৰেল নাই, জাহাজ নাই, মোটৰ নাই, এৰোপ্লেন নাই। কেৱল ভৰি আৰু ভৰি। খোজকাঢ়ি ফুৰোঁ। ব'দ নাই, বৰষুণ নাই;—দিন নাই, নিশা নাই।

অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে ফুৰোঁ, ঘূৰোঁ, টহলোঁ। পুবে বৰ্মা-সীমান্ত, পচিমে নেপালৰ পূৰ্ব্বান্ত; আন কি তিব্বতৰ সীমান্তলৈকে যাওঁ। কিমান ধৰণৰ মানুহৰে সৈতে যে নিবিড় সম্পৰ্ক হয়, মই জানো;—আবৰ, খামতি, ফাকিয়াল, চুটীয়া, আহোম, ৰাভা, কছাৰী, লালুং, মিকিৰ, গাৰো, ডিমাছা, কোচ, কলিতা, বামুণ, গোসাঁই, গৰীয়া, মৰীয়া, লেপ্চা, ভুটীয়া, নেপালী আৰু যে কিমান।—বৰণ বেলেগ, জাতি বেলেগ, ধৰ্ম্ম বেলেগ;—কিন্তু স্বাৰ্থ একেই। মুণ্ডা, উড়িয়া, কুৰ্মী, চাওঁতাল আদি আদিবাসী সকলবো হালোৱা, হজুৱা, বনুৱা আৰু তল-মজলীয়া খলপৰ দুখীয়া ৰাইজৰ ভিতৰত বিৰিঙি উঠা দুখ-দুৰ্গতিৰ কোনো বিভিন্নতা নাই।.....সেই একেই অৰ্থনৈতিক হেঁচা।

অথচ চৰকাৰৰ সিপিনে কোনো দৃষ্টি নাই, ভ্ৰূক্ষেপ নাই। কিয় ?..............

দ্বাপৰ-যুগৰ ধৃতৰাষ্ট্ৰ কেৱল অন্ধহে আছিল, কিন্তু কলি যুগৰ ধৃত-ৰাষ্ট্ৰ অন্ধও,—কলাও।

দুষ্ট প্ৰকৃতিৰ পুতেক দুজন, দুৰ্যোধন আৰু দুঃশাসন, দুয়ো মিলি কিমান যে ৰাইজৰ ওপৰত পাশবিক দলন, পীড়ন, উৎপীড়ন, অত্যাচাৰ কৰি ফুৰে, ধৃতৰাষ্ট্ৰই জানো দেখে ?—নেদেখে। সেয়েহে সি অন্ধ।........ ৰাইজৰ কৰুণ আলৈ-আথানি হোৱা বুকুভগা, হিয়াছিগা দৃশ্য সি নেদেখে। সেই দলন, পীড়ন, উৎপীড়নৰ ফলত জৰ্জ্জৰিত হোৱা ক্লিষ্ট, পিষ্ট, দলিত দুখীয়া ৰাইজৰ ইননি-বিননি, হা-হুমুনিয়াহ সি জানো শুনে ?—নুশুনে। কাৰণ সি কলাও। ধৃতৰাষ্ট্ৰৰ এই অন্ধতা

আৰু বধিৰতাৰ সুযোগ লৈ সেই দুৰ্যোধন, সেই পুঁজি-পতি কুবেৰহঁত, যিবিলাকে নিজৰ পুঁজিৰ মুনাফাৰ কাৰণে কুভাৰেৰে শ্ৰমজীৱী ৰাইজৰ মাজত যুঁজ-বাগৰ লগায় ; সেই দুঃশাসন সেই ধনপতি ধনীৰ দালালহঁত,- যিবিলাকে ধনিক শ্ৰেণীৰ স্বাৰ্থ-পূৰণৰ বাবে অবাধে শোষণ চলাবলৈ বেয়া শাসন কৰে ;—ইয়াৰ জানো কোনো প্ৰতিকাৰ নহব ? ৰাইজৰ পৰা পাঁচ পাণ্ডৱ ওলাই তেনে দুৰ্যোধনৰ জানো উৰু নাভাঙিব,—দুঃশাসনৰ বুকু ফালি ৰক্ত পান নকৰিব ?........

আজিও মহৰম্ মাহ শেষ হোৱা নাই, আজিও কাফেৰ এজিদ্হঁতে দুখীয়া হাচান্-হুচেনৰ ওপৰত জুলুম চলায়েই আছে ;—ফোৰাত্-নৈৰ পাৰত কাৰ্বালাৰ সৃষ্টি কৰিয়েই আছে। কেয়ামতৰ দিন জানো নাহিব ? —আহিব,—আহিব ধৰিছে সেই মহা-বিচাৰৰ দিন।

দুখীয়া হাওবীয়াৰ ঘৰৰ 'মাইদাংশ্ৰী' লখিমীক সেই নিঠুৰ চাওদাং-ৰাইকহঁতে ৰজাৰ চকুৰ আগতে হেলাৰঙে হাঁহিমুখে চুৰ কৰি নিব, আৰু তাকে ৰাইজে তবধ মানি ভেবেকা লাগি চাই থাকিব জানো ? 'মাওবীয়া' গ্ৰীন্ জহ্লাওৰ দৰে বীৰ বেশত সাজি-কাচি ওলাই চাওদাং ৰাইকহঁতক মাৰি 'মাইদাংশ্ৰী'ৰ নিচিনা আই গোসাঁনী লখিমীক উধাৰ কৰিবলৈ 'মাওবীয়া' ৰাইজ নোলাব জানো ?

জনক-ঋষিৰ দৰে খেতিয়কসকলে ৰ'দক ৰ'দ নুবুলি চোকা ৰ'দত দহি-জহি পুৰি, বৰষুণক বৰষুণ নুবুলি তেনে বৰষুণত তিতি-ভিজি বুৰি ভব-বাৰিষা হাল বায়, খামোৰে, মৈয়ায়, কোৰেৰে চপৰা তুলি আলি দিয়ে,—বোৱনীসকলে তেনেকৈয়ে ৰ'দত বৰষুণত হাড়ক মাটি কৰি তেজক পানী কৰি ভুঁই বোৱে। কেঁচাপতীয়া সেউজ-বুলীয়া ধাননি পথাৰ কাতি-আঘোণত সোণোৱালী ৰহণ সানি দিপ্লিপ্ হৈ উঠে। দাউনীসকলে হাতত কাঁচি লৈ ধান দায়, গঞাই সাউৰি মাতি ডাঙৰিয়ে ডাঙৰিয়ে ধান চপায়, চোতালত মৰণা মাৰে। সেই সোণ-চেকুৰা গুটিধান ভঁৰালত নোসোমাওঁতে জমিদাৰ-মহাজনহঁতৰ ডুলিত সোমায়। তেওঁলোকে গোটেই বছৰ এসাজ খায়, এসাজ নাখায়,—ছমাহে ভোকে-লঘোণে থাকে।

জনক-ঋষিৰ নাঙলৰ ফালত সীতা-লখিমী ওলায় হয়,—কিন্তু সেই লখিমীক ৰাৱণে আহি হৰণ কৰি নিয়ে।.........

ৰাম ক'ত, লক্ষ্মণ ক'ত ?........হায়-হাহাকাৰ উঠে। হা-হুমুনিয়াহৰ বা-মাৰলি বয়। সীতা-উধাৰৰ আলচ চলে।...........

এই ধৰণী ক্ৰন্দসী-ৰোদসীৰে পৰিপূৰ্ণ হয়।......

সমস্যাৰ পিছত সমস্যা আছে। ইটো সমস্যা সমাধান কৰিবলৈ গলে,—দহোটা সমস্যা বেঢ়িকুঢ়ি আগচি আছে। সমস্যাৰ সীমা নাই,—সীমাহীন ; নাই অন্ত,—অনন্ত।

এদৰা আহল-বহল উলুৱনি। উভালি উভালি আগুৰাই গলে পাছে পাছে আকৌ গজালি মেলে। মুকলি নহয়। কাঁচিৰে কাটি ৰেপি গলেও শেষ নহয় ; দুনাই গজালি মেলি উলুৱনি ভৰপূৰ হৈয়েই থাকে। চাফ্-চিকণৰ দিহানো কি ? এটি ফিৰিঙতি, কেৱল এটি অগ্নি স্ফুলিঙ্গ।........শুকান খৰালি বতৰ। ফাগুন-চ'ত মাহ। এটি ফিৰিঙতিয়ে দাবানল সৃষ্টি কৰে। ফাগুন-চ'তৰ বতাহে হাত-উজান দিয়ে। উলুৱনি চাফ্চিকণ মুকলি হৈ পৰে। তাত খেতি কৰা, হাল বোৱা ;—যি মন যায়, চহ কৰা। সেয়া শুৱনি বাৰী, নাইবা ধুনীয়া পথাৰ হৈ পৰে ; জীৱিকাৰ উপাদান।

দুনিয়াৰ মানব সমাজত আজি সমস্যাৰ উলুৱনি। গাই গুটীয়াকৈ চাফ্ কৰিব নোৱাৰি। এটা গুচালে দহোটা ওলায়। ৰাজহুৱাকৈও নোৱাৰি। আইনৰ কাঁচিৰে কাটিলে পাছে পাছে আৰু বেছিকৈয়েহে গজালি মেলি ওলায়।—সমস্যাৰ আৰু সমাধান নহয়। উলুৱনিৰ নিচিনাকৈ সমস্যা বাঢ়িহে যায়। শেষ নহয়।......সমস্যাৰ উলুৱনি চিকুণাই চাফ্ কৰিবলৈ হলে লাগে মাথোঁ এটি ফিৰিঙতি—বিপ্লৱৰ ফিৰিঙতি। সেই বৈপ্লৱিক ফিৰিঙতিয়ে সমস্যাৰ উলুৱনি পুৰি ছাই কৰি যায়। সেই মুকলি পথাৰত চহ কৰি নতুন দুনিয়াৰ ন-মনৰ ন-মনুৱা ন-ৰণৰ ন-ৰণুৱা ৰাইজে

ন-উদ্যাহে:ৰ ন-বিধান গিঁচে ;—হয়, নয়া-গণতান্ত্ৰিক নহয়, সমাজ-তান্ত্ৰিক বিপ্লৱৰ সঁচ ।..........

মৰতত স্বৰগ ৰচক ।.......ৰাইজ্ঞা ৰজা জাতিয়েই গঙ্গাৰ পবিত্ৰ সোঁত নামি ৰ'ক ।........শান্তিৰ নিজৰা লুইতৰ ঢল এক হওক । এক হৈ প্ৰশান্ত সাগৰ হৈ শান্তিৰ ঢউৰ মালিকা গুথি বিয়পি পৰক ।

.........দেখোঁ —নৈখনত বিহ-পানী বৈয়েই আছে । ইটো ঘাটত অমৃতৰ পানী সিঁচিলে তাৰ ৰাইজে কেদিন-মানহে অমৃতৰ পানী পি হিয়া জুৰ পেলাই শাঁত কৰে । আকৌ বিহ-পানী বয় । সেই নৈখনত চিৰকাল অমৃতৰ পানী বোওৱাব দিহা নো কি ? নৈখনৰ গুৰি যিটো ভুমুক্ তাৰ বিহ-কুণ্ডটোকে ওফৰাই পেলাই দিয়া— তাত অমৃতৰ কুণ্ড বহুৱাই দিয়া । সেই নৈখনত চিৰদিন চিৰকাল অমৃতৰ পানী বৈ থাকিব । তেহে তেনে নৈবোৰে বৈ বৈ অশান্ত সাগৰ প্ৰশান্ত অমৃতময় সাগৰ কৰি তুলিব ।

আজিৰ সমাজত অশান্তি ;—কাৰণ সেই তেজ পিয়াহঁতৰ হাতত শকতি ক্ষমতা । ৰাইজ যেতিয়া বিদ্ৰোহী হয়, তেতিয়া কিছু সান্ত্বনা দিবলৈ সিহঁতে ৰাইজক কিঞ্চিৎ শান্তি দিয়ে । সেই শান্তি চিৰকলীয়া নহয় । সমাজৰ সেই অশান্তিকাৰী কুণ্ডটোকে, ওফৰাই তাত শান্তিৰ কুণ্ড নবহুৱালে যাউতি-যুগীয়া শান্তি আহে কেনেকৈ ? আজিৰ সমাজত সেই অশান্তিৰ গুৰি ধনতন্ত্ৰবাদকেই ওফৰাই পেলোৱা । তাত ৰাইজৰ ইচ্ছা অনুযায়ী নয়া-গণতন্ত্ৰ নাইবা সমাজ-তন্ত্ৰবেই থাপনা পতা ।......... ..

এইদৰে ৰাইজৰ কত কৰুণ দৃশ্য নিজ চকুৰে দেখোঁ । তেওঁলোকৰ কত সমস্যাই সমাজত আউল লগায়,—কত ঘাত প্ৰতিঘাতে জীৱন বিষময় কৰি তোলে ! সেই একেই অৰ্থনৈতিক মহা সমস্যাই জাতি ধৰ্ম্ম নিৰ্বিশেষে সকলোৰে অন্তৰত থৌকি-বাথৌকি লগায় । কাৰো অন্তৰত সুখ্ নাই, শান্তি নাই, কল্যাণ নাই, মঙ্গল নাই । আজি এই কুৰি শতিকাৰ মাজ-ছোৱাত মানৱ সভ্যতাৰ চৰম সীমাত ; অথচ ৰাইজ আজিও সেই আদিম যুগত, নৰক-কুণ্ডত । ই বিধাতাৰ বন্ধন নে, সমাজ ব্যৱস্থাৰ কেৰোণ ?..........

তথাপি নিজৰ নিজৰ কৃষ্টি, সংস্কৃতি, সভ্যতা আনকি ধৰ্ম্মকো কোনো জাতিয়ে, কোনো বৰ্ণই এৰিব পৰা নাই । নিঠুৰ কালেও তেওঁলোকৰ সেই মূল্যবান জীৱনৰ সাৰ ধ্বংস কৰিব পৰা নাই ।

......মোৰ অজ্ঞাতবাস জীৱনত বিৰাট পৰ্ব্ব সৃষ্টি কৰি, বিৰাট শকতিৰ সাধন কৰোঁ । সেই শকতি ৰাইজৰ ৰাজহুৱা শকতি,—যি শকতিয়ে বিধাতাকো টলাব পাৰে ।.........তদুপৰি মোৰ শিল্প-সাধনা আছেই । অজ্ঞাতবাসত মোৰ শিল্পী জীৱনত—এটি অজ্ঞাত অধ্যায় অৰ্জন কৰোঁ, যাক অধ্যয়ন নকৰিলে মোৰ শিল্পী জীৱন অপূৰ্ণ থাকিলহেঁতেন ।..........

জনতা অফুৰন্ত কলা-শিল্পৰ ভঁৰাল ।..........

সেই জনতা,—সেই ৰাইজৰ সান্নিধ্য লভি, তেওঁ-লোকৰ হিয়াৰ এফাল বুকুৰ জীউ, কলিজাৰ আমঠু হৈ,-তেওঁলোকৰ চেনেহৰ মৰমৰ হিয়া সাগৰত বুৰ মাৰি মই এই শিল্প-সৰস্বতীক লাভ কৰিছোঁ ।........আজি মোৰ সাৰস্বত আত্মাই সৰস্বতী-বোৱঁতী সুঁতিক বোৱাব খোজে । ই মোৰ নিজৰ গৌৰৱ নহয় । ৰাইজৰ অন্তৰ-ফুলনিৰ ফুলে ফুলে উৰি পৰি পৰি মৌগুটি ভোমোৰাৰ দৰে ৰস শুহি শুহি মই মোৰ হৃদয়ত মৌ-কোঁহ ৰচনা কৰোঁ । সেই ৰাইজৰে মৌ মই ৰাইজক বিলাওঁ । সি মোৰ কোনো নিজস্ব নহয় ।........শিল্পীৰ ই ধৰ্ম্ম । মই সেই ধৰ্ম্মহে পালন কৰোঁ ।

ৰাইজৰ লগত যে মোৰ এই ঘনিষ্ঠ সম্পৰ্ক,— নিবিড় সম্বন্ধ....তেওঁলোকৰ জীৱনৰ কথা যদি মই নেলেখোঁ বা প্ৰকাশ নকৰোঁ, তেন্তে সি মোৰ মহাপাপ হব । সেই কাৰণে কিছু কিছু গল্প, কবিতা, নাটক, উপন্যাস লিখিছোঁ । পুলিচ-মিলিটাৰীৰ কমিউনিষ্ট বিৰোধী অভিযানে মোৰ বহুতো ৰচনা, বহুতো সৃজনা নাশ কৰিলে,—আনকি বহুতো গৱেষণাৰ সৰ্বনাশো সাধিলে । হয়তো সেইবোৰে আজিৰ অসমীয়া-সাহিত্যৰ দীপাৱলীত, বন্তি এগছিৰ শিখা নহলেও,—ধোঁৱা হৈও অলপ জেউতি

চলালেহেঁতেন। সেই গৱেষণামূলক তথ্যবোৰে আজি হয়তো বিজ্ঞান-জগতত আন আভাস নিদিলেও কিঞ্চিৎ ইঙ্গিত নিশ্চয় দিলেহেঁতেন। সংগ্ৰহৰ পুঁজিৰ বহুতো আই বসুমতীৰ কোলাৰ সমাধিত মাৰ গ'ল,—জাহ গ'ল।—নহলে, ভৱিষ্যতৰ নতুন অসমৰ সুন্দৰ দেউলত এচটা মূৰতি দান দিব পাৰিলেহেঁতেন।....দুৰ্ভাগ্য।....

প্ৰায় দহ হেজাৰ মাইল ভ্ৰমণ কৰি যি অভিজ্ঞতা আৰ্জিলোঁ,—ৰাইজৰ যি কৰুণ দৃশ্য দেখিলোঁ,—তাৰে কিছুমান সৰলচিতীয়া হোজা গাৱঁলীয়া হালোৱা, হজুৱা, দুখীয়া ৰাইজৰ কাৰণে সহজ, সৰল ভাষাত লিখিছিলোঁ।

'বাণী-প্ৰকাশ-মন্দিৰ'ৰ গৰাকীৰ অনুৰোধত তাৰে কিছু গল্প কিতাপ-আকাৰত প্ৰকাশ কৰিবলৈ তেওঁলোকৰ হাতত যতনেৰে দিওঁ। তেওঁলোকে নিশ্চয় মৰমৰ বোলেৰে চেনেহৰ ৰহণেৰে পুথিখন ৰমকজমককৈ ছপাই উলিয়াব।....এই গল্পবোৰ ওখ ধৰণৰ কৰা নাই। যাতে জনসাধাৰণে সহজে বুজিব পাৰে,—মনত গুঁথি লব পাৰে, সেই ধৰণৰ গল্পহে এইবোৰ।..

অজ্ঞাতবাসত থাকোতে 'জেক্ বেলডুইন'ৰ China shakes the world',—"চীনে জগতখন জোঁকাৰি কঁপায়" নামৰ ইংৰাজী পুথিখনৰ " The Golden flower ", "সোণপাহি" নামে কাহিনীটো মোৰ বনবাসিনী সহধৰ্মিনী কম্‌ৰেড্ কনকলতা বাভাৰ অন্তৰত ৰৰ লাগে। তেখেতৰ অনুৰোধত তেখেতৰ মনৰ জোখাই "সোণপাহি"—কাহিনীটো গল্প-আকাৰত লিখা হয়।....এই গল্প-ৰচনাত তেখেতৰো দান আছে।.. "হিয়াৰ পুং"—গল্পটো পোনপোনতে "ফুংখা', নাম দি উত্তৰ গুৱালপাৰাৰ 'ছেৱাৰী' নামেৰে এগৰাকী হোজা বড়ো-কছাৰী মহিলাৰ জীৱন কেন্দ্ৰ কৰি বড়ো-কছাৰী ভাষাত লিখা হয়। তেখেতৰ জীৱনীও কম্‌ৰেড্ কনকলতাৰ পৰাণত আঘাত লাগে। কম্‌ৰেড্ কনকলতাৰ সৌজন্যত আৰু দুই-এজন বড়ো কম্‌ৰেডৰ অনুৰোধত "ফুংখা" গল্পটো বড়ো ভাষাত ৰচনা কৰা হয়। "হিয়াৰ পুং" সেই 'ফুংকা'ৰে অসমীয়া ভাঙনি।

মোৰ সহধৰ্মিনী কম্‌ৰেড্ কনকলতাৰে সৈতে উনৈশ শ পঞ্চাশ চনৰ জুলাই মাহৰ সোতৰ তাৰিখে পুৱা ফকিৰাগ্ৰামৰ উত্তৰে দোতমাৰ পুবে খিলাগুৰি গাঁওত শ্ৰীপৰমানন্দ ব্ৰহ্মৰ ঘৰত মই পুলিচৰ হাতত ধৰা পৰোঁ।....সি এক কৰুণ দৃশ্য। বিনা মেঘে বজ্ৰাঘাত।.. আমি দুয়ো হতভম্ব।....হতাশাৰ কালিমা গোটেই গাঁওখনত বিয়পি পৰে।....

ওঠৰ তাৰিখৰপৰা দুয়ো ধুবুৰী-জেলত বন্দী।....
বন্দী-জীৱনৰ তিক্ত অভিজ্ঞতাই পাতনি মেলে।....
কয়েদী জীৱনী লিখিবলৈ কাপ হাতত লওঁ।

গৌৰাং বস্তিৱালা চাহ-বাগানৰ বনুৱা। কোনো বিশেষ মাৰাত্মক দোষ নাই—অথচ যাবজ্জীৱন কাৰাবাস। তেওঁৰ জীৱনকে কেন্দ্ৰ কৰি লিখা "কুৰি বছৰ জেইল"।..

হৰেন বিলাসীপাৰা অঞ্চলৰ হোজা চহা গাঁৱলীয়া। তেওঁৰ সৰলতাৰ কাৰণে তেওঁ কাৰা-দণ্ড ভুগে।.... তেওঁক লৈয়েই "মামীৰ হাৰ"।....

এইদৰে আজি আইনৰ কুটিল মেৰপাকত পৰি কিমান নিৰ্দোষীয়ে যে বিনা দোষে কাৰাগাৰৰ নৰক যন্ত্ৰণা ভোগ কৰে? জেলৰ অভ্যন্তৰলৈ নগলে বাহিৰৰপৰা কোনেও গম নাপায়। এই দুটা গল্প "কুৰি বছৰ জেইল" আৰু হৰেন ৰাজবংশীক কেন্দ্ৰ কৰি লিখা "মামীৰ হাৰ" কাৰাগাৰতে ৰচনা কৰা হয়।

"মামীৰ হাৰ" গল্পটো গুৱালপৰীয়া কথিত ভাষাত কোৱা।

এই দুয়োটা গল্পও সহজ সৰল ভাষাত ৰচনা কৰা হৈছে, যাতে জনসাধাৰণে সহজে বুজিব পাৰে।

এই চাৰিটা গল্প উচ্চ শিক্ষিত সম্প্ৰদায়ৰ ( Intelligent ) কাৰণে লিখা হোৱা নাই। তেখেতসকলে ৰৰ ডাঙৰ আশালৈ কিম্বা বিচাৰি পঢ়িলে নিৰাশ হব। হোজা, দুখীয়া ৰাইজৰ দৃষ্টিভঙ্গীৰে পঢ়িলেহে অলপ তৃপ্তি পাব।

শব্দৰ বানানত ঠায়ে ঠায়ে ভুল থাকিব পাৰে। তেওঁলোকে যেন নিজে শুধৰাই লয়, নাইবা দয়ালু প্ৰকাশকক দ্বিতীয় তাঙৰণত শুধৰাই ছপাবলৈ উপদেশ

দিয়ে। কিছুমান বানান মোৰ ইচ্ছাকৃত,—গাঁৱলীয়া ৰাইজৰ মুখত ফুটা।....

এই গল্পবোৰৰ নকল দৰং কলেজৰ তৃতীয় বাৰ্ষিক কলা বিভাগৰ ছাত্ৰ—শ্ৰীমান ৰোহিনীকুমাৰ বৰুৱা আৰু শ্ৰীমান নৰেন্দ্ৰ শৰ্মাই কৰি দিয়াত তেওঁলোকলৈ চিৰকাল মই চেনেহৰ ঋণী হৈ থাকিব লগা হওঁ। 'ফুংখা' বা 'হিয়াৰ পুং' গল্পটো তেজপুৰৰ প্ৰবেশিকা-শিক্ষাৰ্থী শ্ৰীমান অভিৰাম মেচৰ দ্বাৰা লিপিকৃত হয়।

যিসকল কম্‌ৰেড্ আৰু ৰাইজে মোৰ পাঁচ-বছৰীয়া অজ্ঞাতবাস কালত মোৰ নিৰাপত্তাৰ কাৰণে অশেষ লাঞ্ছনা ভুঞ্জিছে আৰু অসীম কষ্ট স্বীকাৰ কৰিছে, এই পুথিৰ পাতনিৰ জৰিয়তে তেওঁলোকলৈ মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰোঁ। তেওঁলোকৰ সাৱধানতাৰ কাৰণেহে মোৰ দুৰ্লভ অভিজ্ঞতাৰ ফলত এই চাৰিটা গল্প প্ৰকাশ কৰা হয়।

সৰ্বশেষত দয়ালু প্ৰকাশকে মোৰ অন্তৰ-ফুলনিৰপৰা 'বাণীপ্ৰকাশ মন্দিৰ'ৰ পূজাৰ্চ্চনাৰ কাৰণে চাৰি পাহ ফুল ছিঙি নিনিলে, মোৰ হিয়া-ফুলনিত সেই চাৰি-পাহ ফুল মৰহি জাহ গ'লহেঁতেন। সেইবাবেও মই প্ৰকাশক-পূজাৰীৰ ওচৰত চিৰঋণী। শান্তিৰ কপৌৰ কুৰুলিৰ লগে লগে মঙ্গল উৰুলি জোকাৰি উঠক।...

....ইনক্লাব্ জিন্দাবাদ।....

চৰ্দ্দাৰ বাহাদুৰ গোপালচন্দ্ৰ ৰোড,
তেজপুৰ।

ৰঙালি বিহু, ১৩৬২ চন — বিষ্ণুপ্ৰসাদ ৰাভা
ইং ১৩ এপ্ৰিল ১৯৫৬

# সোণপাহি

কিন্‌হুৰা। .........

তাইৰ ৰেহ-ৰূপ ধুনীয়া।........গঢ় চকুৰোৱা, সং মখখনিৰে উলাহ-উপচোৱা,—নাকৰ নটিং উপৰমুৱা,— নয়নজুৰি হিয়া আঁকুহি নিয়া। কিচুকিচীয়া কলা চুলিটাৰি কান্ধ-ছোৱাকৈ কটা।........ তাই লাহী পাতলী।..

লিচিয়াচুয়াং।........এখনি সৰু গাওঁ, মাজ-হোপে'ৰ তিনিশ জন মানুহ থকা গাওঁ।

লিচিয়াচুয়াঙৰ পৰা দহ মাইল নিলগত তাইৰ জনম।..........আদিম বৰ্ব্বৰতা, খাদ্যাভাৱৰ দৰিদ্ৰতা, অসুখ-অশান্তিৰ কঠোৰতাই তাইৰ জনম পোৱা ঠাই জুৰি থাকে।

তেতিয়া চৌভিতি জুৰি ৰণৰ সৰঞ্জাম। ঘৰৰ চোতালতো।

........সেই মহাযুঁজ বাগৰি জাপানী অভিযানৰ গাজছোৱা পায়। ভীষণ ভয়াল পাশৱিক অত্যাচাৰ চলে।

পূৰঠীনৌ হয় এগোন, তেও তাইৰ দেহ পূৰ পূৰ, গা ভৰোঁ ভৰোঁ, পুৰঠী হবলৈ মাখোন এটা ত্ৰপ বাকী।......... বয়স পোদ্ধৰ।

লিপাও ;—তাইৰ ককায়েকৰ পঢ়াশলীয়া লগৰীয়া, একে খলপৰ পঢ়ুৱৈ ;—খীণ, দেহা আঁটি, ভৰ-ডেকা ;—বৈ যোৱা চকুজুৰি,—পুৰণি কাঁহৰ দৰে মাত—মোহলগা। ........সোতৰ বছৰ।..........

কিন্‌হুৰা উত্তৰ চীনৰ ভাষা। অসমীয়াত ইয়াৰ মানে সোণপাহি।..........সোণপাহি আৰু লিপাও।........

লিপাওৰ ওঁঠ সৰকি কাঁহৰ দৰে মাত ওলালেই সেই মাতে সোণপাহিৰ হিয়াত ৰজনজনাই যায়।...... শুনিলেই দহোবন কাটি কৰি খৈ তাৰ কাষ চাপে তাই।

এটা কোঠালী। লিপাওয়ে কথা পাতে তাইৰ ককায়েকৰ সৈতে। কাষৰে পাঁজৰে বহি সোণপাহিয়ে লিপাওৰ ফালে ৰ'লাগি চাই চাই তাৰ মিঠা মিঠা মাত গিলে,—হৰিণীৰ দৰে কাণ খিয় কৰি শুনে,—শুনি তাইৰ হিয়া আমঠু কঁপি উঠে।..........

লিপাওয়ে কথা কলে তাৰ চকু জুৰি পাহি দুটি যৌৱন-ভৰা কৌতুহলৰ ভৰত দোঁখাই পৰে ; আঁট খাই থকা দেহা, কথা কোৱাৰ স্পৃহা আৰু ভঙ্গিমাৰ ভৰত হালি পৰে। কোৱাৰ ভঙ্গী ইমান মনোমোহা ইমান মনোৰমা! কিমান কথা!........স্বাধীনতা, গণতন্ত্ৰ,

চীনৰ ভৱিষ্যত—কত কি ........তাই নুশুনা কথা ।...... তাৰ সান্নিধ্যৰ লিপ্সাৰে তাইৰ হিয়া উপচি পৰে ।......

ইমান মহান্ সি ........লিপাওৰ প্ৰতি তাইৰ অন্তৰৰ মনোভাব প্ৰকাশ কৰিবলৈ সোণপাহিৰ আকুল ব্যাকুলতা জাগে । কিন্তু হায় । তেনে সোণালী সুযোগ নিমিলে। কাৰণ ককায়েক সদায় তাৰ লগতে থাকে । মনৰ হেঁপাহ মনতে মাৰ যায় । গতিকে তাই চেলু চাই তাৰ তেনেই কাষতে বহে,—গোপন হাঁহি গুপুতে গুপুতে তালৈ দলিয়ায়,—চকুজুৰি তাৰ পাছে পাছে ঘূৰি ফুৰে ।..

লিপাওয়ে সোণপাহিৰ হিয়াৰ বতৰা আন কিবা বুলি ভুলকৈ লয় । এদিন ককায়েকে কিছু পৰৰ কাৰণে কোঠালীটো এৰি যোৱাত, সি তাইৰ কাষ চাপি সোণপাহিৰ লাৱণী দেহাৰ ওপৰত ঢলি ফুচফুচাই কয়— "তোমাৰ চকুজুৰিৰ পৰা কিছু বুজিছোঁ, সোণ ........ তোমাৰ হিয়াখন চিনিছোঁ ।"........

তাই লাজত তলমূৰ কৰে,—তাইৰ হিয়া উলাহত উগুল্-থুগুল্ হয় ;—সোণপাহিয়ে ইমান বাউলী হৈ উঠে যে তাইৰ মুখৰ মাত ওঁঠতে হেৰায় । তাই নিমাত । তাই পাগলী হৈ যায় তাৰে সৈতে গুপুতে কথা পাতিবলৈ কিন্তু নোৱাৰে । কি ঠাৰ লৈ পাতে ?

উত্তৰ চীনত ছোৱালীয়ে পুৰুষৰ সংস্পৰ্শ নাপায়,— প্ৰেমতকৈ সতীত্বৰ আদৰ তাত বেছি ।......তাত সমাজৰ কঠোৰ শাসন ;—যাৰ ফলত ডেকা-গাভৰুৰ অন্তৰ ৰাজ্যত শুকান মৰুভূমি জুৰি থাকে ।..........

এদিন ।........কোঠালীত লিপাও আৰু তাইৰ ককায়েক । কিছু পৰৰ কাৰণে ককায়েক আঁতৰি যায় । সোণপাহিয়ে লাহেকৈ হালি লিপাওৰ কাণে কাণে ফুচ্ফুচাই কয়,—"কাইলৈ ঘৰত কোনেও নাথাকিব,— সকলো যাব ।—তুমি আহিবা ?"

পিছ দিনা ।........লিপাওয়ে স্কুলৰ পৰা ছুটি লৈ আহে । ন-বজাত সি সোণপাহিহঁতৰ জপনা মুখত । সে সোমাই অহাৰ লগে লগে তাই ৰঙত ৰাংঢালী হয় । ওঁঠত মিচিকীয়া হাঁহি বিৰিঙি উঠে ।..........কোনেও নেদেখাকৈ গম ধৰিব নোৱাৰাকৈ তাই তাক কোঠালীলৈ নি দুৱাৰ জপাই থৈ দিয়ে ।......আশা বহুতো !

তাৰ গুণাৱলী তাই শলাগে । কিছুমান বিষয়ে গুপুতে কথা পাতিবলৈ তাই তাক মাতি আনে । লিপাওয়ে ভুল বুজি সি তাইৰে সৈতে প্ৰেমৰ খেল খেলিবলৈ খোজে । পোনতে চঁক্ খাই—ভুকি আৰু শেহত আতঙ্কত শিয়ৰি তাই তাক খঙত জ্বলিপকি বকে, গালি শপনি পাৰে, গুচি যাবলৈ কয় । "যাও"— বুলি সি খিয় দিয়ে ।........সোণপাহিৰ অন্তৰত ধুমুহাই তাইৰ কোমল হিয়া মোহাৰি পেলাব খোজে ।........

তাই নোৱাৰে ।........আবেগত, বেজাৰত, হতাশাত তাই লিপাওৰ ভৰিত পৰে,—দুবাহুৰে তাৰ আঠুদুটা আকোঁৱালি ধৰে, তাইৰে সৈতে প্ৰেম নকৰিবলৈ তাই তাক কাকুতি-মিনতি কৰি জনায় । কি হব ?...... তাইৰে সৈতে এজনৰ যে বিয়াৰ যো-জা ঠিক ।........ তথাপি তাই কয়,—"তুমি মোৰ বন্ধু হৈয়ে থাকিবা ককাইদেউ,—প্ৰেমিক হিচাপে নহয় ।"........নিৰুপায় লিপাও ৰাজী হয়, গুচি যায় ।—তাই মজিয়াত পৰি থাকে । সোণপাহি মৰহি লেৰেলি যায় ।......সহায়হীনা তাই ।........সবলা, অবলা ।

ৰোমাঞ্চৰ সোঁত শিশুসুলভ হলেও বৈ থাকে ।...... ওপৰত চীনৰ সামাজিক বিধানৰ কঠোৰ শাসনৰ গৰ- জনি, ঢেৰেকনি । কামি-হাৰৰ তলিত কঁপনি ।......

সদায় নিশা,—গুপুতে গোপনে দেখা ।......এটা কোঠালীত যেতিয়া তাইৰ মাক-বাপেক আৰু তিনিজন ভায়েক ককায়েক ঘুমটিত লালকাল ;—তেতিয়া সোণ- পাহিয়ে উঠি হাতত সাৰে ভৰিত সাৰে মনে মনে গোপনে ঘৰৰ দুৱাৰ মেলি বাজ হৈ জপনামুখৰ জপনা লাহেকৈ মেলি দিয়ে ।......খুট্ ........এটি মাথো শব্দ । এটা ছাঁ-মূৰতি সোণপাহিৰ ঘৰৰ ফালে বগাই যায় । লিপাওৰ ছাঁয়া । ভিতৰত লিপাও আৰু সোণাপাহি ।

দিন যায়,—মাহ যায় ।........প্ৰেমে গজালি মেলে ।

এদিন ধেমালি ; লগৰ লগৰীয়া ছোৱালীহঁতে সৈতে ধেমালি । ফুলৰ জোতা সজাত সকলো ব্যস্ত । গাৱঁৰ লগৰীয়াহঁতে সোণপাহিক ধেমালিৰ ছলেৰে কয়,—"হেৰা কেনে ধৰণৰ পুৰুষক তুমি বিয়া কৰি

ঘৰ কৰিব খোজা ?” সোণপাহিৰ গাল দুখন সুমথিৰা টেঙাৰ দৰে ৰঙা হয়,—তাই কয়,—“কিয় ?—আমাৰ সেই লিপাওৰ দৰে ?.....কেনে ধুনীয়া—” তাইৰ গালত ৰং চৰে।........

ঠাট্টা মস্কৰাৰ উজাৰ উঠে। তাইৰ হিয়া আমঠু কঁপি উঠে, জানোচা তাইৰ হিয়াৰ গোপন কথা ওলাই পৰে। তাইৰ কান্ধ দুটা জোঁকাৰ খায় ভয়ত।...... সাংসাৰিক জ্ঞানত জ্ঞানৱতীৰ দৰে তাই কয়,—“নহয় ভাই এইবোৰ কৈ কি লাভ ? যেতিয়া আমাৰ বাছনিত আমাৰ নিজ হাত নাই, তাত উপায় কি ?”

তাইৰ লগৰীয়াহঁতে হুমুনিয়াহ কাঢ়ি কয়,—“ঠিক কৈছা ভাই। এইবোৰ আলোচনা মূৰ্খামিৰ বাহিৰে আৰু কিনো ? আমাৰ আই-বোপায়েহে এইবোৰক ঠিক কৰে। ভালেই হওক বা বেয়াই হওক এজন কুৎসিত পৈৰ লগত আমি যেতিয়া ঘৰ কৰিবই লাগিব।.... তেনেহলে এনে আলচ কেলৈ ?”....বহুত আলোচনা চলে।

ইংলণ্ড, ফ্ৰান্স নাইবা আমেৰিকাত জনম হোৱা-হেতেন ?........সিহঁতে শুনিছে—সিবোৰ দেশত হেনো তিৰোতাই নিজৰ ভাল পোৱা জনকহে বিয়া কৰিবলৈ পায়। সিহঁতৰ মনত দুখ। সকলোৰে বিশ্বাস এই সমাজ দুৰ্নীতিপূৰ্ণ কলা সমাজ।......ভাবোতে গুণোতে সিহঁতৰ অন্তৰত গোপনে গোপনে বিদ্ৰোহৰ জুই জ্বলি উঠে। প্ৰত্যেকজনীৰে ভাৱনা গুপুতে এজন প্ৰেমিকক বাছি ললেই ভাল। কিন্তু ইমান দুঃসাহস জানো কাৰোবাৰ আছে।......কিমান যে আলোচনা।

তেনে আলোচনাত সোণপাহিয়ে তৃপ্তি পায়। তাইৰ অন্তৰ মৰুভূমিত আশাৰ ‘ওৱেচিচ্’ বিৰিঙে।...... তাইৰ সাহ বাঢ়ে। গাৰুৰ তলৰপৰা তাই আৰ্চি উলিয়াই তাইৰ মুখখনি চায়।......ইমান ধুনীয়া।......তাই জীৱনত এনে স্বৰূপ কাহানিও দেখা নাই। “মোৰ এজন ভালপোৱা মানুহ আছে. প্ৰেমিক.......প্ৰেমিক.” কৈ তাই উলাহত উৎফুল্ল হৈ উঠে, নতুন পুতলা পাই সৰু ল'ৰা-ছোৱালীয়ে ৰং পোৱাৰ দৰে তাইৰ উলাহ। তাই ৰঙত বাউলী হয়।

এইদৰে কত দিন যায়।..........

মধুৰ ৰসৰ সোঁত তাইৰ পাছৰ দিন কেইটা ধুই যায়। পুৱতী নিশাৰ বুকুত হেঙুলি বেলি ৰেঙায়........ ভালপাওঁ বোলা লিপাওৰ প্ৰথম বাৰৰ কথাষাৰ শুনোতে সোণপাহিয়ে আবেশত অৱশত লিপাওৰ বাহুৰ মাজত লেউসেউ হয়। তাইৰ প্ৰতি প্ৰেমৰ সলনি সি একোকে নিবিচাৰে বুলি কোৱাত এই ডেকা ছাত্ৰজনৰ অন্তৰত দয়া, আত্মাত মহত্ত্ব আৰু প্ৰাণত মহানুভৱ মানৱতাৰ প্ৰতিমূৰ্ত্তি দেখে। তাৰ প্ৰতি তাইৰ শ্ৰদ্ধা বাঢ়ি যায়।......

লিপাওয়ে তাইক লিখা-পঢ়া শিকায়। তাই ‘অহা’ শব্দ লিখি গাওঁৰে এটা পুখুৰীৰ পাৰৰ এজোপা গছৰ খোৰোঙত থয়। লিপাওয়ে সেই নিৰ্দ্দিষ্ট খোৰোঙত সেই এডুখৰি কাকত বিচাৰি পায়,—পঢ়ি উত্তৰ দিয়,— ‘বাৰু’ নাইবা ‘নোৱাৰো’,—‘আজি নিশা’ নাইবা ‘কাইলৈ’—অথবা—‘মোৰ কোঠালীত’ নাইবা ‘তোমাৰ কোঠালীত’।......তাই পঢ়িব পাৰে,—বুজি পায়;— সেইদৰে গৈ বা থাকি তাইৰ ভালপোৱাজনক অকল-শৰীয়াকৈ লভি মৃণালভুজীয়া বাহুলতাৰে আদৰে-সাদৰে।

........প্ৰেমৰ জৰীয়তে তাই লিখা-পঢ়া শিকে। গুটীয়া আখৰৰ অলৌকিক শকতি তাই অনুভৱ কৰে। শিক্ষাৰ প্ৰতি তাইৰ ধাউতি, হাবিলাষ বাঢ়ে।......

চীন দেশৰ জন-প্ৰবাদ—ভালপোৱাজনক হেনো চোলা এটা সি দিব লাগে। সোণপাহিয়ে লিপাওৰ কাৰণে এটা চোলা সিয়ে। তাইৰ মাকে গম পায়, সন্দেহ কৰে। সোণপাহিয়ে কয়,—লিপাও ককাইদেউৰ মাকৰ চোলা সিবলৈ সময় নাই। মই এনেয়ে তাইক সহায় কৰিবলৈ সি দিছোঁ।......তাই মনে মনে গুণে, গুঁখে, চিন্তে,—মোৰ নিজৰ কামৰ যাৱা মোৰ হিয়াৰ গুপুত প্ৰেম উদঙাই দিবই লাগিব।......তাই তাৰ চোলা সিয়ে। পঁচোটা বোতামৰ ফুটাৰ ঠাইত তেৰটা,........ প্ৰত্যেক বিন্ধাৰ চৌপাশে ফুল তোলে। চীন দেশত ডেকা-গাভৰুৱে জানে,—এই তেৰটা ফুলাৰ বিন্ধাই হৈছে তেৰ চপৰা অমূলীয়া ৰতন। এনেকৈ সিয়াত তাই উলাহ ভৰা ৰোমাঞ্চ অনুভৱ কৰে। আবেগত তাই

সেই চোলাটো নি লিপাওৰ পঁজালৈ লৰি-ধাপৰি হাৰাথুৰি খাই যায়। তাৰ চৌপাশে উলাহত ৰাংচালী হৈ নাচি বাগি কয়,—"ককাইদেউ।—কেনে হৈছে ককাইদেউ? চোৱা—চোৱাচোন—এই চোলাটো—তোমাৰ চোলাটো; কেনে লাগিছে?—ভাল হৈছে নে?"

তাইৰ অপৰিসীম উলাহ দেখি লিপাওয়ে কয়,—"কিয় ভাল নাপাম,—সোণ? যাক ভাল পাওঁ তাইৰেই লাৱণী কোমল হাতেৰে কৰা চোলা।"—

......চীন দেশৰ নিয়ম অনুসাৰে লিপাওয়ে তাইলৈ ধন যাঁচে, তাইৰ নিজৰ কাৰণে ফুলাম এজোৰ জোতা তৈয়াৰ কৰিবলৈ, সুতা কিনিবলৈ। তাই আপত্তি জনায়,—"মোক একো নালাগে। কেৱল তোমাৰ ভালপোৱা একণি।"........তাইৰ আপত্তি তাৰ হিয়াত শেলে বিন্ধাদি বিন্ধে। তাই টকা লয় আথে-বেথেকৈ—তাই সেই টকা খৰচ কৰে নিজৰ কাৰণে নহয়,—লিপাওৰ কাৰণে বেজী, সুতা, কাপোৰ কিনিবলৈ।

সুখৰ দিন সেই কেইদিন। প্ৰেমত পাগলী তাই-সঙ্কোচ নাই, সংশয় নাই। তথাপি সংযম। তাই সংযত হব পাৰিব নে? দেশৰ নিয়ম, সমাজৰ বিধান! তাই শিয়ঁৰি উঠে। শেহত তাই থিৰাং কৰে, লিপাওৰে সৈতে দেখা নকৰাকে। ই তাইৰ দুৰ্বলতা নে সবলতা! সংযম নে প্ৰতাৰণা?....

লিপাওৰ মুখখনি তাইৰ হিয়া-দাপোণত বহুৰূপে বিৰিঙি উঠে পলে পলে, অনুপলে।

মাক বাপেকে যদি আনৰ লগত তাইৰ বিয়া দিয়ে।
....উস্!

এইবাৰ—এইবাৰ সোণপাহি লিপাওৰ বাহুৰ মাজত বিলীন হব,—নিজক যাঁচি দিব সি আহিলে। অটল প্ৰতিজ্ঞা।....

লিপাও আহে। তাই নোৱাৰে।....তাইৰ মাত এষাৰো নোহোৱা হয়।....

চ্যাং।....তাৰ গাঁও লিচিয়াচুয়াং। সি সোণপাহিক দেখা নাই।....তাৰে সৈতে তাইৰ বিয়াৰ বন্দবস্ত হয় ১৯৪২ চন,—শৰৎকাল।

সোণপাহিৰ মনেও নাজানে এই কথা। শেহত তাই গম পায়।....বিয়াৰ কথা পাতোঁতে এনে বাতৰি তাইৰ কাণ ছোঁৱে।

সুখৰ শৰৎ।....সোণপাহিৰ হৃদয় বেদনাৰ কীট-পোকে কুটি কুটি খায়।....চ্যাং হেনো সোণপাহিতকৈ দুবছৰ ডাঙৰ। সুন্দৰ জোৱা।...তাইৰ লগৰীয়াহঁতে কয়—"নহয়—নহয় চ্যাং সোণপাহিতকৈ পোন্ধৰ বছৰ ডাঙৰহে, মুখখন শেঁতা, কুৎসিৎ।'....সিহঁতে চ্যাঙক দেখিছে।

বিয়াৰ যো-জা,—উখল-মাখল।....ঘৰখনত মানুহেই নুগুচে। লিপাও নাহে। অকলে দেখা শুনা কৰিবলৈ সুযোগো নাই।...নিৰাশাৰ ডাৱৰে দুয়োৰো হিয়া আগুৰি ধৰে।

মাকৰ জীৱনতো এনে ঘটিছিল। সোণপাহি তাইৰে জীয়েক। জীয়েকক সান্ত্বনা উপদেশ দিবলৈ মাকে যায়,—সোণপাণি আঁতৰি থাকে।

মাকৰ প্ৰতি জীয়েক সোণপাহিৰ ঘৃণা উপজে।

বিয়ালৈ মাথোন দুদিন বাকী।....

লিপাও আহে।....

ঘৰত কোনো নাই,—সোণপাহি অকলে। ওচৰ-চুবুৰীয়া এজনৰ ঘৰত সকলো বিয়াৰ যো-জা কৰিবলৈ যায়। লিপাওক দেখি সোণপাহিৰ প্ৰাণ কান্দি উঠে। তাই ওলাই আহে।....লিপাওক লৈ তাই পথাৰৰ ফালে যায়।....

আকাশত পুৰঠী জোনাই। পথাৰৰ কাষৰ সেই পুখুৰীৰ পাৰৰ গছৰ তলত দুয়ো—মৰতৰ দুটি প্ৰাণী, ডেকা গাভৰু—লিপাও আৰু সোণপাহি। দুয়ো বহি থাকে,....হাতত হাত। কিন্তু দুয়ো নিমাত।....

ফট্‌ফটীয়া জোনাক। জোনাকৰ দৰে ফট্‌ফটীয়া কথাষাৰ ওলাই পৰে,—"আমাৰ দুয়োৰে বিয়া হলে এই পৃথিৱীত আমি দুয়ো আটাইতকৈ সুখী হলোহেঁতেন।"

"সোণ! এনে জোনাক নিশা—আজিয়েই আমাৰ শুভ-বিবাহৰ নিশা হওক।"—লিপাওৱে তাইৰ হাতদুখনি

জোৰেৰে খামোচ মাৰি কৈয়েই থাকে—"মোক গ্ৰহণ কৰা, মোক ভাল পোৱা।"....

তাই নিমাত।....শেষত তাই কয়—"মই নোৱাৰোঁ।।"

"নহয়—নহয় মোক গ্ৰহণ কৰিবই লাগিব"। —তাইক সি আবেগেৰে সাৱটি মাৰি ধৰে

তাইৰ প্ৰাণ অচল-অটল।

"নাই—নাই মই নোৱাৰোঁ।"

"কিয় ?"

"নাই—আমি পিছুৱাই যাওঁহক আহা।"

তাৰ বাহু দুখন আলিঙ্গনৰপৰা স্খলকি পৰে। সি পথাৰৰ কেউপিনে চকু ফুৰায়,—আনফালে চাই সি আখেৰেখেকৈ কয়,—"কিন্তু—কিন্তু মই যে তোমাক ভালপাওঁ।—মই যে তোমাক পাব খোজোঁ, এইদৰে, ইয়াতে, এতিয়াই। আমি পুনৰ এনে সুযোগ আৰু নাপাম, সোণ।" অধীৰ হৈ সি আকৌ হয়,—"যাক তুমি ভালপোৱা তাৰ ওচৰত তুমি কিয় মন-প্ৰাণ সঁপি নিদিয়া ? যাক তুমি জীৱনত দেখা নাই,—সেই কুৎসিৎ-জনৰ ওচৰত তুমি নিজকে সঁপি দিবা, সোণপাহি ?"

তাইৰ চকুজুৰি চকুলোৰে চুল্‌জুলীয়া হয়,—উখহি উঠে। বেদনা ভৰা দৃষ্টি লিপাওৰ মুখত পৰে। তাই সহিব নোৱাৰে। তাই আঠুকাঢ়ি বগাই তাৰ কাষ চাপে; ওঁঠৰ লুৰি টানি তাৰ কাণৰ ওচৰলৈ নিয়ে, খীণ মাতেৰে কয়,—"জানানে, মই আৰু চোলা নিদিওঁ ?...... এয়ে শেষ বাৰলৈ আমাৰ আলাপ-আলোচনা। এয়ে শেষ বাৰলৈ মোৰ কথা আৰু হিয়া তোমালৈ দিয়া।...... মোক মৰম কৰা, ককাইদেউ,—খং নকৰিবা। অনুগ্ৰহ কৰি মোৰ প্ৰতি সদয় হোৱা।" সি তাইৰ ফালে আকুলভাৱে চায়, লাজ পায়। তাই আঁতৰ হৈ থিয় দি হুকহুকাই কান্দে।....

তাইক সি সান্ত্বনা দি কয়,—"নাকান্দিবা সোণ। আজি মই হতাশ হৈ পৰিব পাৰো। এজন সামান্য মানুহৰে সৈতে তোমাৰ বিয়া বুলি শুনি। তথাপি আশা নেৰিবা। হব পাৰে; আজি আমাৰ বিয়া নহয়। যদি কেতিয়াবা, ক'ৰবাত, কেনেবাকৈ আমাৰ দেখা ভৱিষ্যতে হয়, তেন্তে আমি দুয়ো আকৌ মিলিম, আকৌ মিলিম।........যি কোনো ঘটনাই নঘটক লাগে, মনত ৰাখিবা মই তোমাক সদায় ভাল পায়েই থাকিম।"..

লিপাওৰ সান্ত্বনাপূৰ্ণ কথাষাৰে সোণাপাহিৰ হৃদয়ত একুৰা জুই ঘলাই দিয়ে। তাৰ মিনতিৰে তাইক চেঁচা কৰি পেলায়,—মৰম-চেনেহে তাইক তপত কৰে। বেদনা ভৰা আনন্দই তাইক পাগলী কৰি তোলে। তাই উত্তেজিত হয়। তাই আৰু নোৱাৰে। তাই লিপাওৰ কাষ চাপে, বুকুত লিপিট্‌খাই থাকে, তাৰ ডিঙি বাহুৰে আকোঁৱালি বান্ধি লয়, কিমান পৰ নাজানে,.....তাই সকলো পাহৰি যায়।—কেৱল চুমা-চুমা-চুমা। চুমাৰ বৰষুণ বৰষে।......দুখন বুকু ধুক্-ধুকনিৰে কথা কয়।......লিপাওৰ বাহুৰ বান্ধোনত বন্দিনী সোণপাহি।....দুয়োৰে ওঁঠ আঁতৰি যায়।.....সোণপাহিৰ চেতনা ফিৰি আহে।......আকৌ সমাজৰ কঠোৰ নিষ্ঠুৰ শাসন। যদিও চুমাৰ পৰস্পৰ আকৰ্ষণ চলি থাকে, সেই চুমা উলাহৰ নহয়, বেজাৰৰ, হৰষৰ নহয়, আশাহত বেদনাৰ। শোকত বেজাৰত বেদনাত তাই তাইৰ বাহুৰ বান্ধোন ছিঙি আঁতৰি থিয় হৈ উচুপি উচুপি কান্দি কান্দি লৰ মাৰে।......

আকাশত পূৰঠী জোনাই, জোনৰ জোনোৱালী ৰহণ সানি ৰূপালী মূৰ্তিয়ে পথাৰেদি জীৱন্ত হৈ লৰি যায় অলা পুৰা ছাই হোৱা ক'লা এডাৰ হেন হিয়া-আগঠু লৈ।........তাই পলায়।......

পিছদিনা পুৱা; চেঁচা,—গধূলি-বেলিকা বতাহ বয়,—বৰষুণ পৰে।......সোণপাহিৰ অন্তৰত বা-মাৰলি বয়।........

সন্ধিয়া।......এন্ধাৰ। ওচৰ চুবুৰীয়াৰ ঘৰত বিয়াৰ ভোজ।......ঘৰৰ সকলো তাত।.....সোণপাহি অকলে।

সোণপাহিয়ে জপনা-মুখত থিয় দিয়ে। চকু ফুৰায়।......বিয়াৰ ভোজলৈ যোৱা মানুহবোৰক সন্ধিয়াৰ এন্ধাৰে আৰু কুঁৱলিয়ে গিলি খয়। ওচৰ চুবুৰীয়াৰ ঘৰৰ পৰা উলাহৰ খলকনি উঠে,—বাজনাৰ শব্দ,—বাঁহীৰ মাত। তাইৰ হিয়াখন কান্দি উঠে।......চকুৰেদি

চকুলো বয়।......তাই কোঠালীত সোমায়, ভিতৰতে ইফাল-সিফাল কৰি ছট্‌ফটাই থাকে ; মাজে সময়ে দুৱাৰৰ ফালে চায়। ইমান আশা। সি আহিব।...... তাৰ ওচৰত এইবাৰ তাই তাইৰ মনপ্ৰাণ সকলো সঁপি দিব। তাই কিয় তাক প্ৰত্যাখ্যান কৰিলে।........ কাপুৰুষ তাই।......ধিক্‌কাৰ আহে। জানোচা সি এতিয়া তাইক ঘিণ কৰে।......ভয়ত তাই শিয়ৰি উঠে। সি আৰু নাহে।......হতাশা।......

শৰে বিন্ধা পখীৰ দৰে তাই ছট্‌ফটায়।......নাই-নাই নাই।..........

তাই বাজ হয়,....জপনা মেলি ওলায়,--লিপাওৰ ঘৰৰ পিনে খোজ লয়।......

...লিপাওৰ ঘৰ, লিপাওৰ কোঠালি।......

"ককাইদেউ !--ককাইদেউ .."--তাই চিঞৰে।....

লিপাওৰ কোঠালীৰ দুৱাৰ বন্ধ।....

"লিপাও !--লিপাও !"--তাই ব্যাকুল হৈ মাতে।

দুৱাৰ মেলি ভিতৰ সোমাই লিপাওৰ বিছনাত খেপিয়াই চাই, বিছনাখনতে মূৰ গুঁজি উচুপে,--চকুলো বাগৰে, বিছনা তিতি যায়।... নাই।....

..ইফালে সিফালে তাই চায়।....চাৰিখন বেৰ তাইক চেপিবলৈ আহে,--আতালৰ চিলিং নামি হেঁচিব খোজে। তাইৰ উশাহ বন্ধ হয়।....

বলিয়াৰ দৰে তাই পলায়,--ঘৰৰ পিনে।....

....নিজৰ ঘৰত তাই।....

....আকৌ বাঁহীৰ মাত। ইনানি বিনানি।--তাইও কান্দে। ঢোলৰ শব্দ,--তাইৰ হিয়াত খুন্দা মাৰে।....বিয়াৰ বাজনা। অসহ্য।....চোতাললৈ তাই যায়, হাত দুখনিৰে কাণ বন্ধ কৰে, আকাশলৈ মুখ তুলি চায়।....আকাশ গধুৰ আৰু কেউপিনে ঘোপমৰা এন্ধাৰ।....তাৰ পিছত বৰষুণ,--ধাৰাষাৰে বৰষুণ।.... কিছুপৰ তাই চোতালতে পাগলীৰ দৰে ছট্‌ফটায়।

....তাইৰ বয়স পোন্ধৰ। সিদিনা বিয়াৰ আগদিনাৰ সন্ধিয়া। সুখৰ দিন। কিন্তু তাইৰ মনত দুখ। দুখৰ গধুৰ বোজা বৰলৈ তাই অপাৰগ। তাইৰ জীৱন অসহ্য ! জীয়াই থাকিবৰ ইচ্ছা নাই।..তাই পাক-ঘৰলৈ সৰি যায়,--খেপিয়াই খেপিয়াই এদাল জৰী পায়, তাকে লৈ তাইৰ নিজৰ কোঠালীলৈ আহে। খেপিয়াই এখন বেঞ্চ পাই টানি দুৱাৰৰ কাষলৈ লৈ আহে তাই। এন্ধাৰত তাই বেঞ্চৰ ওপৰত উঠি ৰচীৰ এটা মূৰ দুৱাৰৰ ওপৰত থকা চাৰৰ ওপৰেদি দলিয়াই পাৰ কৰি বান্ধে, আনটো মূৰত ফাঁচ-গাঁথি দি নিজৰ মূৰটো সুমাই ডিঙিৰ ওচৰলৈ নিয়ে,--ভৰিৰে বেঞ্চখন লথিয়াই পেলাই দিয়ে।....ডিঙিত ফাচ আঁটি লাগে। সোণপাহি ফাঁচি-জৰীত ওলমে।....

কিছুপৰ পিছতেই তাইৰ মাক বাপেক আহে। ...."সোণপাহি ! সোণপাহি !!"....নাই,--নিমাত। এন্ধাৰ। চাকি জ্বলাই সিহঁত সোণপাহিৰ কোঠালীত সোমাই দেখে, সোণপাহিৰ দেহা ফাঁচজৰীত ওলমা। ....হাবাথুৰি খায় সকলোৱে।....ফাচ্-জৰী কাটি সোণ-পাহিৰ দেহা নমাই অনা হয়।--ওচৰচুবুৰীয়াহঁতে জুম বান্ধে। দুঘণ্টামান আলপৈচান কৰাৰ পিছত সোণ-পাহিৰ চেতনা ফিৰি আহে। তাই লাহেকৈ চকুৰ পাহি মেলে, দেখে তাই বিছনাত,--আৰু দেখে মাকক, তাতে মুখ গুজি ওচৰতে কান্দি থকা।

....তাইৰ চেতনা ফিৰি অহা দেখি মাকে চকুলো মচি মচি খিয় হৈ কয়,--"তুমি ভাগ্যৰ কাৰণে জীয়াই থকা উচিত, মোৰ সোণ।"....

আকৌ সেই কাৰাগাৰ,--ভাগ্যৰ বন্দীশাল। চীনৰ লাখ বিলাখ নাৰীৰ প্ৰতি বলিশাললৈ নিয়াৰ সান্ত্বনাপূৰ্ণ, মাতৃসকলৰ মন্ত্ৰ।....ভাগ্য !.. নে বলিশাল ?....

পুনৰ বেদনাভৰা জীৱন, ক'লা-সমাজৰ ক'লা শাসন,--জীৱনভৰি দাসত্ব।...

মাকৰ কথাষাৰে তাইক উত্তেজিত কৰে ;--ঘৃণত, ঘৃণাত তাই জ্বলি-পকি উঠে।....তাইৰ ডিঙিত যেন কিহবাই সোপা মাৰি ধৰে। সোণপাহিয়ে কয়,--"তোমাৰ গাভৰু কালৰ কথা মনত পৰে নে ? বয়সত পোন্ধৰ বছৰ ডাঙৰ এজনৰ লগত তুমি বিয়া সোমাব পাৰিবানে ? তুমি সোক মানিব খুজিছা,--হত্যা কৰিবলৈ

বিচাৰিছা।"....শেষৰ কথাষাৰে চোকা কাঁড়ৰ দৰে গৰজি ওলাই যায়।....মাকে উচপ খাই উঠে। সোণপাহিৰ মন সংগ্ৰামমুখী হয়, তাই তাইৰ গোটেই দেহাৰ শকতি সঞ্চয় কৰি বিছনাৰপৰা উঠি মাকৰ মুখৰ ফালে নিজৰ মুখ ঠেলি খঙেৰে ঘৃণাৰে কয়—"তোমালোকৰ আদেশ আৰু মই নামানো,—বুজিছানে বুঢ়ী মূৰ্খ, গাধজনী ?"

সোণপাহিৰ গাৰপৰা বিদ্ৰোহৰ অগনিৰ ফিৰিঙতি ছিটিকি পৰে। মেকুৰীৰ দৰে তাই খু পেলায়। গোটেই শৰীৰ বেহেলাৰ তাঁৰৰ দৰে টান হৈ উঠে। তাই চিঞৰি বকিব ধৰে, মাকক গালি-শপনি পাৰে,—তাইক হত্যা কৰিবলৈ অনুৰোধ জনায়,—কোনোবাই আগবাঢ়িলে বাধা দিবলৈ বাহু দুখন স্ফীত কৰে।

তাই ভাগৰি পৰে, তাইৰ হিয়াত খঙে শোকে খুন্দা মাৰি ধৰে,—বেজাৰৰ গধুৰ বোজা ডিঙিত সোপা মাৰে,—তাই উচুপে, কান্দে, হুক্‌হুকাই কান্দে। গোটেই তৰুণ তনু কঁপি উঠে। তাই বিছনাত বাগৰি পৰে,—চকুজোৰ মুদ খায়,—হাত দুখন মোলা আৰু স্থিৰ হয়। দেহা শিথিল। দুগালেদি দুধাৰ চকুলো পৰে, শেষৰ ধাৰা তিতি যায়।

ওঁঠৰ ফাকেদি ক্ষীণ মাত দুষাৰ লাহেকৈ ওলায়—"নহয়....নহয়।"....তাই অসভ্যৰ দৰে দাঁত কৰ্‌মৰকৈ কামোৰে।

ওচৰচুবুৰীয়াই জুম বান্ধি কাষ চাপি সোণপাহিক বুজায়,—সান্ত্বনা দিয়ে। তাইৰ অসহ্য লাগে। অসহ্য গধুৰ বোজাই লৰনুদেহা হেঁচি ধৰে। তাই নমৰে,—মৰিবলৈ খুজিও নমৰে। তাইৰ প্ৰিয়জনৰ প্ৰতি অনুগত হব নোৱাৰে, নিজকো মাৰিব নোৱাৰে;—খঙত শোকত ক্ষোভত তাই ভাগৰি পৰে, দেহা শিথিল হয়;—নীৰৱে থাকি তাইৰ ঘুমটি আহে।....তাই ঘোৰ নিদ্ৰাত।......পুৱা।—তাই সাৰ পায়, শুনে বিয়াৰ বাজনা,....জপনা-মুখৰ ফালে চাই পঠিয়াৰ, জপনা-মুখত কইনাক নিবলৈ দোলা সাজু। বিয়াৰ উলহ-মালহ, উখল-মাখল, দোল্‌দোপ্‌-হেন্দোল্‌দোপ্।....চীনা কইনাৰ মৰণ-যাত্ৰাৰ আয়োজন! দুপৰীয়া।....দোলা ৰয়।....বাজনা বাজিয়েই থাকে। দোলাৰপৰা সোণপাহি নামে।....

ন-পঁজা, ন-ঘৰ, ন-সংসাৰ।....

ঘৰত এজন পুৰুষ। সি লিপাও নহয়—চ্যাং। তাইৰ গিৰিয়েক। তাইতকৈ সি কুৰি বছৰৰ ডাঙৰ,—খৰিমাৰ্টিন দৰে বগা-শেতা,—মুখখন ঔৰ দৰে ফুলা,—এখন গালত একোচা নোমেৰে এটা মাহ,—দাঁত কেইটা বেকা কেঁকোৰা,—নাক চেপেটা, ওঁঠ ওলমি পৰা।....এজন দৈত্য।....কেনে কুৎসিৎ!

ন-স্বামীৰ পাছে পাছে তাই যায় এটা কোঠালীলৈ। কোঠালী নহয় পোতাশালহে। পলে পলে লিপাওৰ মুখখনি তাইৰ হিয়া দাপোণত বিৰিঙি উঠে।....

কোঠালীটোত বহু লগাভগা, ওচৰচুবুৰীয়া। ঠাট্টা-মস্কৰাৰ জাউৰ উঠে। সকলোৱে তাইৰ দেহা লাৰি পিটিকি চায়।....তাই যেন কাহঁৰ বাচন। সোণপাহিয়ে অদ্ভুত মানে।....তাই যেন মানুহ নহয়, আধামৰা বস্তুহে। অদ্ভুত জীৱ নে বেহানিৰ মাল!

নিশা।....তাই তাইৰ গিৰিয়েকে সৈতে অকলে। কোঠালীটোত চ্যাং আৰু তাই। তাই কিংকৰ্তব্য বিমূঢ়। চ্যাংএ তাইৰ কাষত বহে,—সোণপাহিয়ে জোৰকৈ মিচিকিয়াই হাঁহে। সি তাইৰ বাহু দুখন ধৰে, তাই কোঁচ খাই আঁতৰে। তাইৰ গাৰ কাপোৰ-চোলা স্থলকি পৰে, শিথিল হয়।....সি তাইক তেনেই সোলোকাবলৈ কয়। তাই নিৰ্ভয়ে আপত্তি জনায়। "কিয় ?"—চ্যাঙে কয়, আৰু বোলে,—"এয়েই জানো বিয়া নহয় ?" তাই শিলৰ দৰে নিৰ্জীৱ অথৰ হয়। কোঁচ মোচ্ খাই তাই কোঠালীটোৰ এচুকত আঁতৰি ৰয়। সি উঠি তাইৰ কাষলৈ গৈ টানি আনি তাইক তাৰ ওচৰত বহুৱায়,—মুখ বিকটাই সোণপাহিৰ ৰূপ-যৌৱন শলাগে। তাই চকুজোৰ তুলি কয়—"তুমি বুঢ়া—তুমি কুৎসিৎ।"....তাই তলমূৰ কৰে, হুকহুকাই কান্দে। "কান্দিলে কি হব ?"....বুলি সি কয়। সোণপাহি উঠে, আঁতৰি যায়,—কোঠালীটো এৰি ওলাই

যাব খোজে। তাইক সি টানি আনে, তাইৰ গালত কাণ-তলীয়া চৰ দিয়ে। তাই চিঞৰ মাৰে। সি তাইৰ মূৰত জোৰকৈ ভুকু মাৰে, ঠেলি পেলাই মজিয়াত ঠেকেচে। সোণপাহিৰ মুখৰপৰা তেজ বয়।....সি তাইক মাৰে, চৰায়, কোবায়, কিলায়, ভুকুৱায়। নিৰুপায় হৈ তাই মনে মনে থাকে। ভাগৰি তাই বিছনাত বাগৰি পৰে, চ্যাং-পঙুই এই সুবিধাতে তাৰ যৌন লিপ্সা দূৰ কৰে।

•••চ্যাঙৰ মুখত উলাহৰ নিঠুৰ হাঁহি।....সিও শুই পৰে।....

সোণপাহিয়ে গুণে, গুখে, চিন্তে।....গোটেই শৰীৰত বিষ, বিছনাত ছট্‌ফটাই থাকে। লিপাও! ....সি তাইৰ মধুৰ সপোন। তাৰ প্ৰতি বিশ্বাসঘাতকতাৰ এনে প্ৰতিফল। ভুল—ভুল,....তাইৰ মহাভুল।....

....শেহত সোণপাহিয়ে টোপনিত লালকাল হয়। দুপাহি চকুত ঘুমটিয়ে হেঁচা মাৰি ধৰে। ঘোৰ নিদ্ৰা।....

বিয়াৰ ন দিন পিছত।....আঠ-মণ্ডলাৰ দৰে নদীৰো সামাজিক নিয়ম। তাই ঘৰলৈ আহে। মাকৰ প্ৰতি তাইৰ ৰাগ, ঘৃণা, শোক।....তাই খঙেৰে মাকক কয়—"তুমি মোক ঠগালা। তুমি তোমাৰ বিয়াৰ কথা পাহৰিলা নে? মোৰ পিতা তোমাতকৈ বয়সত ডাঙৰ আছিল। তুমিয়েই কৈছিলা,—তুমি তোমাৰ বিয়াৰ কাৰণে কিমান অসুখী হৈছিলা, কিমান বেজাৰ পাইছিলা....তুমি নিজৰ জীৱনৰ কাহিনী পাহৰি গলা? ....মই তোমাৰ এজনী মাথোন জী, পৰিয়ালৰ একেটি মাথোন ছোৱালী, হেলাৰঙে এজন জঘন্য মানুহৰ হাতত মোক সঁপি দিলা।"....

মাকৰ সান্ত্বনা—চীনৰ জন প্ৰবাদ—"কাঠৰপৰাই নাও হয়। ভালকৈ বালে নাও চলে,"....কয়—"সতী নাৰীয়ে দ্বিতীয়বাৰ বিয়া নকৰে।"

সোণপাহিয়ে খঙত মাটিত গুৰিয়ায়, বেজাৰত তাইৰ চকুৰ পৰা চকুলো বয়।....তাই নিৰুপায়।.... তাইৰ মাক-বাপেকৰ দোষ নে?....সমাজ—সমাজ। তাই সহায়হীন হয়। তাই কয়—"তুমি কেৱল সমাজকেই ঘিণ নকৰা,—মোকো।" মাক আচৰিত হয়।

পিছদিনা।....ঘৰত তাইৰ মাকো নাই—বাপেকো নাই।....দুৱাৰমুখত লিপাও। সি সোমায়, তাইৰ কাষতে বহে;—বুজে সোণপাহিৰ মনত সুখ নাই। "মোলৈ তোমাৰ প্ৰেম ঢালি দিবলৈ কোৱাত তুমি মোক বিশ্বাস কৰা নাছিলা, সোণ।"—সি কয়। সোণপাহিৰ অন্তৰত বেজাৰে খুন্দা মাৰি ধৰে। তাক আৰু তাই নাপায়,—এই চিন্তাই তাইৰ হিয়া খুলি খুলি খায়। তাই ক্ষমা খুজিবলৈ বিচাৰে,—মুখৰ মাত মুখতে হেৰায়। লাজত ধিক্কাৰত তাই মূৰ তুলিব নোৱাৰে। তাই প্ৰেমৰ গোপন কথা জানিবলৈ সাহ নাপায়।....তাই এনে ধাৰ্মিক সংস্বভাৱ যুৱকৰ কাৰণে সম্পূৰ্ণ অনুপযুক্ত,—তাই নষ্টা, তাই ভ্ৰষ্টা।....

"মোৰ সাহ থকাহেঁতেন মই নিজকে তোমাক সঁপি দিলোহেঁতেন। মই ভীৰু। কিন্তু এতিয়া বহু পলম হ'ল। মই মোৰ নিজৰ অকৃতজ্ঞতাৰ কাৰণে দুঃখিত।"....তাই স্বীকাৰ কৰে।

দুনাই তাই নিমাত! কেৱল বুকুৰ ধুকধুকুনি আৰু চঞ্চল চকুৰ ছলছলীয়া লোতকৰ মাজেদি দুখভৰা চাৱনি।—লিপাও উঠে, মেলানি মাগে, আঁতৰি যায়। ....তাই চিঞৰি কয়, "লিপাও! কামবন কৰা, সমাজৰ কাৰণে কিছু কৰা, মোক পাহৰি পেলোৱা।" তাৰ পিছত?....তাই নীৰৱ,—নিশ্চল। কেৱল চকুলো সৰা নয়নজুৰিয়ে চাই থাকে তাৰ যোৱাটো।....লিপাও নাই।....এটি হুমুনিয়াহ।....

নতুন সংসাৰ—নতুন জীৱন।—তাইৰ স্বামী, শহুৰ-শাহুয়েক আৰু এজনী ননদ। তাই আছেই—সোণপাহি হতভাগিনীজনী। শাহুৱেকে বিশেষ একো নকয়। কিন্তু তাইৰ গিৰিয়েক; কঠোৰ সি—নিষ্ঠুৰ সি। দিনে ৰাতিয়ে তাৰ সেৱা-শুশ্ৰুসা কৰোঁতেই তাইৰ দাম্পত্য জীৱনৰ দিন বাগৰি যায়,—গিৰিয়েকে শুবলৈ গলে, তাই তাৰ জোতা-চোলা খুলি দিয়ে, পুৱা পিন্ধাই দিয়ে, চিগাৰেট জ্বলায়, পানী ঢালে, হাঁহি মুখেৰে

দুহাতে কাপত কিবা খুৰাই দিয়ে। সি নিঠুৰ, সি দানৱ-দৈত্য তাৰ ব্যৱহাৰ নিৰ্দ্দয়। সি তাইক অনাহকত কথা নশুনিলেই মাৰে, কোবায়।

সোণপাহি লেবেলি যায়।

এদিন নিশা। শুবৰ সময় বাকী। সোণপাহিয়ে এটা বাটিত খোৱাবস্তু আনি গিৰিয়েকক দিবলৈ যাওঁতে কিছু তাৰ হাতত পৰে। চ্যাঙৰ খং উঠে. কোঠালিৰ চুকৰ বাঁহনীটাৰে লৈ সোণপাহিক কোবায়, উধাই মুধাই মাৰে। তাই মজিয়াত বাগৰি ছটফটায়, সি তাইৰ মূৰ মজিয়াত খেকেচি দিয়ে।

তাই নাকান্দে। মাৰ খোৱাৰ অভ্যাস তাইৰ হয়। ই তাইৰ দৈনন্দিন ঘটনা। তথাপি চকুলো অজানিতে সৰি পৰে। তাই আঠুকাঢ়ি ক্ষমা খোজে। স্বামীৰ মন ভাল লগাবলৈ তাই জোৰকৈ মিচিকিয়াই হাঁহে। দানৱৰ ওচৰত ক্ষমা-ভিক্ষা মিছা। চ্যাঙে বেছি-কৈয়েহে কোবায়। তাই মজিয়াত পৰি থাকে। তল-সৰা পাহি।

দুঘণ্টাৰ পিছত। তাই বগাই আঠুকাঢ়ি বিছনালৈ আহে। চ্যাং পশু, চ্যাং দানৱ,—মানৱ নহয়।

চ্যাঙৰ বাপেক। সিও তেনে। তাৰ অন্তৰতো দয়া নাই, মমতা নাই।

খবৰ আহে—মাকৰ বেমাৰ,—সোণপাহিক চাবৰ তাইৰ মন। শহুৰেকে যাবলৈ অনুমতি নিদিয়ে।

"তোমাক বিয়া কৰাই আনিছো কেলেই ? ইয়াত কাম-বন কৰিবলৈহে। তুমি আমাৰ, মাৰাৰ নহয়।" —শহুৰেকে কয়।

সোণপাহিৰ কত কাকুতি মিনতি। শেহত শহুৰেক ৰাজী হয়।—তাই যায়।

দুদিনৰ পিছত তাই ফিৰি আহে। শহুৰেকৰ আদেশত তাই এবেলা আঠুকাঢ়ি শাস্তি ভোগ কৰে। . কিয় মাকৰ ঘৰলৈ আহোঁতে ইমান পলম ? গধূলি-লৈকে এই শাস্তি, আৰু তাৰ পিছতহে ক্ষমা-ভিক্ষা।

নিশা।...কোঠালিত চ্যাং আৰু তাই। চ্যাঙে গভীৰ স্বৰত কয়,-"তুমি তোমাৰ মতে চলি থাকিবা নে ?"

শাস্তিৰ ভয়ত তাই শিঁয়ৰি উঠে। তাই নৰম সুৰত কয়,—"মই ছোৱালী। জীৱনত বিয়া কি নাজানো। তুমিয়েই মোৰ স্বামী। তোমাকেই জীৱন ভৰি সেৱা কৰি থাকিম। মই মৰিলে, মোক তোমাৰ কাষতে কবৰ দিবা।"

অন্তৰত তাই জানে, তাইক সিহঁতে গাধ-গৰুৰ দৰে ব্যৱহাৰ কৰে। তথাপি মুখত মিঠা ভাৱ দেখুৱায়।

তাই কয় "—ফুলৰ গুটি হয়, সাঁহৰ শিপা থাকে,—মানুহৰো সন্তান হয়। এদিন আমাৰো কেঁচুৱা হ'ব,—মই তাক তোমাৰ কাৰণে তুলিম—আমি দুয়ো ডেকা-গাভৰুৰে। তুমি যেতিয়া বুঢ়া হ'বা, মই যুৱতী হৈয়ে থাকিম। এদিন কেতিয়াবা খাদ্যৰ অভাৱ হ'লে,—ময়েই আহাৰ মাগি আনিম। দস্যুৱে তোমাক ধৰি নিলে মোৰ সকলো তোমাৰ ৰক্ষাৰ কাৰণে বেচিম।" এইদৰে প্ৰতিব্ৰতা নাৰীৰ ভাওজুৰি তাই তাৰ মন যোগায় ভাল লগায়।

তিনি বছৰ এইদৰে বাগৰি যায়। অসহ্য জীৱন সহনীয় হয়। তাইৰ বয়স ওঠৰ।

উত্তৰ চীন দুৰ্ভিক্ষ-ৰাক্ষসীৰ কৱাল গৰাহত পৰে। ঘৰৰ সকলোৱে ভাল খালেও সোণপাহিয়ে তুহ-ভৰা আহাৰহে খায়,—পাত-ছাত ছিঙি আনি চোবায়, পেট-ভৰায়। অবস্থা দুৰৱস্থা হয়। চ্যাং চিনি-ভচিন চহৰলৈ বেপাৰ কৰিবলৈ যায়। যাবৰ সময়ত চ্যাঙে সোণ-পাহিক কঠোৰ নিৰ্দ্দেশ দি যায়। সি উপদেশ দিয়ে,—"প্ৰথমে পিতা আৰু ভনীজনীক খাবলৈ দিবা। সিহঁতে কিবা এৰিলেহে খাবা।" অসভ্য ভাৱে খঙেৰে ধমকি যায়—"তুমি মোৰ মান-ৰক্ষা কৰিবই লাগিব। অন্যথা হ'লে, স্বভাৱত কিবা দোষ পালে, তোমাক মাৰৰ কোবত মাৰি পেলাম।

এনে কঠোৰ নিৰ্দ্দেশ শুনি তাইৰ হিয়া-আমঠু কঁপি উঠে। মুখত কৃত্ৰিম হাঁহি লৈ তাই কয়,—"কোনো চিন্তা নকৰিবা। মোক কেৱল তোমাকহে লাগে।"

নৈৰাশ্যৰ সোঁতত সোণপাহি উটি যায়। তাই

ওঠৰ।....এই বয়সতে জীৱনৰ ওপৰত তাইৰ বিতৃষ্ণা জন্মে।....সমাজৰ প্ৰতি ঘৃণা,—স্বামীৰ প্ৰতি, নিজৰ প্ৰতি ঘৃণা তাইৰ হৃদয়ত পুঞ্জীভূত হয়। হতাশা।.... আত্মহত্যা! সেয়ে ঠিক।....কিন্তু তাইৰ মাক।....আত্ম-হত্যাৰ বাতৰি পালে জানোচা মৰ্ম্মাহতা হয়।....ভাবি-চিন্তি তাই বিৰত হয়।....

চেনেহী মাক মৰে।—তাই সঙ্কল্প কৰে,—আত্ম-হত্যা। বিবাহিত জীৱনে তাইক শিক্ষা দিয়ে বহুত,—চীনৰ প্ৰাচীন প্ৰবাদ,—"পুৰুষ স্বৰ্গ,—নাৰী পৃথিৱী।" ....জীৱন বিষময় হয়।....

....সঁচাকৈয়ে চ্যাং সোণপাহিৰ স্মৰণ নে নৱক!....

...সোণপাহিৰ মুখত হাঁ হি বিবিঙে।

সমাজ,—সমাজৰ বিধান।....তাক মানাৰ বাহিৰে উপায় নাই।...স্বামীৰ দাসী তাই,—বিনয়ী, কৃতজ্ঞ, ত্ৰস্ত।...অন্তৰৰ গোপন-কক্ষত আলোড়ন উঠে,—ধুমুহা বয়।—প্ৰতিহিংসা, প্ৰতিশোধ।....মাৰৰ সলনি কোব,—অপমানৰ সলনি অপমান,—স্বামীৰদ্বাৰা নিৰ্য্যাতনৰ পৰিবৰ্ত্তে অমাৰ্জনীয় নিৰ্য্যাতন।....

চ্যাং যায়। তাই জপনামুখত খিয় দি থাকে। মুখত তাইৰ বিদায়ৰ সুললিত বাণী, অন্তৰ জোকাৰি ভাৱনা উঠে,—প্ৰতিশোধ!....ৰবা! সুদিন আহিব! জপনামুখত প্ৰতিহিংসাৰ প্ৰতিমূৰ্ত্তি জিলিকি উঠে! ..সময় লাগে, কেৱল সোণালী সুযোগ।....

....আগষ্ট, ১৯৪৫ চন।....

....অষ্টম-বাহিনী। সোণপাহিৰ গাঁৱত অষ্টম-বাহিনী। মাখোন কেই ঘণ্টা থাকি যায়।....নাই। . জাপানী-শত্ৰুৰে সৈতে যুঁজিবলৈ সিহঁত আগবাঢ়ে। ....এসপ্তাহৰ পিছত। এজন কৰ্মীয়ে (Cadre) আহি ঘোষণা কৰে,—"ৰাইজ আৰু অষ্টম-বাহিনী একে পৰিয়ালৰ।"....সোণপাহিয়ে ভাবে,—"অসম্ভৱ! তুমি আমাৰ গাঁৱৰেই নহয়,—আমাৰ পৰিয়ালৰ কেনেকৈ হবা?"....তাই নপতিয়ায়।

কৰ্মীজন অষ্টম-বাহিনী চৰকাৰৰ প্ৰতিনিধি। ....কমিউনিষ্ট অষ্টম-বাহিনী (Eighth Route Army) কেইদিন মানৰ পিছত সেই গাঁৱৰ মহিলাসকলক মাতি 'নাৰী-সংঘ' সংগঠন কৰিবলৈ কয়। সি ঘোষণা কৰে,—পুৰুষৰ সমানাধিকাৰ নাৰীৰো; যিসকল নাৰীয়ে বেছিকৈ সমাজৰ কঠোৰ-শাসনত নানান নিৰ্য্যাতন ভোগ কৰিছে, তেওঁলোকে যেন এই 'নাৰী-সংঘ'ত যোগ দিয়ে আৰু গোপনে আহি তাৰ লগত আলোচনা কৰে।

সোণপাহি উত্তেজিতা হয়;—কিহবাৰ আশাত তাইৰ হৃদয়ত ক্ষুধা গুচে। তাই ভাবিবলৈ চেলু পায়।....গোপনে আলচ পাতিবলৈ তাইৰ সাহ নহয়।....কিবা ভাল হব নে? তাই ভাবে,—তাইৰ সন্দেহ ওপজে।....কিন্তু প্ৰতিহিংসা,—প্ৰতিশোধ! হৃদয়ৰ জুইকুৰা উমি উমি জ্বলে। মহকুমাৰ সেই কৰ্মীজন গুচি যায়। ক'তো একো হোৱা নাই দেখোন। 'নাৰী-সংঘ' পতাত লাভ? তাইৰ সন্দেহ দ'কৈহে শিপায়। "অ' এয়ে হে অষ্টম-বাহিনীৰ কীৰিতি?" —সোণপাহিয়ে ভাবে, আল্‌জাল্‌কৈ।

কলী জেড্ (Dark Jade)!....গাৱঁৰে ছোৱালী। 'নাৰী-সংঘ'ৰ সেৱিকা (Cadre) তাই।

গাঁৱৰ সকলো ছোৱালী জীয়ৰী বোৱাৰী—'নাৰী-সংঘ'ৰ সেৱিকা, সভ্যা। সিহঁতৰ ভিতৰত খোলাকৈ আলোচনা চলে। তেও সোণপাহিৰ সন্দেহ নকমে। ....তাই কয়—"তোমালোক নাৰী-সংঘৰ সভ্যা। চৰকাৰে তোমালোকক চাব, ৰইখা কৰিব। মোকনো কোনে ৰক্ষা কৰিব?"

কলী জেডে কয়—"শুনা!—তোমাৰ লাঞ্চনা যাতনাৰ সত্য কাহিনী আমাক বহলাই কোৱা। আমি তোমাৰ বিশ্বাস ভঙ্গ নকৰোঁ।"

সোণপাহি নিমাত।....তাই চকু মুদি তলমুৱা হয়। ....জেদে কয় "সোণপাহি! তোমাৰ চকুজুৰি মেলাচোন্। কিয় চিপি আছা। এতিয়া আমাৰহে দিন। তাৰ মানে,—আমাৰ নিৰ্য্যাতনৰ দিন সাং হ'ল। আমাৰ আশাই পাতনি মেলিলে।"

এই কথাষাৰ বিজুলীৰ দৰে হতাশাৰ ডাৱৰে ঢকা হৃদয়-আকাশত জিলিকাই তোলে। সোণপাহিয়ে

কয়,—"যদি সঁচা হয়,—তেন্তে ই এটা আচৰিত ঘটনা। তেনেহলে অষ্টম-বাহিনী সঁচাকৈয়ে আমাৰ পৰিয়ালৰে।"

কিছুদিনৰ পিছত।....কলী জেড আৰু টাওৱা দুজনী সোণপাহিৰ পঁজাত। তাই তাইৰ সকলো যাতনাৰ কাহিনী বিশ্বাসেৰে হিয়া উদঙাই কয়।.... কান্দোন আৰু চকুলো ওঁঠ-মুখ কামুৰি তাই কোনোমতে চেপি হেঁচি খয়। তাইৰ লগৰীয়া দুজনীয়ে তাইক উদ্ধাৰ কৰিবলৈ গাত লয়, প্ৰতিজ্ঞা কৰে; তাইক কেই দিনমান মনে মনে থাকি সহ্য কৰিবলৈ উপদেশ দিয়ে।....

কেইদিনমানৰ পিছতে চাৰিজনী সভ্যা আহি তাইৰ পঁজাত উপস্থিত হয়।....জেডে সোণপাহিৰ শহুৰেকক কয়,—"আমি 'নাৰী-সংঘ'ৰ অনুসন্ধান সমিতিৰ সভ্যা। আমি বিচাৰ কৰি পাইছো, আপুনি হেনো আপোনাৰ বোৱাৰীয়েকৰ ওপৰত অমানুষিক অত্যাচাৰ কৰে।" জেডৰ এনে কথা শুনি বুঢ়াই আচৰিত হয়। সি ধমক দি কয়,—"আমাৰ ঘৰৰ কথাত হাত দিবৰ তহঁত কোন? মোৰ খুচিমতে বোৱাৰীৰ ওপৰত মই যি কোনো ব্যৱহাৰকেই নকৰো, তহঁতক কেলেই?"

জেডে কয়,—"খং খাইছে কেলৈ? আমি জানো আপোনাক কিবা দুৰ্ব্যৱহাৰ কৰিছো?....আমি যি কৰ্ত্তব্য কৰিছো, সকলো আপোনাৰ ভালৰ কাৰণেই। আমি আপোনাৰ পৰিয়ালৰ ভিতৰত সুখ আৰু একতা আনিবলৈহে বিচাৰিছো।"....হঠাতে সোণপাহিৰ শহুৰেকে জপিয়াই জপিয়াই খঙেৰে কয়,—"গুচি যা, আঁতৰ হ।"...কোৰাৰ লগে লগে তাৰ দুখন বুঢ়া বাহুও জোকাৰ খাই উঠে।

এজনী ছোৱালী বাহিৰ হৈ যায়। অলপ পিছতে তাই পোন্ধৰ জনী ছোৱালীক লৈ উভতি আহে। সকলোৰে হাতত একোটাকৈ শকত টোকোন আৰু এডাল জৰী। "ওৱা!"....বুঢ়াই উচাপ খাই উঠে।....

জেড কলীয়ে কয়,—"আপোনাৰ মন পৰিবৰ্ত্তন নকৰে নে?"

দুটা মুঠি তুলি বুঢ়াই জলি-পকি কয়,—"উহু—নকৰোঁ।—বাহিৰ হ।—বাজ হ।"

কলী জেডে কয়,—"কি চাই আছা, বান্ধা।" —চাৰিজনী তিৰোতাই আগবাঢ়ি বুঢ়াৰ দঙা হাত দুখন জঁপিয়াই খাপমাৰি ধৰে। বাকী কেইজনীয়ে জৰীৰে বান্ধে।

সোণপাহি আচৰিত হয়।....

'নাৰী-সংঘ'ৰ সভ্যাসকলে জপনামুখেদি উলিয়াই বুঢ়াক বান্ধি নিয়ে।

তাই লৰি যায়; সিহঁতৰ কাষ চাপে;—কয়,— "দেউতা, বেজাৰ নকৰিবা।" বুঢ়াক ভয় আৰু লাজে আগুৰি ধৰে।....ইফালে সিফালে সি চায়, হাতৰ বান্ধ মোকোলাবলৈ চেষ্টা কৰে। সোণপাহিয়ে মিনতি জনায়,—"মোৰ দেউতাক আঘাত নকৰিব।"....তাইৰ অন্তৰত গুপুতে উলাহৰ হাঁহিৰ খলকনি উঠে।....প্ৰতি-হিংসা! প্ৰতিশোধ!!

হ্ৰদকুণ্ডৰ একুৰা জুই নুমায়।...

অষ্টম-বাহিনী।....সঁচাকৈয়ে সিহঁত ভাল—তাইৰ নিজৰ পৰিয়ালৰ। তাইৰ সন্দেহ দূৰ হয়।

'নাৰী-সংঘ'ৰ ঘৰৰ এটা কোঠালি। তাত সোণ-পাহিৰ বুঢ়া শহুৰেকজন দুদিন বন্দী।....

তৃতীয় দিন। সাধাৰণ-সভা।....নাৰী গণ-আদালত।....গাঁৱৰ সোঁমাজ।....তালৈ সকলো গাঁৱৰ নাৰীসকল যায়, জুমে জুমে। জীৱনত এইদৰে সিহঁত বাটত থিয় হোৱা নাছিল।....বহু নাৰীক সোণপাহিয়ে চিনিয়েই নাপায়, দেখাও নাই।....চীন দেশৰ বোৱাৰীসকল যে সংসাৰ-পোতাশালত বন্দিনী!....

কলী জেডু আৰু টাওৱাইয়ে আহি সোণপাহিক লৈ যায়।....

গাঁৱৰ সোঁমাজত 'নাৰী-সংঘ'ৰ ঘৰ।....বৰ কোঠা-লীটোত দুকুৰি নে পঞ্চাশজনী তিৰোতাই ভৰি পৰিছে চিৰীলৈকে চোতাললৈকে। বিৰ দিও সোমাব নোৱাৰি। ওখ ঠাইত এখন টেবিল আৰু এখন চেয়াৰ। চেয়াৰত এগৰাকী অচিনাকী তিৰোতা। তেওঁৰ কেউকাষে এদল নাৰী।

কলী জেডে থিয় দি কয়,—"ভনীসকল, জিলাৰ

এগৰাকী মহিলা সেৰিকাই বক্তৃতা দিব। মনে মনে থাকক।”

মহিলা গৰাকী উঠে।....তেওঁৰ ওজস্বিনী বক্তৃতা মুখেদি ওলাই বৈ যায়। অদ্ভুত মোহিনী শক্তি। তেওঁ চীনৰ সামন্তবাদ, জমিদাৰৰ অত্যাচাৰ, পুৰুষৰ দাসী নাৰী, বোৱাৰী জীয়ৰীহঁতৰ মুক্তি; বোৱাৰী-হঁতৰ মুক্তি-সংগ্ৰাম; অষ্টম-বাহিনী আৰু কমিউনিষ্ট পাৰ্টিৰ আদৰ্শ,—নাৰীৰ সমানাধিকাৰৰ কাৰণে পুৰণি পচা ক'লা সমাজৰ বিৰুদ্ধে সংগ্ৰাম—ইত্যাদিৰ বিষয়ে ফঁহিয়াই ফঁহিয়াই বুজাই কয়।....

“নিৰ্য্যাতিতা নাৰী জাতিলৈ আমি ভগিনীসুলভ হাত মেলি দিছো। আৰু আশাকৰো চিয়াংকাইশ্বেকৰ ডিক্টেটৰ্ ছিপ একনায়কত্ব আৰু অত্যাচাৰী জমিদাৰহঁতৰ বিপক্ষে সংগ্ৰামত আমি গাঁৱৰ গাঁৱলীয়া নাৰীসকলৰ যথেষ্ট সহায় সহানুভূতি পাম।”

তাইৰ মাত সোণপাহিৰ কাণত শিঙাৰ মাতৰ দৰে পৰশে। “প্ৰতিক্ৰিয়াশীল, আমেৰিকান্ অস্ত্ৰেৰে সজ্জিত চিয়াংকাইশ্বেকৰ সৈন্যবাহিনীৰ বিপক্ষে সংগ্ৰামত উদ্ধাৰৰ আগভাগত ‘ফ্ৰণ্টত' গণতান্ত্ৰিক বাহিনীৰ খেতিয়ক বনুৱাসকলে নিজৰ ৰক্ত ঢালি দিছে; পিছ-ফালে গাঁওবিলাকত আমি একেলগ হৈ নতুন সমাজ গঢ়িব লাগিব। আৰু আমি গঢ়িমো। দুই হেজাৰ বছৰ ধৰি যিসকলে আমাক ছলে-বলে কৌশলে দাসী কৰি ৰাখিছে, সিহঁতৰ বিৰুদ্ধে আমি একেলগে মিলি-জুলি যুঁজিম। কোনো পুৰুষে স্বামীয়েই হওক নাইবা শহুৰেই হওক, আমাক যদি বাধা দিয়ে, তাকো আমি ক্ষমা নকৰো, তাকো আমি মাৰি শেষ কৰিম।”....

“ঠিক! ঠিক!!”—সোণপাহিৰ মনে কয়। তেওঁৰ প্ৰত্যেকষাৰ কথাই সোণপাহিৰ হিয়া পৰশ কৰে।....

তেওঁ শেষ কৰাৰ লগে লগে সভাৰ সভানেত্ৰী জেডে বক্তৃতা দিয়ে। তেওঁৰ অভ্যাস নাই! বহুবাৰ খোকা-খোমোজা লাগে, তথাপি সমাজে মনোযোগ দি শুনে। জেডু গাঁৱৰে ছোৱালী।

তাই হঠাতে ৰয়, সোণপাহিৰ ফালে চায়। সোণ-পাহিয়ে কোঁচ-মোচ খায়।....

জেডে কয়,—“এতিয়া সময় হৈছে আমাৰ অতিকৈ চেনেহৰ সোণপাহিৰ বিচাৰৰ।....তাইৰ নিৰ্য্যাতন সকলো নাৰীৰেই নিৰ্য্যাতন। তাই নিস্তাৰ নাপালে, আমাৰো নিস্তাৰ নাই।”....

“ঠিক কথা।—আমি সোণপাহিক মুক্ত কৰিবই লাগিব।” সকলোৱে দৃঢ়ভাৱে শলাগে।....

সোণপাহিৰ কাণে কাণে কোনোবা এজনীয়ে কয়, —“বুঢ়াজনক মাৰিব লাগে।” হঠাতে চিঞৰ মাৰি উঠে তাই,—“তাক মাৰ্! মাৰ্ তাক।”

“মাৰ্! মাৰ্!! মাৰ্!!!”....কেউপিনে চিঞৰ ৰাখৰ।

কলী জেডে টেবিলত ভুকুৱায়। আকৌ শান্তি।.... “ভনী সকল। আমাৰ এই বিচাৰ আমি অন্তৰেৰে আৰম্ভ কৰিব লাগিব, যাতে ৰাইজৰ ওপৰত কোনো লাজ-অপমানৰ বোজা নপৰে। সু-বিচাৰৰ প্ৰতি সক-লোৱে মন দিয়া উচিত। পুৰুষে আমাক নাৰীসকলক অন্যায়ভাৱে দুৰ্ব্ব্যৱহাৰ কৰিলেও, আমি যেন তেনে নকৰো।....‘নাৰী-সংঘ'ৰ প্ৰতি আমি সন্মান ৰাখিব লাগিব, যাতে আমাৰ প্ৰতিও সকলোৱে সন্মান থাকে। প্ৰথমে আমি বিবেচনা কৰিব লাগিল,—এই বুঢ়াজনক আমি কি ভাৱে ব্যৱহাৰ কৰিম; কেনেকৈ বিচাৰ কৰিম।”....

শেহত সভাই ঠিক কৰে বুঢ়াজনক সভা-থলিলৈ আনিবলৈ।

সোণপাহিৰ পাছফালে দুৱাৰ। কলী জেডে নামি গৈ দুৱাৰখন মেলে। বুঢ়াটো ওলাই আছে। তাৰ হাত দুখন বন্ধা, লগত দুগৰাকী নাৰী।

বুঢ়াৰ মুখখন শেঁতা। সি কোঠালিটোৰ চৌপাশে চকু ফুৰায়, মাজে মাজে চকু পিৰিকায়।....

“এই বুঢ়াটো! খোলাভাৱে কবা।....তোমাৰ অসদ্ব্যৱহাৰৰ কাহিনী মিছা নাথাতি খুলি স্বীকাৰ কৰিবা।” কলী জেডে কয়।

সকলোৱে চিঞৰে—"খুলি কোৱা ।...খুলি কোৱা ।"

বুঢ়াই কৰ্কশ মাতেৰে কয়,—"মই একোকে কৰা নাই ।—তোমালোকে যদি বিশ্বাস নকৰা, তেন্তে মোৰ বোৱাৰীজনীক সোধা"....তীব্ৰ দৃষ্টিৰে চকু ফুৰাই শেহত সি সোণপাহিৰ ফালে চায় ।

সোণপাহিৰ হিয়া আমঠু কঁপি উঠে ।.... তাই আগ বাঢ়ে ।....অলপ পৰ নিতাল মাৰি দেহালৈ তাই সকলো শকতি ফিৰাই আনি কয়,—"এই পৰিয়াললৈ মোক বিয়া কৰি অনায় ।....কিন্তু এদিনো মই এসাজ ভাত তৃপ্তিৰে খাবলৈ পোৱা নাই ।....জাৰকালি কাপোৰ নাপাওঁ ।....নহয় জানো ?....এই পাঁচ বছৰে তোমালোকে কিমান নিষ্ঠুৰভাৱে মোক নিৰ্যাতন কৰিছিলা, পাহৰি গ'লা নে ?....পাহৰি গলা নে সেই দিনাৰ কথা—যিদিনা মোৰ ননগিনী আইক চাই আহোঁতে মোক এপৰ বেলা ৰ'দত চোতালত আঠুকাঢ়াই থৈছিলা ? তোমালোকৰ পৰা বহুতো লাঞ্ছনা যাতনা ভুগিছো । ন্যাই, এইদৰে আৰু মই দুখ নুভুগো ।....মোৰ লগত আজি ইমানবোৰ ভনী আছে—'নাৰী-সংঘ'ৰ আৰু আছে অষ্টম-বাহিনী ।"..

....তাই দৃঢ়ভাৱে নিভয়ে কৈ পেলায় ।....বুঢ়াৰ মুখখন, এবাৰ ৰঙচুৱা এবাৰ কলা হয় লাজত, ক্ষোভত খঙত ।....

"মোক এইদৰে ব্যৱহাৰ কৰা উচিত হৈছে নে ?... আৰু আছে—বহু কথা আছে । মই যদি সকলো বহলাই কওঁ, তেন্তে এই নাৰীসকলে—মোৰ ভনীসকলে তোমাক মাৰি জীৱন শেষ কৰি পেলাব ।"....

তাইৰ কথা শেষ হোৱাৰ লগে লগে, কেউপিনৰ পৰা চিঞৰ উঠে,—"কোৱা ! কোৱা !!"

...."বোৱাৰীহঁতৰ দুৰ্ব্যৱহাৰকাৰী ধ্বংস হওক !.... 'নাৰী-সংঘ' জিন্দাবাদ !"....

চিঞৰ-বাখৰত কোঠালিটো কঁপি উঠে ।....সোণ-পাহি উত্তেজিতা হয়,—কয়—"তোমালোকে খোৱা ভাল ভাল খাদ্য, আৰু মই খাওঁ চুৰাপাত নাইবা গেলা-পচা তুঁহ-গুৰি ভৰা আহাৰ ।"....

"অঁ্যা" ! "অঁ্যা" আকৌ চিঞৰ ।....

সকলো নাৰীয়ে বুঢ়াজনক আঙুলি ধৰে । "তাৰ মুখত থু পেলাই নিদিয়া কেলৈ ?"—এজনী শকত তিৰোতাই খঙত ধলি পকি কয় ; তাই তাৰ মুখত থু পেলায় । সকলোৱে সেইদৰে কৰে ।....বুঢ়াৰ মুখখন থুৰে ভৰি পৰে, তিতি যায় । তাৰ আঠু কঁপি উঠে, সি নিঃসহায় হিচাপে থাকে ।...তাৰ দুৰৱস্থা দেখি সকলোৱে হাঁহি খিকিন্দালি উঠে ।

জেডে আগবাঢ়ি আহি কয়,—"আপোনালোকে অলপ সংযত হওক । শান্তভাৱে থাকক ।"....বুঢ়াক কয়—"আপুনিও নিজক শুধৰাই লওক ।"....

"মই শুধৰাম ।"—বুঢ়াই কয় ।

"আপুনি বোৱাৰীজনীক আৰু কষ্ট দিব নে ?"

"নিদিওঁ ।"

বুঢ়াৰ কথা শুনি এজনীয়ে চিঞৰে,—"সকলো নাৰী এক হওক ।"...প্ৰতিধ্বনিৰ উজাৰ উঠে—"এক হওক ।"....

"স্থিতিশীল সমাজ ধ্বংস হওক ।"

"ধ্বংস হওক ।" কেৱল ধ্বনি আৰু প্ৰতিধ্বনি ; কোঁঠালিটোত উথল-মাথল, দোলদোপ্ হেন্দোল্দোপ্—চিৰীজুৰি চোতাললৈকে ।

বুঢ়া নিৰুপায় । সি সকলো দোষ স্বীকাৰ কৰে ।

"বুঢ়া চেঙে যদি আকৌ বোৱাৰীজনীৰ প্ৰতি দুৰ্ব্যৱহাৰ কৰে, তেন্তে ময়েই তাৰ জামিন্ হলোঁ,—ময়েই তাক আপোনালোকৰ ওচৰত হাজিৰ কৰাম ।"

এজনীয়ে জামিন্দাৰ হয় । বিচাৰ শেষ ।..

বুঢ়া গুচি যায় ।

সোণপাহিক সকলোৱে আঙুলি ধৰে, শলাগেও ।

সোণপাহিয়ে ধন্যবাদ দিয়ে, 'নাৰী-সংঘ'ৰ প্ৰতি কৃতজ্ঞতা জনাই কয়,—"আপোনালোকৰ যে ইমান শক্তি আছে, বুজাই নাছিলোঁ । মই আজিহে জানিলোঁ, অষ্টম-বাহিনীয়ে মোৰ কাৰণেও ভাবে, উপকাৰ কৰে ।"

নিশা ঘৰত । সোণপাহিৰ আগত বুঢ়া শহুৰেক অনবৰত তলমুৰা হৈ থাকে, মাজে মাজে তাইলৈ ভয়তে

কেৰাহীকৈ চায়, সোণপাহিয়ে মনে মনে সগৰ্বে মিচি-কিয়াই হাঁহে। প্ৰতিহিংসা !....প্ৰতিশোধ !

সোণপাহি !....এতিয়া তাই বিদ্ৰোহিনী, বিজয়িনী, নব শক্তিৰে শক্তিমতী।

'নাৰী-সংঘ' শক্তিৰ আধাৰ।

শহুৰেকে পেৰাৰপৰা নতুন কাপোৰ এজোৰ উলিয়াই দি কয়,—"এই কাপোৰ! তোমাৰ চোলা সি লবা।" ...কেনে এতিয়া? ঠেকি শিকাৰ গুণ!

সোণপাহিয়ে আৰু আগৰ নিচিনা ঘৰৰ ভিতৰত লেৰেলি মৰহি নাথাকে, বুকু ফিন্দাই তাই বাহিৰৰ বতাহ পাই ঠন্ দি বাহিৰত ফুৰে! তাই ঘৰে ঘৰে শাহু-বোৱাৰীহঁতক সোধে,—"কেনে, ভাল নে?"

এইদৰে গাঁৱৰ 'নাৰী-সংঘ' সুসংগঠিত হয়।

নতুন ৰং—নতুন উছাহ্ পাই অন্তৰ উলাহত ঠাই নোহোৱা হয়।..

১৯৪৭ চন।....চ্যাং-কাই-শ্বেকৰ প্ৰত্যাক্ৰমণ। সকলোৰে ভয়, ভাঙোচা ন-সমাজৰ বিধান নষ্ট হয়। কেউপিনে শবদ উঠে,—সাজ! সাজ!! সাজ!!!

...সোণপাহি ব্যস্ত। পুৰুষসকলে নতুন সমাজক ৰক্ষা কৰিবলৈ শত্ৰুৰে সৈতে যুঁজিবলৈ ব্যস্ত। নাৰীসকল নাৰীসকল নিজৰ ঘৰ-সংসাৰৰ ৰক্ষাত ব্যতিব্যস্ত।.... নাৰীসকলৰ বহু কৰ্ম,—উৎপাদনত ব্যস্ত;—কপাহ, সূতা, কাপোৰ; শস্য, খাদ্য, আহাৰ।....পুৰুষৰ 'গণ-বাহিনী' আৰু নাৰীৰ 'নাৰী-সংঘ'।....

কিছুমান পুৰুষে নাৰীয়ে পথাৰত কাম কৰা দেখি বেযা পায়। সোণপাহিৰ অশেষ যতনত নাৰীসকল অচল-অটল।

বগী। পবিত্ৰা তাই,—সোণপাহিৰ অনুগতা। পথাৰৰ কামত বাহিৰ হয়। গিৰীয়েকে কয়,—"তুমি সুন্দৰী, যুৱতী। পথাৰৰপৰা কোনোবাই টানি নিলে তুমি কি কৰিবা? তুমি নাৰী, সবলা—অবলা।"

বগীয়ে কয়,—"এৰা মই সুন্দৰী! মই যুৱতী নাৰী।....সেই বুলি সজাৰ বন্দী পক্ষীৰ দৰে মই ঘৰৰ ভিতৰত বন্দিনী হৈ থাকিম নে? আনি নতুন সমাজ লভিছো, আগৰ দিন—পুৰণি যুগ গ'ল। পথাৰত কোনোবাই মোক আক্ৰমণ কৰিবলৈ আহিলে ভয় কিহৰ? আমাৰ 'নাৰী-সংঘ' আছে নহয়! সেই সংঘৰ জৰীয়তে আমি তাক মাৰি শেষ কৰিম,—জীৱন মাৰিম।"

গিৰীয়েক নিতাল মাৰে। শস্যৰ অধিকতৰ উৎপাদনৰ ফল দেখি সি আনন্দিত হয়। এদিন নিশা গিৰীয়েকে কয়—"মই কৰবালৈ গলে,—তুমিয়েই দেখোন সংসাৰখন চলাব পাৰা?"

বগীয়ে কয়,—"হয় পাৰো। ভয় নাই। তুমি যোৱা, অষ্টম-বাহিনীতে যোগ দিয়া, যুদ্ধ কৰা। তুমি তৰুণ, তুমি যুৱক। নোয়োৱাটো নুবুজাটো বৰ লাজৰ কথা।"..ফান্দত পৰে সি।....অশান্তি হলে, তাই তাৰ লগত নোশোৱে। সি তাইক মাৰিব খোজে। তাই তাক 'নাৰী-সংঘ'ৰ কথা সোঁৱৰাই দিয়ে। তাৰ বুকু কঁপি উঠে। তাই কয়,—"তুমি বাহিনীত যোগ নিদিলে, মই আত্মহত্যা কৰিম।" তাই সুন্দৰী যুৱতী! ....ভাৱত সি আত্মহাৰা হয়। গিৰীয়েকে এটা গাধৰ ওপৰত উঠি চিয়াংকাই-শ্বেকৰ লগত যুঁজিবলৈ অষ্টম-বাহিনীৰ কোঁঠৰ ফালে গুচি যায়।

লিপাও!....সোণপাহিৰ মনৰ আশা মনতে লেৰেলি যায়। আজিও সেই হুমুনিয়াহ উঠে।....

ডেকা-গাভৰুৰ প্ৰেমৰ প্ৰতি তাই সদায় সজাগ। আশাৰ ৰংঘৰ আকাংক্ষাৰ কাৰেং-ঘৰ, বাসনাৰ তলাতল-ঘৰ সোণপাহিয়ে কোনোমতেই নষ্ট হব নিদিয়ে। এটা ঘৰত এহাল প্ৰেমিক প্ৰেমিকাক মাতি আনি তাই সিহঁতক প্ৰেমালাপ কৰিবলৈ সুবিধা দিয়ে। সিহঁতে আলাপ কৰে।...

ডেকা—"কেনে ধৰণৰ ডেকাক তুমি ভালপোৱা?"

গাভৰু—"তোমাৰ দৰে।"

ডেকা—"আই বোপাই যদি অমত হয় আমাৰ বিয়াত?"

গাভৰু—"নতুন সমাজ আছে নহয়, নাৰী-সংঘ আছে নহয়? নাৰীৰনো ভয় কিহৰ? কিন্তু তোমাৰ—"

ডেকা—"নোৰো বাট সহজ! ঘৰ এৰি গুচি যাব বুলি ভয় দেখুৱাম।"

গাঁৱৰ তৰুণ-সম্প্ৰদায় সজাগ হয়। নৈতিক চৰিত্ৰৰ প্ৰতি নতুন সমাজৰ সদায় শেন্-দৃষ্টি থাকে। চৰিত্ৰ-পথৰপৰা ভ্ৰষ্ট নহবলৈ যথেষ্ট শিক্ষা দিয়া হয়। বৈবাহিক প্ৰথা ডেকা-গাভৰুৰ মতামতৰ ওপৰত নিৰ্ভৰ কৰে,—চৰকাৰে শেহত স্বীকাৰ কৰি লয়।

'নাৰী-সংঘ'ৰ কামত প্ৰথমে সোণপাহি ওলাওঁতে শহুৰেকে কৈছিল—"ৰবা ল'ৰাটো আহক, দিহিঙে দিপাঙে ঘূৰি ফুৰাৰ মজাটো বেছকৈ উলিয়াব। কোবাব বাপেৰে!"

"এ'—মই ভয় নকৰো। আমাৰ ক্ষমতাশালী 'নাৰী-সংঘ' আছে বেতিয়া। যি কোনো শত্ৰুৰ লগত যুঁজিবলৈ আমি সক্ষম।"—তাই উত্তৰ দিছিল।

শহুৰেকৰ বাধা নামানি এতিয়া তাই ঘূৰি ফুৰে। এজন দলায়েকৰ পুতেকৰ দ্বাৰাই তাই গিৰীয়েকলৈ চিঠিৰে আহিবলৈ জনায়।

গোটেই দিন তাই ব্যস্ত। অন্তৰে অন্তৰে তাইৰ সংকল্প—সেই প্ৰতিহিংসা—সেই প্ৰতিশোধ! নাইবা—স্বামীৰ স্বভাৱ শুদ্ধকৰণ।

কুৰি দিনৰ পিছত চ্যাং আহে। জপনামুখত দেখা দিয়ে। মুখত উলাহৰ ৰং।....কোঠালিলৈ আহি সি কয়,—"তোমাৰ চিঠিখন পায়েই বেগাবেগিকৈ আহিলোঁ।"....তাই নিমাত।....তাই জানে ভৱিষ্যতৰ নিৰ্য্যাতনৰ কথা।

তাই পাক-ঘৰলৈ গৈ 'কেটলীত' পানী তপতায়।

শহুৰেকে পথাৰৰপৰা আহি পুতেকৰ ফালে চাই মুখখন বিকৃত কৰে, ফুচুফুচুকৈ কথা পাতে। তাই গিৰীয়েকৰে সৈতে অকলশৰীয়াকৈ আলচিবলৈ চেলু বিচাৰে।....নিৰুপায় হৈ তাই নিজৰ কোঁঠালিলৈ সূতা কাটিবলৈ যায়।

তাই ছটফটাই থাকে। বাপেক-পুতেকে কিনো মেল পাতিছে? যি কোনো বিপদৰ কাৰণে তাই প্ৰস্তুত। তাই বেৰত কাণপাতি শুনে,—সংকোচ নকৰে।

বুঢ়াই কয়,—"তুমি আহি ভালেই কৰিলা। সৌভাগ্য! প্ৰতিশোধ লব পাৰিবা। অষ্টম-বাহিনী অহাৰপৰা মৈণীয়েৰা বেয়া হৈ গৈছে। তাই ঘৰত নাথাকে, ঘৰৰ কামত মন নিদিয়ে;—বাহিৰত টিখিল্-খিলাই ফুৰে। ছোৱালীজনীলৈ আৰু মোলৈ তাই আজিকালি মুঠেই চকু নিদিয়ে।"

"তাইৰ বিষয়ে কি কি জানা কোৱা। তাইক মই মাৰি আধা মৰা কৰিম। তাইৰ মই ছাল ছেলিয়াম।"—পুতেকৰ কথাষাৰ সোণপাহিৰ কাণত বিহৰ দৰে সোমায়।

তাই দৃঢ় হয়। গাল দুখন ৰঙা হয়; তাই মিচিকিয়াই মনে মনে কয়—"তোমাৰ সময় আহিছে, ৰবা। ভাল ফান্দত পৰিছা। মোৰ গা মাখোন ছোৱা। তাৰ পিছত...."

তাই কুঁজা হৈ মন দি শুনে—

বুঢ়াই কয়,—"বহুতো কথা আছে। অষ্টম-বাহিনী অহাৰ আগতে তাই ৰৰকৈ ঘৰুৱা কাম কৰিছিল। তাই এতিয়া বেলেগ। আগৰ সোণপাহি আৰু নাই। তাইৰ যথেষ্ট পৰিবৰ্ত্তন হৈছে। তাইৰ খুচীমতে তাই চলে।—সেই কিবা বোলে 'নাৰী-সংঘ'।....তুমি শুনিছা নে?"

"বৰ আচৰিত! ইমান সাহ!....কোনো ভয় নাই। মই যি কৰিব লাগে কৰিম।"—পুতেকে কয়।

বুঢ়াই বেজাৰেৰে নিজৰ দুখ প্ৰকাশ কৰে,—"তুমি নাজানা, সিহঁতে মোক বান্ধিছিল,—মুখত থু পেলাইছিল, বহু তিৰোতাৰ আগত গালি শপনি পাৰিছিল।"

"অ' শেষত পুতেৰাক কলা।"—সোণপাহিৰ খঙে চুলিৰ আগ পায়।....

বাহিৰত এক্কাৰ।....কলী জেড্ আহি উপস্থিত। "অ' ভাই কলী। সৌৱা চোৱা সিহঁতৰ মেল;—বাপেক-পুতেকৰ। বোৱা এবাৰ চাই আহাগৈ।"—সোণপাহিৰ কথা শুনি জেড যায়!

"নমস্কাৰ! ক'ত আছিল? ইমান সুন্দৰী

ষৈণীয়েকক এৰি ইমান দিন অঁতৰি থাকিব লাগে নে ?—ইমান নিষ্ঠুৰ আপুনি ?' কলী জেডে চ্যাঙৰ মুখৰ ফালে মিচিকিয়াই কেৰাহীকৈ চায়।

চ্যাঙে কয়, "এৰা, মই যোৱাৰপৰা তাই বেয়াহে হৈ গৈছে। তাই মোৰ ভনীজনীক আৰু পিতাদেউক বৰ অৱহেলা কৰে। মই তাইক ভাল এসেকা দিবই লাগিব।"

"বুইছে ডাঙৰীয়া ! সেই আগৰ দিন আৰু নাই। অতীত অতীত। এতিয়া বৰ্ত্তমান। এইদৰে নকব।" —জেডে গম্ভীৰভাৱে কয়।

"নাৰীয়ে যে সমাজ পৰিবৰ্ত্তন কৰিব মোৰ বিশ্বাস নহয়।"—সোণপাহিৰ গিৰিয়েকে সদৰ্পে কয়।

অলপ পৰ নিতাল মাৰি কলীয়ে গম্ভীৰভাৱে কয়,—"অলপ সাৱধানেৰে কথা কব। এদিন সময় আহিব, —তেতিয়া কিন্তু আমাক দোষ নিদিব।"

কলী জেডে আহি চোতালত সোণপাহিক লগ ধৰে। তাই কয়,—"বৰং খং উঠে তাৰ কথা শুনিলে।" হঠাৎ আকৌ কলে,—"তাক মাৰিলে তুমি বেয়া পাবা নেকি ?"

"কি যে কোৱা ?"—সোণপাহিয়ে কয়।

—"মই আগতে ঠিৰাং কৰি থৈছিলো, 'নাৰী-সংঘ'ত এই বাতৰিটো দিম বুলি। তুমি আহি পৰিলা। তুমি ভাবা,—কি কৰিব লাগে। মোৰ নিচিনা এজনী নাৰীৰ প্ৰতি তাৰ ঘৃণা মানে,—সকলো নাৰীজাতিৰ প্ৰতি ঘৃণা। বেয়া পাম ? কিয় ? মোৰ মতে তাক মাৰৰ কোবত সি-পুৰীলৈহে পঠাব লাগে।"

"বাৰু—আগতে এখন সভা মতা যাওক। তাত তুমি তোমাৰ দুৰৱস্থাৰ কথা বৰ্ণাই কবা। তোমাৰ জীৱনৰ তিক্ততা তাতে প্ৰকাশ পাব। এইদৰে আমি জনসাধাৰণৰ ঘৃণা বৃদ্ধি কৰিম।"—জেডে কয়।

সোণপাহি মান্তি হয়।

সন্ধ্যা !...কোঠালীটোত চ্যাং আৰু সোণপাহি। তাইৰ কাষত সি বহি থাকে। ঘৃণাত সোণপাহি কঁপে।

"মই নথকাত ঠিক আছিলানে ?"—

স্বামীৰ প্ৰশ্নত তাই কয়,—"মই যদি বেঠিকেই আছিলো, সাক্ষী আনা। মোৰ নো কোন এজন প্ৰেমিক ওলাল,—আনা। মই স্বীকাৰ কৰিম।..."

চ্যাঙে হাঁহে।—"কোন তোমাৰ প্ৰেমিক তাক আৰু কব নালাগে। তোমাৰ গৰ্ভৰ ভিতৰটোৱেই কয়। আৰু নালাগে। তুমি মোক কিয় মাতিছিলা, মই জানো। তোমাৰ গৰ্ভৰ সন্তানটো যে মোৰ, তাক বিশ্বাস জন্মাবলৈ মোক মাতিছা নহয় নে ?"—কেনে কৰ্কশ মাত !

সোণপাহিৰ খং চুলিৰ আগ পায়।

"কিমান নীচ তুমি ! ভাবিছা, মোক এইদৰে ঠগাবা। আৰু নোৱাৰোঁ।...তুমি ভাবিছা মোৰ গৰ্ভত কিবা আছে। বাৰু আজিৰপৰা আমি একেলগে নোশোওঁ। দেখা যাওক, কি হয়।"—তাই আৰু কব নোৱাৰে। খঙত, ক্ষোভত তাই জ্বলি পকি উঠে —চকু ছলছলীয়া হয়।

এখন কটাৰী।—সৌ টেবিলত। ছল্ ছলীয়া চকুৰে তাই কটাৰীখন দেখে,—গৈ বুটলি আনে। গিৰীয়েকে উচপ্ খাই উঠে। অদ্ভুত ভাৱে হাঁহি তাই কটাৰীখন গিৰীয়েকৰ ফালে আগবঢ়াই কয়,—"এয়া কটাৰী। লোৱা !—বিশ্বাস নকৰা যদি মোৰ গৰ্ভ ফালি চোৱা।"....তাই কটাৰীখন তাৰ মুখৰ ওচৰত ধৰে।

গিৰীয়েক কিংকৰ্ত্তব্য-বিমূঢ় হৈ পৰে, কি কৰোঁ। —কি নকৰোঁকৈ ছটফটাই থাকে।

"কিয় এনে তোমাৰ পৰিবৰ্ত্তন হৈছে কোৱা ?" —গিৰীয়েকে কয়।

"ই মোৰ আৱশ্যক হৈছে। এই পাঁচ বছৰ ! কিমান দুৰ্ব্ব্যৱহাৰ নিৰ্য্যাতন পাইছো মই। তুমি ভাবা যে, মই তেনে দুৰ্ব্ব্যৱহাৰ পাবৰ উপযুক্তা। অতীতত তুমি মোক যি কৰিলা কৰিলা,—এতিয়া আৰু নোৱাৰোঁ। একেবাৰেই নোৱাৰোঁ।"

সোণপাহিৰ দৃঢ় মাত শুনি গিৰীয়েকে ঠাট্টাৰ সুৰেৰে কয় ;—"ইমান তোমাৰ সাহ হ'ল নে ?"

"হৈছে ! তুমি তোমাৰ যিমান শক্তিকে নানা,

মই ভয় নকৰোঁ।"--সোণপাহিৰ মুখৰপৰা কথাৰ তপত আখৈ ফুটে।

"সভাত যোৱাটোকে যদি বেয়া পোৱা,--তেন্তে বলা,--আমি দুয়ো সভালৈ গৈ এইবোৰ আলোচনা কৰোঁগৈ—মোৰ স্বাধীনতা খৰ্ব্ব কৰিবলৈ চেষ্টা কৰা, --মই মোৰ স্বত্ত্ব নেৰো। তুমিও নোৱাৰিবা। ব'লা, --আহা। সাহ আছে?--নাই। নালাগে বাৰু। নাযাওঁ। ইয়াত কোনো নাই। তুমি আৰু মই এখোন। এয়া কটাৰী লোৱা। লোৱা! লোৱা!! --মোৰ গাৰপৰা দুছটা ছাল ছেলিয়াই নিয়া। লোৱা! আহা। আহা!!"--সোণপাহিয়ে চিঞৰে।

চ্যাঙে কয়,—"নাই। তোমাৰ জীৱন শেষ নকৰোঁ। মই কেৱল তোমাৰ হাত ভৰি ভাঙি জীয়াই ৰাখি,—তোমাক বিকলাঙ্গ অপদাৰ্থ কৰিম। তেতিয়া তুমি সভালৈ যাব নোৱাৰিবা। তোমাৰ ভগা ভৰিৰে বগাইও যাব নোৱাৰিবা। কেনে, কেনে মজা।" গিৰীয়েকৰ নিষ্ঠুৰ কথাষাৰ শুনি সোণপাহিৰ চকুযোৰ অঙঠাৰ দৰে ৰঙা হয়।...."নীচ পশু ক'ৰবাৰ। হু! মই প্ৰস্তুত! তোমাৰ আগত মৰিবলৈ মই সাজু। ভয় নকৰোঁ। যি কৰা, কৰা।"--সোণপাহি দৃঢ় প্ৰতিজ্ঞ।

দুয়ো ভাগৰি পৰে। প্ৰেম! কিহৰ আৰু প্ৰেম! ....স্বৰ্গ আৰু নাই। শূন্য মৰুভূমি। নাৰকীয় তপত জ্বালা।

পিছদিনা পুৱা।...কাম-বন শেষ কৰি সোণপাহিয়ে 'নাৰী-সংঘ'ৰ ঘৰলৈ বেগাবেগিকৈ খোজ লয়।

কৰ্ম্মী জেডৰ কাষ পায়েই নিশাৰ সকলো কথা তাই ফঁহিয়াই কয়। "মোৰ জীৱনৰ পৰিবৰ্ত্তনৰ সকলো ভাৰ আজিৰ সভাৰ ওপৰতে নিৰ্ভৰ কৰে। মই অকলে যুঁজিম,--কিন্তু মোৰ স্বামীৰ বিৰুদ্ধে মোৰ সংগ্ৰামত মোৰ ভনীসকলেই সহায় কৰিব লাগিব।"—তাই অনুৰোধ জনায়।

"কোনো ভয় নাই। আমি সকলো নাৰী একে —এজনী।"—কৰ্ম্মী জেডে উৎসাহ দিয়ে।

সোণপাহিয়ে মূৰ দুপিয়াই ধন্যবাদ জনায়।

"আমি এতিয়া আচনি ঠিক কৰিম। এনেভাৱে ঠিক কৰিম, তুমি কিন্তু নৰম হব নোৱাৰিবা। কঠোৰ হব লাগিব। নহলে সেই পশুটোৱে এইবাৰ তোমাক শেষ কৰিব।"

"মই প্ৰস্তুত।"—সোণপাহিয়ে জেডৰ কথাৰ উত্তৰ দিয়ে।

জেডে কয়,—"কিছুমান যাব লাগিব চ্যাঙৰ ওচৰলৈ, যাতে সি খোলাভাৱে সকলো স্বীকাৰ কৰে তাৰ বন্দবস্ত কৰিবলৈ। যদি খোলা নহয়, তেন্তে এই সভা-থললৈ তাক বান্ধি লৈ আহিবা।"

এঘণ্টাৰ পিছত পোন্ধৰজনী তিৰোতা ওলাই যায় সোণপাহিৰ ঘৰলৈ। তাৰ নেত্ৰী গৰাকী স্বয়ং কৰ্ম্মী জেড্।

চোতালত চ্যাং। সকলোৱে তাক তাতে লগ ধৰে। চ্যাঙে কয়,—"তোমালোক ইয়াত কিয়, কম্‌ৰেড্ সকল?"—ব্যঙ্গ-সুৰ।....

"এয়া নতুন সমাজ। আমাৰ ভনীজনীক তুমি কেনেকৈ ব্যৱহাৰ কৰিছিলা, তাৰ বিৱৰণী আমাক সভ্যভাৱে জনাব লাগিব।"--জেডে ভদ্ৰভাৱে কয়।

চ্যাঙে হাঁহে। "অ' মোৰ ঘৈণীজনীয়ে তোমা-লোকক সকলো কথা কৈছে,--নহয় নে?"--তাৰ শ্লেষপূৰ্ণ ভদ্ৰতাত জেডৰ নয়নজুলি ৰোষদীপ্ত হৈ উঠে।

তাই কয়,—"সঁচাকৈয়ে তাই আমাক সকলো কথা বহলাই কৈছে। কিন্তু তাৰ উপৰিও আমাৰ অনুসন্ধান সমিতিৰ সভ্যা সকলে বহু তথ্য আৱিষ্কাৰ কৰিছে। মনত ৰাখিবা, অতীত আছিল পুৰুষাধীনত; কিন্তু আজিৰ দিন? আমাৰো—এই বাট মুকলি কৰি দিছে কম্‌ৰেড মাওয়ে আৰু কমিউনিষ্ট পাৰ্টিয়ে। কোৱা, —নহলে আমি তোমাক বান্ধি নিম।"

"ইচ্ছামতে যি কৰা, কৰা! মই পৰোৱাই নকৰোঁ। 'নাৰী-সংঘ'ই কি কৰিব পাৰে?"

"অ'! ইমান? জৰী আনা।" কৰ্ম্মী জেডে নিৰ্দ্দেশ দিয়ে। এজনীয়ে বান্ধিবলৈ যায়। চ্যাং

পিছ হোঁহোকে আৰু কয়—"আঁতৰ হ।" কলী জেড আৰু এজনীয়ে আগবাঢ়ি তাৰ গালত চৰ দিয়ে।

"তুমি যদি লৰচৰ কৰা, তেন্তে তোমাক কোবাই ইযাতে শেষ কৰিম।"—জেডৰ কথা শুনি চ্যাং দৃঢ় হয়। নাৰীসকলে জুম বান্ধি তাক জৰীৰে বান্ধে, অনাৱশ্যক ভাৱে জোকাৰে—বাটেদি টানি নিয়ে, শেষত 'নাৰী-সংঘ' ঘৰৰ এটা কোঠালিত ঠেলি সোমাই বন্দী কৰি থয়।

পিছদিনা ।....সভা-ঘৰ। নাৰীৰে পৰিপূৰ্ণ। "আমাৰ কমৰেড্ সোণপাহিযে এতিয়াও তাইৰ স্বামীৰ দ্বাৰা লাঞ্ছিতা হৈয়ে আছে। কমৰেড সোণপাহিৰ ব্যক্তিগত ঘটনাৰ অৰ্থই হৈছে আমাৰ সকলো নাৰীৰে ঘটনা। তাই অকলে যুঁজিব নোৱাৰে। আমাৰ লগত থাকি তাই সকলো স্বামীৰে সৈতে যুঁজিবলৈ সক্ষম। এতিয়া আপোনালোক সংগ্ৰামৰ কাৰণে সাজু নে?"

জেডৰ কথাত সকলোৱে কয়,—"সাজু"।

কলীযে আকৌ কয়—"বাৰু। পোনতে আমি এই কুস্বভাৱী স্বামীৰে সৈতে ভদ্ৰভাৱে ব্যৱহাৰ কৰিম। যদি তাত আমি কৃতকাৰ্য্য নহওঁ, তেন্তে আমি আৰু ভদ্ৰ হৈ নাথাকো।"

নাৰীসকলে সৈন্যৰ দৰে শাৰীপাতি থিয় হয়। চ্যাংক তাৰ মাজেদি ধৰি অনা হয়। লগে লগে কেউপিনৰপৰা চিঞৰ উঠে,—"আমাৰ পৰিবৰ্ত্তন হৈছে।"

"তোমালোকে আৰু আমাক অসদ্ব্যৱহাৰ কৰিব নোৱাৰা। নহলে তোমালোকক আমি শেষ কৰি পেলাম।"—

"আমাক সত্য কৰা।"—

"কোনো তৰ্ক নাই।"

"তুমি পৰিষ্কাৰকৈ স্বীকাৰ কৰিলে সদ্ব্যৱহাৰ পাবা, যদি নকৰা তেন্তে কোনো দয়া নাই—ক্ষমা নাই।"

চ্যাং থিয় হৈ সকলো শুনে। সি কয়,—"কমৰেড্ ভনীসকল। অলপ কেৰোণ থকা যেন লাগে। কৰবাত যেন ভুল। জানা নে মই সেই তিৰোতাজনীক কিয় বিয়া কৰিছোঁ? মোক সেৱা শুশ্ৰূষা কৰিবলৈহে তাইক বিয়া কৰি আনিছোঁ। তোমালোকে জানাই, তাই আমাৰ পৰিয়ালটোক কেনে অসম্ভাৱে ব্যৱহাৰ কৰে।"

"ভাল কথা। বাৰু কোৱা, তাই কেনেকৈ তোমাৰ পৰিযালটোক অসদ্ব্যৱহাৰ কৰে?"—এজনীয়ে সোধে। সকলো নাৰীয়ে চ্যাঙৰ কাষ চাপি আগুৰি ধৰে। সি সকলোৰে মুখলৈ চায়। "মই নাজানো নাৰীবিপ্লৱ কি?"—সি কয়।

"সেই কুস্বামীৰ বিৰুদ্ধে সকলো নাৰীয়ে এক-যোগে প্ৰতিবাদ কৰা।"—এজনী ছোৱালীয়ে চিঞৰে।

চিঞৰ-বাখৰৰ মাজত এজনী সেৱিকাই আগুৱাই ঘোষণা কৰে,—"এতিয়া সোণপাহিয়ে ক'ব।"

সোণপাহিয়ে আগুৱাই আহি গিৰীয়েকৰ সন্মুখত থিয় দিয়ে।

সোণপাহিয়ে চ্যাঙক কয়,—"তুমি জানা নে আমি কিয় তোমাক ইয়ালৈ ধৰি আনিছোঁ? মনত পৰে নে, তুমি যে মোক কৈছিলা মাৰি পেলাম বুলি? মনত ৰাখিবা,—ইযাত যি কেইজনী তিৰোতা আছে; তুমি গোলমাল লগালে তোমাক মাৰি কোবাই জীৱন শেষ কৰি দিব। তোমাক কবলৈ মোৰ আৰু একোৱেই নাই। সকলো ভাৰ মোৰ ভনীসকলৰ ওপৰত। তেওঁলোকেই মোৰ সমস্যা সমাধান কৰিব।"

এজনীয়ে কয়,—"তুমি নাৰীৰ প্ৰতি অভিবাদন কৰিবা নে?"

চ্যাঙে মূৰ দোৱায়;—কয়,—"নমস্কাৰ।"

"কৃত্ৰিম অভিবাদনৰদ্বাৰা বিচাৰ শেষ হব নোৱাৰে। নতিকে শপত খাব লাগিব।"

সোণপাহিৰ কথাত সি নিমাত।

সকলোৱে চিঞৰে,—"কি ভাবিছা?"

চ্যাং—নীৰৱ।

কলী জেডে সমাজক সোধে,—"কি কৰা যায়, বাইজ?"

"মাৰ্ তাক। কোবা। মাৰি পেলা।"—কেউপিনৰপৰা চিঞৰ উঠে।

সকলোৱে চ্যাঙক আঁচোৰে, মাৰে, কোবায়, ভুকুৱায়, গোৰ মাৰে, কাপোৰ ফালি নিয়ে, দাঁতেৰে কামুৰি তেজ উলিয়ায়।

প্ৰতিহিংসা! প্ৰতিশোধ!! সোণপাহিয়ে তৃপ্তি পায়, উলাহত উৎফুল্ল হয়।....তাই কয়,—"ধন্যবাদ ভনীসকল! আপোনালোকৰ দয়াৰ কাৰণে শত ধন্যবাদ! আপোনালোক নহলে, মই কেতিয়াও প্ৰতিশোধ লব নোৱাৰিলোঁহেঁতেন।"...."দয়া নাই।" —কোনোবাই কয়।

সোণপাহিৰ গিৰীয়েকে দাঁত কামুৰি কয়,—"এয়ে শেষ নে?"

শকত আৰত চোৱালী এজনীয়ে কয়,—"কি শেষ? আৰম্ভহে। এটা সামান্য আচোঁৰহে।"....

"উঠ্.—চুৰাৰ।"—এজনীয়ে কয়।

"মই নোৱাৰোঁ! মোৰ আঠুৰ ঘিলা লৰি গৈছে. —ভৰি ভাঙিছে।"....চ্যাঙে দুখেৰে জনায়।...

"চাওঁ, চাওঁ." কৈ এজনীয়ে আগবাঢ়ি চ্যাঙৰ ভৰি ধৰি জোকাৰি দিয়ে।....

চ্যাঙে বিকৃত চিঞৰ মাৰে।....তিৰোতাসকলে ৰঙত হাঁহি হাঁহি ঢলি পৰে।....

কোনোমতে সি থিয় দিয়ে। সোণপাহিয়ে সোধে, —"কেনে পাইছা?"

চ্যাঙে কয়—"সোণপাহি! তোমাক আৰু মই নিৰ্য্যাতন নিদিওঁ—কেতিয়াও নিদিওঁ।"

"তুমি মাৰ খোৱাৰ উপযুক্ত নে, ভাবি চোৱা।.... উপযুক্ত যদি আৰু মাৰ খাবা।"—সোণপাহিয়ে কয়।....

"নাই সোণপাহি, আৰু নালাগে। মোক নামাৰিবা মই ভাল হম—ভাল হম।"—চ্যাঙে কাকুতি মিনতি জনায়।

"তেন্তে শপত খোৱা!....ৰাইজৰ আগত শপত খোৱা।"—সোণপাহিয়ে নিৰ্দ্দেশ দিয়ে। গিৰীয়েকে ওঁঠ কামুৰি কয়,—"যদি মই আকৌ-আগৰ নিচিনা বেয়া ব্যৱহাৰ কৰোঁ, মোক বান্ধি আনি ৰাইজৰ আগত ডুখৰা ডুখৰি কৰি কাটি পেলাবা।"

তথাপি নাৰী-সমাজ সন্তুষ্ট নহয়। তেওঁলোকে লিখিত প্ৰতিজ্ঞা লাগে বুলি দাবী জনায়। কলী জেডে কৈ যায়,—চ্যাঙে লিখি যায়।—

"নাৰীসমাজে মোৰ বিৰুদ্ধে সংগ্ৰাম চলায়। এই সংগ্ৰামৰ কাৰণে মই যোগ্য। আজিৰ পৰা মই আৰু বেয়া ব্যৱহাৰ নকৰোঁ। যদি কৰোঁ,—তেন্তে মোৰ জামিন্দাৰ দায়ী।"

জামিন্দাৰ এজনীক অনা হয়।....দুয়োৰে বুঢ়া আঙুলিৰ ছাপ সেই প্ৰতিজ্ঞাপত্ৰত লোৱা হয়। চ্যাঙক এৰি দিয়া হয়।....সি যায়।

জেডে কয়,—"সোণাই ভনীটি! তোমাৰ গিৰী-য়েকক আজি বৰ মাৰা হ'ল। তুমি যোৱা তেওঁৰ কাৰণে ঘৰলৈ গৈ ভালকৈ ৰান্ধি-বাঢ়ি খুওৱাগৈ। যতন লোৱাগৈ—যোৱা।"

চ্যাঙৰ ঘৰ।....সোণপাহিয়ে ভালকৈ ৰান্ধি-বাঢ়ি এবাটি খোৱা বস্তু আনি গিৰীয়েকক দিয়ে। সি নোছোৱে।

তাই সোধে,—"কিয় নোখোৱা?"

"তোমাৰ হাতৰ বস্তু মই নাখাওঁ। জানোচা তুমি বিহ মিহলাই দিছা"—গিৰীয়েকে সন্দেহ কৰে।

সোণপাহিয়ে কয়,—"অ' সেই কাৰণে নোখোৱা! এয়া চোৱা, মই সোপাকে সুহি খাই পেলাম, তথাপি নমৰিম।"

সোণপাহিয়ে সোপাকে খাই পেলায়, গিৰীয়েকৰ ফালে চাই হাঁহে। চ্যাঙে তলমূৰ কৰে। দ্বিতীয় বাটিটো দিয়াত সি খাই শেষ কৰে।....পথাৰৰপৰা শহুৰেকে আহি পুতেকৰ দৰে নীৰৱে তলমূৰ কৰি খায়।....

সোণপাহিৰ বিজয়-গৰ্ব্বত তাইৰ হিয়া উলাহত ঠাই নোহোৱা হয়।....'নাৰী-সংঘ', 'কমিউনিষ্ট পাৰ্টি', 'অষ্টম-বাহিনী' কিমান শক্তিমান!....তাই ভাবে,—"এই যুদ্ধই আমাৰ পদদলিত নাৰী সমাজক বহুখিনি উপকাৰ কৰিলে।"....

তাই বিজয়-গৰ্ব্বে শহুৰেকক কয়,—"তিৰোতাহঁতে

আপোনাৰ পুতেকক মৰাত আপোনাব কেনে লাগিছে ?"

সি কয়,—"তাৰ দোষ,—চ্যাঙৰ।....কিবা দোষ কৰিছে কাৰণেহে সি লাঞ্ছনা ভোগ কৰিছে। মই তাক ইমান কওঁ, সি গৰুটোৱে নুশুনে। ইমান মাৰিলোঁ, মাৰিলোঁ, তথাপি তাৰ স্বভাৱ আৰু বদলি নহয়।"

সোণপাহিয়ে দুষ্টামিৰ সুৰেৰে কয়,—"এৰা! তেওঁক মাৰোঁতে মোৰ হিয়া কান্দি উঠিছিল।"

"বেজাৰ নকৰিবা, তাৰেই দোষ।'....শহুৰেকে হুমুনিয়াহ কাঢ়ে।

"নাৰী-সংঘ সংগঠনকাৰী অষ্টম-বাহিনীৰ বিষয়ে আপুনি কি ভাবে।"—তাই সোধে।

"বৰ ভাল! বৰ ভাল।"—বুঢ়াই মত দিয়ে শলাগে, বোৱাৰীয়েকক বখানে।....মুখেৰে চ্যাঙেও শলাগে।

নিশা! চ্যাঙ বিছনাত বাগৰি বৰ চিন্তিত। সোণপাহিৰ মন উগুল-থুগুল।

"বাৰু কোৱাচোন, মাৰ ধৰ কৰাত তোমাৰ কিবা শিক্ষা হ'ল নে?"—তাই সোধে সোণপাহিৰ অসীম সাহস।....

শুই শুই আতালৰ ফালে চাই চ্যাঙে,—"সমাজৰ ওচৰত মূৰ দোঁৱালেও, মই অন্তৰেৰে নত হোৱা নাছিলোঁ। বহু নাৰী আছিল গতিকে মূৰ তুলিবলৈ সাহ কৰা নাছিলোঁ।"

"এইবাৰ অন্যায় কৰিলে, তেওঁলোকে তোমাক মাৰি পেলাব।"—সোণপাহিয়ে কৈয়েই কেৰাহীকৈ চায় চ্যাঙৰ ফালে।

"তেতিয়া তুমি বৰ ৰং পাবা, নহয় নে?"—গিৰীয়েকে প্ৰশ্ন কৰে।

"কিয় সেইদৰে কোৱা? তুমি জানাই দোখোন। এয়া নতুন সমাজ। তোমাৰ বয়স ত্ৰিশ, লিখা-পঢ়া জানা। তদুপৰি জীৱনৰ অভিজ্ঞতা বেছি।"

"টিন্-ভচিন চহৰত য'ত অষ্টম-বাহিনী, নাৰী-সংঘ এইবোৰ নাই, তাত মানুহে এই নতুন সমাজৰ বিষয়ে কল্পনাই কৰিব নোৱাৰে। তুমিও নোৱাৰা। তাত নাৰীসকল আগৰ নিচিনাই। গতিকে নাৰীসকল অনুগতা দাসী হৈ থাকিলে, সকলো ভাল।"—সোণপাহিৰ কথা শুনি চ্যাঙে এইদৰে কয়।

সোণপাহিয়ে সোধে—"অ' দেখিছোঁ, তুমি নতুন সমাজৰ প্ৰতি ইমান ভাল চকুৰে নোচোৱা। বাৰু তুমি কোৱাচোন, কি সমাজ তোমাৰ ভাল লাগে?"

চ্যাঙে কয়,—"টিন্-ভচিন্ চহৰত যি সমাজ আছে, সেই সমাজক মই ভাল পাওঁ। তাত পুৰুষৰ আদেশ তিৰোতাই মানে। কিন্তু য'ত কমিউনিষ্ট অষ্টম-বাহিনীৰ শাসন চলিছে, তাত নাৰী উচ্ছৃংখল হয়। তিৰোতাই পুৰুষক নামানে। আৰু বহুতো কথা আছে। টিন্-ভচিন্ চহৰত মানুহে মানুহক লুট নকৰে। তাত ধনী আছে যদিও সিহঁতে পৰিপাটিকৈ পিন্ধে। কিন্তু মুক্ত অঞ্চলত সকলো সম্পত্তি বিলাই ভগাই দিয়া হয়।... ধনী গৰীব হয়।—মই এনেকুৱা নতুন সমাজক বিশ্বাস নকৰোঁ।"

সোণপাহিয়ে হুমুনিয়াহ কাঢ়ে। আচৰিত হয়। ধীৰভাৱে তাই কয়,—'নাৰীক স্বাধীনতা দিয়া হলে, সামাজিক কামত বিশেষভাৱে সিহঁতে যোগ দিব পাৰে। অনাহাৰী গৰীৱে মাটি পাই জীৱনৰ ভৰণ-পোষণৰ বহু সুবিধা পায়। সকলোৱে যথেষ্ট খাবলৈ পাব, পিন্ধিবলৈ পাব। এইদৰে সকলোৱে স্বাধীনতাৰ প্ৰসাদ ভোগ কৰিব।"

তাই বিছনাত বাগৰি পৰে। গিৰীয়েকে তাইক গৰাহ মাৰিব খোজে। তাই আঁতৰি এফালে থাকে। তাই গম্ভীৰভাৱে আলোচনা কৰিব খোজে। তাই কয়,—"এইদৰে দুখীয়াৰ অৱস্থাৰ পৰিবৰ্ত্তন হয়। মাওৎ-চে-তুঙে ৰাইজৰ কাৰণে এটা নতুন সমাজ তৈয়াৰ কৰি দিছে।"....

সি কয়,—"মাও-চে-তুঙে বেয়াহে কৰিছে। দুখীয়াই খাবলৈ নাপায় যদি মৰক সিহঁত। তমি জানো কব খোজা, ধনীয়ে চুৰি কৰি ধন আৰ্জ্জে?"

সোণপাহিয়ে আঘাত পায়, তাইৰ খং উঠে।

নতুন সমাজৰ ছবি তাইৰ হিয়া-পটত বিৰিঙি উঠে। বৈপ্লৱিক দীপ্-চকুৰে সি চাব নাজানে। এই নতুন সমাজৰ বিষয়ে সি সম্পূৰ্ণ অজ্ঞ।....''তুমিয়েই দেখোন স্বীকাৰ কৰিছিলা, নতুন সমাজৰ ওপৰত তোমাৰ বিশ্বাস আছে বুলি ;—ক'ত সেই বিশ্বাস দেখোন মিছা। ক'ত গল সেই ভাব সেই প্ৰতিজ্ঞা ?—মিছা ...কাম-বন কৰি দুখীয়াই খাবলৈ নাপাব, পিন্ধিবলৈ নাপাব,—কাম-বন নকৰি ধনীয়ে সুখেৰে বাস কৰিব, ই হব নোৱাৰে। এজনৰ শ্ৰম-ফল আনে ভোগ কৰিব, —ই অন্যায়।''—সোণপাহিয়ে মনৰ দুখত কয়।

চ্যাঙে কয়,—''মই বুঢ়া হলো। যুৱক হলে জাতীয় বাহিনীত যোগদান কৰিলো হয়। তোমাক এৰি দিলোহেঁতেন।''

''অ' তোমাক আৰু এজনী ধৈৰ্ণী লাগে। তুমি বুঢ়া, মই গাভৰু। অনুপযুক্ত—বয়সৰ পাৰ্থক্য। তুমি আকৌ এজনীক বিয়া কৰাই আনা। মোক এৰি দিয়া। তুমি বুঢ়া হলা, এতিয়াও সপোন দেখা অফিচাৰ হম, ধনী হম, দুখীয়াক শোষণ কৰিম।....ইমান নীচ মন! ছিঃ! তুমি ওচি যোৱা, তোমাক মই ত্যাগ কৰিলোঁ—যোৱা।''—সোণপাহিয়ে খাটাংকৈ কৈ দিয়ে।

''মই চ্যাং-কাই-শ্বেকৰ বাহিনীত যোগ নিদিওঁ। টিন্-ভচিন্ চহৰলৈ যাম বেপাৰ কৰিম, ধনী হম,—ন তিৰোতা এজনী কৰি লম। তোমাৰ মতে তুমি চলা, আৰু মোৰ মতে মই চলিম। মই পৰোৱাই নকৰো।''—চ্যাংও অটল।

দুয়ো নিমাত। তাইক সি অকস্মাতে সাবটি মাৰে। তাই দুবাহুৰ মাজত ছটফটায়।—সি মিনতি জনায় প্ৰেমৰ আনন্দ সোঁতত ভাহি যাবলৈ। কয়—''সোণ! কিয় তেন্তে আমাৰ বিয়া হ'ল? এই ৰাজনৈতিক কথাবোৰ আমাৰ দাম্পত্য জীৱনত কি প্ৰয়োজনত আহিব?''

সোণপাহি ভাগৰি পৰে। দিনৰ ৰণ-আদালতৰ বিচাৰ আৰু নিশাৰ এই নাটকীয় অভিনয়। নাই নাই—এয়ে শেষ! শেষ বাৰলৈ সি প্ৰেমৰ সোৱাদ লওক। কিনো ক্ষতি হব? তাই শেহত নিজক সঁপি দিয়ে। সি তাইক দুই বাহুৰে চেপি তাৰ অন্তৰৰ কামনা বাসনা তৃপ্ত কৰি লয়। সোণপাহিৰ অন্তৰে কিন্তু তাক নিৰিচাৰে,—তাক ঘৃণা কৰে। এয়ে শেষ! দাম্পত্যনাটৰ যৱনিকা।....

তাইৰ অন্তৰত ধুমুহা বয়—''সি ধনীৰ, মই গৰীবৰ, সি বুঢ়া,—মই গাভৰু। আমি পৰস্পৰে শত্ৰু।''—হিল্‌দোল্‌কৈ ধুমুহা বয়।

পিছদিনা।....পুৱাবেপৰা সোণপাহি সংসাৰৰ কামত ব্যস্ত।

সন্ধ্যা। ভাবোঁতে, চিন্তোতে, গুণোতে, গুথোঁতে, সাজৰ আহাৰ তপত জুহালৰ কাষত বান্ধোঁতে বাঢ়োতে তাইৰ খং চুলিৰ আগ পাযগৈ।

গিৰীয়েকৰ কাষলৈ হঠাতে লৰি গৈ তাই কয়, —''তোমাৰ স্বভাৱ আৰু পৰিবৰ্ত্তন নহ'ল, এতিয়াও নহ'ল। তোমাক আৰু শিক্ষা লাগে নে? শ্ৰেণীহীন সমাজৰ প্ৰতি যদি তোমাৰ আস্থায়েই নাই, তেন্তে সাৱধান!—আমাৰ ক্ষমতাৰ পৰিচয় পাবলৈ সাজু হোৱা।''...

খঙত চ্যাঙে সোণপাহিৰ ওপৰত জঁপিয়াই পৰে, —তাই পুলকি ভিতৰাই লৰ দিয়ে।....

নাৰী-সংঘ!. তাই ফোঁপাই ফোঁপাই গৈ সভানেত্ৰীক জনায়,—তাইৰ স্বামী চ্যাঙৰ কোনো পৰিবৰ্ত্তন হোৱা নাই।

....সভানেত্ৰীয়ে শুনা মাত্ৰকে দপ্‌দপাই ছালৰ ওপৰত উঠি চিঞৰি চুঙা ফুঁকি কয়,—''কম্‌ৰেড্‌সকল! সোনকালে জমা হওকহি। বৰ জৰুৰী খবৰ।''....

ঘৰ এৰি হিল্‌দোল্ কোবাই নাৰীসকল আহি উপস্থিত হয়। 'নাৰী-সংঘ'ৰ চোতালত উখল-মাখল লাগে।....সভানেত্ৰীয়ে ঘোষণা কৰে,—''সোণপাহিৰ গিৰীয়েক আৰু ভাল নহ'ল।—তাৰ অত্যাচাৰ নকমিল। জৰী লৈ তাক বান্ধি ধৰক গৈ,—যাওক।''....

কুৰিজনী সেৰিকাই টোকোন আৰু জৰীৰে দোপ্-দোপাই চ্যাঙক বান্ধি ধৰিবলৈ যায়।....

....চ্যাং পলায়। পাছে পাছে তেওঁলোক তিনি মাইল খেদি যায়, তাক নাপায়। এন্ধাৰত চ্যাং নোহোৱা হয়।....

প্ৰতিশোধৰ যৱনিকা পৰে।....দাসত্বৰ নাট্য শেষ হয়,—মুক্তিৰ জীৱন্ত-নাট আৰম্ভ হয়।

সোণপাহি মুক্ত—স্বাধীন।

সকলোলৈ তাই ধন্যবাদ জ্ঞাপন কৰে।

"ভয় নাই। সি পলাই ক'ত সাৰিব? এদিন আমাৰ হাতত পৰিবই,"—বুলি তাইক আশ্বাস দিয়ে, 'নাৰী-সংঘ'ই।

পিছদিনা স্বামীৰ পলায়নৰ বাতৰি জিলাধিপতিক তাই জনায়।...তেওঁ সোণপাহিৰ নিৰাপত্তাৰ আশ্বাস দি কয়,—"কমৰেড্ সোণপাহি! তোমাৰ স্বামী কেৱল এজন মানুহহে। কিন্তু এজনৰ নহয়, কৌটি কৌটি নিপীড়িত সমাজৰ কথা ভাবি চাবা। তোমাৰ গাঁওলৈ ফিৰি গৈ নাৰীসকলক সংগঠিত কৰা, এচপৰা লোৰ দৰে এক কৰা।"....

সোণপাহিয়ে সৰ্ব্বান্তঃকৰণেৰে তেওঁৰ আদেশ মানি লয়। পুৰণি সমাজ আৰু ফিৰি নাহে।...তাইৰ স্বামীও নাহে।...

এদিন গাঁৱৰ সকলো তিৰোতাক আহ্বান কৰি তাই বক্তৃতা দিয়ে,—

"কমৰেড্ ভনীসকল! আমি অষ্টম-বাহিনী আৰু কমিউনিষ্ট পাৰ্টিৰদ্বাৰা মুক্ত হলোঁ। আজি আমাৰ দিন। চ্যাং-কাই-শ্বেক আৰু তাৰ বাহিনীক ওফৰাই দিবলৈ যুঁজা। মুক্তি ফৌজ বাহিনীৰ কাৰণে আমিয়েই শস্য উৎপাদন কৰি দিয়া উচিত। আমাৰ মুক্ত অঞ্চলৰ লগত যুঁজা চিয়াং-ক সহায় কৰিবলৈ ওলোৱা আমেৰিকাৰ লগতো আমি যুঁজা উচিত।"....

তাই মুঠি ওপৰলৈ তুলি চিঞৰে,—

"আমেৰিকা ধ্বংস হওক!"

"চিয়াং-কাই-শ্বেক নিপাত যাওক?"

"আমাৰ মুক্ত অঞ্চলৰ শত্ৰুৰ বিৰুদ্ধে সংগ্ৰামৰ জয় হওক!"

"ঘৰলৈ গৈ, স্বামীসকলক অষ্টম-বাহিনীত যোগ দিবলৈ উৎসাহ দিবা।"

"ইন্‌ক্লাব্ জিন্দাবাদ!"....

—সমস্বৰে সকলোৱে প্ৰতিধ্বনি তোলে।....

ই লোভ নহয়, আকাংক্ষ্যা নহয়, যৌন-লিপ্সাও নহয়,—মুক্তি সংগ্ৰামত বীৰাঙ্গনা হবৰ অভিপ্ৰায়ো নহয়, —যাৰ বাবে সোণপাহিয়ে ৰাজনীতি-ক্ষেত্ৰত নামে—ই নতুন সমাজ।

....তাই অৱশ্যে বিয়া কৰিবৰ ইচ্ছা কৰে চ্যাঙৰ দৰে পুৰুষক নহয়,—ইচ্ছা কৰে সেই মুনিহক যি প্ৰগতিশীল, যি শ্ৰমজীৱীৰ এজন, যি নাৰী যাতনা-কাৰী নহয়,—যি নতুন সমাজৰ কাৰণে দায়িত্বশীল সি হব তাইতকৈ তিনি বছৰ ডাঙৰ, সুশিক্ষিত, কষ্ট-সহিষ্ণু, বহুঝঞ্ঝা-বিজয়ী। সি ধনী হোৱাৰ ফাঁকিবাজ মন্ত্ৰদাতা শিক্ষক নহয়, ৰাইজক নিষ্পেষণ কৰিব পৰা কৌশল জনা বুদ্ধিজীৱীও নহয়, উচ্চ কৰ্মচাৰীৰ ভৃত্যৰ দৰে অনুগত কৰ্মীও নহয়,—সি হব কৃষক, সি ৰাইজৰ কাৰণে উৎপাদন কৰিবলৈ জন-সাধাৰণক শিক্ষা দিব, গৰীব শ্ৰেণীৰ অনুগত হব, অষ্টম-বাহিনীৰ কৰ্মীতকৈও দৃঢ়প্ৰতিজ্ঞ হব, স্বাধীনভাৱে সমাজৰ উন্নয়নৰ কাৰণে নিজক চালিত কৰিব, দেশৰ হিত চিন্তিব আৰু যশৰ প্ৰয়াসী নকৈ কৰ্ম কৰিব।—"সি হব মোতকৈ বেছি শিক্ষিত, মোক শিক্ষা দিব নোৱাৰিলেও বাৰে বাৰে শিকাব, এইদৰে মই তাৰপৰা শিক্ষা লম, দীক্ষা লম, একেলগে উভয়ে মিলি কায়মনো-বাক্যে নতুন সমাজ সৃষ্টি কৰিম। প্ৰেমেৰে তাৰ অন্তৰত মই প্ৰেমৰ সঞ্চাৰ কৰিম। প্ৰেমৰদ্বাৰাই মই তাক শুধৰাম।"

এইদৰে ধৰ্ম আৰু দৰ্শনৰদ্বাৰা নিৰ্দিষ্ট তিনি হেজাৰ বছৰীয়া চীনৰ নাৰীসমাজৰ শিকলি ছিঙি পৰে।.... 'আধাৰ স্মিথে' কোৱা মতে চীনৰ নাৰীৰ পাপ সাতোটা হৈছে,—

(১) নাৰীৰ নিৰক্ষৰতা ;—
(২) নাৰী-বিবাহৰ নিষ্ঠুৰ বাধ্য-বাধকতা ;—
(৩) পূৰ্ব্ব-পুৰুষক পূজা কৰিবলৈ নাৰীৰ সতীত্ব দান ;—

(৪) পূৰ্ব্ব-পুৰুষৰ পূজাত নাৰীৰ অধিকাৰ নথকাত পিতৃ-মাতৃৰদ্বাৰা নাৰীৰ সন্তানৰ জীৱন-নাশ ;—

(৫) পৰিয়াল-পৰিচালনাত অশান্তি সৃষ্টিৰ কাৰণে বহু জীয়ৰী বোৱাৰীৰ আত্মহত্যা ;—

(৬) প্ৰাচীন পূৰ্ব্ব-পুৰুষৰ পূজা আৰু নাৰীৰ অসমত্বৰ কাৰণে দেশৰ জন-সংখ্যা বৃদ্ধি;—

(৭) ভাৰ্য্যা আৰু কন্যাৰ প্ৰতি গৰু-ঘোঁৰাৰ দৰে পাশৱিক ব্যৱহাৰ।

—এনে ধৰণৰ পাপ দূৰীভূত হয় চীনৰ মুক্তিৰ লগে লগে।

ই নতুন সমাজ ;—নাৰীৰ মুক্ত স্বাধীন সমানাধিকাৰৰ সমাজ। এনে সমাজৰ কাৰণে নাৰীৰো দায়িত্ব বাঢ়ে। ..

এনে মুক্ত স্বাধীন চীনৰ বুকুত মুকলিমূৰীয়া ন-ধনুৰা, ন-বনুৱা, ন-হালোৱা, ন-মনুৱাৰ জাকে জুমে জুমে মিলি নতুন চীন গঢ়ে।

পৃথিৱীৰ এখন আহল-বহল বুকুত শান্তিৰ নিজৰা বয় ,—ন-বেলিৰ ন-জিলিকনি ঝলমলাই উঠে ; ন-বৰণ বৰ্ণালী বেঙুনি।..

ল'ৰালি কালৰ ল'ৰা-ছোৱালী,—ডেকালি-কালৰ ডেকা-গাভৰু,—হালিপৰা যৌৱনৰ ভেটিত নতুনকৈ গজালি মেলা যৌৱনৰ ভৰত গা-দঙা গাভৰু সোণপাহিক আঁকোৱালি লৈ প্ৰেমিক লিপাওয়ে পাকৈত সৈনিকৰ দৰে শান্তি, মুক্তি আৰু প্ৰগতিৰ বাটেদি আগবাঢ়ি যায়।...

চীনৰ বুকুত সৰগ নামে।...

শান্তিৰ কপৌ জাকে জাকে কুৰুলিয়াই নীলিম আকাশত উৰে।..

নীল আকাশত লাল-ঝাণ্ডা ফৰফৰাই থাকে ।....

তাৰ তলত লিপাও আৰু সোণপাহি ।....

একে মাতেৰে চিঞৰি উঠে—"ইনক্লাব জিন্দাবাদ।"

....চীনৰ বুকুত কঁপনি জাগে।....

# হিয়াৰ পুং

পুৱতি নিশা।

এন্ধাৰ—দোকমোকা ।....নিজম, নিমাত, নিশিব্-শিব।.. এটি কেঁচুৱাৰ কান্দোন ৰজন্‌জনাই উঠে।

এটা পঁজা !....কেঁচুৱাৰ কান্দোন পঁজা উপচি বাজ হৈ ওলায়। সেই গহীন নীৰৱতা ভেদি বাহিৰ হয়। তাত একোৱেই নাই। আছে মাথোঁ হিয়াছিগা বুকুভগা কান্দোন। হিয়া আমঠু কঁপাই তোলা ইননি বিননি ।....

সব্‌ৰ-হাৰাৰ পঁজা এনেকুৱাই।

লখ্ৰা ।....তাৰেই সেই পঁজা। সি সব্‌ৰ-হাৰা। তাৰ একোৱেই নাই ;—আছে মাথো বুকুভৰা দুখ-বেজাৰ, দহনি-পোৰণি, দীঘল হা-হুমুনিয়াহ আৰু দুগালেদি বোৱা তপত চকুলো। জীৱন ভৰা দুখ পাহৰি সুখ পাবলৈ সি চকুৰ পাহি চিপে, শোৱে, টোপনি যায়। কেঁচুৱাৰ কান্দোনত সি সাৰ পায়।....তাৰ বুকুত জুই বেছিকৈ ঘলে ;—উমি ঘলা জুইকুৰা ভক্-ভকাই ঘলে। ধাৰ শুজিব নোৱাৰাত তাৰ অতিকৈ চেনেহৰ ভেটিদবাও মহাজনৰ হাতলৈ পুৱাৰ লগে লগে যাবগৈ।....সি ধাত কপলীয়া। তাৰ পঁজা জানো ৰঙৰ, সুখৰ ?....তাৰ পঁজা শুইন্ মৰিশালি।

লাহে লাহে ৰাতি পুৱায়,—পোহৰ হয়। পূব আকাশত ফেহুজালি দিয়ে। পূবৰ ফালে ৰঙচুৱা সোণোৱালী বেলি ওলায়,—লগে লগে সব্‌ৰ-হাৰা দুখীয়াৰ হিয়া ঘলে-পোৰে। লখ্ৰাৰ হিয়াত উমি উমি জ্বলা জুইকুৰা বেছিকৈহে ভক্‌ভকাই জ্বলে,—চিন্তাৰ ধুমুহা বয়,—বেজাৰৰ বা মাৰলি পাকপাই পাকখাই কলিজা মোহাৰি যায়।

কেঁচুৱাৰ কান্দোন বেছিকৈয়েহে উঠে। "কিনো কান্দি থাক ? উঠ্ উঠ্। সোনকালে উঠ," বুলি লখ্ৰাৰ ঘৈণীয়েকে গাত জিকাৰ তুলি কান্দি থকা কেঁচুৱাটোৰ ওপৰত খং উঠি ধমক দিয়ে। কেঁচুৱাৰ কান্দোন কমক ছাৰি বেছিহে হয়। ধান নাই, চাউল

নাই, ভাতনো পাব ক'ত ? "মনে মনে খাক্। নাকান্দ" বুলি তাই ইফালে সিফালে চকু ফুৰায়।* 'গাহেন' ৰেৰত আউজি আছে, 'উৱাল' মাটিত বাগৰি আছে, ভাতৰ কেৰাহী উধানত কাতি হৈ পৰি আছে।

ধুমুচ্! ধুমুচ্!!

কাষৰে পাঁজৰে ধান বনাৰ শব্দ। কুকুৰাই ডাক্ দিয়ালেপৰা কাষৰে-পাঁজৰে ধান বনাৰ ধুমুচ্ ধুমুচ্ মাত উঠি থাকে।

লখ্যাৰ বুকুতো চিন্তাই খুন্দা মাৰে, বুকু ভাগি যায়। শোৱা-পাটিৰপৰা উঠি ঘৰৰ ভিতৰৰপৰা ওলাই লখ্যাই পিৰালিত আহি বহে, ভাবে চিন্তে গুণে, গুথে।

"হেৰৌ লখ্যা! কিনো কৰিছা ?"

গাঁৱৰ ওজা দেখোন! লখ্যাই মূৰ তুলি দেখে আৰু কয়,--"পীৰা।" ঘৈণীয়েকে এখন পীৰা আনি চোতালত পাৰি দিয়ে।

"কেনে তিৰোতা অ' এইজনী ? দেখা নাই ৰবুৱাৰ মন ? যাব।"

তাই বাহিৰৰ পৰা আনি পীৰাখন তুলি ঠাই সাৰি থকৌ পাৰি গুচি যায়। ওজাই বহে আৰু কয়, "বোলো হেৰৌ লখ্যা, আজি হেনো তোমাৰ ঘৰলৈ মহাজন আহিব ধনৰ ভিঠা নিব। ঘৈণীয়েৰাক আৰু ল'ৰাবোৰক লৈ তুমিনো ক'লৈ যাবা ? কি কৰিবা ? বিধাতাৰ ইচ্ছা, বুইছা। তোমাৰ কপালেই বেয়া। কাৰনো কৰা, কাকনো দুষিবা।"--

ওজাৰ গাতবিন্ধা কাইটীয়া কথাষাৰ শুনি লখ্যাৰ গাতে চুলিৰ আগ পাযগৈ আৰু সি কয়,--"কিনো বলকি থাকাহে ? কিনো ফেকফেকাই থাকা ?--হেৰৌ ওজা! এইদৰে কৈ কৈয়েইতো তোমালোকৰ দৰে ওজাহঁতে, ধনীহঁতে আমাৰ মন বেয়া কৰি পেলাইছা। ঈশ্বৰৰো দোষ নহয় কপালৰো দোষ নহয়, দোষ কাৰোবাৰহে--তোমালোকৰেই।"

* অসমত কিছুমান ঠাইত তিৰোতাসকলে উৱলান বা উৱলত গাহেন মাৰিবে ধান বানে।

ওজাই চিকাৰ পাই উঠি কয়,--"মোকনো এইদৰে কিয় কোৱা ? মোৰনো কি হৈছে ?

লখ্যাই খঙত উত্তৰ দিয়,--"আজি মই পিন্ধিবলৈ কাপোৰ কানি এডোখৰ নাপাওঁ, খাবলৈ এমুঠি নাপাওঁ, মূৰ গুজিবলৈ যি এটা পঁজা আছে সিও আজি ভেটিবে সৈতে যাবগৈ। গোৱা--শিজু গছ * তাত মই কিমান দেও-দেৱতা পূজিলো, তেও মোৰ আজি এই দুৰৱস্থা। ক'ত ধনী হম, ৰজা হম, গৰীব-গোলাম সৰ্ব্ব-হাৰাহে হলোঁগৈ। আজি মই দিহিঙে-দিপাঙে অনাই-বনাই ফুৰিলেও উপায় নাপাওঁ। মোক আজি ৰক্ষা কৰিবলৈ কিয় তোমাৰ * খৈলা, খুঙ্গুৰ, ৰাজপুত্ৰ, ৰাজখাওৱাহঁত নাহে ? আজি ক'লৈ গ'ল সিহঁত ? কিয় ৰক্ষা নকৰে মোক ?"

"ছি-ছি-ছি! মোৰ ওপৰত ইমান খং খাইছা কেলৈ ? মইতো তোমাৰ নিচিনা একো নোহোৱাজনক দিব নোৱাৰোঁ। আৰু বিধাতাইও দিব নোৱাৰে। বেমাৰ আজাৰ হলে তোমালোকে মাতিলেহে মই আহোঁ। এইদৰে ইমান খং কৰিছা কেলৈ ?"--ওজাই খত্মতকৈ কয়।

"হুঁ--ওজা, তোমালোক কেৱল ঠগোৱাতহে পাকৈত। সকলো ওজাৰ কেৱল খোৱা-লোৱাৰ কাৰণেহে ফাঁকি। তোমালোকৰ একো নহয়, একেবাৰেই নহয়। হেৰৌ ওজা! মোক ধনী কৰিবলৈ তোমাৰ আৰু কিবা দেও-দেৱতা আছে নে ?--আৰু আছে নে ? আছে যদি কি কি, কোন কোন আছে, কোৱা--সোনকালে কোৱা। সিহঁতকো মই পূজা দিম। কি কি লাগে ?--কব নোৱাৰিলে এতিয়াই ঠিক কৰিম মই।"

লখ্যাৰ বৰ খং উঠে। ওজাই তলমূৰা হৈ মনে মনে থাকে! লখ্যাৰ ঘৈণীয়েকে দুৱাৰ-মুখত থিয় দি

* বড়োসকলে শিজু গছক বাথৌ দেৱতাৰ প্ৰতীক হিচাপে পূজা কৰে। বড়োসকলৰ প্ৰায় ঘৰৰ চোতালতে শিজু গছ দেখা যায়।

* বড়োসকলৰ বাথৌ পূজাত খৈলা, খুঙ্গুৰ আদি দেৱতাসকলৰো আসন থাকে; আৰু পূজা দিয়া হয়।

কয় ;—"তাৰ ওপৰত খং কৰিছা কেলৈ সি কিনো জানে ? সিহঁত কেৱল খোৱা-বোৱাৰ কাৰণেহে ওজা।"

"মই যাওঁদেই লগ্ৰা। সৌৱা তালৈকে যাওঁ। মাতিছে। তাৰ ছোৱালীজনীৰ বোলে জ্বৰ।"—বুলি ওজাই কৈ উঠি গুচি যায়।

"যোৱা।....তাকো মাৰাগৈ, যোৱা যোৱা,"—বুলি কৈ লগ্ৰাই কপাল কোঁচাই চকু বেঁকা কৰি কেৰাহীকৈ চাই পঠিয়ায়। দুখৰ মাজতো সি এবাৰ মিচিকিয়াই হাঁহে।

ধমুচ্ ! ধমুচ্ !!

আকৌ ধান বনাৰ মাত—ধমুচ্ ধমুচ্। লগ্ৰাৰ অন্তৰতো চিন্তাৰ গাহেনে তাৰ কলিজা খুন্দি ছেদেলি ভেদেলি কৰি খেঁতেলি পেলায়।

কেঁচুৱাটোৰ কান্দোনত তাৰ ভগা পঁজা কঁপি উঠে। কি কৰোঁ কি নকৰোঁ—এনে দোধোৰ-মোধোৰ ভাৱত উতলি ঘৈণীয়েকে এবাৰ ঘৰৰ বাজলৈ ওলায়, এবাৰ ভিতৰ সোমায়।

পিৰালিত বহি লগ্ৰাই চাৰিওপিনে চকু ফুৰায়,—নিজৰ বাৰীৰ কল, আম, তামোল, কঠাল গছ দেখি তাৰ অন্তৰৰপৰা দীঘলীয়াকৈ এটি হুমুনিয়াহ অজানিতে ওলাই পৰে। অন্তৰৰ গধুৰ বোজা অলপ কমে।

সৌ আম গছজোপা তাৰ ককাদেউতাকে ৰুইছিল, সৌ কঠাল গছজোপা তাৰ বাপেকে ৰুইছিল, সৌ কল তামোলৰ গছ সি নিজেই ৰুইছিল,—এইদৰে ভাবোঁতে চিন্তোতে তাৰ দুগাল তিয়াই চকুলো বয়।

"সখা কি কৰিছেনো ?"—কৈ কৈ সখীয়েক বুদাফৰে চোতালেদি আহি ওজাই বহা পীৰাখনতে বহে।

"কিনো আৰু কৰিম সখা ? আমাৰ নিচিনা ছাল বাকলি নোহোৱা দুখীয়াৰ দুখনো কেতিয়া ওৰ পৰিব ? মহাজনে আহি মোৰ চেনেহৰ ভেটিডৰাকো আজি নিবহি। তাকেই ভাবি আছিলোঁ—এই গছ-গছনিৰে ভৰা ভেটিখন কেনেকৈ হেলাৰঙে আনৰ হাতত সঁপি দিও।"....লগ্ৰাই বৰ বেজাৰ মনা কথা কয়।

বুদাফৰে লগ্ৰাৰ অন্তৰত বৰ উছাহ দি কয়,—"সখা ! কিনো কৰিবা ? আজি আমাৰ দুখ হব পাৰে, সদায় জানো আমাৰ দিন এইদৰে যাব ? গাৰীৰ চকাৰ দৰে দুখৰ পিছত সুখ, সুখৰ পিছত দুখ ঘূৰি থাকে। ইমান দিন আমাৰ দুখতেই গ'ল। আমাৰ জানো আৰু সুখ নহব ? মনত পৰে নে সিদিনা এজন বুঢ়াই আমাক দঢ়াই দঢ়াই কৈছিল,—সেই বহুমূলীয়া কথাষাৰ পাহৰি পেলালা নে ? তেওঁ কৈছিল,—নযুগ হেনো, আহিব, খেতিয়ক বনুৱাৰ হেনো সুখ হব, শান্তি হব,—মুক্তি স্বাধীনতা হব। ৰাইজেই ৰজা—পঞ্চায়তী ৰাজৰ স্থাপন হব।"

"পাহৰা নাই। বিপ্লৱৰ প্ৰতিমূৰ্ত্তি সেই বুঢ়াজনৰ ৰেহৰূপ মোৰ হিয়াত আজিও চাব খাই আছে। আজিও অগনিৰ ফিৰিঙটিৰ দৰে ছিটিকি পৰা তেওঁৰ কথাষাৰ মোৰ অন্তৰত আঙঠাৰ দৰে জিলিকি আছে।....সঁচা—তেওঁৰ প্ৰত্যেক শাৰী কথাই সঁচা। তেওঁ দেখুৱাই দিয়া বাটৰ বাহিৰে আমাৰ মুক্তি পথো নাই, উপায়ো নাই।" বুলি কৈ লগ্ৰাই এটি দীঘল হুমুনিয়াহ এৰে।

"আই ঐ ভাত! আই ঐ ভাত!"—বুলি কৈ কেঁচুৱাটোৱে ইনাই বিনাই পেন্পেনাই থাকে।

"এই কপালখন লৈ জনম লৈছিলি হঁ ? আছে নহয় ভঁৰালে ভঁৰালে ধান, বাৰীয়ে বাৰীয়ে শাক পাচলি ?"—কেঁচুৱাটোৰ ওপৰত খং উঠি মাকে বকি থাকে।

"সখী! পোনাটোৰ ওপৰত কিয় খং কৰিছে ? এনেয়ে বেচেৰাই ভোকত কলমলাই আছে, কান্দিছে ; তাৰ ওপৰত খং উঠি কি লাভ ?"—বুলি বুদাফৰে কয়।

"শৰীৰত এটুপি তেজেই নাই ; কাটিলে তেজ ওলাব নে ? ভাত বিচাৰিলে ক'ত পাব ? বোপাই ঐ! বোপাই ঐ !! এনে হব বুলি জানিলে ডিঙিত ছিপ-জৰী লগাই ফাঁচীত মৰাই ভাল আছিল।"—মনৰ বেজাৰত বকি থাকে।

"গাৱখো! আহা সোণাই আহা। এইফালে আহা" বুলি লগ্ৰাই মাতে।

ঘৰৰ ভিতৰৰপৰা কান্দি কান্দি ফেঁকুৰি ফেকুৰি চকু মোহাৰি মোহাৰি গাৱঁখোৱে পিৰালিত বহা বাপেকৰ ফালে খোজ লয়। লখ্রাইও পুতেকক সাৱটি লৈ চকুলো মছি কয়,—"মোৰ সোণাই! নাকান্দিবা! তোমাক সুখ দিব নোৱাৰিলোঁ। মোৰ নিচিনা টোকোনা হত-চিৰীৰ ঘৰতনো কিয় জনম লৈছিলা? 'ভাত, ভাত' বুলি কান্দিলে জানো ভাত পাবা?"...তাৰ চকুজোৰ ছলছলীয়া হয়।

বাপেকৰ এনে হতাশ ভৰা কথাষাৰ শুনি গাৱঁখোৰ কান্দোন বাঢ়েহে।

বুদাৰুৱে দীঘল হুমুনিয়াহ এৰি কয়। "ৰব ৰব, সখা! ৰব। কালি নিশাৰ কৰ্কৰা ভাত থাকিব লাগে। মই এই পোনাটিক ঘৰলৈ লৈ যাও। তাকে খুৱাও গৈ।"

"নি যি কৰা তোমাৰ খুচী। কাটাই নে মাৰাই—তোমাৰ ইচ্ছা।"—আনফালে মুখখন ঘূৰাই লখ্রাই কয়।

"বোপাই! আহঁা। এইফালে আহঁা।"—বুলি বুদাৰুৱে গাৱঁখোক মাতে।

ঘৰৰ ভিতৰৰ পৰা ওলাই অহা মাকক ল'ৰগাৰি সাৱটি ধৰি গাৱঁখোই আকৌ কান্দে।

"সখী! আপুনিও আহক।"—বুদাৰুৱে মাত দিয়ে। গাৱঁখোৰ মাক হাকু-দাকু হয়—এবাৰ গিৰী-য়েকৰ মুখৰ ফালে চায়, এবাৰ সখীয়েক বুদাৰুৰ পিনে চকু দিয়ে, এবাৰ পুতেকক দুহাতেৰে তুলি কোলাত লৈ গৱামাৰি ধৰে।

"যোৱা! কি চাই আছা? যোৱা! পলম কৰিছা কেলৈ? সোনকালে আহা গৈ। চাব লাগিব নহয়, তোমাৰ এই হতচিৰি গিৰীয়েৰাৰ জীৱন নাটৰ দুখেৰে ভৰা দৃশ্য। চাব লাগিব নহয়, সেই জোকৰ দৰে তেজপিয়া মহাজনে আহি পৈয়েৰৰ বুকুৰ 'ৰকত' কেনেকৈ পি খাব?—যোৱা বেগতে আহাগৈ।........ ইমান দিন ককাদেউতা, দেউতা আৰু মই নিজেই ৰ'দক ৰ'দ নুবুলি, বৰষুণক বৰষুণ নুবুলি কপালৰ ঘাম ভৰিত পেলাই, তেজক পানী কৰি ঘৰ-দুৱাৰ সাজিলোঁ, মাটি-বাৰী ভাঙি চিকুণালোঁ,—আজি আহিব সেই চোৰ ডকাইত কাম-বন নকৰা পৰিশ্ৰম-বিমুখ এলেহুৱা ৰঘুমল মহাজন,—সি হ'ব মোৰ এই চেনেহৰ ঘৰ-বাৰীৰ মালিক। বা: বা: বা: বৰ মজাৰ কথা। হা:-হা:-হা:"—বুলি কৈ বলিয়াৰ দৰে লখ্রাই আটাহ পাৰি হাঁহে।

"আই অ'! ভোক লাগিছে।"—বুলি কৈ মাকৰ ডিঙিত সাৱটি ধৰি গাৱঁখোৱে কান্দে।

"আহক সখী! আহা মোৰ সোণ।"—বুদাৰুৰ কথা শুনি তিৰোতাজনীয়ে আগুৱায়, সখীয়েকৰ পাছে পাছে যায়, তাইৰ ডিঙিত ওলমি থকা কোলাত বহা গাৱঁখোই ফেকুৰি ফেকুৰি কান্দে।......

লখ্রাই সিহঁতৰ ফালে একেথিৰে চায়।

সিহঁত গুচি যায়, চকুৰ আঁৰ হৈ নোহোৱা হয়। পিৰালিত বহি লখ্রাই অকলে থাকে,—ভাবে, চিন্তে, গুণে, গুথেঁ। চিন্তাৰ ধুমুহা বৈ তাৰ হিয়া মোহাৰি পেলায়।

গাৱঁখোৰ মাকেই লখ্রাৰ ঘৈণীয়েক। নাম ছেৱাৰী। তেতিয়া ছেৱাৰী সৰু, পাট-গাভৰু। চুপহী ফুলৰ কলিৰ দৰে ৰূপহী। তাইৰ দেহ-ৰূপ ধুনীয়া,—পুৱতি বেলিৰ দৰে মুখখন সোণোৱালী,—দাঁত কেইপাঁতি আথৈৰ দৰে বগা ফটফটীয়া, হাঁহিলে বিজুলীৰ চক্‌মকনিৰ দৰে চিকিমিকীয়া,—গাল দুখন ও চকলাৰ দৰে গোল, পিছল, মিহি—মিহি ছিলমিলীয়া চুলি-টাৰি মেঘৰ দৰে ক'লা কেচুকেচীয়া, ঘোঁৰাৰ নেজ কোঁচাৰ দৰে দীঘলীয়া, খোপা বান্ধিলে খালৈৰ তলিৰ দৰে ডাঙৰ লু-থুম্ থুম্,—ভৰিৰ কলাফুল বাঁহ-গাজৰ দৰে নিমজ, শকত-আৱত; —আমৰলু পৰুৱাৰ দৰে কঁকাল সৰু; কথা কলে হাঁহৰ ডিঙিৰ দৰে ডিঙি লেতু-সেতু;—চকুৰ চাৱনি মোহিনী, জুই-কুৰাৰ দৰে জলমল্। এক কথাত কবলৈ হলে তাই ধুনীয়া, শুৱনী, ৰূপহী, লাৱনী। এই ছোৱালীয়েই বাঁৰী মাকৰ লগত বহু দূৰৈৰ পৰা খোৱা-বোৱা পকা-পিন্ধা বিচাৰি লখ্রাৰ গাওঁলৈ আহিছিল।

সেই সময়ত লখা পণ্ডিত আছিল। ..

স্কুলৰ কাষেদি আলি। সি স্কুলত পঢ়ুৱাই আছিল, সেই আলিয়েদি ছোৱালীয়ে নিজৰ ৰূপৰ জেউতি উজলাই মাকৰে সৈতে গৈছিল। আলিয়েদি যোৱা ছোৱালী পাটি-গাভৰুক দেখি উলাহত তাৰ হিয়াত ঠাই নোহোৱা হৈছিল; পঢ়ুৱাবলৈ মন-কাণ নোহোৱাত পঢ়ুৱৈহঁতক ছুটী দিছিল। সিদিনাৰ পৰা তাৰ যে কি হ'ল, তাৰ হিয়া পাটত ছোৱালীৰ মূৰতিহে জিলিকি হিয়াত ছাপ্ খাই আছিল।

পিৰালিত বহি বহি ভাবি ভাবি লখাৰ গাল দুখন ৰঙচুৱা হৈ উঠে। সি আৰু ভাবে, চিন্তে, গুণে, গুথে। সঁচাকৈয়ে ছোৱালী আছিল লখাৰ চৰোৱা ৰূপৰ মূৰতি। ছোৱালীৰ মাক আছিল দেওধনী। দেওধনী হৈ কঁৰৰাত কোনোবা গাওঁত * খেৰাই পূজাত ছোৱালীৰ মাকে নচাৰ কথা শুনিলে, জাকে জাকে মানুহে চাবলৈ গৈ উখল-মাখল লগাইছিল।

লখাৰ গাঁৱৰে এজন বৰলা বুঢ়াৰ ঘৰত সেই নাৰী দেওধনী আৰু জীয়েক ছোৱালীয়ে আশ্ৰয় লৈছিলগৈ। শেহত সেই নাৰী তিৰোতাজনী বুঢ়াৰ দেহ-লগৰী হৈছিল। ছোৱালীয়েও তাতে থাকি পোহপাল গৈছিল।

লখাৰ ককা-দেউতায়েক বৰ চহকী আছিল। সি আঠ হালি (বাৰ বিঘা) মাটিৰ মালিক আছিল। কোনো অভাৱ নাছিল। কুকুৰা, হাঁহ, পাৰ, ৰাজহাঁহ, পঠা-ছাগলী, গাহৰি আদিৰে ঘৰখন ৰজনজনাই আছিল। তামোল, কঠাল, আম, কল ইত্যাদি গছে বাৰীখন দেখাত শুৱনী কৰি তুলিছিল। লখাৰ বাপেকৰ আঠজন ভায়েক ককায়েক আছিল। ককাদেউতাৰেকে মৰিবৰ সময়ত আঠজন পুতেকৰ মাজত মাটি ভাগ কৰি দিছিল। লখাৰ বাপেকৰ ভাগত এক হালি মাটিহে পৰিছিল। সৰুৰে পৰা লিখা-পঢ়াত লখাৰ বৰ মন আছিল। নিজৰ গাঁৱৰ স্কুলৰ শিক্ষা শেষ কৰি চহৰৰ হাইস্কুলত উচচ শিক্ষাৰ কাৰণে সি ভৰ্ত্তি হৈছিল।

এসময়ত সেই অঞ্চলত বৰ গোলমাল হৈছিল। বহু চোৰ-ডকাইতক ধৰিবলৈ দাৰোগা-পুলিচ আৰু মিলিটাৰীহঁতে লখাৰ গাঁৱতো সোমাই উৎপাত লগাইছিল। বহুতক ধৰি নিছিল। সৰু ল'ৰা লখাকো দাৰোগাহঁতে ডকাইতৰ দলৰ এজন বুলি সন্দেহ কৰিছিল। এদিন স্কুলত গৈ দাৰোগা-পুলিচহঁতে লখাক ধৰি নিছিল। বেছিকৈ হাবিয়াসৰ পুলি লখাৰ অন্তৰত সিদিনাৰ পৰা মন মৰহি গৈছিল। সিদিনাৰ পৰাই তাৰ শিক্ষা-দীক্ষা সকলো অন্ত পৰিছিল।

বিচাৰত লখাৰ ফাটেক হৈছিল। ফাটেকৰ পৰা ওলাই লখাই গাঁৱলৈ গৈ গম পাইছিল, তাৰ বাপেক আৰু মাক মৰিল।

আঠজন ককায়েক ভায়েকৰ ভিতৰত লখা আটাইতকৈ সৰু আছিল। ফাটেক খটাৰ কাৰণে ককায়েকহঁতে লখাক ঘিণ কৰিছিল, দেখিব নোৱাৰিছিল। সিহঁতে লখাক এবিঘা মাটি ভগাই বেলেগ কৰি থৈছিল। সংসাৰৰ বোজা কম বয়সতে বৰ লগীয়া হোৱাত লখাৰ চুঁতি হেৰাইছিল, দিহা নাপাইছিল। সৰুৰে পৰা সি দুখ-কষ্ট পোৱা নাছিল। সুখ-শান্তিতে ল'ৰালিকাল কটাইছিল,—হাল বাবলৈ, কোদাল মাৰিবলৈ নাজানিছিল। নিৰুপায় হৈ শেহত সি গাঁৱৰ স্কুলৰ পণ্ডিত হবলৈ বাধ্য হৈছিল।

অতীতৰ কথা ভাবি ভাবি লখাৰ বুকু চেপি এটি দাঘল হুমুনিয়াহ বাজ হৈ ওলায়।.. .

তেতিয়া লখা আছিল চফল চেঙেলীয়া ডেকা। ছোৱালীক চাবলৈ ধাউতি হোৱাত সি নিতৌ বুঢ়াৰ ঘৰলৈ গৈ আছিল।........এইদৰে যাওঁতে যাওঁতে শেহত দুয়োৰে পৰাণ জুৰি ভাল পোৱাই পাহ মেলিছিল।

এদিন পুৱা।.......স্কুলমুৱা লখা।........বুঢ়াৰ ঘৰৰ কাষ পাওঁতে ছোৱালীয়ে লখাক পদূলি মুখৰ পৰা দেখা পাই বাটৰ পিনে লৰি-ধাপৰি লখাৰ কাষ পায়েই তাই চিঞৰি চিঞৰি জোকাই জোকাই গীত গাইছিল।

* বড়োসকলৰ ডাণ্ডৱ পূজা হৈছে খেৰাই পূজা। এই পূজাত দেওধনীয়ে জঁকি জঁকি নাচে, চিফুং বাঁহী আৰু খাম্ ঢোলৰ ছেৱে ছেৱে গা জোকাৰে।

''বোৰাও থাঙী লখ্ৰা আদালাই !...........
গীছীনি বিখায়াও খাম্‌হীনানৈ অব্‌চালাই,--
হা-খুপ্লা জাগীন্ অননাইনি বিখলাই..........
নীংখৌ মীনাৱ্লা জাগীন আংবী আলাই-চিলাই।....
বোৰাও খাঙৌ লখ্ৰা আদালাই !''......... *
(''লখ্ৰা ককাই অ'--ক'লৈ যোৱা ?
হিয়াত জুইকুৰা কিয় জ্বলোৱা ?
তপত কলিজা পুৰি কৰি দিলা ছাই
সেই সোপা লৈ কিনো কৰিবা ককাই ।''

ৰহদৈ ছেৱাৰীৰ সৰৱৰহী মিঠা মাতৰ ৰগাল গীত শুনি লখ্ৰাৰ গা শিয়ঁৰি উঠিছিল।.........তাতেই তাৰ ৰং-উলাহ, তাতেই তাৰ* আনন গোসাঁইৰ সৰগ্। স্কুলত সি পঢ়ুৱাব নোৱাৰা হৈছিল। কোনোবাই যেন তাৰ দেহা মন কাঢ়ি নিছিল। সি শূইন শূইন অনুভৱ কৰিছিল। পঢ়ুৱৈহঁতৰ মুখত ছেৱাৰীৰ ৰূপহে সি অনবৰত দেখা পাইছিল। পঢ়া শিক্ষাত সি মন-কাণ দিব নোৱাৰা হৈছিল ; মন ছট্‌ফটাই উঠিছিল। শেহত সি ল'ৰাহঁতক ছুটী দি এৰি দিছিল । ..... ..

স্কুলত সি অকলে। কোনো নাই, লখ্ৰা অকল-শৰীয়াকৈ অকল।

বাৰিষা ।..........

আকাশত মেঘৰ গিৰ্‌গিৰণি ; চকু ছাটি মৰা বিজুলীৰ চিক্‌মিকনি, বাৰে বাৰে চমকনি ; মলয়াৰ বাওৰ সোঁ-সোঁৱনি, ৰিব্ ৰিবনি ; ফিৰ্‌ফিৰণি ; বৰষুণৰ কিন্‌কিননি।

স্কুলত অকলে বহি লখ্ৰাই ছেৱাৰীৰ সাপোন দেখিছিল, নিজক পাহৰি পেলাইছিল।.. ..

''ককাইদেউ !''..........

''কোন ?'' শুনি লখ্ৰাই চক্‌খাই উঠিছিল ;...... উচপ খাই পিছপিনে চাওঁতেই সি দেখিছিল, দুৱাৰ মুখত ছেৱাৰী, নিয়ৰত তিতা ফুলা দৰে বৰষুণত তিতা ছেৱাৰী।

আকাশত মেঘৰ গাজনি, বিজুলীৰ চক্‌মকনি,-- লখ্ৰাৰ সন্মুখত ছেৱাৰীৰ ৰূপৰ জেউতিৰ ঝিলিকনি।...

সপোন নে দিঠক !.....লখ্ৰাই চিন্তাত বিমূঢ় হৈ পৰিছিল ;--ছেৱাৰীৰ মুখৰ ফালে একেখিৰে ৰ' লাগি চাই আছিল।.....

''কি ভাবিছা, ককাইদেউ ?''

''কোন ? তুমি—তুমি ছেৱাৰী !''....লখ্ৰাই তবধ মানিছিল।

''উ, ককাইদেউ,--মই তোমাৰ ছেৱাৰী, তোমাৰ চেনেহৰ, মৰমৰ, বুকুৰ কলিজা, হিয়া-আমঠু, দেহালাও।''

''সঁচাকৈয়ে নে ?''

''হয় ! সঁচা, মোৰ জাউৰ সোণাই ।''........

''চেনেহী ! কোৱা--কিমান দিননো আমি এই-দৰে গুপুতে গোপনে থাকিম ? কিমান দিননো এই-দৰে ভাল পাই আলেঙে আলেঙে মনৰ হেঁপাহ মনতে মাৰি থাকিম ?''........

''মইনো কি কম ? তুমিয়েই দেখোন বিচাৰক সৰাকী।''

''হয় নে ?''

''হয়।''

ছেৱাৰীৰ কথা শুনি লখ্ৰাই নতুন শকতি পাইছিল।

''চেনেহী ! আহা--মোৰ কাষলৈ আহা ! আহা মোৰ সোণ !''--লখ্ৰাৰ সেহাই সেহাই মতা কথাষাৰ শুনি মন্ত্ৰ-মুগ্ধৰ দৰে ছেৱাৰীয়ে লখ্ৰাৰ ফালে ধীৰে ধীৰে আগুৱাই আহিল। তাৰ কাষ পাওঁতেই ছেৱাৰীক সবাহ মাৰি সাৱটি ধৰি লখ্ৰাই বলিয়াৰ দৰে কৈছিল,-- ''অস্—মোৰ চেনেহী—মৰমী, হিয়াৰ আমঠু, বুকুৰ কলিজা। তোমাক নাপালে, মই—মই মোৰ জীৱনকে এৰিম, দেহাকেই মাৰিম।—ডবুৱা কটাৰীৰ আগ বুকুত সুমাই কলিজা ফালি মৰিম।......মৰিম নে ?—মৰিব লাগে নে ?—কোৱা—কোৱা—এতিয়াই কোৱা—সোন-কালে, ঘপৰাই কোৱা। বেগাই—বেগাই।''

* 'ী' এই চিন যুক্ত 'ও'-ও নহয়, 'ঔ'-ও নহয়। উভয়ৰ মাজে মাজে ডিঙি চেপা দি শব্দ উচ্চাৰিত হয়।

* বড়োসকলৰ মতে আনন্ গোসাঁইয়েই সৃষ্টি-কৰ্ত্তা।

"মোৰ জীউ! মোৰ সোণ! বলিয়া নহবা। কিয় মৰিবা—মৰিবা কিয়? মৰিবলৈকে আমি এনে ভাল পোৱাত নামিছো নে? সেয়া হব নোৱাৰে,—মৰিব নোৱাৰা। মৰণলৈকে মই তোমাৰ, তোমাৰ কলিজাৰ;—আৰু তুমি মোৰ, মোৰ হিয়াৰ, মোৰ কলিজাৰ।" বুলি কৈ ছোৱালীয়ে চেনেহত, মৰমত নিজৰ মূৰটো হালি লখ্যাৰ বুকুত আওজাই গুজি থৈছিল। আৰু লখ্যাইও দুখন হাতেৰে মৰমত চেনেহত তাইক সাৱটি গবাহ মাৰি লৈছিল। ৰং-উলাহত আৰু মনৰ হেঁপাহ পূৰণ হোৱাত তাৰ চকুৰ পাহিযোৰ জাপ খাইছিল, দুগালেদি ৰঙৰ তপত চকুৰ লো বৈছিল।......

বাহিৰত কিন্‌কিনীয়া ৰবষুণ। আকাশত সাত ৰৰণীয়া ইন্দ্ৰধনু।

দুয়োৰে অন্তৰ আকাশত ৰং-উলাহৰ, প্ৰেমৰ জেউতি, মনো-মিলনৰ ৰংবেৰঙৰ পোহৰৰ খেল আৰু মেল।....

........দুয়ো শিখিল আৰু অৱশ।.......

তেতিয়াৰে পৰা দুয়োৰে দুটি হিয়া এটি হৈ গৈছিল।

এদিন শুভদিনা শুভক্ষণত শুভলগনত* চিফুং জোথাৰ শব্দত দুয়োৰে বিয়া দিছিল ৰাইজে।

কালৰ চেৰেকী পাক খাই গৈয়েই আছিল। শেহত দুয়োৰে জীৱনৰ নাট-চাঙত দুটি দৃশ্য বিৰিঙি উঠিছিল :—নৰকৰ বৈতৰণীৰ বান-পানীৰ বলিয়া কোবাল নৈ আৰু সৰগৰ মন্দাকিনীৰ বুকুত জিলিকনি সনা জেউতি।

লাহে লাহে লখ্যাৰ সংসাৰত বাঁচি থকাই কঠিন হৈ পৰিছিল। কেতিয়াবা খাইছিল,—কেতিয়াবা লঘোণে থাকি শুকাই আছিল। ওজাগিৰি কামতো খাবলৈ নুকুলাইছিল। এনেকৈয়ে লাহে লাহে মৰণৰ কৰাল মুখত পৰোঁ পৰোঁ অৱস্থাত পৰিছিলগৈ।

এইদৰে ভাবোঁতে গুণোতে সেই বুঢ়াৰ কথা তাৰ মনত বিৰিঙি উঠে।........

........"আমাৰ বুঢ়ী আই, ককাদেউতাসকলে বাঘ, সাপ, হাতী, বান্দৰ, ভালুক, লখৰা, ধুমুহা, শিল-বৰষুণ, ৰ'দ, বান-পানী, ভুঁইকঁপ, বেমাৰ-আজাৰ, বিষ-বেদনাৰ লগত যুঁজি যুঁজি বুকুৰ তেজ পানী কৰি ইমান দুখ-কষ্ট কৰি ঘৰ-বাৰী চিকুণাই, তামোল-পাণ, আম-কঠাল, বাঁহ-কল আদি ৰুই চেনেহৰ ধুনীয়া গাওঁখনি সাজিছিল, তেওঁলোকৰ নাতি-পুতি আমাৰ দিনত মাটি ভাগ হৈ হৈ আমি মাটিহীন হৈ পৰিলোঁ। মাটিৰ অভাৱত আমি সৰ্ব্ব-হাৰা হলো। হৰ্তচিৰী হৈ বলিয়াৰ নিচিনাকৈ য'তে ত'তে দৰঙত, কামৰূপত, লখীমপুৰত অ'ত ত'ত মাটি বিচাৰি দিহিঙে-দিপাঙে ফুৰোঁ। মাটি জানো পাওঁ? নাপাওঁ। নাপাওঁ আমি মনৰ দুখত বেজাৰত হিয়া চপৰিয়াই ধাকুৰি থাকোঁ। মাটি জানো, চাইকেলৰ টিউব, (ৰবৰ) টানিলে বাঢ়িব?"......

......."বোপাই ঔ। কেনেকৈ?—কেনেকৈ?" বুলি ভাবি গুণি লখ্যাৰ মন উতলি উঠে।

"আজি মানুহে কান্দিব নোৱাৰে। খকা, খোৱা, পিন্ধাৰ কাৰণে কান্দিলে চৰকাৰৰ পুলিচ-মিলিটাৰীয়ে আহি কন্দা মানুহজনক ধৰি নিয়ে, কোবায়, ফাটেকত ভৰায়। আজি মানুহে কান্দিব নোৱাৰে। কিয় এনেকুৱা হয়? আইন, আইনৰ কাৰণে। এই আইন হৈছে ধনীক ৰক্ষা কৰা আৰু দুখীয়াক মৰা আইন। এনে আইনৰ পৰাই ধনতন্ত্ৰবাদী সমাজ ব্যৱস্থা চলি আছে। এই আইনেই ধনিক শ্ৰেণীৰ ছলনাৰ কৌশল। এনেকৈয়ে ধনতন্ত্ৰবাদে আইনৰ কায়দা কৌশলৰ দা-ৰে কাটি-কুটি ৰাইজৰ সমাজৰ দেহা ডোখৰা-ডুখৰি কৰে। আমাৰ অৱস্থা বেয়া হলে আমি এবাৰ কপালক, এবাৰ ঈশ্বৰক দোষ দিওঁ। দৰাচলতে কপালৰো দোষ নহয়, দেৱতাৰো দোষ নহয়, আচলতে ধনতন্ত্ৰবাদী সমাজ ব্যৱস্থাৰ দোষ। বিধাতাই মানুহকহে সৃজিছে, ধনী দুখীয়া সৃজন কৰা নাই। ধনী হিচাপে কাৰোবাক সৃজন কৰাহেঁতেন, সৰ্বহাৰা দুখীয়াৰ ল'ৰাৰ দৰে ধনীৰ ঘৰৰ কেঁচুৱাইও নঙঠা হৈ ওপজে। ধনতন্ত্ৰ-বাদী সমাজ ব্যৱস্থাই গুপুতে গোপনে ধনীৰ ল'ৰাক ভালকৈ পুৰাই-বুৰাই পিন্ধাই ৰাখে। ৰাইজৰ অসুখ

* পাঁচোটা বিন্ধা থকা বাঁহীয়েই বড়োসকলৰ চিফুং আৰু কাঁহৰ খুটি তালজোৰাই জোথা।

অশান্তিৰ গুৰি হৈছে ধনতন্ত্ৰবাদহে।"—বুঢ়াৰ কথাষাৰ ভাবি-চিন্তি লখাই নিজকে নিজে কয়,—'সঁচা।"

সেই বুঢ়াজনে কৈছিল,—"আজি ধনতন্ত্ৰবাদী সমাজ ব্যৱস্থাত আচল সমাজ,—সমাজৰ মেৰুদণ্ড সৎ-প্ৰকৃতি খেতিয়ক বনুৱা সকলৰ দুখ-কষ্টৰ সীমা নোহোৱা হৈছে। যিমান দিনলৈকে ধনতন্ত্ৰবাদী সমাজ ব্যৱস্থা থাকিব, তিমান দিনলৈকে হালোৱা-হজুৱা বনুৱাৰ দুখ-কষ্ট মৰি গলেও ওৰ নপৰে। কিয়নো, আজি আইন যন্ত্ৰটো ধনপতিহঁতৰ হাতত আছে। সেই আইন যন্ত্ৰ-টোৱেই হৈছে পেৰা যন্ত্ৰ।"........

"অ',—এনেকৈয়েই সেই তেজপিয়াহঁতে আমাৰ কলিজা হিয়া-আমঠু নিঙাৰি ডোখৰা-ডুখৰিকৈ পিয়ে, শুহে, খায়।"—লখাই ভাৱে।

হালোৱা-হজুৱা বনুৱাৰ মনৰ কথা উদঙাই বুঢ়াজনে কৈছিল,—"বাইজসকল! হতচিৰী হোৱা দুৰ্কপলীয়া হালোৱা-হজুৱা বনুৱা ভাইসকল! যেতিয়ালৈকে ধনীৰ আইনৰ পেৰা-যন্ত্ৰটো আপোনালোকে ভাঙি নেপেলায়, তেতিয়ালৈকে সুখ, শান্তি আৰু মুক্তি নহয়। সেই পেৰা-যন্ত্ৰটো নাশ কৰিবৰ কাৰণেই বিপ্লৱ লাগে। সেই বিপ্লৱেই ধনতন্ত্ৰবাদ ধ্বংস কৰিব, আইনৰ পেৰা-যন্ত্ৰটো নষ্ট কৰি পেলাব, সমাজতন্ত্ৰবাদ থাপিব। বাই-জেই বজা জাতিয়েই গঙ্গাৰ সোঁত বোৱাব,—সেই নৈৰ কাষত কৃষক বনুৱা পঞ্চায়ত-ৰাজৰ সৰগ পাতিব। সেয়ে হৈছে সমাজতান্ত্ৰিক বিপ্লৱ।........বিপ্লৱ হবই।"

লখাই নিজকে নিজে সোধে,—"বিপ্লৱ হব নে?" বুঢ়াৰ মাতষাৰে সান্ত্বনা দিয়ে,—"কণীৰ ভিতৰত বিজলো থাকে, কুহুমো থাকে। বিজলে কুহুমক নষ্ট কৰিবলৈ বিচাৰে, কুহুমে বিজলক ধ্বংস কৰিবলৈ বিচাৰে। এইদৰে যুঁজোতে যুঁজোতে বিজলো নহয়, কুহুমো নহয়,—বেলেগ এটি বস্তু ওলায়। সেইটো হৈছে এটা পোৱালি। এইদৰে ধনতন্ত্ৰবাদৰ গৰ্ভৰ পৰা দুটা শ্ৰেণী ওলাইছে, এটা হৈছে ধনিক, আনটো গৰীব সৰ্বহাৰা। ধনিক শ্ৰেণীয়ে গৰীব শ্ৰেণীক দমন কৰিবলৈ বিচাৰে আৰু সৰ্বহাৰা শ্ৰেণীয়ে ধনিক শ্ৰেণীক উচ্ছেদ কৰিবলৈ বিচাৰে। ধনীৰ শত্ৰু গৰীব আৰু সৰ্বহাৰা শ্ৰেণীৰ শত্ৰু ধনিক শ্ৰেণী। এইদৰে যুঁজি যুঁজি ধনীও নহয় দুখীয়াও নহয়—এটা বেলেগ সমাজ ওলাই পৰে। সেইয়া হৈছে সমাজতন্ত্ৰবাদ। সেয়ে হৈছে বিপ্লৱ। ধনতন্ত্ৰবাদৰ পৰা সমাজতন্ত্ৰবাদলৈ বিপ্লৱ। বিপ্লৱ কটা-খোঁচা নহয়। বিপ্লৱ হৈছে নতুনলৈ সলনি। শিপাৰে সৈতে উভলোৱা গছৰ দৰে সকলোকে সলোৱা, পৰিবৰ্তন কৰা;—আমূল পৰিবৰ্তন। আগতে সি লাহে লাহে কয়, শেহত সি আকস্মিকভাবে হঠাতে কয়।.....

"সেই সুখৰ বাট সমাজতন্ত্ৰবাদ গঢ়িবলৈ ৰাইজে, আপোনালোকৰ নিচিনা হালোৱা-হজুৱা বনুৱাই নিজেই এশৰ ভিতৰত পাঁচজন ধনীৰ হাতত থকা চৰকাৰ, কলকাৰখানা আৰু বিজ্ঞান কাঢ়ি আনি নিজৰ হাতলৈ আনিবই লাগিব। নহলে এনেয়ে সেই তিনিটা বস্তু ধনিক শ্ৰেণীয়ে এৰি নিদিয়ে। সেই কাৰণে ৰাইজে আপোনালোকৰ নিচিনা হোজা, দুৰ্দ্দান্ত শক্তিবান, বলবান,—সমাজৰ মেৰুদণ্ড, সুকৃষ হালোৱা-হজুৱা বনুৱাসকলে আগুৱাই নগলে সেই পাঁচজন এলেহুৱা ফাঁকি-বাজ, প্ৰৱঞ্চক ফান্দত পেলোৱা ধনীহঁতে সৈতে চাৰিকুৰি পোন্ধৰজন আপোনালোকৰ নিচিনা নোহোৱা জনৰ যুঁজ বাগৰ হবই হব।"..........

এনে সময়তে এটা চিলাই উৰি আহি এটা কুকুৰা পোৱালি ঠাপমাৰি লখাৰ সমুখৰ পৰা লৈ যায়।...... তাকে দেখি মনৰ বেজাৰতে লখা বলিয়াৰ দৰে হয়। সি এডাল লাঠি হাতত লৈ সেই কুকুৰাজনীৰ গালৈ টোঁৱাই দলিয়ায়। তাৰে কোব খাই তাই ধৰফৰাই পাখি কোবাই কোবাই মৰে। লখাই হাঁহি হাঁহি কয়,—"বৰ ভাল হৈছে। তোৰ পোৱালিজনীক চিলাৰ পৰা ৰইখা কৰিবকে নোৱাৰ, হঁ? তোৰ পেটৰ এটি মাখোন পোৱালি, তাইকো সৌ চিলাই ঠাপমাৰি লৈ গ'ল, তথাপি তই ঠোঁট-মোট মেলি চাই থাকিলি? চিলাৰে সৈতে নুযুঁজিলিও। মৰ—ছালী মৰ।"......বুলি কৈ উভতি আকৌ কাঁধিৰ পীৰাত বহি সি ইফালে

চায়। সি দেখে কাঁখিৰ বেৰত শাল-গাৰী এনেয়ে নঙঠা হৈ আছে, ৰাচ-ধোঁৰা, এলান্ধু লাগি ক'লামুৰা হৈ পৰি আছে। মাকো চালত গোঁজ খাই এনেয়ে আছে।......

"আমাৰ খেতিয়কসকলে মাটিৰ বুকুত বগলি পাখিৰ দৰে বগা বগা কোমল নৰম কপাহ গছবিলাকত বগী তৰাৰ দৰে জিলিকায়, আমাৰ ভাইসকলে গৃহহাৰা, জমিহীন, সৰ্বহাৰা হৈ পেটৰ জ্বালাত কুলী-বনুৱা হৈ ধনীহঁতৰ সূতাৰ কাৰখানাত সূতা, কাপোৰৰ কলত কাপোৰ উলিয়াই দিয়ে, তেও দেখোন আমি সূতা নাপাওঁ, কাপোৰ এচিতাও নাপাওঁ। আমাৰ তিৰোতা-সকলে বস্তাৰ দৰে মেখেলা (দখ্‌না) পিন্ধি খাকিব লগাত পৰে নাইবা নঙঠাৰ দৰে থাকে। সিফালে হাটে-বজাৰে চোৰাং বজাৰ চলে। বস্তুৰ দাম বেচি-কৈয়ে হয়, জুইৰ দৰে হয়। এনা পেচা মানুহে ছুবলৈকে নোৱাৰে। হাটত সূতা থাকিলেও অলপ অচৰপহে থাকে, থাকিলেও আমি হাটত গৈ কিনিব নোৱাৰোঁ। আমাৰ তিৰোতা বিলাকে কুকুৰাই ডাক দিওঁতে দোকমোকালিতে সাৰ পাই উঠি উৰালত ধান বানে, আমাৰ মুনিহসকলে সেই বনা চলা-জৰা চাউল ভাৰ বান্ধি হাটত বেচিবলৈ নিয়ে। চাউল বেচি যি পইচা পায়, সেই পইচাৰে তেওঁলোকে দোকানে দোকানে ঘূৰি সূতা কিনিবলৈ বিচাৰিলে, চোৰাং বেপাৰত বেচি-বলৈ খোৱা সূতাৰ মুঠাখিনিও নোহোৱা হয়।......

"হায়! হতচিৰী হোৱা দুৰ্কপলীয়া হালোৱা হজুৱা বনুৱা সকল। সেই চোৰ তেজপিয়া ধনীহঁতৰ কাৰণে আপোনালোকৰ কপালত জুই জ্বলিছে!......

সূতাৰ অভাৱত আমাৰ তিৰোতাসকলৰ নতুন মেখেলা আৰু নোলায়। পুৰণি মেখেলা ফালি ছিৰি যায়। সেই ফুটাইদি তেওঁলোকৰ তপিনা দেখা যায়। এইদৰে আমাৰ বড়ো তিৰোতাসকলে পুৰণিকলীয়া কটা বোৱা বিদ্যা পাহৰি পেলায়। পুৰণি যুগৰ ফুল পাতৰ কথা শুনিলে তেওঁলোকে সপোন যেনহে ভাবে। ধুনীয়া ধুনীয়া ভমকা ফুলীয়া ফুলবিলাক সেই ফটো, পাহাৰ চকু ম'বাৰ ফুটফুনীয়া পখি,ও ফুল বিলাকৰ কথাবোৰ শুনা কাহিনী যেনহে লাগে।......এইদৰে আমি পিন্ধা উৰা নাপাওঁ। হাবিৰ বান্দৰৰ দৰে নঙঠা পশুৰ নিচিনাকৈ থাকোঁ।"........

বুনাৰ কথাষাৰ মনত পৰাত সি বৰ বেজাৰ পায়।.... এজনী ঘৈণীয়েক আৰু এটি মাত্ৰ ল'ৰা,—এই দুজনকে সি পুহিব নোৱাৰে। সি সিহঁতক পুহিবলৈ ইমান কষ্ট কৰিছিল। আগতে সিও এবাৰ কপালক এবাৰ ঈশ্বৰক দুষিছিল। এন্ধাৰত সিও মুকুতিৰ বাট পাবলৈ খেপিয়াই ফুৰিছিল। সেই বুনাজনৰ কথা আৰু তেওঁ কোৱা আদৰ্শৰ পোহৰে লখাৰ অন্তৰৰ পৰা (অজ্ঞানতাৰ) এন্ধাৰ গুচায়। আজি মুকুতিৰ পথ সেই পোহৰত উজলি উঠিছে। সেই সমাজেই হৈছে সমাজতান্ত্ৰিক বিপ্লৱ।......

ছেৱাৰী লখাৰ হিয়া ডুখৰি ;—গাৱখো সিহঁতৰ দুয়োৰে প্ৰণয়-প্ৰেমৰ চেনেহ-মৰমৰ ৰসেৰে ওপজা কোমল ফল।......

লখাই ভাবে,—সেই বুনাজনে কৈছিল :—"চৰকাৰ ৰাষ্ট্ৰ হৈছে এটা হেঁচা-যন্ত্ৰ! আজি দুটা শ্ৰেণী উপ-জিছে,—এটা ধনিক আৰু আনটো গৰীৱ, দুখীয়া সৰ্ব্বহাৰা হতচিৰী হোৱা। ধনী কেৱল পাঁচজন, সৰ্ব্বহাৰা চাৰিকুৰি পোন্ধৰজন। সেই পাঁচজনে ইমান বেচিক হেঁচিব নোৱাৰে। সেই কাৰণে সিহঁতে কায়-দাৰে সেই চৰকাৰ-ৰাষ্ট্ৰ হেঁচা যন্ত্ৰটোক লৈ তাৰে ইমান বেচি ভাৰী সৰ্ব্বহাৰা হতচিৰী হোৱা হালোৱা-হজুৱা বনুৱা দুখীয়া শ্ৰেণীক হেঁচি খয়। পুলিচ, মিলিটাৰী, আইন, আদালতে ৰাষ্ট্ৰ হয়। আজি ধনতন্ত্ৰবাদী সমাজ-ব্যৱস্থাই ৰাইজৰ এইবিলাক দুখ-কষ্ট আদি সমস্যা বন্ধ কৰিব নোৱাৰে কিয়নো আজি ধনতন্ত্ৰবাদ মৃত্যুৰ কবলত। দুখ-কষ্ট গুচাব নোৱাৰিলে ৰাইজৰ অন্তৰৰ পৰা খং নাইবা বিপ্লৱৰ অগনি জ্বলিবই জ্বলিব। যিমানেই হেঁচিব সিমানে বেছিকৈহে জ্বলি উঠিব! ক'তো হেঁচি নোহোৱা কৰিব নোৱাৰে। সেই কাৰনে সিহঁতে বলিয়াৰ দৰে য'তে পায় ত'তে ৰাইজক মাৰে, কোবায়। আজি সিহঁত পশু হৈ গৈছে। আজি

ধন কুবেৰ ডা-ডাঙৰীয়াহঁতৰ ছলনাত পুলিচ, মিলিটাৰীহঁত শান্তি বাহিনী গুচি, সিহঁতৰে পাইক-গোট হৈ পৰিছে।''........

......ভুন্! ভুন্!! ছ্যাওঁ! ৰগ-ৰগ-ৰগ-ৰগ ।...... য'তে ত'তে বন্দুক কামানৰ মাত, শব্দ ।......

ছাপাং-ছুপাং !! ছাপাং-ছুপাং !! পুঁট্—পু—ট্ ।...... । বাৰে বাৰে ৰেলগাৰী অহা-যোৱা,—জিৰণি নাই ।........

য'তে ত'তে ৰণ ;—যুদ্ধৰ কথা-কাহিনী, সংগ্ৰামৰ ধুমুহা, মহাসমৰৰ প্ৰজ্জ্বলিত অগ্নি ।........

এই সময়ত কত গাওঁ যে ভাগি গ'ল, কত চহৰ যে জ্বলি গ'ল ; কিমান ৰাজ্য যে ধুলিসাৎ হ'ল ।........ কিমান ধন-কুবেৰে টকাৰ পৰ্ব্বত তুলিলে—তাৰ হিচাপ নাই। কিমান হালোৱা-হজুৱা বনুৱাই টকাৰ লোভত ধনিক শ্ৰেণীৰ স্বাৰ্থৰ কাৰণে মিলিটাৰী হৈ মৃত্যুৰ মুখত পৰিল, জপিয়ালে ।........

এই মহাসমৰৰ কাৰণে গোটেই পৃথিৱী ওলট-পালট হ'ল, কেউপিনে কঁপি উঠিল ।........

লখ্ৰাইও নিজৰ ভালৰ কাৰণে ওলাল ।......সেই সময়ত সি কাঠৰ ঠিকাদাৰ হ'ল। এদিন ল'ৰা-বৈণীয়েক, ঘৰ-বাৰী এৰি টকা ধাৰ লৈ টোপোলা বান্ধি কান্ধত ভাৰ লৈ ঠিকাদাৰ সাজি লখ্ৰাই উত্তৰে ফৰেষ্ট-ৰিজাৰ্ভত কাঠ বিচাৰি ওলাল ।........

........য'তে ত'তে মিলিটাৰী, বগা বঙাল—ইংৰাজ মিলিটাৰী ; মাকিন্—আমেৰিকান্ মিলিটাৰী ; ওখ শকত আৱত ক'লা ক'লা নিগ্ৰো—হাবৃচী মিলিটাৰী ; নেপালী, মাদ্ৰাজী, পাঠান, বড়ো মিলিটাৰী য'তে ত'তে কেবল সিহঁতৰ ঘূৰণ-ফিৰণ—মদ, মাংস আৰু মাইকীৰ কাৰণে বিচাৰ ;—যেন দলে দলে পশু জানোৱাৰহে ।....

......এখন গাওঁ। তাতে গুণ্ডা ডকাইতৰ থল। চৰকাৰে এই বাতৰি পালে। এদিন এদল মিলিটাৰীয়ে বাইজৰ লগ লৈ সেই গাওঁলৈ আহি হুলস্থূল লগালে। সিহঁতে ডকাইত এজনকো ধৰিব নোৱাৰিলে। গাঁৱে গাঁৱে সোমাই সিহঁতে বিচাৰি ফুৰিলে ।........

সন্ধ্যা ।......এন্ধাৰ। ছুৱাময়া সন্ধিয়া ।......

ছেৱাবীয়ে চোতাল সাৰি বন্ধা কামত মন দিছিল। কেঁচুৰাটো পিঠিত বোকোচা লৈ উধানৰ কাষত বহি তাই খৰি ঠেলি জুই জলাইছিল, পাক কৰিছিল। এনে সময়তে দুৱাৰ মুখত এটা ক'লা ডাঙৰ ছায়া দেখি তাই চক্‌খাই উঠিল, ভয় কৰিলে।

"ভয় নাখাবা। মই মিলিটাৰী হাবিল্‌দাৰ।''........ সেই ছাঁয়াই মাত দিলে।

ছেৱাবীয়ে ভয়ে ভয়ে বহিবলৈ পীৰা পাৰি দিলে সেই ছাঁয়ে বহিল। জুইৰ পোহৰত সেই হাবিল্‌দাৰৰ কঁকালৰ চামৰাৰ পেটিৰ পিতল চিক্‌মিকাই উঠিল।

"মদ আছে?''........হাবিল্‌দাৰজনে হাঁহি হাঁহি সুধিলে। তাৰ ওঁঠৰ ওপৰৰ ক'লা দীঘল গোঁফৰ তলত দাঁত কেইপাঁতি জকমকাই উঠিল।

"নাই'' ।—ভয়ে ভয়ে কঁপি কঁপি ছেৱাবীয়ে কলে। সেই দটীয়াই আটাহ পাৰি হাঁহি উঠিল। শুনি ছেৱা-বীৰ হিয়া-আমঠু কঁপি উঠিল।

"সৌটো কি? সৌ চুকত? সেই শকত আৱত? সেইটো কিনো?''

"কালিহে ভৰাইছোঁ। তেনেই কুঁৱলীয়া ;''...... ছেৱাবীয়ে ভয়ত সেহাই সেহাই কলে

"হব বাৰু। পিয়াহ লাগিছে। তপত কৰা।''....

ছেৱাবীয়ে হাকু-ডাকু হৈ টেকেলিত পানী ভৰাই উধানৰ ওপৰত থকা কেৰাহীটো আঁতৰাই টেকেলি বহুৱাই তপতালে, আৰু ইফালে সিফালে চাৰিওপিনে * ভুমচু, লাওঠাই আৰু জাম্বা ক'ত আছে বুলি চকু ফুৰালে।

"পিঠিত কেঁচুৱাটো লৈ কিনো কাম-বন কৰিবাহে? সেইফালে তাক থৈ দিয়া।''—মিলিটাৰীজনে ক'লে।

---

* এটা কাঠৰ খোলা, তাত মদৰ জুণ্ডলি বা ভাত ভৰাই বেতেৰে বা বাঁহেৰে ঘনকৈ ধুলীয়াকৈ গুথা বেতেৰীৰ দৰে দীঘলীয়া খৰাহী সেই জুণ্ডলি বা ভাতত হেঁচি দিয়ে। সেই খৰাহীৰ ভিতৰত মদ জমা হলে, পাহাৰীয়া শুকান দীঘলীয়া বিহ্না থকা লাওৰে ভৰাই বাটিত ঢালে। সেই লাওডালকে লাওঠাই বোলে।

"খাওক। কান্দিব।"

"নহয়-নহয়-নহয়-নহয়—খুলি খবই লাগিব।" বুলি কৈ হাবিল্‌দাৰে উঠি ওচৰলৈ আহিল। বোকোচা লোৱা কাপোৰৰ গাঁথিটো সি নিজ হাতেৰেই খুলি কোণত বস্তা পাৰি ছেৱাৰীৰ পিঠিৰ পৰা কেঁচুৱাটোক তুলি লৈ শুৱালে আৰু ক'লে—"এতিয়াহে কাম-বন কৰিবলৈ ভাল হৈছে।" হাবিল্‌দাৰৰ মনত পাপ বিৰিঙি উঠিল।

ছেৱাৰীয়ে জাম্বা, লাওঠাই আৰু ডুমচু বিচাৰি আনি হাবিলদাৰৰ সমুখত থলে। ডুমচুত এসোপা মদৰ ভাত। তপত পানী থকা টেকেলিটো আনি তাই ডুমচুত ঢালিলে। ডুমচৰ মাজত জাম্বাটো হেঁচি হাবিল্‌দাৰে লাওঠাইডাল লৈ জাম্বাৰ ভিতৰত আৰু বাহিৰলৈ সুমাই উলিয়াই মদ ভৰাবলৈ আৰু ঢালিবলৈ ধৰিলে।

"বাটি?"........

"হে ঈশ্বৰ। তাকো পাহৰিব লাগে নে?" বুলি কৈ আখে বেখে ছেৱাৰীয়ে বাটি এটা ধুই মাজি আনি হাবিল্‌দাৰৰ আগত থলে।

হাবিল্‌দাৰে ঢালি ঢালি পিবলৈ ধৰিলে আৰু ক'লে, —"বৰ ভাল,—চোকা।........তুমিয়েই যে ভাল; কিয় ভাল নহব?" তাৰ চকুৰ পৰা কু-ভাৱ ছিটিকি ওলাল।

"তোমাৰ গিৰীয়েৰা নাই নে?"

"আছে। উত্তৰে কাঠ বিচাৰিবলৈ গৈছে। তেখেত কাঠৰ ঠিকাদাৰ।"

"ভালেই। সুবিধাহে হ'ল।"....অলপ ৰৈ—"অকলে কেনেকৈ থাকা? ভয় নালাগে নে?"

"কিয় নালাগিব?"

"এৰা! গিৰীয়েৰা থাকোঁতে তোমাৰ ইমান কষ্ট? যি গিৰীয়েকে ঘৈণীয়েকক খোৱা-পিন্ধা দিব নোৱাৰে, সি গিৰীয়েকেই নহয়।" অলপ পৰ ৰৈ হাবিল্‌দাৰে আকৌ ক'লে,—"মোৰ ঘৈণী নাই। মোৰ বৰ অসুবিধা হৈছে। তাই জীয়াই থাকোঁতে মই তাইক কি দিয়া নাছিলোঁ?......সদায় দালি আণ্ডা, মাছ-মঙহ খুৱাই আছিলোঁ-তেলে নিমখে। জেলাপী, সন্দেশ, কত ৰকমৰ বিধে মিঠাই! ঘোঁৰা-গাৰী, মোটৰ-গাৰী, টকী, চাৰ্কাচ—চহৰৰ সকলোখিনি সুখকে তাইক দিছিলোঁ। বেছেৰী মৰি গ'ল। আৰু এজনী আনিম বুলি ভাবিছো—আনিবই লাগিব। ৰাণীৰ দৰে সুখেৰে ৰাখিম।...... গিৰীয়েৰাই তোমাক কি দিছে?"—মদ খাই খাই সি ছেৱাৰীৰ মুখলৈ ভেলেঙা লাগি চাই থাকিল

"যি দেখিছা।"—তলমূৰাকৈ ছেৱাৰীয়ে ক'লে।

"বাঃ!—সেই মেখেলা ফালিল, ছিৰিল।" বুলি কৈ আটাহ পাৰি হাঁহি উঠিল। "বৰ ভাল দিয়া তোমাৰ গিৰীয়েৰা।"........তাৰ চকুৰ পৰা পাপৰ অগনি ভক্‌ভকাই জ্বলি উঠিল। সেই দৃশ্য দেখি ছেৱাৰীৰ শৰীৰ কঁপি উঠিল।

অকস্মাতে হাবিল্‌দাৰে উঠি থিয় দিলে, ঢেলেং পেলেংকৈ ছেৱাৰীৰফালে লাহে লাহে খোজ দিলে আৰু ক'লে,—"সেই ৰাণীগৰাকী কোন জানা নে? তুমি—তুমি মোৰ হিয়াৰ এফাল,—ৰাণী মই তোমাক হিয়াৰ আসনত বহুৱাম। তোমাৰ জীৱন এনেয়ো যাবলৈ নিদিওঁ।" সি ছেৱাৰীক সাৱটি লবলৈ বিচাৰিলে।

ছেৱাৰীয়ে লৰ মাৰিলে। দুৱাৰমুখত তাইক ধৰিবলৈ যাওঁতেই মদৰ বাগীত ঢলি হালি সেই নিলাজ, লম্পট, হাবিল্‌দাৰে হাম্‌-খুৰি খাই পৰিলে

"আই ঔ!........অ' বুদাং!......গলন্দাং! আহ্‌ ঔ আহ্‌! আহ্‌—আহ্‌ মই মৰিলোঁ ঔ আহ্‌! আই ঔ! সোৱা সোৱা।........আহ্‌ ঔ আহ্‌—লাওচং।" চিঞৰি ঘৰে ঘৰে চোতালে চোতালে লৰি ধাপৰি ভিৰাই লৰ দিলে।

নাই।........ঘৰত কোনো মুনিহ নাই। পুলিচ, মিলিটাৰীৰ উৎপাতত সকলোৱে পলাল। ঘৰে ঘৰে তিৰোতাইঁতে দুৱাৰ মাৰি মনে মনে থাকিল।

ছেৱাৰীৰ চিঞৰ-বাখৰ মিছা হ'ল। সন্ধিয়াৰ আকাশত তৰাবোৰে তিৰ্‌বিৰাই উঠিল এন্ধাৰত গছ-গছনিবোৰে ৰাইকহৰ দৰে সমুখত মূৰ দাঙি ৰ'ল।

ছেৱাৰীৰ পাছে পাছে সেই কোঁচকোঁচাই খেদা মৰা গুণ্ডা ডকাইত মিলিটাৰী—সেই দৰ্ট্ৰীয়া হাবিল্দাৰটো।

"ককাই! ককাই! অ' বৌ! বৌ"—চিঞৰি বাখৰি লৰি ধাপৰি বেছেৰী ছেৱাৰীয়ে এখন ঘৰৰ দুৱাৰ জোকাৰিবলৈ ধৰিলে। এই তলকতে হাবিল্দাৰে ছেৱাৰীৰ হাতখন থাপমাৰি ধৰি গৰামাৰি তাইক মাটিত বগৰালে।

"হৰি! হৰি!! কপাল।......মোৰ আজি কেও নাই।"—তাই ফোঁপাই জোপাই মাটিত ধৰ্ফৰাই ক'লে। তাইৰ সেহাই সেহাই কোৱা মাতষাৰ এন্ধাৰ ফালি ওলাল। লগে লগে সেই লম্পট হাবিল্দাৰৰ ফোঁচ-ফোঁচনিয়ে শুনা তাৰ হিয়া আমঠু কঁপাই লৰালে।

এনে কুকাৰ্য্য চাব নোৱাৰি এচমকা ডাৱৰ আহি আকাশত তিৰ্‌বিৰাই চিক্‌মিকাই থকা তৰাবোৰৰ মুখ ঢাকি পেলালে। গছ-গছনিৰ ছাঁ আৰু বেছিকৈয়েহে এন্ধাৰ মেলিলে।........

এন্ধাৰ। কেউপিনে এন্ধাৰ। চাৰিওফালে নিৰল, নীৰৱ, নিমাত।......ফ্লাপ্ ফ্লিপ্ ;—ফ্লাপ্ ফ্লিপ্!!........ টৰ্চৰ পোহৰ। সেই পোহৰ লাহে লাহেকৈ চোতালত সোমাল। চোতালত কিছুমান মানুহ জমা হ'ল। তাৰে কিছুমান গাওঁৰ গাওঁলীয়া মানুহ আৰু কিছুমান মিলিটাৰী।

চোতালত ছেৱাৰীয়ে আধা নগ্নঠা হৈ মৰাৰ দৰে পৰি আছিল। আৰু কাষত থিয় দি আছিল সেই কুকুৰ হাবিল্দাৰটো।

"হাবিল্দাৰ! আপুনি আমাতকৈ ওপৰৱালা হৈও কি যে লাজ নোহোৱা কাম কৰিলে? আপোনাৰ সন্মানেই বা ক'ত থাকিল, আমাৰ মিলিটাৰীৰ সন্মানেই ক'ত থাকিল? আৰু চৰকাৰৰ সন্মানেই বা ক'ত থাকিল? বৰ লাজ লগা কথা।"—এজন মিলিটাৰীয়ে ক'লে।

"আই ছেৱাৰী! চকু মেলাচোন।" বুলি কৈ গাঁৱৰ এজন বুঢ়াই ছেৱাৰীৰ গাৰ কাপোৰ যতনাই দি লাৰি ধপৰাই ক'লে,—"এ জীউ নাই দেখোন? মৰা নাইতো!"........লগৰ এজনক ক'লে,—"হেৰৌ বুদাং! চেঁচা পানী আনা—চেঁচা পানী আনা। সোনকালে আনা, সোনকালে আনা।"

বুদাঙে লৰালৰিকৈ পানী আনি ছেৱাৰীৰ মূৰত ঢালিলে। টৰ্চ নুমাল। আকৌ এন্ধাৰ—ঘোপমৰা এন্ধাৰ।........বুঢ়াই ক'লে,—"হেৰৌ গলদাং! জুই-জুই-জুই-জুই।"........

ধান খেৰৰ জুমুঠি ৰঙখি গলদাঙে জ্বলাই কাষলৈ আনিলে। এন্ধাৰ গুচি পোহৰ হ'ল।........

বুদাঙে মূৰত পানী ঢালি থাকিল আৰু বুঢ়াজনে ছেৱাৰীৰ গাৰ কাপোৰ ঠিক কৰি আছিল। গলদাঙে ইফালে-সিফালে চালে, কোনো নাই। সকলো গ'ল। মিলিটাৰীহঁত পলাল।

বুঢ়াই কৈছিল,—"মিলিটাৰীহঁত এনেকুৱাই। সিহঁতে ক'ত ৰাইজৰ সুখ-শান্তি আনিব?—ৰাইজৰ ওপৰত বেছিকৈয়েহে অত্যাচাৰ কৰে, অসুখ অশান্তি বঢ়ায়। সিহঁতে আজি ৰাইজৰ লগ নহয়, ৰাইজৰ শত্ৰুহে। ধনিক শ্ৰেণীৰ চাকৰহে। সিহঁতে লোভত ধনীৰ কাৰণে, নিজৰ কাৰণে লোৰ হাতীয়াৰেৰে কাটি খুঁচি ৰাইজৰ তেজেৰে বাওলী কৰে,—হিংসাৰ গুটি সিচেঁ,—ৰাইজে সিহঁতক এনেয়ে এৰি দিব নে? নিদিয়ে।—খেমা কৰিব নে? নকৰে।"

"আজি সিহঁতৰ কাৰণে, সেই ধনীহঁতৰ কাৰণে মানুহে মানুহক নিজৰ বুলি নাভাবে। মানুহে মানুহে তেল-পানীৰ দৰে বেলেগ বেলেগ হৈ গৈছে। আজি মানুহ ধনৰ খকুৱা হৈ পৰিছে। কিন্তু এদিন যেতিয়া তেজপিয়া শোষকহঁতৰ শোষণ-পিয়ন নোহোৱা হব, তেতিয়া মানুহে সোণতকৈও এটা অতি উৎকৃষ্ট বস্তু বিচাৰিব। সেয়া হৈছে জ্ঞান। আজি সেই জ্ঞানৰ শকতিৰে ভাবি গুণি পোৱা সত্য হিয়াত লৈ যিসকলে ৰ'দক ৰ'দ নুবুলি বৰষুণক বৰষুণ নুবুলি দিনে ৰাতি গাৱেঁ গাঁৱে ঘূৰি সত্যৰ বাণী প্ৰচাৰ কৰি ফুৰিছে, আজি সেই শোষক শত্ৰু ধনিক শ্ৰেণীয়ে আৰু সিহঁতৰ দালালহঁতে কয়,—তেওঁলোক চোৰ, ডকাইত, নাস্তিক,

ধ্বংসবাদী, সন্ত্ৰাসবাদী।......কিন্তু সিহঁতে অসত্যেৰে সেই সত্য গুচাব নোৱাৰে, আঁতৰাব নোৱাৰে, লোহোৱা কৰিব নোৱাৰে। আই বসুমতীৰ বুকুৰ পৰা পৃথিৱীৰ ওপৰেদি সত্যই খোজ লৈছে খোপে খোপে, গুপুতে, গোপনে, সন্তৰ্পণে ;—মানুহৰ হিয়াত বিচাৰিছে থল। কুবেৰহঁতৰ চকুৰ আগত ই উজলি উঠিছে জুই ৰঙা তপত লোৰ শলাৰ দৰে। সিহঁতে ইয়াক সহিব নোৱাৰে। ই সিহঁতক খুঁচি মাৰি পুৰি যাব। ই সিহঁতৰে মৰণৰ শতৰু। সেই কাৰণে ই গুপুত,—ইয়াৰ এই সত্যৰ গতি ধীৰ, স্থিৰ আৰু গোপন। এই সত্যয়েই সৰ্বহাৰাৰ, আপোনালোকৰ নিচিনা হতচিৰী হোৱা দুৰ্কপলীয়া হালোৱা হজুৱা বনুৱা দুখীয়া শ্ৰেণীৰ লগ,—অন্তৰৰ লগৰীয়া।........সেইদিন আহিছে, সেই তেজৰঙা তেজাল দিন আহিছে, সোনকালে আহিব ধৰিছে-সেইদিনা—সেইদিনাখন হব আজিৰ হিচাপ-নিকাচ, শোধ-প্ৰতিশোধ।''........

বুঢ়াৰ কথাষাৰ গুৰৰি সুঁৰৰি ভাবি, চিন্তি, গুণি, গাঁথি লখ্ৰাৰ হিয়া জ্বলি উঠে।........

ভেন! ভেন্!! ভেন্!!! ভেন্!!!!

মাখিৰ ভেন্‌ভেননি। চোতালত সেই মৰা কুকুৰাজনীৰ গাত মাখিয়ে ভেন্‌ভেনায়। তাইৰ বগা পাখি তেজ লাগি ৰঙা হয়।........এইদৰে মৰা কুকৰাজনী গেলিব, পঁচিব। দুৰ্গন্ধ বিয়পিলে অসুখ হব, অশান্তি হব। লখ্ৰাই সহিব নোৱাৰিব। সেই দুৰ্গন্ধৰ পৰা ৰক্ষা পাবলৈ হলে কুকুৰাজনীৰ দেহাটো নিলগত পেলাই ধ্বংস কৰিবই লাগিব।........

ধনীৰ ব্যৱস্থা মৰি গ'ল, পঁচি গ'ল। গোটেই দেশত অসুখ অশান্তি বিয়পি পৰিল। ক'তো সুখ নাই, শান্তি নাই। য'তে ত'তে কেৱল গেলা পঁচা গোন্ধ।........তাৰ পৰা ৰইখা পাবলৈ উপায় আছে জানো?—আছে।—ধ্বংস কৰা। সেই গেলা পঁচা ব্যৱস্থাৰ মৰা শটো নষ্ট কৰি পেলোৱা? ইয়াৰ বাহিৰে উপায় নাই। উপায় আৰু বাট এটাহে। সেয়া হৈছে সমাজতান্ত্ৰিক বিপ্লৱ।......লিপাৰে সৈতে এজোপা গছ উভলাৰ দৰে ধনতন্ত্ৰবাদৰ গোটেইটোকে গলোৱা—সমাজতান্ত্ৰিক বিপ্লৱ।........

ঘপহকৈ উঠিয়েই লখ্ৰাই সেই মৰা কুকুৰাজনী তুলি নিলগলৈ দলিয়াই পেলায় আৰু পুনৰ আহি পীৰাখনত বহে।

এনেতে পিৰালীত ওলোমাই থোৱা গাৰী তোলোঠা ৰছা ছিগি লখ্ৰাৰ গাত পৰে।........

এনেয়ে জুই ;—তাতে আকৌ খেৰ।..........লখ্ৰাৰ খং চুলিৰ আগ পাই টিঙিচকৈ উঠে। সি উঠিয়েই চোতালত বলিয়াৰ দৰে অনাই-বনাই ইফাল-সিফাল কৰে। ওচৰত সি জুমুঠি জ্বলি থকা দেখে।........

কেউপিনে জুই ;—গোটেই পৃথিৱীৰ হিয়া জুৰি ভক্‌ভকাই জ্বলা জুই তাৰ চকুৰ আগত ভাহি উঠে।......মুকুতি বলিয়া লখ্ৰাই জুমুঠিটো লৈ লবায়। জুমুঠিৰ জুই ভক্‌ভকাই জ্বলি উঠে। তাৰ পৰা জুইৰ ফিৰিঙতি খাওঁখাওকৈ জুমুঠিৰ পৰা ওলায়।........লখ্ৰাই সেই জুই লৈ ভঁৰালত, বৰঘৰত আৰু পাকঘৰৰ চালত জুই লগায়।......তিনিওটা ঘৰ ভক্‌ভকাই জ্বলে। খুটা, কামী, মাৰলি সেই অগণিত হিলৈৰ দৰে ফুটে।........

বাজলৈ ওলাই বাটত খিয় দি সথায়েকৰ ঘৰৰ ফালে মুখ কৰি চিঞৰি বলিয়াৰ দৰে লখ্ৰাই কয়,—"হেৰৌ গাৱখোৰ মাক! গাৱখোৰ মাক ঔ।"......

ছেৱাৰীয়ে গাৱখোক পিঠিত বোকোচা লৈ পাগলীৰ দৰে আউলী-বাউলী হৈ লৰি-ধাপৰি আহে। তাই দেখে, তাইৰ নিজৰ ঘৰতে জুই। নিজৰ ঘৰত অগনি দেখি ছেৱাৰীয়ে কান্দি কান্দি চকুৰ লোতক বোৱাই বুকু কপাল চপৰিয়াই চপৰিয়াই হুক্ হুকাই চিঞৰে,—"আই ঔ কপাল! আই ঔ কপাল!!"

"কি চাইছা? কিয় কান্দিছা? বলা—বলা! আমাৰ নিচিনা ঘৰবাৰী নোহোৱা লাখ বিলাখ দুখীয়া দুৰ্কপলীয়াহঁতে জুয়ে জুয়ে আজি বাটপথ বিচাৰি ফুৰিছে ন-যুগ, ন-বতৰ পাবলৈ ;—য'ত দুখ নাই, কষ্ট নাই। আছে কেৱল চিৰকলীয়া সুখ, চিৰকলীয়া শান্তি। আমিও তালৈকে বাওঁ বলা। ককাদেউতাৰ

পাছে পাছে ধাওঁ বলা। নাকান্দিবা, চকুলো নুটুকিবা। দুগাল তিওৱা চকুৰ লোতক মচি পেলোৱা। ধাওঁ বলা ;—সোনকালে বলা।" লখ্রাই ব্যস্তভাবে নিজ কর্তব্য ভাবি কয়,—আদেশ, নির্দেশ আৰু উপদেশ দিয়ে।......লখ্রাই ভবি আগুৱায়। "ককাদেউতা! ককাদেউতা !!"—আবেগেৰে লখ্রাই চিঞৰি কয় আৰু আগবাঢ়ে।......পাছে পাছে ছেৱাৰী, পিঠিত গাৱখো।......

লখ্রাৰ অন্তৰৰ কলিজা ফালি বিপ্লৱৰ পুং ফাটি পলায়।

তিনিওটা ঘৰত জুই, ৰঙা জুই ভক্‌ভকাই জ্বলি উঠে;—হিলৈৰ দৰে বঁৱা, খুটা, মাৰলি ফুটাৰ শব্দ উঠে।........ লখ্রাৰ ঘৰবাৰী শ্মশানৰ চিতাত ছাই হৈ যায়।...... গাঁৱৰ বাইজৰ উখল-মাখল লাগে।

বুকুৰ জীউ আতিকৈ চেনেহৰ গাঁওঁখনি লখ্রা, ছেৱাৰী আৰু গাৱখো—এই তিনিও প্রাণী মুকুতিৰ বাটত বাজ হৈ ওলাই গৈয়ে থাকে।

গাঁৱলীয়া বাইজৰ কোঢ়ালৰ ফাঁকে ফাঁকে সখায়েক বৃদাৰুৰ মাত শুনা যায়।—"সখা! সখা !!"

নিলগৰ পৰা লখ্রাৰ বুকু ভগা হিয়া ছিগা মাত ভাহি আহে,—"ককাদেউতা!......ককাদেউতা !!"......

ভৰ দুপৰীয়া আঁতৰৰ পথাৰৰ পৰা কোনোবা গৰখীয়াই গীত গায় :—

"থানয়নি সংসাৰাও
গীনায়্ নি নাংনায়াও
যুজিগীন্ যুজিগীন্
জোংলাই যুজিগীন্
থৈনাছা লাগৈ যুজিগীন্ ॥
উন্‌দাজা দাগীথাব্
চিগাঙাও থু মাবাৰ
আগান্‌ছে আগান্‌নৈ
লোগীছে থাঙে থাঙে
ছুতৰ্‌খো ফোছোপ্ স্রাংগীন্।
দুখুনি আথ্রাংয়াও
গীদান ছান্ নুজাবায়
বিলি জোং-ছাৰ্ নাইয়াও
খীনুছীয়া ছোৰাং জাবায় :—
হোনৈ লায়া মোজাং
বিথিং থু থু লিগাং
দেৰ্‌হানাই থিং লাংগীন্ ॥......
জোংহানো জয়্ জাগীন্ ॥........
যুজিগীন্ যুজিগীন্
জোংলাই যুজিগীন
থৈনাছা লাগৈ যুজিগীন ॥

( ভাবার্থ :—
এই ধৰণীৰ
চিৰ-মুকুতিৰ
ৰণ নিৰ্‌ভয়ে দিম ;—
কৰি আমৰণ
জীৱনৰ পণ
আমি মিলি যুঁজ দিম ॥......
ডৰ ভয় নকৰিবি
পাছ-পিছ নপৰিবি
দোপে দোপে খোপে খোপে আগুৱাই
আগবাঢ়ো আহ্ বল।
একেলগে মিলি একেছিপে গই ভাঙো শত্ৰুৰ বল।
কৰি আমৰণ
জীৱনৰ পণ
আমি মিলি যুঁজ দিম ॥........
দুখৰ কলীয়া আকাশত
নতুন সূৰুযে দিয়ে দেখা
ৰাঙলি ৰোদৰ পোহৰত
দেখোঁ মুকুতিৰ পথ-ৰেখা ;—
সেই পটিয়েদি গলে আগুৱাই
দলিতৰ হব জয়........
বিজয়-নিচান দিম উৰুৱাই,........
পুৰণিৰ হব ক্ষয় ॥........
কৰি আমৰণ
জীৱনৰ পণ
আমি মিলি যুঁজ দিম ॥..........)

---

# কুৰি বছৰ জেইল

গৌৰাং ।....

বৰ সৰল সি।

তাৰ মাত-হাঁহি-চাৱনিয়েদি সৰলতা ফালি চিৰি বাজ হৈ ওলায় ।....

জেলৰ এচুকত সি নিমাও-মাও হৈ খুটুপ-টুপ্‌কৈ বহি থাকে ।....সি কয়েদী। তাৰ মূৰত এটি ঘূৰণীয়া বগা টুপী—তাত পিতলৰ আখৰ 'চি' 'ও' চিকমিক্‌কৈ জিলিকি থাকে। 'চি' 'ও' আখৰ দুটি পুৰালে 'কনভিক্ট ওভাৰচিয়াৰ'—মানে কয়েদীহঁতৰ ওপৰ-ওৱালা হয়। গাত দবি বগা হাত-খৰা এণ্ডা চোলা, আৰু কঁকালৰপৰা ভৰিলৈকে ওলমা তেনে দবি দিয়া চুণ্ডাৰ ঠেঙা। কঁকালত পিতলৰ 'চাপ্‌ৰাছ্' থকা হালধীয়া সেউজ বুলীয়া পেটি এডাল লিপিটিকৈ মৰা। কান্ধত এডাল সৰু বছা কঁকাললৈকে লগুণৰ দৰে ওলমা, তলত এমূৰে এটা 'চিটি' বন্ধা। কাষত পানীৰে পূৰ হৈ থকা এটা বাল্টি আৰু এলুমিনিয়ামৰ থাল-বাটি। ওচৰতে এটা সৰু কাপোৰৰ টোপোলাও ।....সি দেৱাল পহৰাত থাকে। পুৱা পাঁচটাৰপৰা সন্ধিয়া পাঁচটালৈ তাৰ 'ডিউটি'....

তাৰ হিয়াখন চেনেহৰ মউ-কোঁহহে যেন। একো একোজন কয়েদীয়ে তাৰ ওচৰলৈ ভুমুকি মাৰি সেই মউ-কোঁহৰ বহৰৰপৰা চেনেহৰ মিঠা-মউ এচেলেকা মাৰি গুচি যায় ।....

সেই চুকতে মোৰ পঁজা ।....'বি ডিভিজন'ৰ সৰু পঁজা ।....

তাৰ সৰলতাই মোৰ মন আঁকুহি তাৰ ওচৰলৈ টানি নিয়ে। এদিন পুৱা। পুহ মাহ। কুঁৱলিৰে ধুঁৱলি-কুঁৱলি। উঠি মুখ-হাত ধুই-পখালি পঁজাৰপৰা বাজ হৈ বাহিৰত পোতাশালৰ দহ-হতীয়া গোটা বাঁহৰ চাৰি বেৰৰ মাজতে ঘূৰি ফুৰি তাৰ কাষ চাপোঁ ।....

সি এটা বাটিৰপৰা 'মাৰি' (মাৰ-ভাত) খাই থাকে ।.... ক'লৈকো তাৰ কাণ-সাৰ নাই। সি তপত মাৰ হুপি হুপি টপ টপাই গিলে ।....

কাষ চাপি সোধোঁ,—"কি ৰে? কি নাম তোৰ?"

"গৌৰাং।"

"কি জাতি?"

"গোঁড়।"

"কি কেইচ্?"

"খুন—জীৱ-হত্যা—মাৰ্ডাৰ।"

মই উচাপ খাই উঠোঁ, ভাবোঁ,—যাৰ হিয়াখন কোমল চেনেহৰ ৰহেৰে ভৰপূৰ সি আকৌ এনে পপীয়া মনৰ গৰাকী হয় কেনেকৈ?....আচৰিত হৈ হেঁপাহ ভৰা মাতেৰে সোধোঁ,—"কাক নো খুন কৰিছিলি?"

"একটা ছোটা ছোৱালী বাবু"—বুলি কৈ সি খাই অটাই জুঠা বাটিটোত বাল্টিৰপৰা পানী ঢালি মুখ-হাত ধুলে। বাটিটো আওখালি চুকৰ থালৰ ওপৰত থৈ মোৰ কাষলৈ আহি তিতা হাতেৰে মুখখন মচি মচি কয়,—"বহুত কথা বাবু!"

"এজনী সৰু ছোৱালী।"—এইষাৰ কথা নিখুঁত ভাৱে মোৰ মুখৰপৰা ওলাই অজানিতে সৰি পৰে,—মনৰ কাৰেঙৰ ভিতৰ-চ'ৰাত হেঁপাহ, ধাউতি হাবিলাসে উগুল থুগুল লগায়,—চিক-মিকাই উঠে ।....ক'ও—"যাচোন, মোৰ চেয়াৰখন লৈ আহ।"

পঁজাৰপৰা চেয়াৰখন উলিয়াই সি মোৰ কাষতে থয়। মই বহি সোধোঁ,—"ক'চোন কিনো বহুত কথা শুনোয়েইচোঁ।"....

এটা হিয়া ছিগা, বুকু ভগা দীঘল হুমনিয়াহ কাঢ়ি গৌৰাঙে কয়,—"কি শুন্‌বি বাবু—বৰ দুঃখৰ কথা। বল্‌লে মোৰ বুকু ফাটি যায়, কলিজা টুকুৰা-টুকুৰি হয়।"—

কাষতে আঠু কোঁচাই মাটিতে লেপেটা কাঢ়ি সি

বহি পৰে ।....শুনিবলৈ মোৰ ধাউতি, হেঁপাহ, হাবিলাস দেখি তাৰ মনৰ তলাতল ধৰৰ গহণ-চ'ৰাত তাৰো কৰলৈ ধাউতি, হেঁপাহ হাবিলাসে খলক লগাই ফুৰে ।

মই ক'ওঁ,—"দে—ক ।"

সি কৈ যায়,—"পহিলা মোৰ জীৱনৰ কথাটোকে শুনি লব ব'াবু ।"....

"বাক্, কৈ যা ।"

০ ০ ০ ০

তাৰ নাম গৌৰাং ;—জাতিত গোঁড় । সিহঁত তিনি ভাই । সিয়েই আটাইতকৈ নুমলীয়া । তাৰ যেতিয়া যোল বছৰ বয়স, তেতিয়া তাৰ বাপেক চুকায় ।

ভোলা চৰ্দাৰ ! গৌৰাঙৰ বাপেক । বিহাৰৰ ৰাঁচীৰ ফালৰ মানুহ । মাৰ্ঘেৰিটাৰ ওচৰৰ 'পাৱেই' বাগিছাৰ ভোলা চৰ্দাৰজন কামত বৰ ভাল, গতিকে মেনেজাৰ চাহাবে তাক বৰ মৰম কৰিছিল....তাৰ হিয়াখন আছিল চেনেহৰ সঁফুৰা, সেই সঁফুৰা মেলি সি তাৰ লগৰ-লগৰীয়া সকলো আপোনজন বনুৱাহঁতলৈ সমানে চেনেহ বিলাই দিছিল । সেইবাবে বুঢ়াহঁতে তাক মৰম কৰিছিল, কান-সমনীয়াহঁতে ভাল পাইছিল আৰু কম বয়সীয়াল ডেকাহঁতে বৰ মানিছিল । প্ৰতি শনিবাৰে সন্ধিয়াৰপৰা ওবে নিশা যিহে লাইনে লাইনে বং উলাহত উখল মাখল দোলদোপ হেন্দোল্-দোপ লাগি আছিল !....গোটেই "পাৱেই" বাগিছাখনেই ৰজনজনাই আছিল ।....মাদলৰ গুম্‌গুমনি,—ঝুমুৰ্ গীতৰ গুণগুণনি,-নাচোনৰ হেন্দোলনি আৰু কত কি ? বং ওপচা বংপুৰহে ।

এদিন কাল সন্ধিয়া ।....পচিমৰ ৰঙা বেলি হালি পৰি বুৰ মাৰে । কেউপিনে এন্ধাৰে ছাটি ধৰে ।... ভোলা চৰ্দাৰে চিৰকাললৈ চকু জপায় । গিৰীয়েকক সাৱট মাৰি চৰ্দাৰণীয়ে আউলী জাউলী হৈ বুকু ধাকু-ৰিয়াই হুবাওৱাৰে কান্দে,—কাষত বহি মাকক ধৰি ল'ৰা তিনিজনে উচুপি উচুপি চকুলো টুকে । ভোলা চৰ্দাৰৰ সংসাৰখনত এন্ধাৰে ধৰে । সকলো এন্ধাৰ । সিহঁত অসহায় হয় । কাৰখানাৰ কলো থামি যায়....

ডাঙৰ ল'ৰাজনে এজন চৌকীদাৰৰ গাৰী চলাই সংসাৰখন কোনোমতে চলায় ;—ভোকে লঘোনে চাৰিওৰে জীউ কোনো প্ৰকাৰে তৰে ।....

সিহঁতৰ দুখৰ দিনবোৰ এইদৰে বাগৰি যায় ।....

এদিন পুৱা....শাওণ মাহ ।....আকাশত ক'লা ডাৱৰ চমকা চমক । মাজে মাজে মেঘৰ গিৰগিৰণি,—বিজুলীৰ চিকমিকনি ! জোলোকে জোলোকে বৰষুণ ।

দ'ত হেন কলৰবে চুওৱেদি মেঘতকৈ ক'লা ধোঁৱা উগাৰে,—কাৰখানাৰ 'চিটি' বাজি উঠে ;—লগে লগে কাঁহৰ কোবৰ মাত টং টংকৈ মাতে । শুনি বুকু কঁপি যায় । মাহীমাকৰ খেংখেঙনি—খিচুখিচনিহে যেন দয়া নাই মায়া নাই ।

ছটা....

ধাৰাষাৰ বৰষুণ । উপায় নাই । পেটৰ যালা । জাউৰি জাউৰি জুমে জুমে মিলি বনুৱা মতা তিৰোতা, বুঢ়া বুঢ়ী, ডেকা গাভৰুহঁতে কাম-জাৰিলৈ যায় ।.... কাৰোবাৰ মূৰৰপৰা পিঠিত ওলমি পৰা বেতৰ টুকুৰী, —কাৰোবাৰ কান্ধত কোৰ, খন্তা, হাতীয়াৰ ।....

লাইন খালী । কেৱল সৰু সৰু ল'ৰা ছোৱালীৰ আৰু কেচুৱাহঁতৰ খিল্‌খিলনি—কল্‌কলনি—পেনপেননি । ....কিছুমানে উমলি খেলি থাকে ।....কিছুমানে বৰষুণত ভিজি তিতি-বুৰি বোকা লেটিয়াই চোতালত গা পেলাই পৰি থাকে । মানুহ হৈও গাহৰিৰ জীৱন !....হায়— সমাজ ! কুৰি শতিকাৰ সভ্যতাৰ যুগতো আদিম যুগৰ বৰ্ব্বৰতা !....

পুৰণি লাইনৰ চুকত এটা ভগা কোঁঠালী । দুৱাৰ-দলিত বুঢ়ীমাকে বেৰত আওজি কোঁচ খাই থকা আঠুৰ মিলাৰ ওপৰত সোঁহাতৰ কিলাকুটি থৈ তাৰ মেলখাই থকা তলুৱাত তাইৰ সোঁতোৰা-সুঁতুৰি সোঁগাল পাত ভেজা দি বেজাৰ মনেৰে বহি আছে । লৰ মাৰি বৰষুণত ভিজি জুৰুলা-জুপুৰা হৈ গৌৰাঙে আহি মাকক কয়,— "আই—আই ।"....

"কি ?"

"ডাঙৰ ককাই আছে নে ?"

"নাই । গাৰী লৈ ক'ৰবালৈ গ'ল ।"

"সৰু ককাই ?"

"সিও নাই। একো খাবলৈ নাপাই খঙত জ্বলি পকি তোকে লঘোনে সিও গৰু চৰাবলৈ গ'ল।"

গৌৰাঙে ৰবম লগাই কয়,—"আই!"

"কি ?"

"খং নকৰিবি। এটা কথা কওঁ। বাধা নিদিবি ?"

"কিনো কথা ? নুশুনিলে মই কেনেকৈ জানিম ?"

গৌৰাঙে কয়,—"চা আই। কালি ভাত নাই—পৰহিও ভাত নাই। এইদৰে তোকে লঘোনে কিমান দিন থাকিম ? কাপোৰ-কানিও ফালি ছিৰি নাইকিয়া হ'ল। এই ফ্‌টা কানিৰে আৰু কিমান দিন লাজ ঢাকিম ? আমি জানো পশু ? মানুহ নহওঁ জানো ? থকা খোৱাৰ দিহা মানুহে নিজেই কৰে। আমি মানুহ যেতিয়া কিবা এটা কৰিবই লাগিব। মই এইদৰে মৰিব নোৱাৰোঁ, আই। মোৰ জীৱন নষ্ট কৰিব নোৱাৰো।"....

"কি কৰিবি ?"

"চাকৰি।"

"কি চাকৰি ?"

"কি চাকৰি নো আৰু ? বাগিছাত কোৰ মাৰিম, কামজাৰি কৰিম। মজুৰি পাম, ঠিকা পাম—টকা জমা, ডাল-ভাত-মদ খাম, ভাল কোট ভাল পেণ্ট, ধুতি, গেঞ্জি, কামিজ কিনিম। মানুহৰ দৰে থাকিম, মানুহৰ দৰে পিন্ধিম, মানুহৰ দৰে খাম, বিয়া কৰিম, সংসাৰ পাতিম,—তোৰ এই বুঢ়া বয়সত তোক ৰাৰুকৈ জিৰণি দিম।"....

একে উশাহতে গৌৰাঙে আবেগত কৈ পেলায়। তাৰ চুলিৰ আগেদি পানীৰ টোপাল টুপটুপকৈ সৰি পৰে। মাকৰ কাষত গা লগাই সি বহি পৰে। মাকৰ কথা শুনিবলৈ তাৰ মন উচপিচাই থাকে। মাকৰ শুকান চকুৰ চুকেদি লো বাগৰি যায়। দুগাল তিতি চিক-মিকাই উঠে।

আকাশত ডাৱৰে গিৰ্‌গিৰাই বিজুলীয়ে একাঁবেকা নেজ মেলি চিক্-মিকায়। চকু ছাঁট মাৰি যায়।....

মুখত বাজ পৰা যেন মাকে চকখাই উঠে।

"কি ?—তই নক্‌ৰি কৰিবি ?"

"হয় আই! মই নক্‌ৰি কৰিম।" গৌৰাঙে ডাঠি কয়।

"চা বেটা! তই এতিয়াও ল'ৰা মানুহ—তোৰ মনত ৰাখিবি মোৰ ওচৰত তই এতিয়াও কেঁচুৱা। তোৰ ওঁঠ টিপিলে গাখীৰ ওলায়। আৰু তই কৰিবি নক্‌ৰি ? তই কৰিবি চাকৰি মোৰ পেট মছা ল'ৰা। হাড়কেইডাল এতিয়াও দেখোন লোৰ দৰে টান হোৱা নাই,—গাৰ মঙহো এতিয়াও ভালকৈ বন্ধা নাই;—গোটেই দেহা এতিয়াও কেঁচুৱাৰ দৰে লেউসেউ। কোনে কয়, তই ডাঙৰ হৈছ ? মোৰ মনত তই এতিয়াও কেঁচুৱা। জান—এতিয়াও মই তোক কোলাত লৈ মোৰ পিয়াহ খুৱাব পাৰোঁ। এই বয়সত চাকৰি কৰিবলৈ তোক কিহে পালে, হুঁ ?....তই জানো পাৰিবি ? কোৰ মাৰিব পাৰিবি ?—ৰ'দত দহি জ্বলি পুৰি বৰষুণত তিতি ভিজি বুৰি কামজাৰি কৰিব পাৰিবি নে ?—হুঁ বৰ ডেকাটো ওলাল!"....মাকে এবাৰ ভৰি মেলি হাতখন কোলাত পেলাই পাগলীৰ দৰে খিল্‌খিলাই হাঁহি উঠে; আকৌ খপ্‌হকৈ ল'ৰাজনৰ ভিজি সেঁতসেতীয়া হোৱা মূৰটো বুকুত লৈ হুকহুকাই কান্দে।....

গৌৰাঙেও সোঁহাতেৰে মাকৰ কঁকালখন মেৰিয়াই মাকৰ কোলাত মুখখন গুঁজি কান্দি কান্দি কয়,—"নহয় আই। মোক হকা বধা নকৰিবি। তই মোক মানুহ হবলৈকে জনম দিছ যেতিয়া, মই মানুহ হম। পশু নহওঁ। মই কামানি কৰিম, নক্‌ৰি কৰিম, মোক মানা নকৰিবি! তোক পালিম আৰু পিছত মই বিয়া কৰিম। তোৰ বোৱাৰীয়ে যে তোক খুৱাব পুৰাব সুখত ৰাখিব। সংসাৰখন আকৌ ব্যাম। মোৰ জীৱন মানুহৰ দৰে গঢ়িম। বোপাইৰ নাম—ভোলা চৰ্দাৰৰ মান প্ৰাণ দি ৰাখিম।"....

বাহিৰত বৰষুণ ৰমঝমাই পৰে।....

মাকে পুতেকৰ গুঁজি থোৱা মুখখন কোলাৰপৰা তুলি ভালকৈ চায়।....মুখত দৃঢ়তা আৰু সংকল্পৰ ৰেখা চুড়ৰ দেখি ভাই গৌৰাঙৰ দুগালত চুমা খাই তাৰ

চকুলো মচ্ছি দিয়ে। পুতেকেও মাকৰ চকুৰ লোতক মচ্ছিবলৈ সোঁতোৰা সুঁতুৰি গালত হাত ফুৰায়। লোৰ দৰে টান সেই আঙুলি কেইটি মাকে অনুভৱ কৰে, তাৰ বাহু দটাত ধৰি জোকাৰে। লোতকৈও কঠিন যেন পাই মাকে গৌৰাঙৰ কথাত পতিয়ন যায়।....

"চা—বেটা! তোৰ বোপায়েৰৰ কথা নাপাহৰিবি! তাৰ নাম-মান-সন্মান সুঁৱৰি তোৰ কাম কৰিবলৈ ইচ্ছা আছে যদি কৰ। মই আৰু মানা নকৰোঁ। মানুহ হৈ জীৱন চলাবি। পশু নহবি। তোক মই আশীৰ্ব্বাদ দিছোঁ, তোৰ ভাল হব। তোৰ বাপেৰেও স্বৰ্গৰপৰা তোক আশীৰ্ব্বাদ দিব। বেটা তই বাঁচি থাক।"....

মাকৰ কথা শুনি গৌৰাঙৰ মুখখন ৰঙত উজলি উঠে; ওঠত হাঁহি সানি মাকৰ মুখলৈ এবাৰ চাই বুঢ়ীৰ ভৰি জোৰত মূৰটো থৈ সেৱা জনাই উঠে। সি কয়, "যাওঁ আই!"

"কলৈ?"

"অফিচ ঘৰলৈ।"....মাকে পুতেকৰ মুখৰ ফালে চাই হাঁহি মাৰে। গৌৰাং গুচি যায়।....আকাশত মেঘ পাতলে;—শিমলু তুলাৰ দৰে উৰি ফুৰে। পূবে বেলিয়ে ভুমুকি মাৰি চায়। কলধৰৰ চুঙিডাল জিলিকি উঠে। শাৰী শাৰী চাহ গছৰ পাতত থকা পানীৰ টোপালবোৰ তিৰবিৰাই উঠে।....কিনকিনকৈ বৰষুণ পৰে। পশ্চিম আকাশত ধুনীয়া ধেনুভিৰীয়া সাতৰঙীয়া ইন্দ্ৰধনু বিৰিঙি উঠে। গৌৰাঙৰ মাকৰ মুখখনত ৰঙে ৰেঙাই ৰাঙে চৰায়।....গৌৰাং কেঁচুৱা নহয়, ল'ৰা নহয়;—চোঙেলীয়া চফল্ ডেকা। তাৰ মুখ টিপিলে গাখীৰ আৰু নোলায়, তাক কোলাত লবলৈ ঠাই আৰু নোজোৰা হয়—তাক খুৱাবলৈ গাখীৰ শুকাই পিয়াহো লেৰেলি যায়;—গাৰ গাঁথনি কট্‌কটীয়াকৈ আটি বন্ধা,—দেহৰ হাড় লোৰ দৰে টান, শকত।....

অফিচত গৌৰাঙৰ লগত কিছুপৰ কথা হোৱাৰ পিছত মেনেজাৰ চাহাবে কয়,—"তই কাম কৰিব পাৰিবি?"—"পাৰিম চাহাব।"...."তোৰ বোপাইৰ নাম?"—"ভোলা চৰ্দাৰ।" ভোলা চৰ্দাৰৰ নাম শুনি চাহেবে বহুত পৰ ভাবি টলকা মাৰি ঘপহাই চিঞৰি মাতে,—"কেৰাণী বাবু!"

কেৰাণী বাবুয়ে আহি চেলাম দি চাহাবৰ টেবিলৰ ওচৰত থিয় হৈ থাকে।

চাহাবে কয়,—"কেৰাণী বাবু! এই ল'ৰাজন ভোলা চৰ্দাৰৰ ল'ৰা। ই নক্‌ৰি বিচাৰে। ইয়াক মই চাকৰি দিম। ভোলা চৰ্দাৰে বহুত দিন নক্‌ৰি কৰি চাকৰিতে মৰিল। সি ৰৰ ভাল কাম জানিছিল। তাৰ চৰ্দাৰী কামৰ সময়ত বাগিচাৰো বহুত উন্নতি হৈছিল। তাৰ ল'ৰা যেতিয়া নিজেই চাকৰি কৰিবলৈ আহিছে, তাক মই ৰং মনেৰে লম।"....

কেৰাণী বাবুয়ে কয়,—"ভাল চাহাব।...."

চাহাবে সোধে;—"এই—! তোৰ কি নাম?"

গৌৰাঙে নিৰ্ভয়ে ডাঠকৈ কয়,—"গৌৰাং।"

চাহাবে কয়,...."ঠিক আছে। কালিৰপৰা কাম-জাৰিলৈ যাবি। দিনে মজুৰি আঠ অনা আৰু ঠিকা চাৰি অনা পাবি,—বুজিছ?"

গৌৰাঙে কয়,—"ভাল চাহেব।'....

চাহাবে কয়,—"এইয়া কলম। তই কলমডাল চুই শপথ খাই ক—"মই গৌৰাঙে ভালকৈ কাম কৰিম,—কেতিয়াও ফাঁকি নিদিম, আৰু নোকোৰাকৈ নপলাম"।

লগে লগে গৌৰাঙেও কলম চুই পথ খাই কয়,—"মই গৌৰাঙে ঠিককৈ কাম কৰিম—কোনো দিন কেতিয়াও ফাঁকি নিদিম, চাহাবৰ বিনা হুকুমে বাগান ছাৰি নপলাম। আৰু জান্ গলেও হুজুৰৰ অমান্য নকৰিম।"

সিদিনাৰপৰা সি মজুৰি খটা কুলি...."পাৱেই" বাগিচাৰ শ্ৰমিক বনুৱা। নতুন উছাহেৰে সি কাম কৰে;—দিনৰ মজুৰি দিন খাটে;—ছয়-সেৰীয়া কোৰ মাৰি তেজক পানী কৰি হাড়ক মাটি কৰি সি বন কৰে, ঠিকা মাৰে। দিনৰ মজুৰি দিনে পায়,—দিনৰ ঠিকা দিনে লভে—নিতৌ বাৰ অনাকৈ।

চৌকীদাৰে তবধ মানে,—চাহাবে খুচী হৈ কয়,—"ভোলা চৰ্দাৰৰ বেটা যেতিয়া পাৰিবই। বাপেক চাই পুতেক। ল'ৰা হলে কি হব?"....

গৌৰাঙে কাম কৰি যায়।....মাটিৰ মানুহে মাটিৰ গুণ জানে। শ্ৰমৰ যাদুৰে মাটি ধুনি সিহঁতে সোণ উলিয়ায়; কাম বন নকৰা এলেহুৱা তেজ পিয়াহঁতে কাঁকিৰে লুটি-পুটি নি খায়।....গৌৰাঙো মাটিৰ মানুহ,—নিষাতী মাটিৰ কথা জানে, গুণ জানে। শ্ৰমৰ যাদুৰে সি মাটি তল-ওপৰ কৰে। মাটিয়ে বশ মানে। গৌৰাঙৰ শ্ৰমে জিকে। তাৰ বিজয়ৰ ফল লাভ কৰে কোম্পানীয়ে এইদৰে লাখ লাখ কোটি কোটি টকা লুটি কুবেৰহঁতে লাভৰ টোপোলাত ভৰায়। শ্ৰম শকতিৰ বলত গৌৰাঙৰ কোৰ বিজয়-গৌৰৱেৰে আগুৱাই যায়।—সি পশু নহয়, মানুহ। খোৱা পিন্ধা, থকাৰ ব্যৱস্থা এইদৰে সি নিজ শকতিৰে নিজে কৰে,—পশুৰ দৰে প্ৰকৃতিৰ ওপৰত নিৰ্ভৰ নকৰে। কাৰণ সি মানুহ। গতিকে সি মানুহ হব বিচাৰে। ভোলা চৰ্দাৰৰ পুতেক গৌৰাং পশু নহয়, মানুহ হয়। তাৰ বলিষ্ঠ বাহুৰ জোৰেৰে কোৰ মৰা তাৰ ছন্দ-সেৱীয়া লোৰ কোৰে মাটিৰ বুকু ফালি যায়,—ধৰণীৰ বুকু সোণৰ খেতিৰ উপযোগী কৰি তোলে,—সি দুখৰ বোজা মূৰত লৈ জীৱন নিয়ায়,—বিষাদৰ সাগৰত বুৰি উটি ভাহি ফুৰে আৰু ধন কুবেৰহঁতে সেই সোণ কুৰুকি নি টকাৰ পাহাৰ তোলে, মজা লুটে।

....গৌৰাং ডেকা। ভৰ যৌৱনে তাৰ গাত থান্-থিত লয়। তাৰ গোটেই দেহৰ গাঁথনি পুৰঠ হৈ উঠে।....অকলশৰীয়াকৈ আমন্-জিমন্ ভাৱে নিৰলে বহি থাকিলে তাৰ মন কেনেবা কেনেবা কৰে, উৰুঙা উৰুঙা লাগে,—উকা উকা ভাৱে তাৰ মন-কাৰেঙৰ ভিতৰ কোঁঠালীত লুকা-ভাকু খেলে।....সপোনত লাজ কুঁৱৰীহঁতে ওৰণি গুচাই তাৰ হিয়া-দেউলত নওঠা হৈ নাচে। তাৰ মনে কি বিচাৰে—কাক বিচাৰে?

ফুলমণি এজনী গাভৰু;—চুকুপানীৱালাৰ জীয়েক।....ক'লী হলেও তাই ধুনীয়া, লাৱনী চকুজুৰিত কিবা মোহনী যাদু আছে, দেখিলে হিয়া-মন আকুহি টানি নিয়ে। ঠিক উঠন বুকু দুটা খোজৰ ছেৱে ছেৱে কঁপনি উঠাৰ লগে লগে থপ্ থপ্‌কৈ বগা ফুলপাৰী শাৰীত বুকুৰ ওচৰত চউ খেলি যায়। মিচিকি হাঁহি সনা কুলিৰ দৰে মিঠা মাতত মউ বৰষে,—শুনিলে উচাটন মন বলিয়া হয়। খোজ কাঢ়িলে কৰঙনৰ গতিৰ লগে লগে তপিনা দুটাৰ দু-চপৰা মঙহো থৰক বৰককৈ নাচি কঁপি উঠে, চকুত পৰিলে মনত নাচোন উঠে। সুগন্ধি তেল সনা কেচ্ কেচ্ কৰে কলা চুলি-টাৰি চিকণকৈ ফনিয়াই বন্ধা লিগিৰী লুধুম্ ধুমীয়া খোঁপাটোৰ চাৰিওফালে গুঁজা নানা বৰণীয়া ফুল চকুত পৰিলে ভোমোৰাৰ দৰে তাইৰ কাষে কাষে উৰি ফুৰিবৰ মন যায়। মুঠতে তাই ধুনীয়া, লাৱনী, চিকুণী,—ভৰ-পূৰঠি গাভৰু।

শ্ৰেণী-সমাজৰ ব্যৱস্থাত তাই বনুৱাৰ জী দুখীয়া মজুৰণী হলেও প্ৰকৃতিৰ ব্যৱস্থাত তাই পূৰঠি, যৌৱন-পুৰীত চহকী।....প্ৰকৃতিৰ সহজ-ৰাজ্যত তাই ৰাণী, ৰবকুঁৱৰী; আৰু তাইৰ দেহৰ ৰাজ্যত পূৰ্ণ শাৰীৰিক অবয়ৱৰ গৰাকী।

কিনো;—কোন নো?—গৌৰাঙৰ অলিয়া-বলিয়া চাৱনিয়ে ইফালে সিফালে চাই ফুৰে;--তাৰ আউল মনে অ'ত ত'ত ফঁহিয়াই ফঁহিয়াই খেপিয়াই বিচাৰি ফুৰে।

সৌজনী কোন? ফুলমণি! নতুন লাইনৰ চুকু পানীৱালাৰ জীয়েক—ফুলমণি।....গৌৰাঙৰ চোকা চাৱনিৰ তীখা-কাঁড় ফুলমণিৰ দেহাত বিন্ধে। বিষত শৰীৰ পিৰ্ পিৰায়।....তাই আহত পখীৰ দৰে ধৰ্ ফৰাই থাকে। গৌৰাঙৰ গভীৰ হিয়াৰ আকুল ধাউতিয়ে ফুল-মণিৰ হিয়াৰ কাৰণে ইনাই বিনাই ফুৰে। তাৰ প্ৰতি অঙ্গই ফুলমণিৰ প্ৰতিটো অঙ্গৰ কাৰণে আকুলি বিকুলিকৈ থাকে।.... মনৰ ক্ষুধা তীব্ৰ হয়। তাইৰ ভোকেও নগহে।

চাহৰ গলিয়ে গলিয়ে ফুলমণিৰ জীৱন-শৰীৰে বেতৰ টুকুৰীটো পিঠিত ওলোমাই লৈ চাহৰ কুমলীয়া পাত কেইখিলা পাকৈত হাতেৰে ছিঙি টুকুৰীত ভৰায়। গৌৰাঙৰ চকুজোৰ মাটিৰপৰা আঁতৰি ফুলমণিৰ পাছে পাছে ঘূৰে। কোৰ থাকে পৰি, মাটিত চাৰ নপৰে, কোৰে নাৰায়।

ফুলমণিৰ ফুল্ বুদুনী তাই গৌৰাঙৰ মোমায়েকৰ

ত্ৰীয়েক। গৌৰাঙৰ ঘৰত সদায় তাইৰ অহা যোৱা। সৰুতে তাই ফুলমণিৰ সৈতে ফুল (বা সখী) পাতিছিল সিহঁতৰ দুজনৰ বৰ মিল। সিহঁতে একেলগে কামজাৰিলৈ যায়, একেলগে উভতি আহে। ইজনীয়ে সিজনীক এৰি এখন্তেকো থাকিব নোৱাৰে। একেলগে শোৱে, একেলগে উঠে, একেলগে খায়, একেলগে কামলৈ যায়। মুঠতে সিহঁত দুয়োজনীৰ এক দেহ—এক প্ৰাণ।....

"সৌজন তোৰ ককাইদেউ নহয় নে, ফুল।"—ফুলমণি থাকিব নোৱাৰি সোধে।....

"এৰা জেঠাইৰ সৰু পুতেক।"....

....তাইৰ মনত কিবা এটা ভাবে থৌকিবাথৌকি কৰি উঠে। মুখেৰে কিবা কব খোজে; লাজে আগচি আহি হেঙাৰ দিয়ে। মুখৰ কথা মুখতে লেৰেলি শুকাই নাইকিয়া হয়;—হিয়াৰ ভিতৰত হেন্দোলনি উঠে।.... তাই নিজকে পাহৰি গযায়।

মনে আকৌ ঠাই লয়। ফুলমণিয়ে খৰধৰকৈ পাত ছিঙে।...আঁতৰত কোৰ মৰা কামত গৌৰাঙৰ আৰু মন নবহা হয়। চাহাবক কৈ পানীৱালাৰ কাম কৰে। চাহৰ গলিয়ে গলিয়ে পানীৰ ভাৰ লৈ চাহ গছৰ গুৰিয়ে গুৰিয়ে পানী দিয়াৰ যোগান সি দিয়ে। ...সি আৰু ছয় সেৰীয়া কোৰ নোছোৱে।....ফুলমণিৰ কাষ পাবলৈ সুবিধা সি পায়। পহিলা দিনাই গৌৰাঙে পানী-ভাৰ লৈ ফুলমণিয়ে পাতভোলা গলিৰ ভিতৰলৈ গৈ চাহ গছৰ 'পাহী'ৰ (শাৰীৰ) কাষ চাপি ভালকৈ তাইক চাবলৈ সুযোগ মিলে।....দুয়োৰে চাৰি চকুৰ মিল হয়। ফুলমণিৰ চকুজুৰিয়ে কিবা যেন মাগে, কিবা যেন বিচাৰে। গৌৰাঙৰ মন চাকনৈয়াত ঘূৰি পাক খাই ফুৰে।....

সিদিনাৰপৰা দিঠকে সপোনে কেৱল ফুলমণিহে ফুলমণি।....খাওঁতে ফুলমণি, শোওঁতে ফুলমণি, উঠোঁতে ফুলমণি, বহোঁতে ফুলমণি।

ফুলমণিৰো সেই একে গতি।....তাইৰ দেহ-পুৰত প্ৰতি টোপাল তপত তেজে যেন গৌৰাঙক লাগে লাগে বুলি খলকনি লগাই ৰিমঝিমাই ফুৰে;—তাইৰ দেহা কূলত সেই খলকনিয়েই হেলেপনি তুলি দেহময় শিহৰণ জগায়;—প্ৰতি অঙ্গই কিবা ৰাগীত মতলীয়া হৈ জাগি উঠে।....লাজে আগচি আকৌ হেঙাৰ দিয়ে। ফুলমণি মৰহি যায়।....

দিন যায়,—কালেকো নৰয়। কল ঘৰতো ঘৰঘৰণি তুলি কল নিতৌ চলি থাকে;—চুঙাৰেদি ক'লা ধোঁৱা উগাৰি এৰে;—চিটি বজাই মাজে মাজে কান্দি উঠে।

বুকু ভাগি যায়, তেও মুখত বাও এষাৰো নোলায়। দুটি হিয়া গুপুতে গোপনে নিজানে নিৰলে উচুপি উচুপি কান্দে, দুটি কলিজা মোহাৰি হুমুনিয়াহৰ ধুমুহা বয়।

এদিনাখন পানীভাৰ লৈ গৌৰাঙে চাহৰ গলিয়েদি গৈ আছে। বুদুনীক দেখা পাই সি সোধে,—"বুদুনী। তামোল আছে?" বুদুনীক কোনো সুবিধা নিদি ফুলমণিয়ে আগুৱাই আহে, কোঁচৰপৰা এটা টেমি উলিয়াই চাকনিখন মেলি দুখিলা পাণ আৰু তামোল দুফাল গৌৰাঙৰ ফালে আগবঢ়াই দিয়ে।....গৌৰাঙে তাকে লৈ গুচি যায়। এফাল তামোল আৰু এখিলা পাণ মুখত ভৰাই বাকীখিনি বুকুৰ জেপত ভৰাই থয়। —গৌৰাং চকুৰ আঁতৰ হয়, ফুলমণিৰ হিয়াপটত নিজৰ ছবি ছাব মাৰি সি যায়।....ইমান কথা অথচ দুয়োৰো এষাৰো মাত নোলায়। দুয়োৰে মনত ধিক্কাৰ আছে। নিজৰ চিতা নিজেই সাজে। মনৰ বোজা বেছিকৈহে বাঢ়ে। চিন্তাৰ অগনি ভকভকাই জ্বলি উঠে।....সেই তামোল সেই পাণ। তাকে গৌৰাঙে যতনে থয়। কোনোবা বাবুৱে পেলাই থোৱা চিগাৰেটৰ বাকচ বুটলি তাৰ ভিতৰত চিচা-পাত উলিয়াই তাৰে সি বৰ চেনেহেৰে সেই ফাল তামোল আৰু সেই খিলা পাণ মেৰিয়াই জেপত থয়, এবাৰ উলিয়াই চায় আকৌ সুমাই থয়। তাতে সি ফুলমণিৰ পৰশ লভে। তাতে তাৰ কুলাই পাচিয়ে নধৰে উলাহ; তাতেই তাৰ হেঁপাহ ভৰা ৰং ওপজে। ফুলমণিৰ ভাবে তাক বেছিকৈয়ে মতলীয়া কৰি তোলে। বলিয়াদেৱে তাৰ গাত লভি দেওধনি উঠে।....তাৰ মন ছাটি-ফুটি থাকে।....

বহু দিনৰ পিছত ।....

"এই পাগলা ! তামোল খাবি ? ল ।"....ফুলমণিৰ এষাৰ মাত শুনিবলৈ তাৰ বৰ ধাউতি । সি ওচৰ চাপে, তামোল লৈ মুখত ভৰায় আৰু ৰং মনেৰে গুচি যায়। আঁতৰৰপৰা ঝুমুৰগীত গাই খালী টিঙত চাপৰ দি ৰঙৰ ৰোজা সি পাতলায় ।

কামজাৰি ছুটি হয় । সকলোৱে--কিছুমানে কোৰ, খন্তি, হাতীয়াৰ কান্ধত লৈ--কিছুমানে পাত-ৰোজ ৰেতৰ টুকুৰী পিঠিত ওলোমাই পাত-ঘৰমুৱা হয় । গৌৰাং আৰু ফুলমণি পাছ পৰে ।

"চা ফুলমণি । মই জানো চিৰকাল তোৰ কাৰণে পগলা হৈয়েই থাকিম ? খৰালিৰ দিহিং নদীৰ বুকুত পাৰত পৰি থকা শুকান বালিচৰৰ দৰে মোৰ জীৱনটো শুকাই তই কিনো ৰং-তামচা চাই ভাল পাইছ ?" —আবেগত গৌৰাঙে একে উশাহতে কৈ পেলালে ।

"ময়ো ম্বলি-পুৰি মৰিছোঁ । ই মোৰ ৰং তামচা নহয় । যি দেখিছ সি মোৰ চিতাৰ জুইৰ ধুনীয়া ফিৰি-ঙতিহে । তই নিজৰ কথাহে ভাবিছ, মোৰ অৱস্থাৰ কথা যদি এবাৰ গুণি-গাঁথি চালিহেঁতেন ?...." ফুল-মণিয়ে লাজৰ জাল ফালি এইষাৰ কথা কয় ।....তাইৰ চকু ছলছলীয়া হয় ।... বুদুনীয়ে কুৰি খোজমান আগে আগে গৈ থাকে ।....

"আহচোন ফুল, বেগাতে আহ । কিয় পাছ পৰি আছ ?"--বুদুনীয়ে আগৰপৰা ডিঙি ঘূৰাই মাতে ।

"যাচোন ফুল্--গৈ থাক । মই দেখোন গৈয়েই আছোঁ ।" ফুলমণিৰ কথা শুনি বুদুনীয়ে নবৈ তাইৰ খোজ আগবঢ়াই থাকে ।....

গৌৰাঙে কয়,—"সঁচাকৈয়ে ফুলমণি, মই তোক মন খাইছোঁ । তই মোৰ মন চুৰ কৰি নিছ যেতিয়া, মই বাৰু কেনেকৈ বাঁচি থাকোঁ, ক'চোন ?"

ফুলমণিয়ে কয়,—"আৰে পাগ্‌লা, তই মোৰ দুৰৱস্থাৰ কথা অলপো নাভাব নে ? এৰা, তই ৰাইকহ —কি ভাবিবি ?"

গৌৰাঙে কয়,—"কিনো ৰাইকহ হ'লো,—কিনো নভবা হলো ?"

"তই মোৰ মন খাইছ বুলি তই নিজেই কৈছ । সেই কাৰণে তই মন-ৰাইকহ ।"

"আৰু সিটো ?"

"অভাৱৰ কথা ! মন নহলে মই বাচোঁ কেনেকৈ ?" —কৈয়েই ফুলমণিয়ে চকুলো শাৰীৰ আচলেৰে মচে ।....

"পাগলীজনী ! কিয় কান্দিছ ? চকুলো টুকিছ কেলৈ ? মই জানো তোক এৰিম ? কেতিয়াও নেৰোঁ —কাহানিও নেৰোঁ ।....আমাৰ দুয়োৰে আজিৰপৰা একেটা মন ।....হ'ল তো ? মন বাৰু খালোঁ । আৰু এটা মন আছেই দেখোন ।"

"তইয়েই জান ?....তই যি কৰ ।"

"পাগলীজনী, তইয়েই জান ? তই যি কৰ কৰ ।"

বুদুনী বৈ যায় ।....সিহঁত দুয়ো তাইৰ কাষ পায় । মুখেদি ওলাব খোজা কথা কেইষাৰ আকৌ হিয়াৰ তলাতল ঘৰৰ ভিতৰ কোঁঠালীত সোমাই লুকাই যায় । ....পাত-ঘৰ পায়েই ভিৰৰ মাজত সিহঁত নাইকিয়া হয় ।

দিনৰ চকা ঘূৰাৰ লগে লগে, সিহঁতৰ দুয়োৰে পীৰিতিৰ চেৰেকীও ঘূৰিবলৈ ধৰে ।....কলঘৰৰ চকা নিতৌ ঘূৰিয়েই আছে ; এদিনো নৰয়, এদিনো নাথামে ।....

এদিন হঠাতে ফুলমণিৰ কোঁঠালীত চৰক্ পৰে । চুকু পানীৱালাৰ দেহৰ সঁজাৰপৰা পৰাণ-পখি উৰি যায় । ফুলমণিৰ মাকৰ ইননি-বিননিয়ে গোটেই নতুন লাইনৰ ওপৰত বেজাৰৰ কুঁৱলিজাল মেলি দিয়ে । তাইৰ আসৈ বিলৈ দেখি সকলোৰে অন্তৰত বেজাৰে খুন্দা মাৰে । ফুলমণিৰ ককায়েক—বাগৰাইৰ পৰাণে এনে কৰুণ দৃশ্য দেখি নসহা হয় । শোকৰ তীখা-কাঁড়ৰ বিন্ধা খোৱাৰপৰা হাত সাৰিবলৈ সি সেই নতুন লাইনকে এৰিবলৈ থিৰাং কৰে । এদিন বাপেকৰ জমা টকাৰে বৰ-পাৰেই আৰু সৰু-পাৰেই বাগিছাৰ মাজৰ আঁক-বন্ধা সৰু গাঁৱতে বাৰ বিঘা মাটি কিনি তাত ঘৰবাৰী সজাই টালি টোপোলা বান্ধি লৈ নতুন লাইন এৰি গুচি যায় । ফুলমণিৰ মনে এটা আশ্ৰয় হেৰুৱালেও আন এটা আলমৰ আশাত তাইৰ কুমলীয়া জীউ বান্ধি নিয়ে ।....

চাহাবক কৈ মেলি গৌৰাঙেও কিছু টকা মেনে-জাৰৰপৰা গিৰমিট্‌ (আগধন) লৈ বাগিচাৰ ওচৰৰে তিৰুগাঁৱত চাবি বিঘা মাটি কিনি ঘৰবাৰী সজাই পুৰণি লাইন এৰি সপৰিয়ালে উঠি আহে। সকলো তিতা মিঠা পুৰণি সোঁৱৰণি সোপাকে এৰি সিহঁতে সেই তিৰুগাঁৱতে বসতি কৰিবলৈ ধৰে। লাহে লাহে গৰু-ম'হ-হাল কোৰ কিনি এটা সৰুসুৰা গৃহস্থালিকে সি পাতে।

দুয়োৰে ব্যৱস্থাৰ ইমান সলনি হলেও সিহঁতৰ পীৰিতিৰ কোনো সালসলনি নহয়, দিনক দিনে চৰিহে যায়।....

সন্ধিয়া।....আঁউসী নিশা। ঘোপমৰা এন্ধাৰ। দোকান ঘৰ।....গৌৰাঙে ফুলমণিক সেই দোকান ঘৰতে লগ পায়।....

"পাগলী! দোকানলৈ আহিছ্‌। কি কিনিবি?" —গৌৰাঙে সোধে।

"খোৱা তেল।—তই?"....ফুলমণিৰ মউ-বৰষা কথাষাৰ শুনি গৌৰাঙে সেহাই সেহাই কয়,—"কিনো আৰু কিনিম? কেৰাচিন।"....

দুয়ো নিমাত।....দোকানৰপৰা একো নোলোৱাকৈ ফুলমণিয়ে মিচিক্‌কৈ হাঁহি ওলাই যায়। গৌৰাঙেও তাইৰ পাছ লয়।....

এন্ধাৰ। গোটেই পৃথিৱী নোহোৱা হয়। কেৱল দুটি প্ৰাণী আলিয়েদি এন্ধাৰত ওচৰা-ওচৰিকৈ খোজ কাঢ়ি যায়।....

"চা—পাগলী! তই যদি আজি হেঁপাহ পূৰণ নকৰ, তেন্তে মই কি কৰিম জান?—মৰিম।" —কেৰাচিনৰ বটলটো তুলি গৌৰাঙে কয়—"এই কেৰাচিন গাত ঢালি জুই জলাই মৰিম।—দেহৰ জ্বলা সেই জুইত পুৰি শেষ কৰিম।"....এন্ধাৰৰপৰা গৌৰাঙৰ আৱেগভৰা চোকা কথাৰ জোং ফুটি ওলায়

"নহয়, নহয়—সেইদৰে নকৰিবি—নমৰিবি।—মই যে তোৰ—তোৰেই। এই মন যে তোৰ—এই মন যে তোৰ—এই দেহা যে তোৰ। বলিয়ালি নকৰিবি।"

—ফুলমণিয়ে গৌৰাঙক সাৱট মাৰি ধৰে; মূৰটো তাৰ বুকুত গুঁজি থয়। এন্ধাৰে আবৰি সিহঁত দুয়োকে লুকুৱাই থয়।....

গৌৰাঙে ফুলমণিক সাৱটি লয়। তাইৰ মুখে গালে চুমাৰ লালতি বুলায়; দুটা বাহুৰে কটকটীয়াকৈ আটি বান্ধি পেলায়।....মাত নাই, কথা নাই, ভাষা নাই কেৱল বুকুৰ ধুকুধুকনি।....

আকাশৰ তৰা, ধৰাৰ গছ-গছনি পৃথিৱীৰপৰা সকলো আঁতৰি যায়। কেৱল দুটা প্ৰাণী—গৌৰাং আৰু ফুলমণি—আলি-বাটৰ ধূলি লেটিয়াই মাটিত সাৱটা-সাৱটিকৈ এক হৈ পৰি থাকে।....

....তেজ-মঙহৰ সোৱাদ। নতুন বাগী! সৰগহেন সোমৰহহেন সোৱাদৰ বাগীত গৌৰাং মতলীয়া হয়। ঘৰত তাৰ টোপনি নাহে। উজাগৰে থাকি নানান ভাৱে তাক বলিয়া কৰি তোলে। শোৱাপাটিৰপৰা ঘপহকৈ সি উঠে ঘৰৰ বাজ হয় বুঢ়ীমাকে কাঁহে।....

আঁউসী নিশা।....ঘোপমৰা এন্ধাৰ। কল ঘৰৰ কাঁহত টং টংকৈ বাৰটা বাজে।....অজানিতে সি ঘৰৰ বাজ হৈয়েই আলিবাটত থিয় হয়,—ভৰিজোৰে নিজেই আঁক-বন্ধা গাৱঁৰ ফালে খোজ লয়।....

ফুলমণিৰ ঘৰ।....ঘোৰমৰা এন্ধাৰ। একোকে নমনি। আকাশত তৰা আৰু পৃথিৱীত জোনাকী পৰুৱা তিৰ্‌বিৰাই থাকে।....নিজম-নিমাত।....নিশিৰ-শিৰ।—

ফুলমণিৰ শোৱা কোঁঠালীৰ কাষত বেৰৰ বাহিৰত গৌৰাঙে এডাল শুকান বাঁহ ভাঙে....শৰ্‌দই মাতে।....

বুঢ়ীয়ে সাৰ পাই চিঞৰি উঠে,—"এই চাচোন ক'ৰবাৰ গৰু আহিছে নেকি?"

ফুলমণিৰ টোপনি নাভাঙে।....

আকৌ বাঁহ ভঙাৰ মাত।....

"ফুলমণি! উঠ!"....বুঢ়ীৰ কথা শুনি ফুলমণিয়ে সাৰ পায়। তাই সোধে—"কি হ'ল?" "জানো বাহিৰত চোৰেই নে গৰু। কিহবাৰ শব্দ দেখোন।" —বুঢ়ীয়ে কয়।....উঠি দেচেলাইৰ বাকচ আৰু চাকি এন্ধাৰত তাই খেপিয়াই ফুৰে।....

গৌৰাঙে লাহেকৈ হাতত সাৰে ভৰিত সাৰে কাঁথিৰ ওপৰত উঠি এখোজ দুখোজকৈ দুৱাৰৰ ফালে আগুৱায়; দুৱাৰখন লাহেকৈ মেলি মূৰটো সুমায়।....

টক্।....এটা মাখোঁ শব্দ। ফুলমণিৰ ককায়েক বাগৰাইয়ে মনে মনে সাৰ পাই শোৱাপাটিৰপৰা উঠি এডাল টোকোন লৈ দুৱাৰদলিত ভিতৰৰ ফালে চুপা দি থাকে। গৌৰাঙে মূৰটো সোমাই দিয়াৰ লগে লগে সি এটা কোব গৌৰাঙৰ মূৰত শোধায়—টক্।....তাৰ মূৰত বৰ আঘাত লাগে। টপটপকৈ তেজ মজিয়াত পৰে। গৌৰাঙে একো কব নোৱাৰা হয়, চকুয়েদি জুইৰ ফিৰিঙটি ছিটিকি ওলায়,—সেইভাঁজে সি কিমান পৰ থাকে কব নোৱাৰে। কোনোমতে বেৰত ধৰি থিয় দি থাকে, পৰি নাযায়।....বাগৰায়ে আকৌ কেৰে নজনাকৈ টোকোনডাল কাষত থৈ শোৱাপাটিত বাগৰে।.... অলপ জ্ঞান হোৱাত গৌৰাঙেও নিজৰ দেহ টানি ওলাই যায়।....নওলা-মুখত অলপ বৈ সি গাত বল আনে, উশাহ লয়।....

কিহৰ শব্দ। দেচ্‌লাই ক'ত। ফুলমণিয়ে খেপিয়াই বিচাৰে।....দেচলাইৰ কাঠি জ্বলে। ঘৰৰ কোঁঠালীত চাকি জ্বলি উঠে। চাকি লৈ ফুলমণিয়ে ওলাই আহি চোতালত ভৰি দি ইফালে সিফালে চায়। চাকিৰ পোহৰত ফুলমণিৰ মুখ জিলিকি উঠে। সেই জুইত চগাৰ দৰে জাঁপ দি পৰিবলৈ সি ছটফটাই থাকে। ....ফুলমণিয়ে একো নেদেখি ঘৰৰ ভিতৰলৈ সোমাই দুৱাৰ জপাই চাকিটো নুমাই বিছনাত বাগৰে। নওলা-মুখৰপৰা গৌৰাঙে গুচি এন্ধাৰত মিলি যায়।....

পিছদিনা।....আগদিনাৰ সোঁৱৰণি সুঁৱৰি সুঁৱৰি উপচিপৰা উলাহত ফুলমণি বাংচালী হৈ উঠে। বগুলী পখিলীৰ দৰে গলিয়ে গলিয়ে পাত তুলি থাকে। ৰঙত ৰচকী হৈ গুণ্‌গুণকৈ গীত এফাঁকিও মাজে মাজে গায়, —আৰু তাইৰ চকুজুৰিয়ে গৌৰাঙক ইফালে সিফালে চাৰিওফালে বিচাৰি ফুৰে। গৌৰাঙক নেদেখি তাই হতাশ হয়। তাইৰ মুখৰ ৰং মুখতে কেহবাজৰ পাতৰ দৰে ক'লা পৰি যায়।....উচাটন চকুত বিষাদৰ ক'লা ছাঁ ছাটি ধৰে।....

গৌৰাং নাই। তাইৰ হিয়াৰ জীউ বুকুৰ কলিজা গৌৰাং পগলা নাই। তাই শূইন্ শূইন্ ভাবে। মৰুভূমিৰ তপত বালিৰ তাপে দেহা-মন-কলিজা দহি জ্বলি পোৰে।..

"কি হ'ল বে তোৰ, ফুল?"—বুদুনীয়ে মাতে।

"একো হোৱা নাই।"—বুলি আথে বেথেকৈ কৈ ফুলমণিয়ে আলফুলকৈ তিনপতীয়া কুমলীয়া পাত ছিঙে।

এনেতে গৌৰাঙৰ সখায়েক বুদুই পানীভাৰ লৈ সিহঁতৰ কাষ চাপে।

বুদুনীয়ে সোধে,—"গৌৰাং দাদা দেখোন আজি নাহিল। কি হৈছে?"

বুদুই কয়,—"কি আৰু হব? কালি বোলে সি মদ খাই ক'ৰবাত পৰিল। মূৰ ফাটি গৈছে।"

ফুলমণিৰ বুকু চিৰিংকৈ উঠে। সেই দুৱাৰদলিত পৰি থকা তেজৰ কথা তাইৰ মনত পৰে। আৰু বহুত কথা। তাইৰ বুকু ধপ্‌ধপায়।....বুদু গুচি যায়। বুদুনীয়ে নিজৰ কামত মন দিয়ে। ফুলমণিৰ মূৰ ঘূৰাব ধৰে। চকুৱে তাই এন্ধাৰ দেখে। কাণ দুখন পুৰিবলৈ ধৰে। চকুজুৰিয়েদি হুৰ্‌হুৰ্‌কৈ চকুলো ববলৈ ধৰে।....তাই থিয় হব নোৱাৰি বহি পৰে।.... তাইৰ মনৰ আশাৰ পুলি মনতে লেৰেলি যায়। তাই একোকে কব নোৱাৰা হয়।

আকৌ সন্ধিয়া। সেই দোকান ঘৰ। দুয়োৰে পুনৰ দেখা দেখি।....গৌৰাঙৰ মূৰ ফটা কানিৰে বন্ধা। ....ফুলমণিৰ বুকু আকৌ চিৰিংকৈ উঠে;—কলিজা ছিঙি পৰে।....

লেহেতিয়াই চেনেহৰ ফুলমণিয়ে মাতে, "পাগ্‌লা।"

গৌৰাং নিমাত নীৰৱ। তাৰ মুখত এষাৰো মাত নাই। শিলৰ দৰে নিথৰ, অলৰ-অচৰ। চকুৰ চাৱনিও থিৰ।....

ফুলমণিয়ে আকৌ মৰমসনা মাতেৰে,—"পাগ্‌লা।"

গৌৰাঙে কোনো কথা নোকোৱাকৈ উচাট মাৰি

দোকান ঘৰবোৰ ওলাই যায়। ফুলমণিয়ে কিছুপৰ ৰ' লাগি চাই থাকে। অলপ পৰৰ পিছত তাইও ওলাই যায়।

এন্ধাৰ। একোকে নেদেখি, একোকে নমনি। আগে আগে গৌৰাঙে গৈ থাকে। তিনি আলিৰ ওচৰ পাই সোঁফালে ঘূৰিবলৈ খোজোঁতে ফুলমণিয়ে উধাতু খাই লৰ মাৰি আহি তাক থাপ্ মাৰি ধৰে।...."মোক এৰি তই ক'লৈ যাবলৈ ওলাইছ, মোৰ জীউ ?"—ফুলমণিৰ মাত শুনি গৌৰাঙে নিজৰ গা জোকাৰি এটা ঠেলা মাৰে। ফুলমণিয়ে আঁতৰত ছিটিকি মাটিত বাগৰি পৰে।...."দুষ্ট! ফাঁকিবাজ! তোৰ সকলো ফাঁকি—সকলো বদমাইচি!—মোক কালি তোৰ ঘৰত ককায়েৰৰ হতুৱাই মাৰ খুৱালি ?—এতিয়া আহিছ মোক ফুচুলাবলৈ, ভুৰুকাবলৈ। পিশাচিনী!"....গৌৰাঙৰ এনে ভাবিব নোৱাৰা গোজৰণি মৰা মাতত ফুলমণি আচৰিত হয়। তাই একো গমকে ধৰিব নোৱাৰে, ভাবিব নোৱাৰে। পৰাৰ অৱস্থাৰপৰা উঠি তাই কাষ চাপি কয়—"মই একোকে বুজিব পৰা নাই। কি হৈছে ক।—নাই,—বল সেই গলিৰ ভিতৰত মুখামুখিকৈ বহি সকলো শুনো, আহ্।"....বুলি কৈ তাই তাক হাত ধৰি গলিৰ ভিতৰলৈ জোৰকৈ টানি নিয়ে।

....চাহৰ গলিৰ ভিতৰত চিকুণাই খোৱা সেই ঠাইডুখৰি। দুয়ো মুখামুখিকৈ বহে।...."ক এতিয়া।"—ফুলমণিৰ কথা শুনি গৌৰাঙে আগ নিশাৰ সকলো কাহিনী বিৱৰি মেলে।....

"মইতো নাজানো—মইতো—নাজানো সোণ। মোক খেমা কৰ। কৰিবি ?"—বুলি কৈ ফুলমণিয়ে তাইৰ মুখখন তাৰ মুখখনৰ ওচৰলৈ নি তাৰ শকত বহল বুকুৰ লগত তাইৰ উঠন্ কোমল বুকু মিলাই দুখন মৃণালভুজীয়া হাতেৰে সাৱটি মেৰিয়াই ধৰে। গৌৰাঙেও সাৱটি ফুলমণিৰ মুখত জোলোকে জোলোকে চুমা বৰষে। ...দুয়ো মাটিত চ'লি পৰে।....

"চা পাগলা! মই বৰ দুখ পাইছোঁ। আজিৰপৰা তোৰ নিজৰ কোনো বস্তুকে তই নিজে কিনি নলবি। তোৰ কাপোৰ কানি যিহকে লাগে মই দিম।" ফুলমণিৰ কথা শুনি আচৰিত হৈ "কিয় ?"—বুলি গৌৰাঙে সোধে।.... "কিয় —তাৰ উত্তৰ নাই। মই তোক ভাল পাওঁ যেতিয়া মই দিম। তই যদি ভাল পায় লবি—নাপায় নলবি।"....ফুলমণিয়ে তাৰ হাতত ধৰি মিনতিৰে কয়। গৌৰাং নিমাত।....আবেগ আবেশ-ভৰা সেই সন্ধিয়া সিহঁতৰ ওচৰত এন্ধাৰ হলেও বৰ শুৱনি হৈ উঠে। তৰা, জোনাকী পৰুৱা আৰু পচিমৰ আকাশত অলপ ৰঙচুৱা জিলিকনি। সিহঁতৰ জীৱনতো এটা নতুন জিলিঙনিয়ে জিলিকি উঠে,—ৰং-উলাহে উপচি পৰে।....

বহু কথা, বহু সময়ৰ পিছত দুয়ো উঠে। এন্ধাৰত কায়াহীন মায়াৰ ছাঁৰ দৰে দুয়ো আলিয়েদি খোজ কাঢ়ি যায়। দুয়ো নোহোৱা হয়।

তৰাজাকে তিৰবিৰায়, জোনাকী পৰুৱাই পোহৰ বিলায় আৰু পশ্চিম মূৰত ক্ষীণ ৰঙা বৰণে এটি ৰেখাৰ দৰে ৰহনায়।

কলঘৰৰ বিজুলী-বত্তি জলি জিলিকি থাকে।.... চাহাবৰ বঙলাত পিয়ানোৰ মধুৰ বাজনাই সৰগৰ অমিয়া ঢালে।

দুপৰীয়া চাহৰ ঠেং, তাকে ছিঙি সেই তিনি আঁলিৰ সোঁ চুকৰ কলম দিয়া চাহ-গছ জোপাৰ ঠাৰডালত আৰি থলেই বুজা যায় সিহঁতৰ মিলনৰ নিৰ্দ্দেশ। সেয়ে সিহঁতৰ প্ৰেমৰ লিপিকা। কেতিয়াবা গৌৰাঙে থয়, কাহানিবা ফুলমণিয়ে আঁৰে। এইদৰে প্ৰায়েই সদায় সিহঁতৰ দেখাদেখি হয়।....

সেই চাহৰ গলিৰ ভিতৰত চিকুণাই খোৱা ডুখৰি। সেয়ে সিহঁতৰ সপুন সৰগ। সাতখলপীয়া সৰগৰ ওখ টিঙৰ অমৃতৰ সকলো সোৱাদ, জীৱনৰ পৰম প্ৰসাদ সিহঁতে তাতেই লভে।....এইদৰে মাটিৰ মানুহে সৰগ ৰচে,—পৃথিৱীৰ নিঠুৰ কটকটীয়া বান্ধনিৰপৰা মুকলি হৈ অমিয়াৰ সঁফুৰা সৰগলৈ আঁতৰি যায়। দেওবাৰে মাৰ্কেবিটা বজাৰত সিহঁতৰ দুয়োৰে প্ৰায়েই দেখাদেখি হয়। গৌৰাঙৰ সকলো অভাৱ তাতে তাক সুধিপুছি

ফুলমণিয়ে দূৰ কৰে,—গৌৰাঙক এটা ফুটা কড়িও খৰচ কৰিবলৈ নিদিয়ে,—তাই নিজেই কোঁচৰ টকা ভাঙি খৰচ কৰে ; তামোল খায়,—কথা পাতে, মদ কিনি একেলগে খায়।...দুয়ো সন্ধিয়া একেলগে উভতে।....

গৌৰাঙে আৰু কিমান দিন এইদৰে থাকিব ? ....বুটীমাকে কয়,—"গৌৰাং! এটা বিয়া কৰ।" গৌৰাঙে মিচিকিয়াই কয়, "ছোৱালী নজন্মিলে মই আৰু কাক বিয়া কৰাম।" লাজত মুখৰ কথা মুখতেই থাকি যায়, ওলাই নাহে।....

বুদু গৌৰাঙৰ বন্ধু। তাৰ ওচৰত সি কথা লুকাব নোৱাৰে। কিমান দিন সি এনেকৈ গুপুতে গোপনে দহি জ্বলি থাকিব ?....এদিন লাজ ভাঙি হঠাৎ সি বুদুক কয়,—"বন্ধু! তোৰ ওচৰত মই কথা নলুকাওঁ। পাপ হব। মই মানুহ ; পশু নহওঁ। ফুলমণিক চিন নহয় ?"....

"কোন ? সেই চুকু পানীৱালাৰ জীয়েক ?"

"এৰা। তাইক মই ভাল পাওঁ। তায়ো। আমাৰ দুয়োৰে দেহা-মন মিলি গৈছে। এইদৰে চোৰৰ দৰে থাকিলে নহব। সমাজৰ ৰীতি-নীতি মানি যেতিয়া মানুহে চলে ময়ো মানিব লাগিব।....তই কিবা এটা কৰ। পলম নকৰিবি।"....

গৌৰাঙৰ কথা শুনি বুদুৱে গৌৰাঙৰ মাকক সকলো কথা কৈ দিয়ে। মাকে ৰং পায়, মান্তি হয়।

এদিন বুদুৱে দুই এজন ভাই বন্ধু লৈ চেৰাপ চাৰি বটলমান ভাৰ বান্ধি ফুলমণিৰ ঘৰলৈ যায়।

বুঢ়ীয়ে ঘৰৰ ভিতৰৰপৰা ওলাই আহে। ফুলমণিয়ে চোতালখন সাৰি মছি পীৰা পাৰি দিয়ে। সকলোৱে বহে। চাৰিটা বটল চোতালত থিয় হৈ থাকে।

বুদুই কয়, "আই! তহঁতৰ ঘৰত বোলে বেচিব লগীয়া কিবা মাল আছে ? তাৰ কাৰণে তহঁতৰ মন কি বুজিবলৈ আহিছোঁ।"

বুঢ়ীয়ে কাঁখিতে বহি কয়,—"মাল হলে আছে। তাকতো ঘৰত বেছিদিন ৰাখিব নোৱাৰোঁ। ৰখাৰ বস্তুও নহয় ; আৰু অথলে পেলাইও দিব নোৱাৰোঁ। কিবা এটা ভাবি চিন্তি কৰিব লাগিব। পিছে কাৰ কাৰণে নো ?"

"যাৰ কাৰণে সি ভালেই। তাৰ হাতত পৰিলে ছোৱালীজনীক অথলে পেলাই দিয়া নহব। ভালেই হব। জোৰাও ভাল মিলিব।"....

"কোন নো ?"—বুঢ়ীয়ে হেপাহেৰে সোধে।

"কোন আৰু হব, বুঢ়ী আই! সেই ভোলা চৰ্দাৰৰ পুতেক—গৌৰাং।"—বুদুৱে ৰং মনেৰে কয়।

ভিতৰৰপৰা বাগ্‌ৰাইয়ে খঙত জ্বলি পকি ওলাই কয়,—"কেতিয়াও হব নোৱাৰে। সেই চোৰ, গুণ্ডা, পাগলটোলৈ কেতিয়াও ফুলমণিক দিব নোৱাৰোঁ। তাক দিয়াতকৈ তাইৰ হাত ভৰি বান্ধি দিহিং নৈৰ পানীত পেলাই দিয়াই ভাল।....লৈ যা এইবিলাক।"

বুঢ়ীৰ মুখ ক'লা পৰি যায়। বুদুহঁতে সেমেনা-সেমেনি কৰি থাকে।....কোঁঠালীৰ ভিতৰত ফুলমণিয়ে মূৰ ঘূৰাই মাটিত পৰে।....তাইৰ চকুৰে নিমাৰ্তী মাটিৰ বুকু তিতি ভিজি যায়। পৃথিৱীয়ে তাইক বুকু পাতি লয়।....

মোনাৰ ভিতৰত সেই চাৰিটা বটল আকৌ সোমায়।....

বাতৰি শুনি গৌৰাঙৰ বলিয়ালি বেছিহে চৰে। লগপাই ফুলমণিয়ে তাক উছাহ দি কয়,—"হকা-বধা কৰিলেও কি হব যাৰ বস্তু তাৰেই। নিলেই হব।"....

....সি নিয়ে কেনেকৈ ?....সি মানুহ,—পশু নহয়। সমাজক সি নেওচিব নোৱাৰে। প্ৰায়েই দুপতীয়া চাহৰ ঠাৰি চুকৰ চাহ গছজোপাত আঁৰা দেখা যায়। মিলনৰ ইঙ্গিত।....

কালৰ বোৱতী সুঁতি বৈয়েই থাকে।....

ফুলমণিৰ গা ভৰ হয়, জিলিকি উঠে।....

সন্ধিয়া।....সৰগৰ দৰে চাহৰ গলিৰ সেই চিকুণাই খোৱা ঠাই ডুখুৰি।....

গৌৰাঙৰ মূৰটো কোলাত লৈ তাইৰ আঙুলি-পাঁহ-কেইটাৰে চেনেহেৰে তাৰ মুখখনত ফুৰাই, ফুলমণিয়ে আথেবেথেকৈ কয়,—"তই তোৰ বস্তু নিবলৈ নোখোজ

বেতিয়া, মই কি কৰিম ? মোৰ উপায় নাই। সমাজৰ বিধিত তই আঁতৰ হলেও ভগৱানৰ বিধানত তই মোৰ মই তোৰ।" ....অলপপৰ বৈ তাই ভগা মাতেৰে কয়, —"তই জান—কাইলৈ মোৰ বিয়া ?"

"জানো"—বুলি চকু জপাই গৌৰাঙে কয়।

"তোৰ অলপো দয়া নহ'ল, সেই চিতাৰ অগনিৰপৰা মোক উধাৰ কৰিবলৈ ? মই আৰু কি কৰিম ?" ফুলমণিয়ে চকুলো মছে।....

"তই নোৱাৰ, ময়ো নোৱাৰোঁ।"

"তই তেজ-মঙহৰে সৈতে মোৰ তেজ-মঙহ মিলি গৈছে। তই কেঁচুৱা হৈ মোৰ গৰভত থান্থিত লৈছ। আজি চাৰি মাহ।"....ডিঙিত সোপাধাৰি ধৰে।....

ধপৰাই উঠি বহি ফুলমণিক সাৱট মাৰি তাইৰ মুখখন তাৰ ওচৰলৈ টানি আনি সি আবেগেৰে আচৰিত হৈ সোধে,—"কি ?"....

"সঁচা কথা। আজি চাৰি মাহ হৈছে।"....বুলি তাই হুকহুকাই কান্দে।....

গৌৰাঙে উচপ খায়, আৰু বিমোৰতো পৰে।.... একেথৰে ফুলমণিৰ মুখলৈ চাই শেহত তাইৰ দুগালেদি বৈ পৰা চকুলো মছি দিয়ে।....চঁক খোৱাৰ দৰে সি কিবা ভাবি কয়,—"নহয়-নহয় ফুলমণি! তই কাইলৈৰ-পৰা আনৰ হবি। তোক আৰু ছুব নোৱাৰোঁ।" —কৈয়েই গৌৰাঙে নিলগলৈ আঁতৰি বহে।

ফুলমণিয়ে চুঁচৰি তাৰ কাষ চাপি কয়,—"নহয় সোণ। বিধিৰ বিধানত এই সন্তান তোৰেই।—সমাজৰ ৰীতিত মই আনৰ হলেও, যেতিয়াই তই তোৰ এই দেহা-মন বিচাৰিবি, তেতিয়াই পাবি।....মই তাৰ ওচৰত সকলো কথা কম। মোৰ মনৰ পাপ লুকাই নথম। সি মোক কাটকেই বা মাৰকেই, মই ভয় নকৰোঁ। তই চিন্তা নকৰিবি। আৰু শুন্।—তই কেতিয়াও নিজৰ বস্তুৰ কাৰণে তোৰ পইচা খৰচ নকৰিবি। মই কৰিম—ময়েই দিম। আৰু এই দুশ টকাৰ টোপোলা তই ল।"—বুলি কৈ কোঁচৰপৰা দুশ টকাৰ টোপোলা তাৰ হাতত গুঁজি দি কয়, "ল কিবাই নিদিবি।"—তাই আকৌ হুকহুকাই কান্দে।

"ফুলমণি।"—বুলি গৌৰাঙে তাৰ গাল পাত তাইৰ আইৰ গাল পাতত হেঁচা দি আবেগেৰে সাৱট মাৰি কয়।....দুয়ো নিমাত।....চাৰি চকুৰেদি দুয়োৰে গাল তিয়াই চকুলোৰ ঢল বয়।....

জোনাক নিশা।....জোনায়ে আকাশৰপৰা জোনোৱালী আশিস্ ঢালে। তৰাবোৰে তিৰ্বিৰাই উঠে। মলয়াই হুমুনিয়াহ এৰে।....শিৰীষ গছৰ পাত শিয়ঁৰি কঁপি খৰখৰায়।....কেঁচাই ক'ৰবাত উকলি জোঁকাৰে।....

পিছদিনা আটোম টোকাৰিকৈ ফুলমণিৰ বিয়া হৈ যায়। গানে-মাদলে-মদে-ভাতে-মঙহে উখল-মাখল লাগি যায়।....

গৌৰাঙৰ হিয়া-চোতালত তপত উকা ভাৱৰ বালিৰ ধুৰি উৰি আহি পৰে। তাৰ হিয়া পোৰে, শোকে খুন্দা মাৰি ধৰে। তাৰ কলিজা ছিগি পৰে।....

দুয়োৰে জীৱন তিল্তিল্কৈ পুৰি বিৰহৰ চিতাৰ জুই জ্বলে। দুয়োৰে জীৱনৰ সঁজাৰপৰা এটি এটিকৈ দিন-পখী উৰি যাবলৈ ধৰে।....

o o o o

"চা—বেটা। তই বিয়া কৰ্।" ভোলা চৰ্দাৰৰ বৈণীয়েকে গৌৰাঙক আদেশ দিয়ে।....গৌৰাঙে মনে মনে থাকে।

বুঢ়াই মাত দিয়ে,—"ঠিক কথা মা।" গৌৰাঙৰ ফালে চাই মাতে,—"চা বন্ধু! তই বিয়া কৰিবই লাগিব।"....গৌৰাং নিমাত—তলমূৰকৈ থাকে।

বুঢ়ীয়ে কয়,—"এদিন তয়েই কৈছিলি,—মই মানুহহে, পশু নহওঁ। মই কামানি কৰিম,—নক্ৰি কৰিম তোক পালিম আৰু পিছত মই বিয়া কৰিম। তোৰ বোৱাৰীয়েৰে তোক খুৱাব-ধুৱাব, সুখত ৰাখিব। সংসাৰখন আকৌ বঢ়াম।....সেই কথা মনত এবাৰ সুঁৱৰি চা। মনত আছে ?" কৈয়েই পুতেকৰ ফালে একেথৰে চাই থাকে।....গৌৰাঙৰ চকু ক'ৰবাত ৰ' লাগি থাকে।

বুঢ়াৰে কয়,—"বোৱাৰীও আহিল আৰু তাই আইকো এই বুঢ়া বয়সত ভালকৈ খুৱালে-ধুৱালে, সুখত ৰাখিলে। ....কি বন্ধু ? তোৰ মাইকী ক'ত গ'ল ? তোৰ সংসাৰ-

খন কিমান বঢ়ালি ?....বুদুৰ কথা শুনি গৌৰাঙে থিৰ হৈ থাকিব নোৱাৰে, মনৰ ভিতৰত উগুল-থুগুল লাগে। ....সি ঘপহকৈ কৈ পেলায়,—"মোক খেমা কৰ্ আই। মই পাপী। সঁচাকৈ মই ঘোৰ পাপী। নৰকতো মোৰ ঠাই নোহোৱা হব।....মই এতিয়াও পশু হোৱা নাই,—এতিয়াও মানুহ হৈ আছোঁ, মই মানুহ। মই বিয়া কৰিম, তোক পালিম,—সুখত ৰাখিম।"....

"চাবাচ্ বেটা। ভাল লাগিল। বুদু। তই ছোৱালী চা। বোৱাৰীক মই ঘৰত আনিম। দুটা ল'ৰাক বিয়া দিলোঁ। মোক এই বুঢ়া বয়সত এৰি সিহঁত গুচি গ'ল। গৌৰাঙেও মোক পালে নে নাপালে একো নাভাবোঁ,—একো নিবিচাৰোঁ। মোৰ কাম মই কৰি যাম। এটি মাথোঁ কাম বাকী আছে, তাক সমাধা কৰি মৰিলেও মোৰ শান্তি। মই আশীৰ্ব্বাদ কৰিছোঁ, বেটা তই ঘৰ সংসাৰ পাতি চুলিৰ সমান আয়ু লৈ সুখেৰে থাক। বুদু। তই আৰু পলম নকৰিবি। সোমবাৰে চকীদাৰৰ জীয়েকক ঠিক কৰ্। সি ৰাজী। তাৰ বেটী ৰতনী ভাল ছোৱালী—লখিমী!"....

গৌৰাঙে মাকৰ ভৰিত পৰি সেৱা জনাই গুচি যায়। বুদুয়েও নমস্কাৰ জনাই,—"মই যাওঁ" বুলি উঠে। "ৰচোন বন্ধু, ময়ো যাওঁ" বুলি ওলাই যায়।....

....ধুমধামেৰে গৌৰাঙৰ বিয়া হৈ যায়। ফুলমণিয়ে নিজেই আহি বিয়া সমাৰোহেৰে চলায়। কত গান, কত বাজনা, কত খাৱন ;—মদে মদ,—ভাতে ভাত,—মঙহে মঙহ। সকলোৱে সুখ পায়, শান্তি পায়, তৃপ্তি পায়,—বিয়া চাই, ৰং লভি ঘৰমুৱা হয়।....

....যুদ্ধৰ দিন। কত ৰকমৰ কথা ; ক'ত ৰকমৰ মিলিটাৰী,—ক'ত ৰকমৰ যুদ্ধৰ সৰঞ্জাম, কামান, বন্দুক, এৰোপ্লেন আৰু কত কি ?....আমদানীও নানান ৰকমৰ। —নিগ্ৰোহঁতৰ উৎপাত, আমেৰিকানহঁতৰ অত্যাচাৰ, ইংৰাজহঁতৰ স্বেচ্ছাচাৰ। চাৰিওফালে যুদ্ধৰ বীভৎসতা। সাম্ৰাজ্যবাদী যুদ্ধৰ নৃশংসতাই চোতালতে আহি বীভৎসা ৰূপ লৈ দেখা দিয়ে। নাৰী ধৰ্ষণৰ ঘটনা য'তে ত'তে শুনা যায়। কামনা-লালসাৰ তাণ্ডৱ-নৃত্য ভীষণ ভাৱে চলে।....

ইফালে ভাৰতৰ স্বাধীনতা আন্দোলন, "ভাৰত ত্যাগ কৰা' বা 'কৰোঁ নাইবা মৰোঁ'ৰ দৃঢ় সঙ্কল্প :—বহু নেতাৰ জেল-ফাঁচী, গুলীত বহুতৰ আত্ম-বলি,—ৰেল লাইন উফৰোৱা, চৰকাৰী দপ্তৰখানা জ্বলোৱা আৰু ক'ত কি ? চাৰিওফালে বিশৃংখল, উচ্ছৃংখল। স্বতঃস্ফুৰ্ত্ত বিপ্লৱৰ মূৰ্ত্ত প্ৰকাশ।....

পাৰেই বাগিছাতো যুদ্ধৰ বীভৎস ৰূপ আৰু স্বাধীনতা সংগ্ৰামৰ দৃঢ় উদ্দীপনা দেখা যায়।....

হাজিৰা আঠ অনাৰপৰা ছয় অনালৈ কমে। বাগিছাবোৰত চাঞ্চল্য আৰু উত্তেজনা দেখা দিয়ে! বনুৱাহঁত জঁকি উঠে।....বাগানবোৰত খদ্দৰৰ টুপী পিন্ধা দলে এজন দুজনকৈ গোপনে সোমায়। জাতীয় অন্দোলনৰ কাকত-পত্ৰ-পত্ৰিকা প্ৰচাৰ হয়।....

বিজুলী ছাটেৰে বাতৰি ওলায় গান্ধী ৰাজা ফাটেকত। চাৰিওফালে দেশজুৰি এই খবৰ বিয়পি পৰে। ৰাইজৰ খং শতগুণে বাঢ়ে।....

মাৰ্ঘেৰিটা বজাৰত সভা পাতে, দুই-চাৰিজনে বক্তৃতা দিয়ে বাকী কিছুমানে কাকত বিলায়।

সেই কাকত গৌৰাংহঁতেও ঘৰলৈ আনে।....গৌৰাঙে অলপ ওচৰপ মেনেজাৰ চাহাবৰ ৰান্ধনি বাবুৰ্চি হেনৰী মুণ্ডাৰপৰা লিখাপঢ়া শিকিছিল। সি সেই কাকত পঢ়ি তাৰ লগৰীয়াহঁতক শুনায়। সেই লগৰীয়াহঁতে ৰাগিছাত প্ৰচাৰ কৰে। ইফালে সিফালে গৈ গোটেই পাৰেই বাগিছাৰ বনুৱা ৰাইজৰ অন্তৰতো জাতীয় সংগ্ৰামৰ আৱাহন আহি লাগে। পাৰেই বাগিছাৰ বনুৱাহঁতো জঁকি উঠে।

খবৰ আহে কোনোবা বাগিছাৰ মেনেজাৰক বনুৱাহঁতে হত্যা কৰিছে, কোনোবা বাগিছাৰ বনুৱাহঁতে ধৰ্ম্মঘট কৰিছে। নানান বাতৰি সঁচাই মিছাই আহে। পাৰেই বাগিছাৰ বনুৱাহঁতে উছাহ্ পায়।

জাতীয় সংগ্ৰামেই মুক্তি সংগ্ৰাম। মুক্তিৰ পগলা বনুৱাহঁত উত্তেজিত হয়। সিহঁতক সৰ্ব্বহাৰা কৰাৰ গুৰি বুৰ্চি-ৰাজক উফৰাই পেলাবলৈ সিহঁত দৃঢ় সঙ্কল্প হয়।....

এদিন বেনেজাৰক সিহঁতে অফিচৰৰতে বন্দী কৰে পুনৰ আঠৰজাৰপৰা সন্ধিয়া পাঁচ বজালৈ। চাহাব বেছেবাৰ চুক্তি হেৰায়।....চাৰিওফালে "গান্ধী ৰাজাৰ জয়," "বন্দে মাতৰম্" শব্দই খলকনি লগায়, আকাশ ফালি পেলাব খোজে।....চাহাবৰ কলিজা শুকাই যায়, ভয়তে সি অফিচৰৰতে সৰুপানীৰ চল বোৱায়।

শেহত চাহাবে নিৰুপায় হৈ আঠ অনা মজুৰী দিবলৈ কথা দি বেহাই আৰু ৰাইখ্ পায়।....চাৰিওফালে "গান্ধী ৰাজাৰ জয়", "বন্দে মাতৰম্" ধ্বনিয়ে আকাশ মুখৰিত কৰে। বিজয় গৌৰৱত বনুৱাহঁতৰ বুকু ফুলি উঠে। নিজৰ সমবেত শকতিৰ ওপৰত সিহঁতৰ অটল বিশ্বাস জন্মে। সিহঁতৰ সংঘাত শক্তি সঁচাকৈয়ে প্ৰচণ্ড, দুৰ্দ্দান্ত, প্ৰলয়ঙ্কৰ যুগান্তকাৰী, আৰু তাতেই লুকাই আছে বিপ্লৱৰ মহামন্ত্ৰ বীজ।

গৌৰাঙেই লৈছিল তাৰ নেতৃত্ব। তাৰ প্ৰতি সকলোৰে শ্ৰদ্ধা বাঢ়ে।....গৌৰাং পশু নহয়,—মানুহ। মনুষ্যত্বই তাৰ অন্তৰত জুৰি লয় ঠাই....ফুলমণি হৈছে— তাৰ অন্তৰৰ প্ৰেৰণা, দেশ-প্ৰেমেই উদ্দীপনা আৰু সৰ্ব্ব-হাৰাৰ মুক্তিৰ আদৰ্শই তাৰ অন্তৰৰ ধ্যান-ধাৰণা। আৰু বুদু হৈছে তাৰ সকলো ক্ষেত্ৰতে সহায়—সাৰথি।

....ফুলমণিৰ প্ৰথম সন্তান। এদিন গৌৰাঙে তাক চেনেহেৰে আকোঁৱালি ৰংমনেৰে লৈ যায়। জীৱনত তাৰ প্ৰথম সফল জীৱন্ত সৃষ্টি দৰশি পৰশি—সৃজনৰ আনন্দত সি উৎফুল্ল হয়। প্ৰতিশ্ৰুতিৰ সাৰ্থকতাত ফুলমণিৰ ৰং উলাহ লাগে। প্ৰেমৰ ওচৰত মাতৃত্বও হাৰ মানে।

....এইদৰে দিন যায়, মাহ যায়, বছৰ যায়। ইটোৰ পিছত সিটো বছৰ উফৰি যায়।....

ৰতনীৰ দাপোণত গৌৰাঙে ফুলমণিকহে দেখে। ৰতনীয়েও সেই কেঁচুৱাটিক নিজৰ ল'ৰাৰ দৰে ভাবে। তাক সকলোৱে ফুলকুমাৰ বুলি মাতে।....ফুলকুমাৰ সকলোৰে আলাসৰ লাৰু হয়—আৰু গৌৰাঙৰ জীয়া জীউ হেন হৈ সি তাৰ বুকৰ মাণিক হৈ জিলিকে।

বুদুৰ লগত এতিয়া গৌৰাঙৰ লগ সকলো সময়তে। কামজাৰিৰ উপৰিও নানান সমজুৱা কামতো ইজনে সিজনক নেৰে। নিশা সিহঁতৰ আদেশ-নিৰ্দ্দেশমতে গাঁৱঁত পহৰা চলে। যুঁজত অহা মিলিটাৰী সৈন্যহঁতৰ উৎপাতৰপৰা ৰক্ষা কৰিবলৈকে সিহঁতৰ দ্বাৰা নানান ব্যৱস্থা কৰা হয়। সকলোৱে সিহঁত দুজনৰ কথা মূৰ পাতি লয়, কোনোৱে অবাধ্য নহয়। গাঁও ৰক্ষাৰ নানান জল্পনা-কল্পনা চলে। সিহঁতৰ কাৰণে গাঁৱত শান্তি বিৰাজে।....শেহত যুদ্ধত জাপান হাৰে। দ্বিতীয় মহাসমৰ শান্ত হয়।....

ৰতনীয়ে নিজেই আৰু দুটি সন্তান গৌৰাঙক দিয়ে; ডাঙৰজন ল'ৰা, সৰুজনী ছোৱালী। বুধবাৰে জন্মিছিল কাৰণে সেই ছোৱালীজনীক সকলোৱে 'বুধবাৰী' বুলি মাতে।...দুদিনৰ পিছত বুদুৰো এজনী ছোৱালী হয়। শুকুৰবাৰে জন্ম লাভৰ কাৰণে তাই 'শুকুৰবাৰী' নাম পায়।....

বুধবাৰী আৰু শুকুৰবাৰী দুয়ো ডাঙৰ হয়। মাকৰ কোলাত ঠাই নোজোৰাত দুয়ো কোলাৰপৰা নামি চোতালত আঠু কাঢ়ি ফুৰে। মাকৰ গাখীৰে সিহঁতৰ ভোক-পিয়াহ গুচাব নোৱাৰাত সিহঁতে আন কিবা খাব বিচাৰে। দুয়োজনী লাহে লাহে থিয় হয়, খোজ কাঢ়ি, থুনুক্-থানাক্‌কৈ কথা কয়। চেনেহত ইটোৰ কোলাৰপৰা সিটোৰ কোলালৈ বাগৰি থাকে।....

বুধবাৰী আৰু শুকুৰবাৰী দুয়োজনী তিনি বছৰত ভৰি দিয়ে।....দুয়ো এডাল ঠেৰুত দুপাহি চুপহী ফুলৰ কলি।....

....গৌৰাঙে দুয়োকে মৰম-চেনেহ সমানে কৰে। ....বুধবাৰীৰ দৰে শুকুৰবাৰীয়েও গৌৰাঙক বোপাই বুলি মাতে। গৌৰাঙেও শুকুবাৰীক নিজৰ জীয়েকৰ দৰে চেনেহ কৰে।....

পুহ মাহ। পোঁটুৱা লগা জাৰ।...

দুপৰীয়া।.. চোতালত মিঠা কুহুমীয়া ৰ'দ।....ৰ'দ পুৱাই পুৱাই বুঢ়ীমাকে নাতি-নাতিনীহঁতক সাধুকথা কৈ থাকে। ফুলকুমাৰে ভেবেকালাগি চাই শুনে,। পাৱেই-কুমাৰে বুঢ়ীৰ মুখৰ ফালে ৰ' লাগি চাই থাকে,

পাছকালে থিয় দি বুধবাৰী আৰু শুকুৰবাৰীয়ে বুঢ়ীমাকৰ পকা চুলি উভালে। পুৰণি আৰু নতুনৰ ৰঙালি মিহলা ৰেহ্ ৰূপ জিলিকি উঠে। বুঢ়ীয়ে লানি নিছিগাকৈ ধৰম-কৰমৰ সাধু কৈ যায়। আঠোটা কাণ থিয় হৈ মন দি শুনে। লপা-সোলা ফটা মুখৰ ফাঁকেদি খেৰ্-খেৰীয়া মাত লপ্লপাই ওলায়েই থাকে।....

পিছদিনা।....

সভা।....মাৰ্ঘেৰিটা বজাৰৰ এচুকত ৰঙা নিচান উৰি থাকে। নিচানৰ সোঁমাজত বগা হাতুৰী-কাঁচিৰ ছবি কোলাকুলিকৈ অঁকা আছে। এচুকত পাঁচকোণীয়া বগী তৰা জিলিকি আছে। বতাহত নিচানটি ফিৰ্-ফিৰাই ঢেউ খেলি ৰাইজক আহ্বান কৰি আছে।.... বৰ ভিৰ্। বিৰ দিও সোমাব নোৱাৰি।

গৌৰাং, বুদু আৰু ফুলমণিয়েও জুম বন্ধা থললৈ যায়, ডিঙ্-কাঢ়িও একো দেখা নাপায়। কেৱল শুনা যায় তেজাল তেজাল মাত। শুনি গৌৰাঙৰ গাত লাগে, তাৰ হিয়াৰ ভিতৰত কথা কেইষাৰ সোমায়।

"দেশখন আজি অধীন। বিদেশী ইংৰাজৰ তলত। সীমা খোচৰা তেজপিয়া বগা ৰঙালে সাউদ হৈ আহিছিল এই দেশলৈ; ছলে-বলে-কৌশলে সিহঁতে এই দেশখন ললে, শাসন কৰিলে, তাৰ পিছত সিহঁতৰ শোষণৰ বাধা নাথাকিল। সিহঁতে দেশৰ তেজ শুহি নোহোৱা কৰিলে।

এই সমাজ ব্যৱস্থাৰ গুণত এটা জাতিয়ে এইদৰে দিন নাই, ৰাতি নাই, কাম কৰিয়েই গৈ আছে,—খাটনিৰ কোনো ফল সিহঁতে নাপায়; খাবলৈ নাপায়,—পায় কেৱল ভোক; ঘৰ নাপায়,—পায় কেৱল গাহৰি থকা গৰাল; কাপোৰ নাপায়,—পায় কেৱল এছটা কানি; শিক্ষা নাই, স্বাস্থ্য নাই,....আছে কেৱল সেই পুৰণি কালৰ দুখভৰা অসভ্য পশুসম বৰ্ব্বৰতা। অথচ আজিৰ যুগে গৰ্ব্ব কৰে সভ্যতাৰ যুগ বুলি। কিন্তু আনটো জাতিয়ে সকলো সুবিধা পায়। কাম নকৰে বন নকৰে, —অথচ ভৰিৰ ওপৰত ভৰি তুলি ভাল খাবলৈ পায়, পিন্ধিবলৈ পায়, থাকিবলৈ পায়। তাৰ উপৰি জগতৰ সকলো সুখ, শিক্ষা, স্বাস্থ্য পায়, মানুহৰ দৰে বাঁচিবলৈ সুযোগ পায়। মাটিত খাটি মানুহে পশু, আৰু এনেহুৱা-জনে মানুহ হয় কেনেকৈ? নহয়, ই এটা ব্যৱস্থা, সমাজ ব্যৱস্থা আজিৰ যুগত ইয়াকে কয় ধনতান্ত্ৰিক সমাজৰ ব্যৱস্থা।"

"প্ৰকৃত সুখ আহিব পাৰে সেই এমুঠি এনেহুৱা তেজপীয়া ধনী মানুহৰ হাতত সেই সমাজ ব্যৱস্থা এৰি নহয়,—মাটিৰ প্ৰকৃত লগৰীয়া হালোৱা, হজুৱা, বনুৱাৰ হাতলৈ সেই সমাজ ব্যৱস্থা আনি। তেতিয়াহে প্ৰকৃত সুখ-শান্তি জগতত বিৰাজ কৰিব। তেতিয়াহে পৃথিৱীত সৰগৰ ৰাজ্যৰ থাপনা হব। সেই সৰগ ৰাজ্যৰ দুৱাৰ মুকলি কৰিব কৃষক-বনুৱা ৰাইজেহে। বনুৱা-ৰাইজেই হব লাগিব ৰজা।....হয়তো বৃটিছৰ হাতৰপৰা ভাৰতে শাসন ক্ষমতা কাঢ়ি আনিব পাৰে। কিন্তু ৰাইজে সাৱধান হোৱা উচিত ইংৰাজ যোৱাৰ পিছত যেন ধনৰাজ নহয়,—হয় কৃষক-বনুৱা-ৰাজ।" আৰু বহুত কথা।....শুনি গৌৰাঙে ভাবে সেইবিলাক যেন সিহঁতৰ প্ৰাণৰ কথা,—হিয়াৰ ভাষা। গৌৰাঙৰ চেতনাত প্ৰেৰণা আহে। সি দ'কৈ ভাবে-চিন্তে-গুণে-গাঁথে।....তাৰ চিন্তা-ভাবনাৰ ধাৰা বেলেগ নতুন ৰূপ লয়।

"ইনক্লাব্ জিন্দাবাদ।" আদি ধ্বনিৰ চিঞৰণিত আকাশ ফালি যাব খোজে।....সভা ভাগে। সকলো ঘৰমুৱা হয়। বুদু, গৌৰাং আৰু ফুলমণিও টোপোলা-টুপলি লৈ বজাৰৰপৰা ঘৰলৈ উভতে।

গৌৰাঙে কথাবোৰ ফঁহিয়াই ফঁহিয়াই চায়। নতুন চিন্তাধাৰা তাৰ অন্তৰত বৈ যায়। তাতেই সি দেখে চিৰন্তন সত্য যি সত্য অতদিন হেজাৰ হেজাৰ বছৰ পুঞ্জীভূত ফাঁকিৰ তলত লুকাই আছিল। সি প্ৰেৰণা লভে, তাৰ হিয়াৰ গভীৰ তলিৰ তলাতল ঘৰৰ ভিতৰ চ'ৰাত বিপ্লৱ ভাৱৰ মুৰতিয়ে ভুমুকি মাৰে।

ফাকুৱা।....সেইদিনা পুৱা। আকাশত ৰঙা বেলিয়ে ফাঁকু খেলে।....

পুৱাই উঠি গৌৰাঙে ফাঁকু খেলিবলৈ ওলাই যায়। বাটতে বুদুহঁতৰ ঘৰত সোমায়। কুকুৰে ভুকে।.... শুকুৰবাৰীয়ে মৰম সনা মাতেৰে মাতে,—"বোপাই।"

তাই লাহে লাহেকৈ আহি গৌৰাঙৰ কাষ পায়। সি তাইক কোলাত লৈ মৰম-চেনেহেৰে তাইৰ মুখত, গালত, ডিঙিত, ফাঁকু-গুৰি সানি তাইক বাওলী কৰি তোলে। কিমান যে ৰং-ৰহচা, হাঁহি-ধেমালি হয়। বন্ধুৱনীয়ে মদ উলিয়াই দিয়ে। দুই বন্ধুৱে হেঁপাহ পলুৱাই মদ খায়। খোৱা অন্তাই গৌৰাঙে উঠিব খোজে। বুদুই কয়,—"চা বন্ধু!....নিশা ঘৰলৈ উভতিলে সাৱধানে আহিবি। কালু কুকুৰটো বৰ বেয়া। নিশা পদূলি-মুখেদি কোনোবাই গলে সি কামুৰিব খোজে। তই আহিলে নিশা হয়। গতিকে দা-টোকোন যি পায় লগত ৰাখিবি।"—"ঠিক-ঠিক—সিদিনা বৰ বাঁচিলোঁ। মোৰ কামিজৰ এচুক তাৰ দাঁতত থাকিল। দেচোন বন্ধুৱনী কিবা এটা দে।" বুলি গৌৰাঙে কোঠাত বুদুৰ ঘৈণীয়েকে এখন দা আনি দিয়ে। গুকুৰবাবীয়ে কোলাৰপৰা কয়, "বোপাই! দেচোন্ অলপ ফাঁকু দে। তোৰ মুখত সানো।" গৌৰাঙে তাইৰ হাতত জেপৰপৰা অলপ ফাঁকু উলিয়াই দি তাৰ মুখখন পাতি দিয়ে। গুকুৰবায়েৰী হাঁহি হাঁহি গৌৰাঙৰ মুখত ফাঁকু সানি দিয়ে। "যাওঁ" বুলি গুকুৰবাবীক চুমা খাই কোলাৰপৰা নমাই দাখন হাতত লৈ হাঁহি হাঁহি গৌৰাঙে গুচি যায়। বুদু আৰু তাৰ ঘৈণীয়েকে সি যোৱাৰ ফালে চাই হাঁহি থাকে। ফাঁকুৱাৰ পৰা ৰং-ধেমালি, হাঁহি-খিকিন্দালিৰে ভৰি উঠে।....

ফুলমণিৰ ঘৰ। আঁক-বন্ধা পাৰঁত, অইৰ নিজৰ ঘৰ নহয়; চাৰি নম্বৰ লাইনৰ চুকৰ তাইৰ গিৰীয়েকৰ কোঁঠালী ঘৰ। গৌৰাঙে মাতে—"পাগলী!"....ফুলমণিয়ে ভিতৰৰপৰা খৰ্ খৰ্ কৈ ওলাই আহি—"পাগ্ ল! আহিছ—আহ্" বুলি তাৰ হাতত ধৰি ভিতৰলৈ টানি নি এখন পীৰা পাৰি তাক বহুৱায়।....সি বহে।....ঘৰৰ চুকৰপৰা দুটা বটল আৰু এটা গিলাচ আনি তাৰ আগত মজিয়াতে থয়।....

"তোৰ গিৰীয়েৰে ক'লৈ গ'ল?"—গৌৰাঙে সোধে। তাই মিচিকিয়াই কয়,—"আহিব। তই খা।" সি আকৌ সোধে, "ল'ৰা-ছোৱালী হাল?" "কেলেই?—ক'ৰবাত উমলিছে চাগে। তই খাচোন।" বুলি কৈয়েই ফুলমণিয়ে এটা বটলৰপৰা গিলাচত মদ ঢালি দিয়ে।....গৌৰাঙে ফুলমণিৰ ফালে ৰ' লাগি চাই থাকে। এতিয়াও তাইৰ মৰম লেৰেলি যোৱা নাই। সেই ফুলমণি,—যাৰ কাৰণে পহিলা পীৰিতিৰ সোৱাদ পোৱাৰ নিশা তাৰ মূৰৰ তেজ তাইৰ শোৱা-কোঁঠালীৰ দুৱাৰ-দলিত সি দান দিছিল,—সেই ফুলমণি—যাৰ লগত সি প্ৰায়েই সেই তিনি আলিৰ চুকৰ চাহৰ গলিৰ ভিতৰৰ চিকোণাই থোৱা ঠাই ডুখৰিত তাৰ জীৱনৰ প্ৰথম প্ৰসাদ লভিছিল, সেই ফুলমণি—যি জনীয়ে নিজৰ মাতৃত্বকো জলাঞ্জলি দি তালৈ অকাতৰে হেলাৰঙে তাইৰ প্ৰথম সন্তান সম্প্ৰদান কৰিছিল, তাই এতিয়াও ইমান ধুনীয়া—লাৱনী, গাভৰু; অথচ তাই এহাল ল'ৰা-ছোৱালীৰ মাক।....

এই ফুলমণি আছিল গৌৰাঙৰ ডেকালি বয়সৰ বুকুৰ জীউ, হিয়াৰ আমঠু, দেহা-লাও; এই ফুলমণি হৈছে সমাজত তাৰ জীৱনৰ ভাল বেয়া সকলো সময়তে লগৰ-লগৰী আৰু এই ফুলমণিয়েই হব ৰঙালি দিনৰ ভৱিষ্য ৰাইজৰ তাৰ জীৱন-মৰণৰ লগৰীয়া।....

গৌৰাঙে ফুলমণিৰ মুখৰ ফালে একেথৰে ৰ' লাগি চাই থাকে....ফুলমণিয়ে হাঁহিসনা মাতেৰে কয়,—"কি চাইছ পাগ্‌লা?"—"চাইছোঁ তোৰ মৰম, তোৰ চেনেহ, তোৰ পীৰিতি, তোৰ...." গৌৰাঙৰ কথালে ৰাট নাচাই তাই এখন হাতেৰে তাৰ মুখখন ধৰি আনখন হাতেৰে গিলাচটো তাৰ মুখৰ ওচৰলৈ আনি চেনেহেৰে কেই টোকমান ঢালি দিয়ে।....

"আই—আই" বুলি ল'ৰা-ছোৱালী হালে চিঞৰি চিঞৰি ঘৰত সোমায়। গৌৰাঙৰ মূৰটো এৰি গিলাচটো মজিয়াত থৈ দুৱাৰৰ ফালে মূৰটো ঘূৰাই কয়,—"কি হৈছে?"....

"চাচোন্ কুমিয়ে কেনেকৈ আমাক ৰং দিবলৈ খেদি আহিছে" বুলি ডাঙৰ ল'ৰা শম্ভুৱে লৰি আহি গৌৰাঙৰ কাষ চাপি কয়,—"দেউতা দেখোন?".... গৌৰাঙে তাক হাতত ধৰি কাষতে বহুৱায়। আৰু

ছোৱালীজনীয়ে কোঁপাই মাকৰ কোলাত বহে ।....দুয়োৰে মুখে-চুলিয়ে, মুখে-গালে ৰঙা ফাঁকু-গুৰি ।....গৌৰাঙেও লাহেকৈ জেপৰপৰা ফাঁকু-গুৰি উলিয়াই দুয়োৰে মুখত চেনেহেৰে সানি দিয়ে। শেহত কিবা ভাবি আপোন পাহৰা হৈ সি ফুলমণিক সাৱটি লৈ তাইৰ দুগাল পিহি পিহি ফাঁকু ঘঁহি দিয়ে। সেই হালে তথা লাগি চাই থাকে ।....ফুলমণিয়ে চম্পাক কোলাৰপৰা নমাই ধপহ্ কৰে উঠি চুকৰ ফালে যায় গৈ। তাৰপৰা এখন কাঁহী আনি গৌৰাঙৰ আগত থয় ।....কাঁহীত খাচি-কুকুৰাৰ মঙহ ।....শম্ভু-চম্পা দুয়ো দেউতাকৰ কাঁহীৰ মঙহৰ ভাগ লয়। শম্ভু আৰু চম্পাই গৌৰাঙক 'দেউতা' বোলে আৰু নিজৰ বাপেকক "বাবা" বোলে। ফুলমণিয়ে এইদৰে কৰলৈ সিহঁতক শিকায় ।....সিহঁতেও সেইদৰে মাতে। সি মাজে মাজে গিলাচটো তুলি মদ পি থাকে।

ফুলমণিৰ গিৰীয়েকো আহি পায়। সকলোৱে মিলি জুলি ফাকু উছৱ পাতে ।....ফুলমণিৰ ঘৰৰ মজিয়া ফাঁকুৰ গুৰিৰে ৰঙা হৈ পৰে আৰু ফুলমণি হয় ৰঙিলী, ৰাঙলী, ৰাংচালী ।....

ইটো কোঁঠালীৰপৰা সিটো কোঁঠালী, ইটো লাইনৰপৰা সিটো লাইন ঘূৰি ঘূৰি ৰাগৰি ৰাগৰি ফাকু খেলি মদ খাই খাই গৌৰাঙৰ ৰাগী মূৰত চৰি যায়। সি চকুৰে ধুঁৱলি কুঁৱলি দেখে, তাৰ ভৰিৰ খোজ বেতালত পৰে, লৰক্-ফৰক্ কৰে ।....

সন্ধিয়া ৰঙা বেলিয়ে আকাশত ফাকুৰ গুৰি ছটিয়াই পচিম আকাশত বুৰ মাৰে। পূবে পূৱঠী জোনে হাঁহি হাঁহি জিলিকি উঠে ।....

পগলা গৌৰাঙ বেছিকৈয়ে পগলা হয়। কিবাকিবি বকি বকি, লাগ্‌ফাগ নোহোৱা গীত গাই গাই সি ৰবৰৱা হয়। তাৰ মাতো ভালকৈ নুফুটে, জিভাও ভালকৈ নলৰে। এবাৰ উজুটি খাই পৰে, এবাৰ উঠে, এবাৰ খালত হামখুৰি খাই পৰে আকৌ গা তোলে,— এইদৰে লৰক্-ফৰক্কৈ সি লাহে লাহে গৈ থাকে। মাজে মাজে চেতনা পালে সি কঁকালত খেপিয়াই চায়,— দাখন ?—আছে। "ছালা—কালু কুকুৰ !"....শাৰী কাটে—"ফুলমণি—বুকুৰ কলিজা !"....কত ভাব, কত কথা !—বকি বকি সি গৈয়েই থাকে। "কোন বে ?" এবাৰ সি থমকি ৰয়। আগত কিবা এটা ছঁয়া দেখি কিবা বুলি সি কঁকালত গুঁজি থোৱা দাখন উলিয়াই নালত ভালকৈ টানকৈ মুঠি মাৰি ধৰে ।....আকৌ সি আগুৱায়।

আকাশত জোনায়ে ওপৰে ওপৰে তাৰ লগে লগে যায়। তাই মাজে মাজে ছাঁ, মাজে মাজে পোহৰ বিলায়। তাৰ মাজেদি সি আগুৱাই থাকে ।....জোনায়ে জোনোৱালী পোহৰ চালি পাৰে মানে পোহৰাই উজলাই তাক বাট দেখুৱাই গৈ থাকে। ৰাগীৰ চকুৱে ভালকৈ নমনে। কণাৰ দৰে খেপিয়াই যোৱাদি সিও গৈ থাকে। টান মুঠিৰে দাৰ নালটো ধৰি সি আগবাঢ়ি যায় ।....

বাটৰ কাষৰ আঁহত গছজোপা। তলখন তেনেই এন্ধাৰ, খোপমৰা এন্ধাৰ। জোনায়ে আঁৰ লয়,—জোনোৱালী আৰু সৰি নপৰে। সকলো এন্ধাৰ সেই গছজোপাৰ তলত জমা হয় ।....কাষতে বুদুৰ ঘৰ ।....গছজোপাতে ওপৰৰপৰা ফেঁচাই 'নিউ-নিউ'কৈ মাতে। কাষৰে পাঁজৰে শিয়ালমখাই 'হোৱা-হোৱা' বুলি চিঞৰে ।.... বুকু কঁপে ।....

"বুদু ৰজুৰ ঘৰ। হয়—এইটোৱেই। এইবাৰ আহক ছালা সেই কালু কুকুৰ। শেষ কৰিম তাক।" —সি অলপ পৰ থমকি ৰৈ আকৌ বকি বকি আগ বাঢ়ে ।....

ভুক্—ভুক্ !....কুকুৰৰ ভুক্‌ভুকনি। কালু কুকুৰৰ ভুক্‌ভুকনি। 'নিউ-নিউ',—'হোৱা-হোৱা',—'ভুক্-ভুক্'।

সি দাৰ নালটো আৰু টানকৈ ধৰে ।....

পাছফালৰপৰা কিহবাই তাৰ কাপোৰ টনাৰ দৰে সি গম পায়। "কালু কুকুৰ।"—সি গাৰ বলেৰে এথাপ দিয়ে। সি পাছফালে আৰু ঘূৰি নাচায়, আগুৱাই গৈ থাকে।

আকাশৰ জোন আৰু পৃথিৱীৰ আঁহতজোপা, ফেঁচা শিয়াল ইহঁতৰ সাক্ষী ।....কালু কুকুৰ ?....নিশ্চয় তাৰ

ধৰণ। তাৰ আনন্দ।....ঘৰ পাৰেই গৌৰাঙে দেখে নিজম নিষাত। খাটিয়াখন চোতালত আনি, বস্তা এখন গাৰুৰ দৰে কৰি দাখন তাৰ তলত থৈ সি খাটিয়াৰ ওপৰত গা পেলাই পোৰে।

"কোন্ বে?" ভিতৰৰপৰা কাহি কাহি মাকে মাত দিয়ে। "মই আই। এতিয়াহে আহিলোঁ।" বুলি গৌৰাঙে মাতে।

"ইমান ৰাতিকৈ আহে নে?"

"কি কৰিম? পলম হ'ল। ফাঁকু খেলিলোঁ। বৰ খালোঁ! বৰ নিছা লাগিছে আই—মই এই বাহিৰতে শোওঁ।"

"শুই থাক্"।

গৌৰাঙে চোতালতে শোৱে।....

নিজম-নিষাত।....জোনায়ে জোন্মালী জিলিকনি চালে, ফেঁচাই 'নিউ-নিউ'কৈ নোম থিয় কৰা মাত মাতে, —ওচৰত শিয়ালৰ ডাকে—'হোৱা-হোৱা-হোৱা'কৈ টেটুফালি চিঞৰে। নিলগৰপৰা ৰিণিকি ৰিণিকি শুনা যায় মাদলৰ মাত।....

গৌৰাঙৰ কোনো কাণ-সাৰেই নাই,....মৰাৰ দৰে সি খাটিয়াত পৰি থাকে। তাৰ টোপনি আহে।....

পুৱতী নিশা। আকাশত ফেছ-জালি।...."শুনিছ —শুকুৰবাবীক বোলে কোনোবাই কাটিলে?"—গৌৰাঙৰ গা জোকাৰি জোকাৰি ৰতনীয়ে চিঞৰে। "কি হ'ল?" বুলি গৌৰাঙে সাৰ পাই খচ্‌মচ্‌কৈ উঠি বহে।...."শুকুৰ-বাবীক বোলে কোনোবাই কাটিলে? বন্ধুহঁতে কান্দি কাটি পগলা হৈ গৈছে। মই যাঁও।" বুলি ৰতনী গুচি যায়।....গৌৰাঙৰ মূৰ ঘূৰি যায়। আগ দিনাৰ নিচা,—আৰু এই বাতৰি। মূৰৰ ভিতৰত কিহবাই চিঙিচুকৈ উঠে। গৌৰাঙে ভাবে,—ভাবি ওৰ নাপায়। গাৰুৰ তলৰপৰা দাখন উলিয়াই চায়। দাখন তেজেৰে ৰঙা হৈ গৈছে। তেন্তে জানো সিয়েই শুকুৰবাবীক....! ....তাৰ বুকু চিৰিংকৈ উঠে। সি খাটিয়াৰপৰা দাখন লৈ নামি থিয় দিয়ে। তাৰ মূৰ ঘূৰায়। আকৌ সি বহি পৰে।....কিবা ভাবি ভাবি উঠিয়েই সি ঘৰৰপৰা ওলাই যায়।....

সেই আঁহত গছজোপা। ইয়াৰ তলতেই। ঠিক এই খিনিতেই। মাটিত চাই সি দেখে সেইখিনিতে এহোলোকা ৰঙা তেজৰ বোল।....বুদুৰ ঘৰ পায়েই দেখে কালু কুকুৰে এচুকত নেজডাল বেঁকা কৰি থিয় হৈ তাৰ ফালে চাই আছে। তাৰ বুকু থপ্‌থপাবলৈ ধৰে।....চোতালত ভিৰ্। ভিৰ ঠেলি সি ভিতৰ সোমায়। সি দেখে,—মাটিত শুকুৰবাবীৰ তেজ-ৰঙা মৰা শ। তাৰ ওপৰত বন্ধু বুদু আৰু বন্ধুৱনীয়ে পৰি সাৱটি ধৰি ধৰ্-ফৰাই ইকাতি সিকাতিকৈ আকালি আকালি বুকু কপাল চপৰিয়াই কান্দি আছে। সি সিহঁতৰ কাষত তেজ-ৰঙা দাখন লৈ পাথৰৰ মূৰতিৰ দৰে অচল অটল হৈ থিয় হৈ থাকে।

"তই ধৰচোন বন্ধুক। মই এইক ধৰোঁ।"—ৰতনীয়ে গিৰীয়েকক কৈ বুদুৰ ঘৈণীয়েকক সাৱট মাৰি ধৰে। তেও গৌৰাং অলৰ অচৰ।....

বুদুৱে এবাৰ ওপৰলৈ চাওঁতেই গৌৰাঙক দেখি তাৰ ভৰিজোৰ ধৰি হুক্‌হুকাই কান্দে,—"বন্ধু। চা, তোৰ ছোৱালীজনীক চা। মই নোৱাৰোঁ। তই পাৰিবি। তাইক বঁচাই দে।....ৰতাই দে।....উঠাই দে, তাইৰ উৰা-জীউ ফিৰাই দে।"....

গৌৰাং শিল-পাথৰৰ মূৰতি।....তাৰ দয়া নাই, মমতা নাই,—হৃদয় নাই। সি নিঠুৰ—সি কঠোৰ।....

বুদুৰ ঘৈণীয়েকেও ৰতনীৰ বাহুৰ বান্ধোন ছিঙি ছিটিকি গৌৰাঙৰ ভৰিত পৰে। হাদুৰি হাদুৰি ফেঁকুৰি ফেঁকুৰি বহু মিনতি জনায়।....

গৌৰাঙৰ শিলৰ মূৰতি পমি যায়। তাৰ দুগালেদি চকুলো বয়।....

"তহঁতে কাৰ ভৰিত পৰিছ, কাক মিনতি জনাইছ? এই পশুক? এই পিশাচক? শুন্—ময়েই সেই পশু —সেই পিশাচ। ময়েই নিজ হাতেৰে সেই কুমলীয়া ছোৱালীজনীক খুন কৰিছো।—মই খুনী। এই চা —সেই দা।"—কৈয়েই গৌৰাঙে তেজ-ৰঙা দাখন দেখুৱায়। সকলোৱে আচৰিত হয়।...মিছা—মিছা। কোনেও নপতিয়ায়।

"সঁচা। বিশ্বাস কৰ।"—গৌৰাঙে ডাঠকৈ কয়। —সকলোৰে চকু থিৰ হয়।...

"এই দাখনত যে যে তেজৰ দাগ দেখিছ, সেই তাইৰে—সেই আজলী ছোৱালীজনীৰ—শুকুৰবাৰীৰ।" ...গৌৰাঙৰ কথাষাৰ শুনি বুদু আৰু তাৰ ঘৈণীয়েকে আচৰিত হৈ তাৰ মুখৰ ফালে তধা লাগি চায়, কান্দিব-লৈকো পাহৰে। ৰতনীয়ে নিকুট মাতেৰে এটা চিঞৰ মাৰি কটা গছৰ নিচিনা চপ্‌কৈ ঢলি বাগৰি পৰে।...

"কালি নিশা মই কুকুৰ বুলি তাইক ঘপিয়াইছো। মই সৌ কালু কুকুৰ বুলি ভাবিছিলো। নিছাত জুলুম্ হৈ আহোঁতে তাই বোধকৰোঁ মোৰ পাছ লৈছিল, হয়তো গন্ধ পাই মোৰ লগে লগে মোৰ ঘৰলৈ যাবলৈ ওলাইছিল, —পিছ পিনৰপৰা মোৰ কাপোৰ টানি ধৰিছিল। কুকুৰটোৱে কাপোৰ কামুৰি টানিছে বুলি ভাবি ময়েই দাবে ঘপিয়াইছিলো। তায়েই যে মই সপোনতো ভৰা নাছিলো।"....কৈয়েই গৌৰাঙে হুকহুকাই কান্দি উঠে।....তাৰ পিছত বহিপৰি শুকুৰবাৰীৰ মুখখন চাই থাকে। সেই কাকু—বঙা কাকু—পুৰা সি নিজেই তাইৰ মুখত সানি দিয়া কাকু তেজেৰে সৈতে মিলি গৈছে। তাৰ বুকুৰ জীউক সি নিজেই হত্যা কৰিছে। —ইও কি সম্ভৱ? ই সপোন নে দিঠক? সি আচৰিত ভাৱেৰে লাৰি পিটিকি চায়।....তাইৰ লেতুসেতু চেচঁা মুখটো তুলি সাৰটি চুমা খাবলৈ ধৰে।....বুদু আৰু তাৰ ঘৈণীয়েকে গৌৰাঙৰ ভৰিত ধৰি কান্দি চকুলোৰে তিয়ায়।....ৰতনীয়ে চেতনা পাই উঠি বহি গিৰীয়েকক সাৱটি মাৰি ধৰে।...গৌৰাঙৰ চকুৰ চাৱনি থিৰ হয়। জলুছলীয়া চকুৰেদি দুগাল বোৱাই চকুলোৰ ঢল বয়।....

শুকুৰবাৰীৰ মুৰটো থৈ, দাখন লৈ ধপহকৈ উঠি গৌৰাঙে উচাট মাৰি উঠি গুচি যায়। ৰতনীও পাগলীৰ দৰে উঠি কান্দি কান্দি তাৰ পাছে পাছে যায়।....

....মাৰ্ঘেৰিটা পুলিচ খানা।....হাজতত গৌৰাং বন্দী। ....ৰতনীৰ দেহা হাজতৰ লোৰ দুৱাৰৰ মুখত পৰি থাকে। ফুলমণিয়ে উধাতু খাই লৰি-ধাপৰি "পাগ্‌লা—পাগ্‌লা" বুলি আউলী বাউলী হৈ থানালৈ আহে। চুলি মেল খায়,—চেউ খেলি যায়।....হাজতৰ দুৱাৰমুখলৈ আহি কান্দি কান্দি ছট্‌ফটাই থাকে।...লোৰ শলাক ফাঁকেদি গৌৰাঙে দুখন হাত বাজলৈ মেলি দিয়ে। ফুলমণিয়ে সেই দুখন হাত ধৰি তাইৰ নিজৰ ভিজিত মেৰিয়াই লয়।...."তই ক পাগ্‌লা। তই কটা নাই বুলি।" —ফুলমণিয়ে কাকুতি মিনতি জনায়। "এতিয়া আৰু নহব। মই সকলো স্বীকাৰ কৰিছো।....আদালতত যি হয়।"—গৌৰাঙে জনায়।

....পুলিচে আহি ধমক দিয়ে,—"মনে মনে থাক। থানাত গোলমাল নকৰিবি। ঘৰলৈ গুচি যা।" আখেৰেথেকৈ মৰহি যোৱা ৰতনীক তুলি লৈ ফুলমণিয়ে গুচি যায়।....

গৌৰাঙৰ চকুৰেদি ধাৰাষাৰে চকুলো বয়।...ফুল-মণিহঁতে যোৱাৰ ফালে দুৱাৰৰ লোৰ শলাত দুই হাতেৰে ধৰি চাই থাকে।

দূৰৈত ৰিণি ৰিণি কান্দোন আৰু চিঞৰ,—"পাগ্‌লা —পাগ্‌লা।"....

থানাত শকত বুটৰ শব্দ উঠে।....কাঁহৰ ঘণ্টা বাজে টং-টং-টং। মাৰ্ঘেৰিটাৰ কয়লা কাৰখানাৰ চিটি বাজে—বিকট মাত।....দূৰ দূৰণিত বজাৰ-খোলাৰ ফালৰ-পৰা চিঞৰণি ভাহি আহে—"ইন্-কুইলাব্ জিন্দাবাদ্।"....

....পৰিবৰ্তনশীল জগৎ,—পৰিবৰ্তনশীল মানুহৰ অৱস্থা,....পৰিবৰ্তনশীল মানৱ সমাজৰ ব্যৱস্থাও।....

উচ্চ-আদালতৰ বিচাৰত গৌৰাঙৰ কুৰি বছৰ জেইল্ হয়।....

o o o o o

"হয় বাবু,—মোৰ কপালত কুৰি বছৰ জেইল্ ঠিকেই হৈছে। তথাপি এই বহু বছৰীয়া ফাটেকেও শুকুৰ-বাৰীৰ সেই কটা মৰমলগা অকণমানি মুখখনি পাহৰাব পৰা নাই। আজি দহ বছৰ হ'ল, তাইলৈ প্ৰায়েই মনত পৰে,—বেজাৰে মোৰ হিয়া খুলি খুলি খায়। কোনদিনা যে হব প্ৰায়শ্চিত্ত?"....এনে দীঘলীয়া হিয়া-ছিগা বুকু-ভগা হুমুনিয়াহ এৰি গৌৰাঙে চকুলো মচি মচি মোৰ মুখৰ ফালে তাৰ জুলুজুলীয়া চকুজুৰি তুলি

চায়। মযো মোৰ ছুল্‌ছুলীয়া চকুজুৰিৰে সৈতে মুখখন একালে ফিৰাওঁ। দেখোঁ—জেইলৰ ফাটেক-দুৱাৰ খোলাৰ লগে লগে চুপাৰিণ্টেণ্ডেণ্টক অহা। মোৰ পঁজাৰ ফাললৈকে অহা।....চেয়াৰখন তুলি মই মোৰ পঁজাৰ ভিতৰলৈ সোমাওঁ। মোৰ প্ৰহৰী দুজন বিজাৰ্ভ পুলিছে ৰাইফলেৰে সৈতে চেলিউট জনায়। চুপাৰিণ্টেণ্ডেণ্টে মোৰ পঁজাৰ ভিতৰলৈ সোমাই আহে।....

গৌৰাঙে চুকত বহি চকুলো টুকি উচুপি থাকে।....

# মামীৰ হাৰ

"এই শ্বশুৰ।"

"অ' শহুৰ।"

"শ্বশুৰা-জী।"

বাহিৰত পঁজাৰ কেউপিনে কোৢাল,—"শহুৰ—শহুৰ।"....সি যেন জেইলৰে শহুৰ,—সকলোৰে শহুৰ।....তাক শহুৰ বুলি মাত এষাৰ দিবলৈ পালে সকলোৰে জীৱন যেন ধইন হয়।....চৌদিশে ৰজন্‌-জনাই উঠে, এনে ঠাট্টা-মস্কৰা। জেইলৰ এনেকুৱাই ৰং-ধেমালি।

"এক্‌টা মাত্ৰ বেটী ছাৱা ৰে,—অতগিলা মান্‌ছিক মুই কি ৰকম দিম্‌ তে? দিবাৰ নাপাৰং।" বাইজৰ শহুৰে লেহেতিয়াই মাত দিয়ে।

তাৰ মাত গহীন।....কিহৰ কোৢাল? পঁজাৰপৰা ওলাই ভুমুকি মাৰি চাওঁ।....

ঘুট্‌মুটীয়া কটীয়া মানুহ। বুকু বহল, হাতৰ বাউসী শকত, কলাফুল ওফন্দা। মুখখন বহল। মোচ-গোঁফ দীঘল। চুলি চুটিকৈ কটা।....গোঁফৰ তলত ওঁঠৰ ফাকেদি সৰল হাঁহি ভাহি উঠা। সৰু সৰু চকুৰেদি চাৱনিও তেনেই নিৰ্জু।....সোঁহাতখনৰ আঙুলিকেইটি অনবৰত কঁপি থাকে। বাঁওহাতেৰেই এটা খোটা বাঢ়নীৰে সি চোতাল সাৰে।....এতিয়ালো নৱয়,—তাৰ কামৰ ক্ষতিখুন নাই।....

মোৰ পঁজাৰ পচিৱে—'খৰি-ছালি।'....পাঁচজনমান কয়েদীয়ে লোৰ দৰে টান শাল কাঠৰ খৰি ফালে। ভাগৰি পৰিলে, সিহঁতে জিৰায় আৰু সেই ঘুট্‌মুটীয়া কটীয়া মানুহজন মোৰ পঁজা থকা চুকত তাৰ সোঁহাত খনৰ আঙুলি কপাই কপাই আহিলেই সিহঁতে একে-লগে চিঞৰে, "শহুৰ।—শ্বশুৰ।—শ্বশুৰা-জী।"........

শহুৰৰ জীয়েকৰ প্ৰতি কি লোভ,—সেই লোভত জাতি ভেদৰ গোন্ধ নাই। হিন্দু-মুছলমান-ট্ৰাইবেল-খ্ৰীষ্টানৰ মনত অলপো বাদ-বিচাৰ নাই। তাৰ ভিতৰত যেনে আদিম প্ৰবৃত্তি লুকাই আছে, ঠিক তেনেকৈ লুকাই আছে আদিম সাম্যবাদ।........সকলোৱে এক—এটা সমাজ—এটা কয়েদী গোষ্ঠী।........কাম-ভুকীয়া কয়েদী-হঁতৰ মনৰ কামনা-লালসা এনে কাম-গোন্ধ-সনা মাত কথাতে অকণমান তৃপ্তি পায়।..........

সম্পত্তিৰ মালিকৰ অন্তৰত হলে জাতি বিচাৰ আছে।..........শহুৰে কয়, "তুই বাঙাল্‌। বাঙালক মুই নাদিম্‌।"

খৰি-ছালিৰ পৰা এজন বঙালী কয়েদীয়ে মাত দিয়ে,—"না শ্বশুৰ। আমি তোৰ্‌ মেয়েকে বিয়ে কৰ্‌বো। খুব সুখে ৰাখ্‌বো। তোৰ মেয়ে ৰাণীৰ মতন থাক্‌বে। আমাকে বিয়ে দিস্‌।"..........

"আৰে তুই তো পকেট্‌মাৰ ৰে,—ছালা পকেট্‌ কাটা চোৰ। মোৰ বেটীটাক্‌ বিয়া কৰ্‌বি ত ব্ৰহ্ম-পুত্ৰত মুখ ধুইয়া আহ।........তুই ছালা পকেট্‌ মাৰ্‌বি, জেল খাবি, আৰ মোৰ বেটীছাৱাটা ভুখাই মৰক! নাদিম্‌ ৰে; তোক্‌ নাদিম।" বুলি শহুৰে ৰায় দিয়ে।

"শ্বশুৰা-জী হামাকে দিবি? তোৰ বেটীটাকে চাদী দিবি?"—বুলি হিন্দুস্থানী কয়েদীজনে মাত লগায়।

"আৰে তুইতো ছাতু-খোৰ্‌ ৰে—। তুই খাবি ছাতু আৰ্‌ মোৰ ছাৱাটা খাব ভাত। মিল নাহয়, নাহয়।"—বুলি কৈয়েই শহুৰে মুখ ফিৰায়।

“হঁ’তো শুশুৰা-বাবা। হামি ছাতুখোৰ্ ঠিকেই বা। ইয়াদ্ ৰাখবি—হামিতো দেছোৱালী। ওতো বুজল্ বা। দে ছোৱালী—তাৰ মানে তো ভইল্ ছোৱালী দে? দে আভি-তুহাৰ্ ছোৱালী দে।” সেই হিন্দুস্থানী কয়েদীজনে কোৱাৰ লগে লগে সকলোৱে হাঁহে।...... মোৰো হাঁহি উঠে।........

“ছালা—কানি চোৰ। গাজীপুৰী—আফিং-চোৰ। তোৰ্ দেছৰ্ পাৰে আফিং আনিয়া আনিয়া আচাম্ দেছটাকে লুটিলি। ছালা পাপী। আৰ্ তুই চাইছ্ মোৰ্ ছোনাৰ বেটাটাকে বিয়া কৰিবাৰ্। —থুঃ”—শহুৰে থু পেলায়।........

“আমিখান্ আনিম্ দে। শিচিব্ মিছিব্ নক্ৰিবি। নাদিলে পালাই আনিম্ আৰো।......আমিখান্ বড়ো মানুছি,—মছৰ্-মছৰ হে জানং।”.........বড়ো কয়েদী-জনে কান্ধত কুঠাৰডাল পেলাই কয়।........

“তোক তো নাদিম্ ৰে।—মেচক নাদিম্। তোৰ মতন্ মেচক্ বহুত দেখিছুংৰে! মোৰ লগে মছৰ্-মছৰ্ নাপাৰিবি। মোৰ কালীসাধন্ আছে ৰে,—জানি লবি। লাথি মাৰাম তো, চিৎভৎলাং হইয়া উল্টাইয়া যাবি। কোন্ কালে যে ছিট্‌কাইয়া পৰিবি,—পাত্তাই নাপাবি ৰে—টেৰকে নাপাবি। কুটানী নাকৰ্।”........শহুৰে বুকু ফুলাই কয়। তাৰ সোঁহাতৰ আঙুলি কেইটা ৰতাহত লৰা বাঁহৰ দৰে বেছিকৈয়েহে কঁপে।......এটা হাঁহিৰ ৰোল উঠে।..........

আকৌ শাল কাঠৰ বুকুৰ ওপৰত পাঁচোটা কুঠাৰৰ কোব্ পৰে।........শহুৰেও খোটা-বাঢ়নীৰে এক মনে চোতাল সাৰি থাকে।

মই তাক মাতো,—“হেৰা শুনাচোন।”

সি মোৰ মুখৰ ফালে চায়।

“এইফালে আহাচোন।”

সি কয়, “কাক্ ডকাইছ—বাবু? মোক?”

“এৰা তোমাক।........আহা।”.........

মোৰ কথা শুনি সি তাৰ সোঁহাতখন কঁপাই সোঁভৰি-খন পোনাই চোঁচৰাই লাহে লাহেকৈ মোৰফালে আহি ওচৰত থিয় দিয়ে।........তাৰ মুৰটোও মাজে মাজে সোঁফালে একলীয়া হয়। তাৰ সৰল চাৱনি মোৰ মুখৰ ওপৰত থিৰ হয়। গাত কয়েদী পাল্টালুন্, এঙা চোলা—দবি দিয়া। এনেই কটায়া, মুটুমুটায়া, তাতে আকৌ এনে সাজ-পোচাক।......অভিনৱ।........

“কি নাম?”

“হৰেন। মোৰ জাতি ক্ষত্ৰিয়,—ডাণ্ডৰ জাত্।”

“তোমাৰ হাতখন এনে হ’ল কেনেকৈ”?

“টাইফয়েদ্-নিউমোনিয়া বেমাৰ ভুগি এই ৰকম হ’ল, বাবু। হাতটা কঁপি থাকে। জোৰ নাপাং। না হলে লাঠি ঘূৰাৰ চোটত দছ্-বিছ্টা মানুছক ছিট্‌কাইয়া দিছিলং। অখন্ আৰ নাপাৰং।”........গৰ্বত হৰেনৰ বুকু উফন্দি উঠে।........এখন্তেক মানৰ পিছতেই হতাশত তাৰ মুখক’লা পৰি যায়।

“কিমান দিন হ’ল এই বেমাৰ ভুগা?”

“চাৰ বৎছৰ হল বেৰাম হওয়া। আগে ভাল আছলং।”

“তোমাৰ ঘৰ ক’ত?”

“চাওলকোছা—গুৰুং-তাড়ি।”

“তোমাৰ ল’ৰা-ছোৱালী কেইটা?”

“এক্‌টা। এখানি ছাৱায়ে মোৰ।”

“ল’ৰা নে ছোৱালী?”

“আপি।”

“বয়স কিমান?”

“চৈধ্য-পোন্ধৰ এই ৰকমেই বাবু।”

“কিমানলৈকে পঢ়িছে?”

“মাইনাৰ্ পাছ।—পাঠশালা পাছ্ কৰিয়া মাইনাৰ্।” তাৰ মাতত গৰ্ব্ব।

“কি নাম?”

“গিৰিবালা দেবী।”

অলপ পৰ মই সোধোঁ,—“কি কেইছত এই নৰকলৈ আহিলা?”

“চুৰি কেইছ্।”

“কি চুৰি?”

"ছোনা চুৰি।"

"কাৰ সোণ?"

"মামীৰ হাৰ।"

আচৰিত হৈ কওঁ,—"হাৰ—মামীৰ হাৰ।"......তাৰ পিছত গহীনাই সোধোঁ,—"কিয় মামীৰ হাৰ চুৰি কৰিছিলা?"

"পৰৰ বুদ্ধিতে, মোৰ ভতিজাৰ বুদ্ধিতে।"

"কেনেকৈ?"

"নৰই মোৰ ভতিজা হয়তো। দিনেৰ বেলা খাইয়া-দাইয়া ঘুম্ পৰ্ ছুনং—বাগাৰ দিছোং।—ভাতিজা আছিয়া কাঁচা-ঘুমতে তুল্ছে।........তুলিয়া ডাকাইয়া নিছে—পাটাবাৰীৰ কাণে—তাৰ হাতত এখান্ দাও ছুন্ধ—অস্ত্ৰ। নিয়া হলে কয়—'তুই যদি বাক্সটা নানিছ্ মামীৰ ঘৰেৰ পৰা, তাহলে তোৰ জীৱন ছেচ্।' তাৰ পৰে মুই ভাবিয়া-চিন্তিয়া গেলোং আনিবা। জীৱনটা ছেচ্-হোওয়া ভাল, না থাকাই ভাল? আনিয়া বাক্সটা দিলোং ওৰ হাততে ফেলিয়া,—নৰ ভাতিজাৰ হাতত।"

"মামীয়েৰা নাছিল নে?"

"মামী নাছিল। বোৱা ৰুবাৰ গেছে। ভৰা দুপুৰ।"

"মোমায়েৰা?"

"নাই। মামা মৰ্চেৰ্চ।" অলপ পৰ বৈ কয়—"আনিয়া বাক্সটাৰ তালা ছিনাইয়া ভতিজাই ভাংছে। ভাঙিয়া ও দুই-ছো টাকা লইয়া গেছে—আৰ্ মোক দিছে ছোনাৰ হাৰ্ডাল।"

"তাৰ পিছত?"

"ও নিয়া ভাগিছে। আৰ মই গলাত পিন্ধিছোং। হাৰ্ডাল গলাত পিন্ধিয়া ঘুৰি বেড়াইছোং।—তাৰ পৰেৰ দিন হাটতো গেছোং—বুধবৰীয়া হাটত। ওই মামীৰ হাৰ্টা গলাত পিন্ধিয়া হাটৰ মধ্যত বেড়াইছোং।"

"তাৰ পিছত?"—কৈয়ে হাহোঁ।

"ও জিজ্ঞাস কৰে,—'কাৰ হাৰ?'—'মামীৰ হাৰ্।' ওটাই জিজ্ঞাস কৰে—'কাৰ হাৰ বাপুৰে,'—'মামীৰ হাৰ্।' তাৰ পৰে গলাত পিন্ধিয়া হাটত ঘুৰিছোং। ঘৰত আসিয়া খাইয়া-লাইয়া ঘুমাইছোং—বিশ্ৰাম—মোক জাগাইয়া বেটাটা কয়, 'বাপুৰে। হাৰডাল কুটি পাইছে?' তাৰ পৰে মুই খিদিৰ্-মিদিৰ্ উঠিয়া মুখহাত ধুইয়া একৃটা বিৰি খাবাৰ লাগিছোং। এৰ্ পৰে দাৰোগা পুলিচ আছিয়া পৰ্ছে। আছিয়া—জিজ্ঞাচ্ কোৰ্ছে,—'তোৰ থায় এক্টা ছোনাৰ হাৰ আছে না?'—'আছে'—কৈছোং। 'এই-গলাত'।"..........

"তাৰ পিছত?"

"তাৰ পৰে মোক নিয়া গেছে ধৰিয়া—। ডাকাইয়া নিয়া গেছে মামীৰ ঘৰত। তাৰ পৰে মামীৰ বাড়ীত্—জিজ্ঞাচ্ কৰছে টাকা .কতি থলি? দুই-ছো?' মুই কৈছোং—'নৰই নিছে। নৰই লইয়া গেছে;—মোক ছোনাৰ্ হাৰ্ দিছে।' ওকেতো ধৰা নাই-পায়্—এলাও। আৰো মোক ধৰা পাইছে। মোক কিন্তু বান্ধিয়া আনে নাই খালি ওম্তে লইয়া গেছে। বিলাসী-পাৰা থানাত এক ৰাত্ৰি থাকিছোং। থাকিয়া ফিৰ্ কাছাৰীত আন্ছে মোটৰ দিয়া ধুবুৰীত। হাজতত তিন্ মাছ আছং। তাৰ পৰে একদিন কাছাৰীত হাকিমে জিজ্ঞাছা কৰ্চেৰ্চ—'চুৰি কৰ্চিছছ না, নাই কৰিছ্?'—মুই বোল্লুং—'চুৰি কৰ্চেৰ্চাং বাপুৰে হাকিম। মামীৰ ঘৰে চুৰি কৰ্চেৰ্চাং—ছোনা—এক তোলা—এই হাৰ্ডালে। আৰ্ কিছু আনা নাই।—হজুৰ মাপ দিবাৰ্ লাগে।' 'মাপ-তাপ নাই যা। চাৰি মাছমান্ জেইল্ খাটিয়া খুটিয়া যাবি আৰো কি?'........হাকিমে ৰায় দিচেছ।"

তাৰ পিছত তাৰ চাৰি মাহ জেইল।

বৰ সৰল সি।........তাৰ মাতবোৰতো সৰলতা সৰকি পৰে।........এনেতে সিফালৰ পৰা জমাদাৰ অহা গম পাই সি গুচি যায়।

মই তাৰ ফালে ৰ' লাগি চাই থাকো।........

খৰি-ছালিত কুঠাৰৰ মাত নিমাত হয়। আকৌ সকলোৰে চিঞৰে,—"অ' শচুৰ। অ' হউৰ!! অ' শৃস্তৰ-বাবা!!!"........খোটা বাঢ়নীডাল জোকাৰি জোকাৰি

সোঁহাতখনৰ আঙুলি কেইটা কঁপাই কঁপাই সোঁভৰিখন পোনাই চোঁচৰাই বেগতে খোজ পেলাই সি চিঞৰি চিঞৰি কৈ যায়,—"আৰে আপীৰ বাওঁ পাৱৰো যোগ্য নাহছ্‌ ৰে তোৰা। এনে আপীৰ কাৰণে কপাল ছাধিবাৰ্‌ লাগে।"......বুলি কৈয়ে চাৰি নম্বৰৰ ঘৰৰ ফালেদি গুপ্‌গুপাই গৈ পাক দি আঁৰ হয়।

ভৰিৰ খোজৰ দপ্‌দপনিত ভুঁইকঁপ যেন লাগে।...... বুঢ়া জমাদাৰ আহি উপস্থিত। জমাদাৰৰ গুৰু-গম্ভীৰ মাত,—"কি হল ৰে?" ওলায়েই আকৌ গুঁজৰণি উঠে,—"আৰে, ছুৱাৰ কা বাচচা,—নবাব চব্‌।"........ খৰ্‌খৰ্‌ কৈ শাল বুকুত কুঠাৰৰ কোব ধাৰাষাৰে পৰে।....

তাৰ ঘৰৰ অৱস্থা একেবাৰে বেয়া নহয়,—ভালেই। সিহঁত তিনি ভাই। হৰেনেই আটাইতকৈ ডাঙৰ।...... তিনিজনৰেই ডাঙৰ ডাঙৰ শাল কাঠৰ খুটাৰ বৰ বৰ একোটা ঘৰ। তাক সুধিলে সি কয়,—"আমিৰা বেলগ্‌ হৈছোং। মোৰ ভাগত একখান্‌ হাঁলেৰ মাটি আছে। আৰ্‌ তিন্‌পুৰা তলি—বোৱা তলি আছে। আৰ দুইটা ভিটা। ভাণ্ডাৰ আছে এক্‌টা। অখনো পুৰাণা চালৰ ভাত খাং। অভাৱ নাই। দুটা মান্‌ছি কতলা খাব আৰো।"

কথা সঁচা।......যেয়ে তাক জানে সিয়ে কয়,— "তাৰ অৱস্থা ভাল।"..........

সি কটায়া ঘুট্‌মুটীয়া হলে কি হ'ব; সোঁহাতখন এলাগী হলে কি হ'ব; বৰ কাম কৰে। সি পৰিশ্ৰমী,—এতিলো বহি নাথাকে। বন নকৰিলে হেনো তাৰ গা পিৰ্‌পিৰায়।......সৰু দুজন ভায়েক ডেকা সংসাৰী হলেও হৰেনৰ সমান সিহঁতে কাম কৰিব নোৱাৰে। মাছ মৰাত, হাল বোৱাত, ভাৰ-তোলাত সকলোতে সি পাকৈত। নিজৰ শ্ৰমৰ বলত সি নিজৰ অৱস্থা ভাল কৰিছে। সেই কাৰণে সি ওফাইদাং মাৰি কয়,— "তিন ভাই এক চোতালত আছুং। ওৰ হাঁড়ি ওৰ ঘৰত, তাৰ হাঁড়ি তাৰ ঠাইত, মোৰ ধানত মোৰ। ভাণ্ডাৰ আলাদা আলাদা। মোৰ ভাণ্ডাৰ এক্‌টা। ধান ভৰ্ত্তি,—ছাল্‌ ছোং-ছোং। অখনো পুৰাণা চালৰ ভাত খাং। অভাৱ নাই। দুটা মান্‌ছি;—কতলা খাম?........মোৰ দুটা ভিটা—যেমন-তেমন ভিটা নাহয়। কাঁঠাল গাছ ছয়ডাল, আম্‌ গাছ ছাত্‌ডাল, লং গাছ একডাল, দালচিনি গাছ দুডাল। তামোল-পাণে ভৰ্ত্তি। বছৰত তামোল ন-কাওন লাভ। তেল ঘৰতে পেৰং। ছুব্‌ ঘৰে খাং। খালি কেৰাচিন তেল আৰ লবন মাত্ৰ কিনং।........ডান হাতত জোৰ কমিলে কি হ'ব? নিজে কামানি কৰং। এই হাতে নাঙলৰ মুঠিত ধৰং, বাওঁহাতে বুলাং। কিহৰ অভাৱ?........দুটা মান্‌ছি আৰ্‌ কতলা খাম্‌?—মুই আৰ্‌ মোৰ বেটি ছাৱা।"......

আৰু তাৰ গৰ্ব্ব,—তাৰ ছোৱালীজনী। তাৰ সেই 'বেটী-ছাৱা'—গিৰিবালা দেৱী।........তাই গাভৰু,—পাট-গাভৰু; বয়স চৈধ্য-পোন্ধৰ বছৰমান।........সৰুতে তাইৰ মাক চুকায়। তেতিয়া তাইৰ বয়স এবছৰ। এবছৰীয়া কেঁচুৱা, মাউৰা।......

হৰেনৰ ল'ৰা নাই,—কেৱল সেই ছোৱালীজনী। সেই মাউৰা কেঁচুৱাজনীৰ কাৰণে তাৰ ওৰে দিন ওৰে নিশা চিন্তা। ক'ৰবালৈ কামে-বনে হাটে-বজাৰে গলেও তাৰ ঘৰলৈকেহে মন,—সেই কেঁচুৱাজনীলৈ।...... তাইতে যেন তাৰ জীউটো।........

কলী-বগী গাই দুজনী। দুজনীয়ে খীৰতী।...... গাই দুজনীক দুনিলে প্ৰায় দুসেৰ গাখীৰ ওলায়। ধুবুৰী জিলাৰ পৰা কিনি অনা দুধ্‌দানীত ভৰাই সি ছোৱালীজনীক গাখীৰ খুৱায়,—সেই এবছৰীয়া কেঁচুৱা জনীক—নিগনি-দাঁত গজা—আঠুকাঢ়ি ফুৰা। কোমল পাই তাই দাঁতেৰে ৰবৰ ছটা চিকুটি ছিঙে।......সপ্তাহে পতি দুধ্‌দানীৰ নতুন ৰবৰছটা সি কিনি অনায়,—ধুবুৰী চহৰৰ পৰা।........তাতে তাৰ ৰং। হাটে পতি এটা ফৰক্‌ তাইৰ কাৰণে,—বিধ বিধ ৰকম ৰমক-জমক,— ৰং-বেৰঙৰ ফুলে-পাতে ভমকাভমক্‌।........এবছৰীয়া কেঁচুৱা মৰম লগা বয়স,—ওচৰৰ পৰা সি প্ৰায় নাযায়,— চকুৰ আঁতৰো নহয়। তাই যেন ধুনীয়া শুৱনী ৰঙ-চঙীয়া চিৎ-পখিলীহে।..........

থকা, খোৱা, পিন্ধা,—এই তিনিটাৰ কাৰণে মানুহ

মানুহ। নহলে মানুহে পশুৰ শাৰীত থাকিলহেঁতেন। এই তিনিটাৰ কাৰণে মানুহৰ হাত, শ্ৰম আৰু মগজুৰ জনম। সেই কাৰণে মানুহে নিজৰ ওপৰত নিৰ্ভৰ কৰে,—প্ৰকৃতিৰ ওপৰত নকৰে। অকলে নোৱাৰিলে সমাজক বিচাৰে। সমাজৰ প্ৰয়োজনত মানুহৰ সৃজন হয়, যুগে যুগে সাধি সেই মানুহে সমাজৰ কাৰণে ন-ন সৃজে। মানুহৰ দৰে থাকিবলৈ, খাবলৈ, পিন্ধিবলৈ—থকাৰ কাৰণে মানুহে ঘৰ সাজে, খোৱাৰ কাৰণে খেতি কৰে আৰু পিন্ধিবৰ কাৰণে কাপোৰ বয়।........

হৰেনো মানুহ। কেঁচুৰাজনীলৈ চেনেহতে গা এৰি দিলে তাৰ কাম নচলিব জানো? সিহঁত বাচে কেনেকৈ? থকা, খোৱা আৰু পিন্ধাৰ কাৰণে সিও কাম কৰিবই লাগিব। এই তিনিটাৰ কাৰণেই মানুহৰ জীৱন। মানুহৰ জনমৰ লগে লগে জীৱন আৰু মৰণৰো জনম হয়। জীৱনৰ শত্ৰু মৰণ আৰু মৰণৰ শত্ৰু জীৱন। জনমৰ পৰাই এই দুয়োটাৰে অৰিয়া-অৰি। জীৱনে বিচাৰে মৰণক মাৰিবলৈ আৰু মৰণে বিচাৰে জীৱনক শেষ কৰিবলৈ। এই যুঁজেই জীৱনৰ ৰণ আৰু এই ৰণেই জীৱন সংগ্ৰাম।........হৰেনৰ জীৱন এতিয়াও দুৰ্ব্বলী হোৱা নাই। মৰণে হেঁচা মাৰি মাৰিবলৈ চেলু বিচাৰিলেও হৰেনৰ জীৱনে হকা-বধা কৰিবলৈ যথেষ্ট শকতি ধৰি আছে। কিন্তু ছোৱালী-জনীক সি কেনেকৈনো অকলে এৰি থৈ যায়।

বহাগ মাহ। বহাগীৰ ৰেহৰূপ কেউপিনে ৰমক্-জমক। চৰাই-চিৰ্কতিৰ গান-সুহুৰিৰে চাৰিওপিনে ৰজনজন্। পৃথিৱীৰ বুকুত নকৈ মলিওৱা ন-ন কেঁচ পতীয়া সেউজীয়া বোল্।

হৰেনৰ মন উচ্পিচাই উঠে। গাঁৱৰ প্ৰায় সকলোৱে কান্ধত নাঙল-যুঁৱলি লৈ নিজৰ নিজৰ হালোৱা হালক খেদি পথাৰলৈ যায়।

ঘৰৰ কাঁথিত বহি হৰেনে কেঁচুৱাজনীক কোলাত লৈ নিচুকাই গায়,—"ঘৰক বান্ধিছা ঘৰ মিছা মায়া-বাজী গোঁচাই কোন ৰঙ্গে,"—আৰু ভাবে, চিন্তে, গুণে, গুথে,—"মাঠৈৰ মানছি মাঠৈত্ গেল্।" কতলা মানুছি! আৰ্ বেটী, তোৰ মায়াতে মুই ৰলোং। ছাড়িয়া গেলে মায়াই ধৰে; মায়াত পৰিলে নাঙলে ছাড়ে। এলা আমি ছুকাই মৰোং আৰ্ কি। কেম্-নেতে ছাড়োং ৰে ছোনা?"—হতাশাৰ হুমুনিয়াহৰ ৰা-মাৰলিয়ে তাৰ হিয়া-আমঠু মোহাৰি পেলায়। সি ছট্ফটাই উঠে। অথিৰ মনেৰে সি কৈ পেলায়, "নাই-নাই-নাই ইটা নাহয়।"........এদিন কেঁচুৱাজনীক বোকোচাত বান্ধি লৈ হৰেনে ঘৰৰ পৰা ওলাই গৈ বণ্ডাইগাঁৱৰ কোনোবা এখন গাঁৱৰ পৰা শাহুয়েকক লৈ আহে।...... ঘৰ পায়েই বোকোচাৰ গাঁথি খুলি শাহুয়েকৰ কোলাত কেঁচুৱাজনীক সঁপি দি সি কয়,—"শাশুৰী মাই, মোৰ দুঃখেৰ কথা আৰ নাকইচ্। এই বেটীৰ মায়াতে মচেৰ্ছোং। এই মায় তোৰ্ হোক্। মোক্ ছাড়িয়া দে। এলাই মুই কামত যাং, হাল বাং।" সি কামলৈ ওলায়। কান্ধত তাৰ নাঙল, হাতত এছাৰি আৰু আগে আগে গৈ থাকে এহাল গৰু।..........

তাই কেঁচুৱা হৈ আৰু নাথাকে। দিন, মাহ, বছৰ আগুৱাই যোৱাৰ লগে লগে তাইৰ জীৱনো আগুৱাই যায়। গিৰিবালা ডাঙৰ হয়। শাহুয়েক গুচি যায়।....

ৰণ লাগে। পৃথিৱী-ময় ৰণৰ ধুম্ধাম্।........ঘৰৰ চোতালৰ পৰা দেখা যায় ৰণৰ সাজ-সৰঞ্জাম। বিধ বিধ হিলৈ, বন্দুক, কামান্;—নানা তৰহৰ লৰী, টেঙ্ক, মটৰ;—গৰুগুৰ দৰে বৰ বৰ একোটা উৰা জাহাজ।..........

যুদ্ধৰ হেঁচা গাঁৱৰ ঘৰৰ উধানতো লাগে।........ সাধাৰণ মানুহৰ অৱস্থা চহকী হয়। হৰেনৰ ঘৰত টিংপাত উঠে।..........

..........ছোৱালীজনীয়ে পাঠশালাৰ পঢ়া শেষ কৰে। যুদ্ধ শেষ হয়।........মোমায়েকৰ জীৱনো শেষ হয়। এজন মাথোন মোমায়েক, সিও চুকায়। হৰেন মোমায়েকৰ বুকুৰ মাণিক আছিল;—মাকৰ ভায়েকে বায়েকৰ পুতেকক বৰ মৰম কৰিছিল।......তাৰ পিছত মামীয়েক অকল। এজনী ছোৱালী আছিল, তাইকো ন মাইল আঁতৰত বিয়া দিয়া হয়। হৰেনে বাৰী-

দুখুনী মামীয়েকক নিজৰ ভেটিতে এটা ভাল ঘৰ সাজি আশ্ৰয় দিয়ে,—আৰু তাইৰ খা-খৰৰ আল-পৈচান্ নিতৌ লয়। নিজৰ খৰচতে এদিন গয়ালৈ গৈ মোমায়েকৰ অস্থি পেলাই আহে।

মামীয়েকৰ অৱস্থা ভাল ;—সা-সম্পত্তি বহুত। খাওঁতা মাথোন এটা জীৱ, তাই নিজেই। মামীয়েকৰ ঘৰৰ কাষতে দুটা ভঁড়াল পৰীয়াৰ দৰে থিয় হৈ থাকে।

হৰেনৰ কেৱল দুটা চিন্তা ;—বুকুৰ জীউ, হিয়াৰ আমঠু সেই ছোৱালীজনী—গিৰিবালা দেৱী ;—আৰু তাৰ ৰাখী-দুখুনী অকলশৰীয়া মামীয়েকজনী।

হৰেনৰ জ্বৰ হয়। সেই জ্বৰ আৰু নেৰে। এদিন দুদিনকৈ এমাহ হয়,—জ্বৰ আৰু নকমে। তাৰ বলী শকত দেহা শুকাই খীণাই যায়, বিছনাত চেপেটা লাগি থাকে। ওজা আহে,—জাৰে, ফুঁকে। তেও জ্বৰ নকমে। ডাক্তৰ আহে, চিকিৎসা কৰে। টাইফয়ড্ জ্বৰ,—ভীষণ বেমাৰ। তাক তিনিবাৰ ঘঁৰৰ-বাজলৈ উলিয়াই সাঙি কৰি মৰিশালিলৈ নিয়াৰ ব্যৱস্থা কৰা হয়। সি তিনিবাৰেই বাঁচে। চিকতা জীউ,—হাৰত লুকায়, ওলাই নাযায়। আকৌ তাক আনি সাঙিৰ পৰা বিছনালৈ নিয়া হয়। শেহত টাইফয়ড্ বেমাৰ ভাল হয়। কিন্তু বৰ দুৰ্বল। পুনৰ তাক নিউমোনিয়াই হেঁচা মাৰি ধৰে। গিৰিবালাৰ কথা ভাবি ভাবি তাৰ চকুৰ পৰা চুকলো সৰে। মূৰত ভৰণ লৈ আৰু ওজাৰ বড়ি খাই তাৰ চকুৰ পৰা চুকলো সৰে। মূৰত ভৰণ লৈ আৰু ওজাৰ বড়ি খাই সেইবাৰও সি বাঁচে। কিন্তু তাৰ সোঁহাতখন বৃণীয়া হয়, কঁপি থাকে,—এলাগী হৈ পৰে।..........

বেমাৰত তাৰ বহু ক্ষতি হয়।

......গিৰিবালা আৰু মামীয়েকৰ যতনত তাৰ গা লাহে লাহে টনকিয়াল হৈ উঠে। স্কুলত গিৰিবালাৰো এবছৰ ক্ষতি হয়,—মাইনৰ স্কুলত পঢ়াৰ ক্ষতি।

হৰেনে বৃণীয়া দেহা লৈ বৰকৈ খাটি পৰি বোৱা অৱস্থা আকৌ ফিৰাই আনে, ভাল কৰে।

গিৰিবালা বোৱা-কটাত বৰ পাকৈত ;—চিলাইত সদায় প্ৰথম ; নিজে কাটে, নিজে বয়, নিজে সিয়ে। তাইৰ পঢ়া-শুনাও বেয়া নহয় ;—লগৰীহঁতে ভালেই বুলি কয়। পহিলা স্বাধীনতা-উছৱৰ প্ৰদৰ্শনীত তাই প্ৰথম হয়।

তেজৰ মিল নাথাকিলেও হৰেনৰ দূৰ সম্পৰ্কীয় ভতিজা। সি কাম-বন নকৰে। যুদ্ধৰ সময়ত পোৱা আমেৰিকান্ পেণ্ট্, চোলা, কোট পিন্ধি সি টিপ্‌টিপ্-থিলাই ওকাইদাং মাৰি ফুৰে। বৰ অথাইতং সি। সি মুখেৰে যি কয়, কামেৰে কৰেও। ভাল কাম নহয়, বেয়া কাম। ঘুমটি নহালৈকে মদ আৰু চিগাৰেট্ অনবৰত তাৰ মুখত আৰু পেটত। ধন নঘটে অথচ সি ক'ৰ পৰা যে ধন পায় সিহে জানে। আচৰিত। তাৰ মুখত সদায় চিনেমাৰ গান ফুটি থাকে।

গিৰিবালাই মাইনৰ পাছ কৰে। ৰঙত হৰেনৰ ঠাই নোজোৰা হয়। যাকে লগ পায়, তাকে সি কৈ ফুৰে,—"মোৰ বেটী ছাৱাটা মাইনাৰ পাছ্ কৰ্‌ছে ৰে,—মাইনাৰ পাছ্।" উলাহত তাৰ বুকু ফুলি উঠে।

স্বাধীন ভাৰততো যুদ্ধৰ পিছত নানান্ সমস্যাই ৰাইজক বেঢ়ি ধৰে। ক'লা বজাৰ, ধান-সংগ্ৰহ, বস্ত্ৰ-বাহানিৰ অগনি-মূল্য, টেক্স, খাজনা-বৃদ্ধি, কাপোৰ-কানিৰ নাটনি আদি সমস্যাই ৰাইজক জলা-কলা কৰে। ধান-সংগ্ৰহ আৰু কৃষি-আয়-কৰে ৰাইজৰ খং চুলিৰ আগলৈকে তোলে। এই সমস্যাবোৰ কোনোমতেই সমাধান কৰিব নোৱাৰি তলে তলে পুতল বগাই গৈ থাকে। শেহত সাম্প্ৰদায়িক সংঘৰ্ষই ভীষণ ৰূপ লয়। ধনী আৰু চৰকাৰী কৰ্মচাৰীহঁতৰ পেৰাত সোপাই সোপাই ধন সোমায়, সিহঁতৰ সম্পত্তি বাঢ়ে। দুখীয়া হালোৱা হজুৱা-খেতিয়কহঁতৰ একো লাভ নহয় ;—কেৱল নাঙল, ভগা জাপি, নাইবা কেঁকোৰা দাহে সিহঁতে লভে, আৰু গোহালিত ভৰি পৰে ভগনীয়াহঁতৰ অ'ত ত'ত আনৈ মিলৈ হৈ ঘূৰি ফুৰা গৰু-গাই, ম'হ-ছাগলী। নেহৰুৰ লিয়াকত আলিৰ চুক্তিৰ মতে ভগনীয়াইতে নিজ নিজ ঠাইলৈ উভতি অহাৰ পিছত সেই হোজা গাঁৱলীয়া ৰাইজে নানান্ লাঞ্ছনা ভুঞ্জে

হৰেনেও সেই লাঞ্ছনাৰ পৰা ৰাইখ্ নাপায়, এমাহমান ফাটেকত থাকি যায়। সি কৈ ফুৰে,—"সমস্যাৰ গোড়া না বুঝিয়া চুঝিয়া আমিৰা ধৰিয়া লং—এই ইমিৰাই দেছেৰ্ ছত্ৰু,—এই পাকিস্তানেৰ্ পেৰা আছা মান্-ছিগিলা।........ওদিগি চিলাইয়া ওঠে, 'আল্লা হো আক্‌বৰ্।'—আমিৰা ডাকাওঁ,—'বন্দেমাতৰম্।'—অ' মলো, অ' জাবো,—কাই-কাই আছিচ্, আছিৰি।' চবাই আছিয়া জুটিয়া, মিলিয়া জুলিয়া এক্‌লগে চেচাং,—'বন্দেমাতৰম্।' যাং বাঙালৰ গ্ৰামৰ দিগে অন্ধকাৰ ৰাত্ৰিত। হাতত হাতীয়াৰ অস্ত্ৰ লইয়া,—দা, কুঠাৰ, লাঠি, জোং।........আগুন জলিয়া উঠে। আঃ।......

আমিৰা যাং বাঙাল্ খেদাবাৰ্। তামিৰাৰ ঘৰ্ পুৰে। আকাচ্ লাল্ হয়। ঘৰেৰ খুটা ফুটে,—ঠৌ-ঠৌ-ঠৌ। আমিৰা চেচাং,—'বন্দেমাতৰম্।' তামিৰা চিলায়,—'আল্লা হো আকবৰ।' আৰু তিৰীছাৱা কান্দিয়া উঠে। তাৰ পৰে আৰু কিচছু নাই।...... তামিৰা পালায়। হয়,—আমাৰ পেট নাভৰে, আগেৰ্ মতন্ খালি খালিয়েই থাকি যায়। উস্ বাপুৰে।"......

ফাটেকৰ পৰা সি গৈ দেখে সমস্যাৰ ওপৰত সমস্যা বাঢ়িহে গৈ আছে,—যেন সমস্যাৰ খেৰণিহে। হাতেৰে উভালিলেও শেষ নহয়,—কাচিৰে কাটিলেও চকা নহয়। পাছে পাছে গজালি মেলি খেৰণি আৰু বেছিকৈয়েহে ঘন হয়, বাঢ়িহে গৈ থাকে। আজিৰ আইনৰ কাচিৰে এই সমস্যাৰ খেৰণি পৰিষ্কাৰ কৰিব নোৱাৰি কিয়?

হৰেনৰ অন্তৰত নতুনকৈ ওপজা সন্দেহে উগুল্-থুগুল্ লগায়, চকুৰ আগত ৰাইজৰ কৰুণ দৃশ্য দেখি সি শিয়ৰি উঠে।..........

লাল নিচান্......কোটি কোটি দুখীয়াৰ বুকুৰ তেজেৰে ৰোলোৱা ৰাঙলী পতাকা,—সংসাৰৰ বিশ্ব-মানৱৰ চিৰ-সুখ, চিৰ-শান্তি, চিৰ-মুকুতিৰ নিচান্—ৰাঙলী পতাকা গুৰুং-তাড়ীৰ স্কুলৰ সন্মুখৰ খেল পথাৰৰ সোঁমাজত বতাহত উৰি ৰাইজৰ অন্তৰত নতুন ভাৱৰ নতুন চৌৱ খলকনি তোলে।........মানুহৰ ভিৰ্।......জুমে জুমে মানুহে গৈ তাত জমা হয়।......সভাত গিৰিবালাৰ গান আৰু বক্তিতাই ৰাইজৰ মনত নতুন ছাপ্ বহুৱায়; তাইৰ আৰু এটা নতুন গুণ বিৰিঙি ওলায়।......ৰাইজৰ মুখত তাৰ শলাগনি কুলাই পাচিয়ে নধৰা হয়।...... হৰেনৰ মুখত শুনা যায়,—"যেই ছেই ছোৱালী নাহয় ৰে,—তাই ৰাইনাৰ পাছ্।"

"নাঙল যাৰ মাটি তাৰ,"......"বিপ্লৱ—সমাজ-তান্ত্ৰিক বিপ্লৱ" ইত্যাদি কথা শুনি শুনি মামীয়েকৰ পীলাই চমকি উঠে। ৰাৰী দুখুনী তাই;—নিৰুপায় অসহায়।......অকাৰণত তাই ভয়ত পেপুৱা লাগি থাকে, কাকো বিশ্বাস নকৰে, সকলোকে সন্দেহ কৰে। তাইৰ কথা-বতৰা ব্যৱহাৰত সকলোৱে তাইৰ পৰা আঁতৰি নিলগে নিলগে, আলেঙে আলেঙে থাকে।......

লাহে লাহে গিৰিবালা মামীয়েকৰ চকুৰ কুটা হৈ পৰে।........হৰেনৰ ভায়েকহঁতে হৰেনক গুপুতে গোপনে হিংসা কৰে,—পেটে পেটে গিৰিবালাক ভাল নাপায়। তাইৰ ওপৰত বাপেকৰ অনবৰত চকুথকাত কোনেও তাইৰ অনিষ্ট সাধিব নোৱাৰে।

গিৰিবালাৰ দেহ্-ৰূপ মোহিনী-ভেশ নৰৰ চকুত ভাহি উঠে। কাহানিবা গধূলি বঙা বেলি বুৰ যাবিলেই নৰই বাঁহী লৈ হৰেনৰ ঘৰৰ কেউপিনে কাষে-পাজৰে ঘূৰি ফুৰি মোহন-সুৰৰ উজাৰ তোলে। কৃষ্ণৰ বাঁহীৰ মাত শুনিলেই ৰাধিকাৰ অন্তৰত যৌৱন-ফুলে পাহ মেলিলেও গিৰিবালাৰ নেমেলে। কাহানিবা সন্ধিয়া গান গালেও সেই গান শুনি তাইৰ গাত শিহৰণ-বিজুলীৰ জিলিকে ছাট্ নামাৰে। সংযম......। নিজৰ কামনাৰ কন্তেকীয়া তৃপ্তিতকৈ ৰাইজৰ মুকুতিৰ বাসনা ডাঙৰ। এয়ে গিৰিবালাৰ ব্ৰত, ধ্যান আৰু তপস্যা। হেজাৰ-বিজাৰ লাখ-বিলাখ কোটি কোটি হালোৱা হজুৱা, বনুৱা আৰু তল-মজলীয়া খলপীয়া দুখীয়া ৰাইজৰ বুকু-ভগা হিয়া-ছিগা আলৈ-আথানিৰ ইননি-বিননিৰ কোলাত সেই বাঁহীৰ সুৰ ক্ষীণ হৈ লীন হৈ যায়।

নৰৰ খং ওপজে।......গিৰিবালাৰ বাপেকেই হৈছেহি বাধা। হৰেনক নাতবালে নৰৰ সোণালী সুযোগ নিমিলে।

ক্ষুধা আৰু কাম মানুহৰ দুৰ্দ্দান্ত প্ৰবৃত্তি। এই দুটাৰ কাৰণেই মানুহৰ জীৱন আৰু সংসাৰ,—ব্যক্তি আৰু সমাজ। অতৃপ্ত বাসনাৰ গৰ্ভতেই লুকাই আছে প্ৰতিহিংসা, প্ৰতিশোধ, সতাগুৱ ধ্বংস আৰু বিপ্লৱী সৃজনৰ সৃষ্টিকাৰী বীজ।........

ঘুনুক ঘানাক্‌কৈ ইকাণে-সিকাণে বাগৰি গিৰিবালালৈ নৰৰ ক'লা হাবিলাষৰ কাহিনী বিয়পি পৰে। সুধিলে হৰেনে বাওঁহাতখন মেলি তৰ্জনী আঙুলিটো থিয় কৰি সোঁহাতখনৰ আঙুলি কেইটা জোকাৰি জোকাৰি কয়,—"ঐ গুণ্ডা নাক্ ডাংৰা চেংৰাটাৰ লগে মোৰ সুন্দৰী বেটীটাক্ মৰিবাব্ নাদিম্ ৰে।........তাই যেন ছেই বেটী নাহয়, মাইনাব্ পাছু। বুজিলি ?"......

বাপেকে হেঙাৰ হৈ উঠে।........

নৰই নানান্ চেলু বিচাৰে।........

এদিন দপৰীয়া, শাওন মাহ। ডাৱৰীয়া।......

বাটৰ পৰা আহি ভোকত-ভাগৰত কোনোমতে ঘৰ পায়েই গা-পা ধুই খাই বৈ বিছনাত বাগৰ দিওঁতেই হৰেনৰ টোপনি আহে।

কোনো নাই। ভায়েক দুজন পথাৰত,—তিৰোতা কেইজনীও পথাৰত, মামীয়েকে সৈতে ভুঁই ৰোৱাত। ল'ৰা-ছোৱালীহঁত কিছুমান ক'ৰবাত উমলিছে, কিছুমান স্কুললৈ গৈছে। গিৰিবালা পণ্ডিতৰ ঘৰত তাইৰ সখীয়েকৰ তাত।........

নিজম—নিমাত।........

চোতালত ঢোঁৰা কাউৰী এটাই কল্‌কলাই থাকে।

নৰ সোমায় :..........

আকাশত মেঘে গিৰগিৰায়।........

"খুৰা" ।..........

সাৰ নাই,—মাত নাই। হৰেন ঘুমটিত লালকাল।

"খুৰা" ।............

নিৰাত।........

নৰই হৰেনৰ গা জোকাকে। হৰেনে ধুৰ্‌মুৰকৈ উঠি বহে, চকু দুয়োটা বাওঁহাতেৰে মোহাৰে। তাৰ কেঁচা ঘুমটি ভাঙে।........সোঁহাতৰ আঙুলি কেইটা ৰৰকৈ কঁপে।........চকুৰ আগত সি দেখে,—তাৰ নৰ ভতিজা,—তাৰ হাতত এখন কেঁকোৰা দা। হৰেনে সোধে,—"কিয় ভতিজা ? কিয় জাগাইছ ? কি হইছে ?"—"এই দিগে আছিবি,—মোৰ লগত।"—নৰৰ কথা শুনি হৰেন উঠে। নৰই ঘৰৰ বাজ হৈ ওলায়,—তাৰ পাছে পাছে হৰেন।........

কিন্‌কিনীয়া বৰষুণ।........পটা-তলী।......কেও নাই। দীঘল দীঘল পটাগছৰ আঁৰত দুয়ো,—নৰ আৰু হৰেন।

—"দেখ্ খুৰা,—মামীৰ বাকচুটা ইয়াত অখনেই আন,—নাহলে এই কোঁকোৰা দা দেখিচ,—জীৱনটা যেন্ ছেচ্ নাহয়।"........নৰৰ কথা, চেহেৰা আৰু কেঁকোৰা দাখন দেখিয়েই হৰেনৰ জীউ উৰি যায়। "খাড়া হৈয়া কি দেখিচ ? তুই যদি বাক্সটা নানিচ্ মামীৰ ঘৰেৰ পেৰা, তাহলে তোৰ্ জীৱন্ ছেচ্।"...... হৰেনে বৰ বিমোৰত পৰে। জীৱন শেষ হোৱাই ভাল নে, ৰোৱাই ভাল ?........ভাবি চিন্তি সৰলচিতীয়া হৰেন গুচি যায় ; মামীয়েকৰ ঘৰৰ পৰা বাকচটো আনি নৰৰ সমুখত থয়। নৰই দাৰে বাকচৰ তলা খুলি চায় যে,—এধাৰ সোণৰ হাৰ আৰু দুশ টকা। নৰই মামীৰ হাৰধাৰ হৰেনৰ ডিঙিত পিন্ধাই দিয়ে আৰু দুশ টকা লৈ নিজৰ পকেটত গুজি থৈ কয়,—"দেখ্ খুৰা, তই কৰিতো এই দা আৰু তোৰ মাথা।"......কৈয়েই বৰষুণত তিতি নৰ গুচি যায়।........

জোলোকে জোলোকে বৰষুণ।........

হৰেনে তভক লাগি চাই থাকে। তাৰ ডিঙিত মামীৰ হাৰডাল।

মেঘে গাজনি মাৰে। বৰষুণ পৰে। বতাহ বয়। পটাবাৰীৰ পটাগছৰ ওপৰেদি ঢৌ খেলি যায়।........ মামীৰ হাৰডাল পিন্ধাত হৰেনৰ অন্তৰতো অলপ খলকনি উঠে।..........

সন্ধিয়া........মামীয়েকৰ ঘৰত হাহাকাৰ লাগে। "চোৰ। চোৰ !!"

থানাত খবৰ দিয়া হয়।

পিছদিনা পুৱাই উঠি পইতা ভাত খাই হৰেনে

হাটলৈ যায়। ডিঙিত তাৰ মামীৰ হাৰ চিক্‌মিকাই থাকে।........সকলোৱেই সোধে,—"কাৰ হাৰ বে?"—সি গম্ভীৰভাবে উত্তৰ দিয়ে,—"মামীৰ হাৰ।"........

হাটৰ পৰা আহি খাই বৈ হৰেন জিৰায়। জীয়েকে দেখি আচৰিত হয়,—বাপেকৰ ডিঙিত মামীয়েকৰ হাৰ! তাই বাপেকক জগাই সোধে,—"বাপুৰে! হাৰডাল কুটি পাইছ?"........ধুৰমুৰ্‌কৈ উঠি হৰেনে কয়,—"মামীৰ হাৰ। পিন্ধি চখ্ কৰিছোঁ।"......এই সময়তে পুলিচ-দাৰোগা আহি উপস্থিত হয়।...... হৰেনৰ আৰু বাইখ্ নাই। তাৰ ডিঙিতে সোণৰ হাৰ চিক্‌মিকাই থাকে।.......

O O O

এতিয়া সি জেইলত।........চাৰিমাহ জেইল।....

........সকলোৱেই জোকায়,—"শহুৰ।—শ্বশুৰ।! শ্বশুৰাজী!!!" হৰেনে গৰ্ব কৰি কয়,—"এই ৰকম নাকৰি ৰে। মোৰ্ বেটি মাইনাৰ পাছ।"........

.....কোনোবাই কয়,—"চোৰ ক'ৰবাৰ।"—

হৰেনে অহঙ্কাৰ মাৰি কয়,—"কিছেৰ্ চোৰ্? মুই কি চোৰ্?—মামীৰ বাকচ্ ভাঙিয়া হাৰ নিছোঁ;—চখ্ কৰিয়া গলাত পচেৰ্ছোং। আনৰ হাৰ নাহয় ৰে,—মামীৰ হাৰ,—মোৰ মামীৰ হাৰ।"........

---

# অগ্নি সংস্কাৰ

## (ক)

শাওণৰ দিন-দুপৰীয়া বাঁহবাৰী গাৱঁৰ গাওঁবুঢ়া লেখাইৰাম খাল্লোৱাৰীৰ বৰজনী জীয়েক শ্ৰীমতী কেঁচীয়ে বেতিয়া দাবা বিলৰ পৰা কাঁড়ত জাকৈ লৈ আৰু ককালত মাছে ভৰা খালৈ এটা বান্ধি গাৱঁৰ জাকৈৰা তিৰোতাৰ মাজত জাকতজিলিকা হৈ ঘৰমুৱা হ'ল,—বাজে গাৱঁৰ আথৰ্ বুঢ়া পেঞ্চনাৰ জংজেং চুবেদাৰৰ মাজু ডেকা পুতেক শ্ৰীমান বৃন্দাবাম ৰসুমাতাৰীয়ে সবাজৰে আহি আলিৰ দাঁতিত থকা আঁহত গছজোপাৰ তলত সেই নাকে-মুখে পকসনা তিৰোতাৰ জাকক আক্ৰমণ কৰি সিহঁতৰে মাজৰ পৰা কেঁচীক কান্ধত তুলি আঁতৰাই আনি ঘৰলৈ টানি-আজুৰি নিহে বন্ধা পৰিল।

সিদিনা গধূলিৰ পৰা সকলোৱে আলাসৰ লাডু শ্ৰীমতী কেঁচীৰ অন্তৰ্দ্ধান আৰু সদৌ গাৱঁৰ পৰাজয়ৰ কাৰণে বাঁহবাৰী গাৱঁৰ ঘৰে ঘৰে কৰুণ বিননি, হা-হুতাশ আৰু প্ৰত্যেকৰ মুখত বিষাদ-কালিমাৰ কৰুণ ছাপ।

কিন্তু ইফালে ঠিক সেই সময়ত চুবেদাৰৰ ঘৰত সমজুৱা মেল। বিষয় শ্ৰীমতী কেঁচীৰ হৰণ। তাত বাজেগাৱঁৰ সকলোৰে সমাগম। সকলোৰে মুখত বিজয়ৰ চিন। কেউপিনে কেৱল আনন্দৰ বোল—খাম-মাদলৰ গুৰুগম্ভীৰ মাত, চিকুং বাঁহীৰ মৃদুল মধুৰ সুৰ আৰু তাৰ ছেৱে-ছেৱে তালে-তালে ডেকা নৰ-নাৰীৰ নৃত্যৰ হিল্লোল ভঙ্গিমা।

বৰ-চোতালত দুশাৰী পাতি মহামহোপাধ্যায় বুঢ়া আৰু বয়সীয়াল মেলুকীবিলাকে নিজ নিজ আসন জুৰি আগত মদৰ বাটি একোটা লৈ মুখামুখীকৈ মাটিত বহি আছিল আৰু মাজত সামাজিক প্ৰথানুসাৰে চাৰি জঙা জো-ৰ কাষত এটা গছাত চাকি এটা চিমিক-চাবাককৈ জ্বলি মাননীয় বাইজসকলৰ মুখ পোহৰাই আছিল।

ইমান পৰে সমাজৰ কাম আৰম্ভ নোহোৱা দেখি একে উশাহে একে চুহাই বাটিৰ মদ শেষ কৰি গাৱঁৰ অধ্যাপক দেহিৰাম বড়োই মাত লগালে,—"পিছে ক'তা? গাওঁবুঢ়া ক'তা? তেওঁৰ খা-খবৰেই নোহোৱা হ'ল দেখোন?" জংজেং চুবেদাৰে গহীনাই উত্তৰ দিলে, *"এৰা, ইমান পৰে সি দেখোন আহিব লাগিছিল।"* যিজন ডেকাই জো-ৰ জঙাটো মুখত খামখেহৰ ফ্লোগা

দি এটা খৈলাৰ ওপৰত টাকুৰী ঘূৰোৱাদি ঘূৰাই আছিল সেই ডেকাজনৰ কালে চাই বুন্দাৰ বাপেকে ক'লে,— "অ' ফেৰ্খাই ! তই ফেঁচীৰ বাপেকক খবৰ দিছিলিনে ?"

"দিয়াত দিছিলো, কিন্তু জীৱন যে ৰক্ষা পৰিল সেয়ে মোৰ সৌভাগ্য !"

সকলোৱে আচৰিত হৈ ক'লে, "কিয় ? কিয় ?"

"মই যে বাজেগাৱঁৰ । ইজনে কয়, ধৰ বাজে-গাৱঁৰ মানুহজনক, সিজনে কয়, ধৰ বাজেগাৱঁৰ মানুহজনক । এইদৰে এজাক মানুহে হাতত বৰ বৰ একোডাল টাঙোন-লাখুটি লৈ মোক বেৰি ধৰিলে । মোৰ তেতিয়া 'ত্ৰাহি ত্ৰাহি' অৱস্থা । প্ৰায় মাৰেহে । এনেতে গাওঁবুঢ়াই আহি কাকুতি-মিনতি কৰি সেই ডকাইত জাকৰ হাতৰ পৰা মোক বচালে । নহলে—"

চুবেদাৰে বাধা দি ক'লে,—"গাওঁবুঢ়াক কৈছিলিনে ?"

"অৱশ্যে কোৱাত কৈছিলো । গাওঁবুঢ়াইও মান্তি হৈছিল । কিন্তু গাৱঁৰ ডকাইতৰ দলৰ ভয়ত, বোধ-কৰোঁ, তেওঁ সাহ নাপালে ।"

ইফালে মাদল, বাঁহী, নাচ সকলো বন্ধ কৰি ডেকা নৰ-নাৰীৰ দলো আহি মেলকীসকলৰ কাষ চাপি তেওঁলোকৰ আলোচনাত কাণ পাতিলে । সকলো-ৱেই উত্তেজিত ; সমাজপতি হাড়ংগাৰাৰ আদেশ পালেই বাঁহবাৰী গাওঁখন উজাৰ কৰি দিব ।

হাড়ংগাৰাই তৰ্জি-গৰ্জি ক'লে, "হেৰৌ গাধহঁত ! তহঁতক লাগে কি ? নাৰিকলৰ মোল কি বুজিবি ? ইয়ালৈ আহিছ কিয় ? যা শুচি যা ! আঁতৰ হ । নিজ কামত হাত দে যা, গৰুহঁত ।"

গালি খাই ডেকা নৰ-নাৰীৰ দল বৰ-চোতালৰ পৰা আঁতৰি আগৰ ঠাইত গৈ খাম-মাদলত চাপৰ দি, চিকুং বাঁহীত ফুক্ দি ছেৱে-ছেৱে তালে-তালে, হাতৰ, গাৰ আৰু ভৰিৰ ভাঁজ দি অঙ্গী-ভঙ্গীৰে নাচিবলৈ ধৰিলে ।

ইয়ান পৰে বৰ-চোতালত সমাজপতিসকলে প্ৰত্যে-কেই পাঁচ বাটিকৈ মদ খাই অটালে । সকলোৰে গাত হুমুহুমীয়া নিচা ।

সামাজিক আলোচনা তেতিয়াহে চৰম পাইছিল । সকলোৰে গৰম গৰম কথা । হাতৰ জোকাৰ, মূৰৰ জোকাৰ, আঙুলিৰ জোকাৰ একেৰাহে চলিছিল । কথাৰ আগ নাই, পাছ নাই, কেৱল অৰ্থহীন ।

চুবেদাৰে পদূলিমুখৰ ফালে চাই আনন্দত উৎফুল্ল হৈ ক'লে, —"কিহে বাপা সংস্কাৰক ! কেতিয়া আহিলি ?"

সকলোৱে পদূলি মুখৰ এন্ধাৰৰ ফালে চাই চাকিৰ ক্ষীণ পোহৰত দেখিলে, বাঁহবাৰীৰ বাসিন্দা ৰংজুলী বগিছাৰ বৰমহৰি জয়ৰামৰ পুতেক ফটফটীয়া বগা নিকা কাপোৰ পিন্ধা ৰমাকান্ত মেচ । ৰমাকান্ত গৌহাটী কলেজত কলা বিভাগৰ দ্বিতীয় বাৰ্ষিক (2nd year I. A.) শ্ৰেণীত পঢ়িছিল । গৰম বন্ধৰ অৱসৰত ৰংজুলীৰ পৰা আহি সিদিনা গধূলি বাপেকৰ পুৰণি ভিটা বাঁহ-বাৰী পাইছিল ।

"হয় আতা, এইমাত্ৰ আহি পাইছোঁ । সম্প্ৰতি আশ্ৰয় লৈছোঁ মোমাইৰ তাত" বুলি হাঁহি, প্ৰথমে জংজেং পেঞ্চনাৰক সেৱা কৰি গুৰুজনক আৰু ৰাইজক আঠু কাঢ়ি প্ৰণাম জনাই একাষত এখন ধাৰাত বহিলে । ৰংজুলীৰ ফালৰ খা-খবৰ লৈ বয়সীয়াল সমজুৱাসকলে ৰমাকান্তক এফালৰ পৰা আশীৰ্ব্বাদ দিবলৈ ধৰিলে ।

বুন্দাৰ বাপেকৰ ফালে চাই ৰমাকান্তই ক'লে,— "পিছে আতাৰ ঘৰতনো কিহৰ মেল ?"

"বোপা মেল ডাঙৰেই । শুনা নাইনে, আমাৰ বুন্দাই যে ফেঁচীক পলুৱাই আনিছে ?"

"সেইয়াহে ? মই ভাবিছিলো কিবা । পিছে মূৰ ফলাফলি হ'লনে ?"

"সেইটোহে বাকী থাকিল ।" অলপ পৰ টলকা মাৰি, "ফেঁচীও অমত নাছিল ।"

এনে এটা ঘটনা নবীন সমাজ সংস্কাৰক ৰমাকান্তৰ মনত একো আচৰিত যেন নালাগিল । কাৰণ এনে কাণ্ড এই জাতিৰ সমাজত একো নতুন নহয় । ছোৱালী ল'ৰাৰ মনৰ মিল আৰু বাপেক-মাকৰ অমতততহে এই জাতিটোৰ মাজত এনে ঘটনা সচৰাচৰ ঘটিবলৈ বাধ্য

হয়। কিন্তু ৰমাকান্তৰ মনত সামাজিক মেলত মদৰ ব্যৱহাৰেহে বৰ আঘাত দিছিল। এই জাতিৰ মুখা-ফুটাসকলৰ বিশ্বাস যে মদ-স্বাদভুক্ত জিহ্বাৰ পৰা ওলোৱা বাণী—বেদবাণী স্বৰূপ, শুদ্ধ, পবিত্ৰ আৰু দৈৱ।

বুন্দাৰ ভিনিহীয়েক অলপ তেজী ধৰণৰ মানুহ। ৰমাৰ এনে গাত লগা কথাত ৰহাৰ পৰা উঠি খঙত ফলি-পকি, তজি-গজি ক'লে, "খবৰদাৰ, মুখ চম্ভালি কথা কবি। চিনা নাই এইয়া কি? সমাজে নখ জোকাৰিলে আজি তোৰ কি কৰিব পাৰো। মাৰি, কীলাই, হাড়কেডাল গুৰি কৰি উৰুৱাই দিব পাৰোঁ। চিনা নাই—এই মদৰ বদনাম—"

হাড়ংগাৰাই ধমক দি ক'লে,—"ৰ তই ৰ। তোৰ ইয়াত গৰম তেজ দেখাবৰ ঠাই নহয়। ৰং-তামাচা-তৰ্ক-ধেমালিকো নুবুজে। সহিব নোৱাৰ যদি, আঁতৰি যা—গুছ্।"

বুন্দাৰ ভিনিহীয়েকে সমাজপতিৰ এনে কঠোৰ শাসন আৰু আদেশ পাই বৰ চোতাল এৰি য'ত ডেকা নৰ-নাৰীয়ে ৰাজন কৰিছিল, তাত যোগ দিলে।

ৰমাই অপ্ৰস্তুত হৈ ক'লে, "মোক মাপ কৰিব আতা।"—হাড়ংগাৰাৰ ফালে চাই,—"আপুনিও মাপ কৰিব। আজি আপোনালোকৰ মেল মই বাজে কথা বাজে আলোচনা কৰি নষ্ট কৰিলোঁ।"

হাড়ংগাৰাই হাঁহি হাঁহি ক'লে,—"নষ্ট হব—কিয়? ভালেই হ'ল। নহলে ইমান পৰে ৰবমুৱা হলোঁহেঁতেন। মেলৰ আচল আলম, ফেঁচীৰ বাপেকেই নাছিল যেতিয়া।" তেতিয়া বুন্দাৰ বাপেকে ক'লে,—"হেৰৌ ৰবডেকা। উঁ!—কি? কি কৈছিলি? তোক পাই ভালেহে হ'ল?" অলপ পৰ টলকা মাৰি,—"অ' তোৰ সেই কথাটো কি?—আমি........সংযম নাজানো"—হাঁহি হাঁহি,—"হেৰৌ গাধটো!" কছাৰী জাতিৰ সমাজত লাওপানী নোহোৱাকৈ যে কোনো আলোচনা নহয়, এই হেতু ৰমাকান্তৰ মনত এই অৱনত স্থিতিশীল সমাজৰ বিপক্ষে বিদ্ৰোহ জগালি তাৰ জ্ঞান আৰু উচ্চ শিক্ষা পোৱা দিনৰে পৰা জলি আছিল। আজি ইমান হকা-বাধা কৰা সত্বেও পুনৰ্ এনে অশ্লীল সমাজ দেখি ঘৃণাত তাৰ নাক-মুখ কুঞ্চিত হ'ল।

সহিব নোৱাৰি ৰমাই বুন্দাৰ বাপেকক সংযত হৈ ক'লে,—"আতাই জানি-বুজিও এই গেলা-পচা ভাতৰ পানীৰ কলহটোকে এৰিব নোৱাৰিলে। আপোনালোকে ত্যাগ, সংযম নাজানিলে, আপোনালোকৰ ল'ৰা-ছোৱালী নাতি-পুতিয়ে জানিব কোন স'তে?"

"তই কলেজত পঢ়ি এইয়া হে শিকিলি? তোৰ আজোককাৰ দিনৰ ৰীতি-নীতি, আজি তই এৰ কেনেকৈ?"

"ৰাৰু, আতা! যোৱা বছৰ এই গাৱঁতে হোৱা ৰড়ো সন্মিলনত আপোনালোকে জ্ঞানী-মানী হৈ ঈশ্বৰক সাক্ষী কৰি কেনেকৈ মদ, গাহৰি, কুকুৰা এৰিম বুলি শপথ খাইছিল? সেই শপথৰ ফল আজি এয়ে নে?"

"তোক মূৰ্খ বুলিছো! জনা নাই সভাপতিয়ে অনুৰোধ কৰিছিল। তেওঁ বেয়া পায় বুলিহে, যাতে গাৱঁৰ দুৰ্নাম নহয়, সেই বুলিহে শপথ খাইছিলোঁ। আমাৰ আদি দেৱতা বুঢ়া বাথৌৱে যি মদ, গাহৰি, কুকুৰা তেওঁৰ চৰণ সেৱিবৰ কাৰণে সৃজন কৰিছে তাক এৰিলে যে মহাপাপ—সেই সামান্য কথাকে বুজা নাই নে? কি কয়,—হাড়ংগাৰাই?"

চুবেদাৰৰ কথা শুনি, মেলকী ডাঙৰীয়াসকলে 'হো'-'হো'কৈ হাঁহিবলৈ ধৰিলে।

হাড়ংগাৰাই চুলুচুলীয়া চকুৰে ক'লে,—"জং-জেং ককাইটিয়ে একণো মিছা কোৱা নাই, ৰমা। আমাৰ শাস্ত্ৰতে আছে,"—সুৰ লগাই গালে,—

"এবে লাও খায় খুজিদুং বাথু বাডায়।
জজা ফেজে খালাম্ দুঙ্খু জেজেংনো লায়॥
খাম্—সিফুং খালাম্দুং কম্ফু খালাম্ সৌ।
জাইলা হইলা বিথিদুং খো মাথানো॥"—

এই ফাঁকি গাই হাড়ংগাৰাৰ দুগালেদি চকুলো ববলৈ ধৰিলে। বাথৌৰ ভক্তই দেৱতাৰ উদ্দেশ্যে

এটা প্ৰণাম জনাই ক'লে,—"বোপা ৰবা। ঈশ্বৰৰ মহিমা কি বুজিবা, সি অসীম, অনন্ত। পৃথিৱী সৃষ্টি কৰাৰ পিছত তেওঁ বহুতো সৃষ্টি কৰি পিছত, লাওৰ খোলা তৈয়াৰ কৰি খাবলৈ কলহে কলহে মদ, বং-ধেমালি মাদল আৰু বাঁহী আৰু সংসাৰৰ সকলো দুখ-বেজাৰ পাহৰিবলৈ নৃত্যৰ সৃজন কৰিলে। তাৰ লগে লগে গাহৰি-কুকুৰাও খাবলৈ আমাক দিলে। তেন্তে এই ঈশ্বৰ সৃষ্ট মদ, গাহৰি, কুকুৰা আজি এই যুগত সামান্য কাৰণে ত্যাগ কৰোঁ কেনেকৈ?"

ৰমাই গহীনাই ক'লে,—"মাপ কৰিব। কবলৈ বেয়া লাগে। যদি ঈশ্বৰে এইবিলাক সৃষ্টি কৰিছে—এইবোৰ আমি ব্যৱহাৰ কৰাৰ কাৰণে, আজি আসামৰ আন আন উন্নত জাতিয়ে আমাক ঘৃণাৰ চকুৰে চায় কিয়? আন কি, কলেজত আন আন ল'ৰাৰ লগত একেলগে খাবলৈ নিদিয়ে। বঙালী বা আন কোনো বিদেশীক তেওঁলোকে যেনে আদৰেৰে গ্ৰহণ কৰে আমাক আসামৰ খাটি অসমীয়াকও তেনে নকৰে যেন আমি আসামৰ বাহিৰে ভাৰতৰ বাহিৰে কোনো এটা আফ্ৰিকা হেন মহাদেশৰ আভ্যন্তৰীণ বন হাবিৰ বাসিন্দা অসভ্য, উলঙ্গ, অনুন্নত জাতিৰ মানুহ। বিদেশীয়ে যিমান দাবী কৰিব পাৰে, আমি কছাৰীয়ে তিমানখিনি দাবী কৰিবলৈ আজি সম্পূৰ্ণ অপাৰগ।"

হাড়ংগাবাই ক'লে,—"সেই কাৰণে আজি আসামৰ এনে দুৰৱস্থা। আমি সমাজত যিহকে কৰোঁ, সেইটো নিন্দা কৰা অথবা সেইটোতে লাগি থকা মহা ভুল। প্ৰমাণস্বৰূপে আজি আমাক সিহঁতে সৰল বিশ্বাসেৰে নিজৰ বুলি গ্ৰহণ কৰক, কাইলৈ সিহঁত দেখিব আমি সিহঁতৰকৈ কোনোগুণে হীন নহওঁ, অসভ্য নহওঁ। কিয়?—ইংৰাজ, খাছিয়া এইবিলাক আজি কি? সিহঁত দেখোন আমাৰ নিচিনা বেচ সভ্য। মদ, গাহৰি, কুকুৰা সিহঁতৰও চিৰদিনীয়া খাদ্য। সিহঁতৰ লগত আন আন উন্নত অসমীয়াই একেলগে কুৰিবলৈ গৌৰৱ বোধ কৰে। ক'ব পাৰে, আমি লেতেৰা। কি কৰিব, সি আমাৰ অভাৱৰ দোষত। আমাৰ এই অভাৱ কিহৰ পৰা হয়? আজি আমি হিন্দু হৈও হিন্দু ধৰ্মৰ বাহিৰে, হিন্দু সমাজ ভ্ৰষ্ট, ইফালে আমাক হোজা, নিৰ্জ্জু, সৰল পাই আসামৰ আন আন উন্নত জাতিৰ কাৰবাৰীসকলে আমাৰ যথাসৰ্বস্ব হৰণ কৰি আমাক নিঃকিন দুখীয়া কৰি তুলিছে। আজি দিনে যি আৰ্জ্জো, দিনটোৰ খৰচকে নুকুলায়। সাঁচি থবলৈ এপইছা নেথাকে। আজি আমাৰ একো নাই। শূন্য। একেবাৰে শূন্য। জানইতো,—শূন্যতাৰ পৰা অভাৱ আৰু পূৰ্ণতাই স্বভাৱ। এই অভাৱৰ কাৰণে, আজি স্বভাৱকে হেৰুৱাবলৈ ধৰিছোঁ আৰু হেৰুৱালো।"

হিমালয়ৰ টিঙৰ দৰে বগা পকাচুলীয়া মূৰ, পৰ্বতৰ দৰে বস্তুৰ আকৰংহেন এই হাড়ংগাবাক দেখি ৰমাকান্ত বৰ আচৰিত হ'ল। অথচ বাহিৰৰ পৰা চালে সি কেৱল অৰ্থহীন হাবি-বননিৰে ভৰা।

জংজেং চুবেদাৰে ক'লে,—"অ' কেথাই। নাতি-টোক এবাটিও যাচিবলৈ নাপাৰনে?"

ৰমাকান্তই হাত যোৰ কৰি ক'লে,—"জানি বুজিও মোক লাজ দিয়ে কিয় আতা? মোৰ লগত কিয় চুপতি কৰে? মোৰ যি এবাৰ বিশ্বাস হয়, সেই বিশ্বাস চিৰকলীয়াকৈ মোৰ হৃদয়ত দ-কৈ অঁকা থাকে। গাহৰি, কুকুৰাই আমাক অনিষ্ট কৰক বা নকৰক্ মদে যে আমাৰ অধঃপতনৰ তলখাপত পেলাইছে ই ধ্ৰুৱ সত্য। মদ নেৰিলে আমাৰ যে উদ্ধাৰ নাই তাক আপোনালোকেও মোতকৈ বেছি বুজিছে। কিন্তু আপোনালোকে যে কিয় নেৰে, এই কথা ফাঁকি মোৰ ওচৰত আজিও ধূঁৱলি-কুঁৱলিৰ দৰে ৰহস্যময়ী।"

"কিন্তু ইয়াৰ ব্যৱহাৰ যে আমাৰ শাস্ত্ৰত আছে।"

"ইয়াৰ অৱশ্যে, তেতিয়া সেই যুগত, প্ৰাচীন কালত ইয়াৰ সময়োপযোগী প্ৰচলন আছিল বোধকৰোঁ, কিন্তু আজিও যে ইয়াৰ ব্যৱহাৰ হ'ব লাগে তাৰ কোনো মানে নাই।"

হাড়ংগাবাই ক'লে,—"মানে নিশ্চয় আছে, আজি এই মদ জুমুৰুৱীয়া নিচাত সংসাৰৰ বেজাৰ ভাগৰ, উচ্চ উন্নত হিন্দু সমাজৰ পদ দলনৰ দুখ, ৰক্তযা বা

সামাজিক লেঠাৰ ক্লান্তি আৰু দৈনন্দিন কাৰ্য্যৰ বেদনা এই কছাৰী জাতিয়ে জলাঞ্জলি দিবলৈ পাৰিছে।"

"তেন্তে এই জাতিটোৰ উন্নতি নহয় কিয়? ল'ৰা-ছোৱালীকেই বা শিক্ষা নিদিয়ে কিয়?"

"আগেয়েই কৈছোঁ নহয় সি কেৱল আমাৰ অভাৱৰ দোষত। কাৰো ঘৰত এটা ফুটা কড়িও নাই যে ল'ৰা-ছোৱালীক শিক্ষাদান কৰে। নতুন ধৰণৰ শিক্ষাৰ অভাৱত আজি এই নব্য যুগত জাতিটো অসভ্য অশিক্ষিত নিৰক্ষৰ। আমাৰ এই অৱনতিৰ কাৰণে দায়ী কোন? আমি হলেও আসামৰ আন আন উন্নত জাতিয়েও এই দায়িত্ব বা দোষৰ পৰা বাদ নাযায়। সিহঁতে এবাৰ আমাক উন্নতি জখলাত হিংসা নকৰি, ঘৃণা নকৰি, অস্পৃশ্য বুলি নাভাবি, বাধা নিদি সিহঁতৰ সমানে সমানে উঠিবলৈ দিয়ক। দেখিব, সিহঁতৰ সমানে সমানে সেই জখলাৰ ওপৰ খাপত আমিও উঠিব পাৰিছোঁহঁক। সেই কাৰণে কওঁ সিহঁতে আমাক উন্নত বুলি ভাবিবলৈ সুবিধা দিয়ক।"

ইমান পৰে ৰমাকান্তই হাড়ংগাবাৰ মুখৰফালে ৰ লাগি চাই আছিল, ক'লে,—"সেই সুবিধা নিজেই বিচাৰি নলয় কিয়?"

হাড়ংগাবাই হাঁহি হাঁহি ক'লে,—"গোটেই আকাশখনত ডাৱৰে ছানি ধৰিলে বেলিৰ পোহৰ বিৰিঙি ওলায় কেনেকৈ?"—এনেতে কেথাই এবাটি মদ আনি সমাজপতিৰ বাটিত চালি গুছি গ'ল। কেথাইৰ ফালে চাই "অ' কেথাই। এচিলিম ধপাঁত আনছোঁন। আৰু ৰমা বোপাকো তামোল দিবি বুজিছ।"—বুলি কৈ লাওপানীৰ বাটিটো দাঙি এঢোকা মাৰিলে। শেহত ক'লে,—"বিৰিঙি ওলাবলৈ সুবিধা নাপালে জগতখন পোহাবায় কেনেকৈ? আৰু শুন—আমাৰ দৰে অস্পৃশ্য জাতিবিলাকৰ প্ৰত্যেক প্ৰাপ্ত-বয়স্ক আৰু নাৰীক মিউনিচিপাল আৰু ৰাষ্ট্ৰীয় প্ৰতিনিধি নিৰ্বাচনৰ ভোট দিলে, আমাৰ নিচিনা অস্পৃশ্য জাতিৰ উন্নতি যে অতি সোনকালে হব ই অতি সহজ কথা। এইদৰে নিৰ্বাচিত হবেহে আমালোকৰ আত্ম-মৰ্য্যদা বাঢ়িব, আমি নতুন অধিকাৰৰ উপযুক্ত হবলৈ চেষ্টা কৰিম আৰু আমাৰ দৰে অস্পৃশ্য, উপেক্ষিত, লাঞ্ছিত শ্ৰেণীৰ মানুহৰ হিতসাধন কৰিবলৈ বাধ্য হব। তেনে নকৰিলে বা এবাৰ দুৰ্নাম কিনিলে যে পুনৰ ভোট নাপাম।"

"আপুনি ঠিক কৈছে। অৱশ্যে যি ন্যায্য অধিকাৰ বিচাৰে, সিবিলাকৰ লগত ন্যায্য ব্যৱহাৰ কৰা উচিত। আমি আন আন উন্নত জাতিৰ সমান অধিকাৰ পাব খুজিলে, সিহঁতেও আমাৰ লগত সিহঁতৰ নিচিনা নিজৰ দৰে ব্যৱহাৰ কৰিব লাগিব।"

এনেতে কেথায়ে সমাজ নেতাৰ হাতত এচিলিম ধপাত আৰু ৰমাৰ হাতত তামোল দি গুছি গ'ল। অলপ পৰ দুয়ো নিমাত হ'ল। এই সুযোগতে ৰমাই সমাজৰ প্ৰকৃত মূৰ্ত্তি দেখিলে। কেউপিনে কেৱল আলোচনা। কোনোবাই কাৰোবাৰ বদনামকে গাইছে, কোনোবাই খেতিৰ কথাকেই কৈছে, কোনোবাই নিজৰ অতীত জীৱনৰ কথাকে পাতিছে, কোনোবাই গুণগুণকৈ গানকে গাইছে। এচুকত আদহীয়া মানুহ চাৰিজনে মদৰ কথাকে পাতিছে। তাৰে এজনে ঘপৰাই বৰ মাতেৰে ক'লে,—"বুজিছ মামা, যেনেকৈ মাখিয়ে মিঠা ৰসৰ সোৱাদ পাবৰ কাৰণে গুড়ত পৰি তাৰ ৰস চুঁহি-চুঁহি তাতে আঠাৰ দৰে লাগি মৰি থাকে, ঠিক তেনেকৈ যদি এই বোকাৰ নৈখনত লাওপানীৰ সোঁত বৈ থাকে, মই সেই সোঁতৰ ঢলত আপমাৰি লাওপানী পান কৰি ইহলীলা সম্বৰণ কৰোঁ, এই বাসনা যদি কোনোবাই মোক পূৰণ কৰি দিব পাৰে মই তাকে দঢ়াই দঢ়াই আশীৰ্বাদ দি মাৰিম মামা। ঠিক কৈছো।"

এই কথা শুনি গোটেই মেলখনত হাঁহিৰ উজাৰ উঠিল।

চিলিমটো চুবেদাৰৰ হাতত দি ৰমাৰ ফালে চাই গাত হাঁহিৰ খলক লগাই হাড়ংগাবাই ক'লে,—"চা, বোপা চা। ইহঁতৰ কাণ্ডটো চা। মদৰ মোহে ইহঁতক বলিয়া কৰি তুলিছে। ইমান দুখৰ মাজতো আজি আমি মদৰ জহতে আনন্দত মতলীয়া হ'ব পাৰিছো। যি ঠাইত ডেকা নৰ-নাৰীয়ে নাচ-বাজনা কৰিছিল,

সিফালে আঙুলিয়াই ক'লে,—"সৌ মুনিহ তিনজাৰ কালে চা, সিহঁতৰ নৃত্যৰ প্ৰত্যেক ভাঁজ প্ৰত্যেক অঙ্গী-ভঙ্গীত আনন্দৰ মূৰতি যেন মূৰ্ত্ত হৈ ওলাইছে।"

ৰমাকান্তই সিফালে চাই দেখিলে, চাকিৰ পোহৰত সঁচাকৈয়ে নৃত্যৰত নৰ-নাৰীৰ মুখবিলাক আনন্দত জিলিকি উঠিছে। সিহঁতৰ ঠেও ধৰি ছেৱে-ছেৱে তালে-তালে নাচোনৰ আৰু সুঠাম সুৱল শৰীৰৰ কম্পনৰ লগে লগে আনন্দও যেন নাচি নাচি কঁপি উঠিছে। সিফালে সি বহুত পৰ ৰ লাগি চাই থাকিল। সিহঁতৰ মাজত এজনী ছোৱালীক দেখি ৰমাৰ গাৰ নোম শিয়ৰি উঠিল;—মুখৰ বৰণ কাঁহ পৰি জীণ যোৱাৰ দৰে কলা পৰিল। ৰাতি বুলিহে এনে মনৰ পৰিবৰ্তন মানুহৰ চকুত ধৰা নপৰিলে। সি দেখিলে, সেই ছোৱালীজনী এজন ডেকাৰ হাতত ধৰি লগে লগে মাদলৰ কোবৰ তালে-তালে চিফুং বাঁহীৰ ছেৱে-ছেৱে নাচি ফুৰিছে। এই জাকৰ মাজত তাইৰহে জেউতি আটাইতকৈ বেছি চৰিছে।

তাইহে আটাইতকৈ আনন্দত বেচি মতলীয়া হৈ সমাজৰ অত চকুৰ আগত সুন্দৰ প্ৰজাপতিৰ দৰে উৰলি ফুৰিছে। এনে দৃশ্য দেখি সমাজত থাকিবলৈ ৰমাৰ এখন্তকো ইচ্ছা নগল। এক মুহূৰ্ত্ত যেন তাৰ ওচৰত এক যুগৰ দৰে লাগিল।

সি যাবলৈ বহাৰ পৰা উঠিব খুজিছে, এনেতে বুন্দাই ৰমাহঁতৰ বিপৰীত ফালৰ শাৰীত ঠিক পোনে পোনে ৰমাৰ সন্মুখৰ শূন্য আসনত বহি ক'লে,—"ৰমা, হেৰিক কিবা বোলেনো, ৰমেশ চৌধুৰীক চিনা নহয়? বিজনে মোৰ লগত পঢ়িছিল?"

ৰমাই ক'লে,—"এৰা চিনো। সেই উমেশ মৌজাদাৰৰ পুতেক মানে বিজনে এইবাৰ আইন পাছ কৰি আহিলে।"

"এৰা, সেই ৰমেশে প্ৰায় দুমাহমান হ'ল বাপেক মৰাৰ পাছত মৌজাদাৰ হৈছে। বাপেক মৰাৰ কেদিন মানৰ আগতে সিহঁতৰ পাকঘৰটো ৰমেশৰ অনুৰোধত বিনা পইচাত বন্ধু বুলি চাই দিলো। কিন্তু সিদিনা তাৰ বাপেকৰ শ্ৰাদ্ধত তাৰ পাকঘৰৰ ভিতৰলৈ যোৱাৰ কথা নকৰেঁই, তাৰ বেৰখনকে ছুবলৈ নিদিলে। হে ঈশ্বৰ! আমিনো কুকুৰতকৈও অধম-অস্পৃশ্য হলোঁনে? মাখি, মেকুৰী, পোক, পৰুৱা সিবিলাকেইনো আমাতকৈ উচচ বৰ্ণত জন্ম গ্ৰহণ কৰিলেনে? এনেয়েতো ৰমেশে আমাক কাহানিও ছেই ছেই-লেই-লেই নকৰিছিল, আনকি কিবা আৱশ্যক হলে তাৰ পাকঘৰৰ ভিতৰলৈকো গৈছিলোঁ। অথচ সিদিনা তাৰ কিনো প্ৰকৃতি লৰিলে যে সি আমাক ঘৃণাৰ চকুৰে চালে। আৰু আমাৰ খোৱাৰ দিহা কৰিলে ছুৱনিবাৰীত।"

"সেই দোষত ৰমেশক কোনোমতেই দুষিত কৰিব নোৱাৰি। ব্যক্তিগত হিচাবে ৰমেশ ভাল উদাৰ হব পাৰে, কিন্তু সেইবুলি সি নিজৰ সমাজক অমান্য কৰিব নোৱাৰে, কাৰণ অসমীয়া হিন্দু, কলিতা সমাজৰ নিয়মেই হৈছে এই যে, কছাৰী জাতিটোৰ ঠাই ৰবচোতাল নহয়, সিহঁতৰ উপযুক্ত স্থান হৈছে বাঁহনি-ছুৱনি।"

এইখিনিতে হাড়ংগাৰাই কাহি কাহি, "ৰমা! শুন।" বুলি অলপ সুস্থিৰ হৈ ক'লে,—"এই অসমীয়া হিন্দু সমাজৰ পৰ্ব্বতহেন ভ্ৰম ইয়াতেই দেখা যায়। সামাজিক হিচাবে সিহঁতে যেনেকৈ আমাক নীচ, অৱনত, অস্পৃশ্য সম্প্ৰদায়ৰ বুলি ভাবে, ধৰ্ম্ম হিচাবেও আমাক নীচ ধৰ্মৰ মানুহ বুলি গণ্য বা ব্যৱহাৰ কৰে। কিয়? সিহঁতে কিয় কাগজে-কলমে, মাহেলী-বাতৰিত আমাক হিন্দু বুলি চিনাকী দিয়ে? যদি আমি হিন্দুৱেই তেন্তে আমি হিন্দুৰ সমানাধিকাৰ সিহঁতৰ দৰে নাপাওঁ কিয়? যদি আমি হিন্দুৱেই, তেন্তে অধিকাৰ গোসাঁই সকলে আমাক এই হোজা কছাৰীবিলাকক শৰণ দি, কোচ, মহলীয়া, মদাহী নামে অভিহিত কৰাইহে হিন্দু ধৰ্ম্মত দীক্ষিত কৰে। এয়েইতো অসমীয়া হিন্দু ধৰ্ম্মৰ সঙ্কীৰ্ণতা! আৰু—"

ৰমাই বাধা দি ক'লে,—"সঙ্কীৰ্ণতা কিয়? যি জাতিয়ে অখাদ্য খাদ্য ব্যৱহাৰ কৰে সিহঁতক হিন্দু বুলি কয় কেনেকৈ?"

"অথচ এই ছদ্মবেশ দান কৰিবৰেই বা কি আৱ-

শ্যক আছিল? আমি হিন্দুৱেই যদি, হিন্দু ধৰ্ম্মত দীক্ষিত কৰিবৰ কোনো দৰকাৰ নাছিল। অৱশ্যে শৰণ দি প্ৰায়শ্চিত্ত কৰি কু-অভ্যাস অখাদ্যবোৰ এৰুৱা উচিত। এইদৰে কৰিলে, আসামৰ ঐতিহাসিক জাতি এটা ৰক্ষা পৰিব আৰু এই জাতিটোৱেও আদৰ্শ বিচাৰিবলৈ একো কষ্ট নহব।"

"আপোনাৰ শেহ কাকি কথাষাৰ মোৰ বুজা অলপ টান দৰে লাগিল।"

"কিয়? শুন্—এই দাৰা বিলৰ বৌ মাছ এটাক যদি কোনোবাই ধৰি নি জীয়াই জীয়াই বেঁকীৰ সোঁতত পেলাই দিয়ে, তেন্তে বেকীৰ সেই সোঁতত—সেই চলত পৰি সোঁতৰ আন আন মাছৰ দৰে বা তাৰ লগত চলন-ফিৰণ কৰিবলৈ মন যাব আৰু সি কৰিবও। শেহত সি বেঁকীৰ আন আন বলবান্ মাছৰ দৰে পৈণত হৈ পৰিব। অথচ দাৰা বিলৰ এটি মাছেও গম নাপায যে সিহঁতৰ লগৰীয়া এটাই, বেঁকীৰ সোঁতত পৰি কিমান উন্নতি কৰিছে। ইয়াতে বিলৰ মাছবিলাকে সিহঁতৰ এটা মূল্যবান আদৰ্শ হেৰুৱালে। আজি আমাৰ কছাৰীৰ মাজৰ এজনক যদি কোনো এজন গোস্বামীয়ে শৰণ দি কোচ নামে অভিহিত কৰি হিন্দু ধৰ্ম্মত দীক্ষিত কৰে, সি আন বা তাৰ সন্তান-সন্ততি সকলে আন আন উন্নত হিন্দুসকলৰ লগত ৰতাহৰ নিচিনা মিলিবলৈ সুবিধা পাই ক্ৰমান্বয়ে উন্নতিৰ কালে আগুৱাই এজন জ্ঞানী-মানী আদৰ্শবান পুৰুষ হৈ উঠিলে সি বা সিহঁত কছাৰীৰ ওচৰত ঘৃণাৰ কাৰণেই হওক, বা হিংসাৰ কাৰণেই হওক কেতিয়াও আদৰ্শ বুলি গণ্য নহয়। অথচ সি যদি কছাৰী থাকিয়েই গোসাঁইৰ শৰণাগত হলেহেঁতেন তেন্তে ভবিষ্যতত সি আদৰ্শবান হলেও কছাৰীৰ ওচৰত যি চিৰদিনীয়া চিৰযুগীয়া আদৰ্শ হৈয়েই থাকিল।"

চমুকৈ নিৰ্কুট মাতেৰে কৈয়েই ৰমা নীৰৱ হ'ল। সেই ছোৱালীজনী দেখাৰে পৰা গোটেই মেলখন তাৰ ওচৰত তিতাৰ দৰে হৈ উঠিল। হাড়ুংগাবাৰ মুখৰফালে ৰমাই কথা শেষ নোহোৱালৈকে ভেবেকা লাগি চাই থাকিল। তৰ্কত যোগ দিলেও আগ ডোখৰৰ দৰে সি ইমান যোগ দিব পৰা নাছিল। নাচত সেই আটাইতকৈ সুন্দৰী, চঞ্চলা, চপলা ছোৱালীজনীক সেই ডেকা নৰ-নাৰীৰ মাজত দেখাৰে পৰা ৰমাও যেন অস্থিৰ, চঞ্চল হৈ উঠিল। কোনোমতে মেলখনৰ পৰা আঁতৰি যাব পাৰিলেই ৰক্ষা।

এই নীৰৱতাৰ সুযোগ পাই সি সেই নাচোন-নাচনী জাকৰ ফালে আকৌ চকু ফুৰালে। দেখিলে নাচোন-বাজন আগৰ দৰে সমানে একেৰাহে চলিয়েই আছে। সেই ডেকাজনে নাচোনজাকৰ মাজত এবাৰ ককালৰ, এবাৰ হাতৰ, এবাৰ ডিঙিৰ, এবাৰ ভৰিৰ ভাঁজ দি আনন্দত মতলীয়া হৈ ছেৱে-ছেৱে তালে-তালে ঢেও ধৰি নাচিয়েই আছে। অথচ সেই ছোৱালী জনী নাই।

ৰমাই অস্থিৰ হৈ জংজেং চুবেদাৰৰ ফালে চাই ক'লে,—"আতা, মই তেন্তে যাওঁ। ৰাতিও বহুত হ'ল।"

চুবেদাৰে আচৰিত হৈ "এতিয়াই নে? ৰ,—অলপ পৰ ৰ"—বুলি কৈ বহিবলৈ হাতৰ ইঙ্গিত দিলে।

হাড়ুংগাবাই ক'লে,—"মিছাকৈয়ে বোপাটিক ৰখাই থৈছে কিয়? এৰি দিয়ক। বেচেৰাই বাজে ৰাজে মেললৈ আহিছে। দেখা হ'ল—অনেক কথা হ'ল। বৰ ভাল লাগিল।" ৰমাৰ ফালে চাই "বোপা। বেয়া নাপাবি দেই। আমাৰ কছাৰী মেল ঠিক এইদৰেই। আমাৰ কথাৰ আগ নাই পাছ নাই, মানে নাই অৰ্থ নাই। কিবা যদি দোষণীয় কৈ পাইছো, তেন্তে মই কৈছো বুলি নাভাবিবি, ভাবিবি এই মদেহে কৈছে," বুলি হাঁহি উঠিল। তাৰ লগে লগে গোটেই মেলখনত হাঁহিৰ ঢৌ উঠিল।

"ভাল। এতিয়া বিদায় হে"—বুলি ৰমাৰ পৰা উঠি উভয় বুঢ়াক নমস্কাৰ জনাই কাষোকালে নাচাই পদূলিমুখেদি ওলাই এন্ধাৰত মিহলি হৈ ৰমা অদৃশ্য হ'ল। সি অদৃশ্য নোহোৱালৈকে আটাইৰে দৃষ্টি ৰমাৰ পিঠিত কাঁড়ৰ দৰে পৰিল।

হাড়ংগাৰাই বুলাৰ বাপেকৰ কাণৰ ওচৰত মুখখন নি ফুচফুচাই ক'লে,—"ল'ৰাটো সুন্দৰ, অথচ জানি বুজি কথা কয়। বিখিনি কৈছে বেচ অৰ্থপূৰ্ণ।"

"হেজাৰেই হওক, মোৰেই নাতিতো।"—বুলি কৈ বুলাৰ বাপেকে হাঁহি হাঁহি লাওপানীৰ বাটিটো দাঙি এহোপা মাৰিলে।

(খ)

এইবাৰত ৰমাকান্ত মেচে পদূলি মুখৰ ডেওনাখন পাৰ হৈ ডালিম গছ এজোপাৰ কানেদি ঘূৰি যোৱা বাটেদি গৈ ৰৰ আলিত উঠিবলৈ ধৰোঁতে, পাছফালৰপৰা তাৰ পিঠিত কাৰবাৰ হাতৰ কোমল পৰশ পৰিল। হঠাৎ এনে পৰশ পাই উচাপ খাই উভতি সেই চঞ্চলা, চপলা, সুন্দৰী নাচনীজনীক দেখি সি চমক খাই ক'লে,—"সোণচাকী, তুমি।" বুলি নিৰ্কুট মাতেৰে কৈয়েই তাৰ ওঁঠ দুটা মেল খাই থাকিল। তাৰ গা শিয়ঁৰি উঠিল।

গহীমাই ফুচফুচাই—"এৰা চা। তোমাৰ সোণ-চাকী। মই," বুলি কৈয়েই ৰমাৰ মুখৰ ওচৰত তাইৰ মুখখন নি তাই খিল্‌খিল্ কৈ হাঁহি উঠিল।

সোণচাকী—এইবাৰত কট্‌ফটীয়া আকাশৰ তৰা-বিলাকৰ ক্ষীণ পোহৰত সি দেখিলে সোণচাকীৰ চিৰ আনন্দময়ী, চিৰ হাস্য আনন্দ সনা—হাঁহিৰ জিলিক্ লগা সুন্দৰ মুখখনি। সেই মুখখনি ইহজগতৰ নহয়, যেন কোন এক আনন্দপুৰীৰ উৰ্ব্বশীৰ দৰে চঞ্চলা, চপলা অপেশ্বৰীৰ হে। সেই মুখখনি দেখি প্ৰথমে ৰমাৰ লোভ লাগিল। কিন্তু প্ৰকাশ্যে নিলাজভাবে ইমান মানুহৰ মাজত এজন ডেকাৰ হাত ধৰি সোণ-চাকীৰ দৰে গুণৱতী ৰূপৱতী তিৰুতাই নচাৰ কথা মনত পৰা মাত্ৰকে তাৰ এই নিৰ্লজ্জ ৰমণীৰ ওপৰত ঘৃণা উপজিল। সি নাক, মুখ, কোচাই ক'লে,—"লাজো নাই নে তোমাৰ মুখখন মোৰ মুখৰ ওচৰত আনিবলৈ। এনেহেন নিজান ঠাইত।" তাইৰ মুখখন ৰমাৰ মুখৰ ওচৰৰ পৰা অলপ আঁতৰাই "তুমি যেন্না নাপাবা বুলিয়েইতো মই ইমান সাহ কৰিছিলোঁ। কাৰণ মই জানো,—তোমাৰ ওচৰত মোৰ হেজাৰ দোষও ক্ষমনীয়।" বুলি কৈয়েই তাই ৰমাৰ ফালে চাই থাকিল।

এইবাৰত ৰমাই কেৱল অনুমান হে কৰিলে, সোণ-চাকীৰ নিগূঢ় অন্তৰ্বেদনা তাইৰ প্ৰত্যেক কথাৰ মাজেদি যেন বিৰিঙি ওলাইছে। সি তাইক সান্ত্বনা দিবৰ কাৰণে কথা নাপাই ইফালে-সিফালে চাবলৈ ধৰিলে।

এনেতে সোণচাকীয়ে গাত জিকাৰ মাৰি ক'লে,—"কি নিঠুৰ তুমি। মোক ঘিণ কৰিছা।"

ৰমাই চেকনি খাবিৰ কোব খাই উঠাৰ দৰে উচাপ খাই উঠিল। অলপ আবেগেৰে সৈতে ক'লে,—"সোণ-চাকী। সোণচাকী।!"

"তেন্তে ব'লা। তোমাক এতিয়াই মোৰ পঁজাঘৰত নিমন্ত্ৰণ জনালোঁ।" বুলি কৈয়েই ৰমাকান্তৰ হাতত ধৰি সোণচাকীয়ে তাক ৰৰ আলিলৈ টানি নিলে।

ৰমাকান্তই ছাঁৰ দৰে তাইক অনুসৰণ কৰিলে। প্ৰকাণ্ড গছ এজোপাৰ তলৰ এটা প্ৰকাণ্ড চাৰিছলীয়া ঘৰৰ দুৱাৰ মুখত থিয় হৈ সোণচাকীয়ে ক'লে,—"এই থৰ্‌থৰীয়া পুৰণিকলীয়া ঘৰখানিৰ ছবিটি এবাৰও তোমাৰ মনৰ এচুকত জিলিকি নুঠিল নে?" কোৱা শেষ হোৱাৰ লগে লগে দুৱাৰখন মেলি হাঁহি হাঁহি তাই ঘৰৰ ভিতৰলৈ সোমাল। ৰমাইও পাছে পাছে ভিতৰলৈ গ'ল। তাইৰ সৈতে কোঠালি এটাৰ ভিতৰত সোমাই ল্যাম্পৰ পোহৰত সি দেখিলে, কোঠালিখন নানা ছবিৰে সজ্জিত। বেৰত ওলমি থকা ফ্ৰেম কৰা নানা তৰহৰ ছবি। বিশেষকৈ চাবলগীয়া তাইৰ নিজ হাতেৰে বনকৰা মাছুৰ্ বাকলীৰ, কাৰ্পেটৰ আৰু উল সুতাৰ কাম।

এখন টেবুলত এটা যঁতৰ আৰু তাৰ কাষত এটা খৰাহিত কিছুমান কপাহৰ পাঁজি। ঠিক তাৰ ওপৰত বেৰত মহাত্মা গান্ধীৰ ফ্ৰেম কৰা প্ৰকাণ্ড ৰঙীন ছবি আৰু সেই ছবিটিৰ চৌপাশে কাপোৰৰ ৰঙীন মালা এধাৰি।

এইবিলাক সাজ-সজ্জা দেখি ৰমাই মিচিকীয়া হাঁহিৰে ক'লে,—"বোলো, তোমাৰ বলিয়ালিৰ আৰম্ভ হ'ল কোন দিনাৰ পৰা নো ?"

"সিবেলি আপোনাৰ পূজাৰ বন্ধত মোৰ পৰা আপোনাৰ মেলানি মগাৰে পৰা।" বুলি কৈ তাই হাঁহিলে।

চাকিৰ পোহৰত ৰমাই এবাৰ সোণচাকীৰ মুখৰ ফালে ভালকৈ চাই ললে। দেখিলে এই সোণচাকীয়েই মেলত নৃত্যৰতা নৰ্তকী উৰ্ব্বশীৰ দৰে হিল্লোলময়ী, এন্ধাৰত হীৰা-মুকুতাৰ দৰে উজ্জ্বল আৰু ঘৰৰ চিৰ-কলীয়া আলাসৰ লাড়ু সোণচাকীৰ হাঁহিৰ জীৱন্ত প্ৰতিমূৰ্ত্তি।

ৰমাই তাইৰ ফালে এনেকৈ ভেবেকা লাগি চাই থকা দেখি সোণচাকীৰ গা-মূৰ লাজৰ তাপত দহি যোৱাৰ দৰে হ'ল। কাণেদি জুইৰ ফিৰিঙতি উৰাদি গৰম ভাপ উৰিল। মুখ কাণ ৰঙা পৰিল।

লাজত উপায় নাপাই সোণচাকীয়ে ক'লে,—"এঃ হৰি। মই নো এনে হব পায় নে, ভাবিছিলো, বহি-বলৈ দিবলৈ পাহৰিব লাগেনে" বুলি ৰমাক বহিবলৈ চেয়াৰ এখন আগুৱাই দিলে। ৰমা বহিলত সোণ-চাকীয়ে বটা এটাত তামোল-পাণ উলিয়াই তলমূৰাকৈ মজিয়াত বহি তামোল কাটি কাটি গহীনাই ক'বলৈ ধৰিলে, "সংসাৰৰ নিয়মেই, মানুহে এবাৰ ডাঙৰ হ'ব পাৰিলে, আমাৰ দৰে সৰু-সুৰাক সহজে পাহৰি যায়।"

"বোধকৰোঁ নীতিও আছে যে কোনোবাই আনন্দত মতলীয়া হৈ কোনোবা ডেকাৰ লগত নাচ গানত মত্ত হৈ এজন পৰিচিতক সহজে মনৰ পৰা মুছি পেলায়।"

এনে কথাত সোণচাকীয়ে উচাপ খাই এবাৰ ওপৰমুৱা হৈ ৰমাৰ ফালে চাই লাজত বিমৰ্ষ হৈ আকৌ তলমূৰ কৰি আধা কটা তামোলখন বটাত থৈ ধপা কৰে উঠি ভিতৰলৈ গুছি গ'ল।

সোণচাকী ৰমাতকৈ প্ৰায় পাঁচ বছৰৰ সৰু। সৰুৰে পৰা উভয়ে একেলগে খেলিছিল, ফুৰিছিল, বিললৈ গৈ মাছ মাৰিছিল। তাই যি লিখা-পঢ়া শিকিছিল, সি কেৱল ৰমাৰ জহত। ৰমাই তাইক ওচৰৰ স্কুলত মাইনৰ পাছ কৰাই কোচবিহাৰৰ এজন পৰিচিত ঘৰত থকাৰ বন্দোবস্ত কৰি তাৰ 'গাৰ্লছ স্কুল' 'সুনীতি একাডেমি'ত ভৰ্ত্তি কৰাই দিছিল। তাত 'ফাষ্ট ক্লাচ'লৈকে পঢ়ি তাই মাকৰ অসুখৰ বাতৰি পাই ঘৰলৈ উভতি আহি মৃত্যুৰ সময়ত দেখা নাপালে। মাক ঢুকোৱাৰ পৰা তাইৰ পঢ়াও বন্ধ হ'ল। সি প্ৰায় এবছৰৰ আগৰ কথা। তাৰ দুমাহৰ পিছত বাজে-গাঁওত বহা বড়ো সন্মিলনীত তাই "নাৰীৰ দাবী" বুলি যি প্ৰবন্ধ লিখিছিল, সেইটো বাস্তৱত বৰ সুন্দৰ হৈছিল। ভাষাৰ লালিত্যত, ৰচনাৰ ভাষাত আৰু তাৰ সময়োপযোগী আলোচনাত সঁচাকৈয়ে ৰচয়িত্ৰীয়ে তাইৰ অন্তৰৰ কথা ভালকৈ ফুটাই তুলিছিল।

# জাল কেছ

ছেছন কোৰ্ট।

ভাদৰ পোন্ধৰ দিন, ১৩৫৬ চন।

জজে কৈ যায়,—

"জুৰীৰ ডাঙৰীয়াসকল। আপোনালোকে এই বিচাৰৰ সাক্ষ্য আৰু দুয়ো পক্ষৰ সকলো তৰ্কাতৰ্কি শুনিলে। এই ধাৰা অনুযায়ী এই আচামী দুজন দোষী নে নিৰ্দোষী তাৰ বিচাৰৰ ভাৰ সম্প্ৰতি আপোনা-লোকৰ ওপৰতে নিৰ্ভৰ কৰিছে। এতিয়া আপোনা-লোকৰ কৰ্তব্য সেই ৰায় দান কৰা। কিন্তু যেতিয়া-লৈকে তেওঁলোকৰ দোষ নিঃসন্দেহ সন্তোষজনক সাক্ষ্যৰ দ্বাৰা প্ৰমাণিত নহয়, তেতিয়ালৈকে আপোনা-লোকে এই আচামী দুজনক প্ৰথমৰ পৰাই নিৰ্দোষী হিচাবে চিন্তা কৰিহে বিচাৰ আৰম্ভ কৰিব লাগিব।...... যেতিয়ালৈকে এটা ঘটনা প্ৰমাণিত বা অপ্ৰমাণিত নহয়, তেতিয়ালৈকে সেই ঘটনাৰ কোনো এটা প্ৰমাণ

পোৱা গৈছে বুলি ধৰি নলব। এই আচামী দুজনৰ বিপক্ষে বিচাৰ প্ৰমাণৰ সকলো নিৰ্ভৰ কৰিছে ফৰিয়াদী পক্ষৰ কথাৰ ওপৰত। এই বিচাৰ সম্পৰ্কে আচামী দুজনৰ ওপৰত কোনো দায়িত্ব নাই,—আৰু তেওঁলোকৰ নিৰ্দোষিতা প্ৰমাণ কৰিবলৈকো কোনো প্ৰয়োজন নহয়। তেওঁলোকে আত্মৰক্ষাৰ কাৰণে কোনো প্ৰমাণ নদৰ্শোৱাৰ পত্ৰা আপোনালোকে বিপৰীত ধাৰণাও পোষণ কৰিব নোৱাৰে। এটা ঘটনা বা কেছ প্ৰমাণ কৰিবলৈ কিমানজন সাক্ষীৰ পৰীক্ষা কৰিব লাগে, সেই বিষয়ে আইনত একো উল্লেখ নাই। অৱশ্যে দৰ্খাস্তকাৰীৰ নালিচ সমৰ্থন কৰাও বিচাৰ কৰিবলগীয়া। যদি বিশ্বাস কৰা হয়, তেন্তে ঘটনা বা কেছ প্ৰমাণ কৰাত এজন সাক্ষীয়েই যথেষ্ট। আপোনালোকৰ সন্মুখত গোটেই কেছটো বিবেচনা কৰাৰ পিছত যদি আচামীসকলৰ দোষৰ বিষয়ে কিবা যুক্তিপূৰ্ণ সন্দেহ আপোনালোকৰ অন্তৰত ওপজে, তেনেহলে আচামীসকলৈ সন্দেহৰ সুযোগ আপোনালোকে দিয়া উচিত আৰু তেওঁলোকক নিৰ্দোষী বুলি সাব্যস্ত কৰা উচিত। আপোনালোকে মোৰ হাতৰ পৰা আইন লৈ লওক ; আপোনালোকেই সকলো ঘটনাৰ আচল বিচাৰক হওক। মই যদি কোনো ঘটনাৰ প্ৰশ্নৰ ওপৰত কিবা মতামত প্ৰকাশ কৰো তেন্তে আপোনালোকে মোৰ মতামত প্ৰত্যাখ্যান কৰিব পাৰে, আৰু শেষ সিদ্ধান্তত উপনীত হবলৈ আপোনালোকে আপোনালোকৰ স্বাধীন অভিমত পোষণ কৰিব পাৰে।

ফৰিয়াদীৰ ( Prosecution ) পক্ষে কেছটো হৈছে এই,—শনিবাৰে নালিচকাৰী বিংজাং মাৰাকৰ জীয়েক চোনাই চাংমা ঘাৰ্কা হাটলৈ গৈছিল। কিন্তু তাই ঘৰলৈ উভতি নাহিল। ৰবকৈ বিচৰাতো বাপেকে তাইৰ একো গমকে উলিয়াব নোৱাৰিলে। দাছু মাৰাক নামে এজন মানুহে আহি তাক জনালে যে এজনী ট্ৰাইবেল ছোৱালীক চুনাৰী বজাৰত আটক কৰি ৰখা হৈছে। থোমন আৰু আকাঙক লৈ বাপেক বিংজাং চুনাৰী বজাৰলৈ গ'ল। তাত পৰমা বাবু আৰু মোৱাজুমৰ সহায় লৈ আচামী বাহাৰুদ্দীনৰ ঘৰৰ পৰা তাইক উদ্ধাৰ কৰা হ'ল। সোধাত ছোৱালীজনীয়ে ক'লে যে সোণৰ গহনা আৰু টকাৰ লোভ দেখুৱাই আচামী বাহাৰুদ্দীন আৰু বুলবুলে তাইক লৈ আহিছিল। কিন্তু তাই যাবলৈ অমান্তি হৈছিল। তেতিয়া সিহঁতে তাইক জোৰকৈ আনিলে। আচামী বাহাৰুদ্দীনে বিয়া কৰিম বুলি তাইৰ নাৰীত্বৰ ওপৰত হাত দিছিল আৰু তাইৰ ইচ্ছা আৰু অনুমতিৰ বিৰুদ্ধে তাইৰ সতীত্ব নষ্ট কৰিছিল। সেই দুয়োজনে ছোৱালীজনীক তিনি দিনৰ ওপৰ অন্যায়ভাবে আবদ্ধ কৰি ৰাখিছিল। তাইৰ উদ্ধাৰৰ পিছত পৰমা বাবুৰ এখন চিঠিৰে সৈতে দৰ্ছন্ চৌকীদাৰৰ লগত বাপেকে লক্ষীপুৰৰ থানাত এজাহাৰ দিছিল। বাপেক, থোমন আৰু আকাঙে তাইকো থানালৈ নিছিল।

নিম্ন আদালতত এই দুজন আচামীক ৩৬৬ আৰু ৩৪৩ ধাৰা অনুযায়ী দোষী সাব্যস্ত কৰিছিল আৰু তাৰ উপৰিও বাহাৰুদ্দীনক ৩৭৬ ধাৰাত দোষী বুলি বিচাৰ কৰিছিল।............

৩৬৬ ধাৰা জনাৰ আগতে ৩৬১ ধাৰানো কি সেইটো আপোলোকে জনা উচিত।

আইনমতে যিজন অভিভাৱক তেওঁৰ পৰা বলেৰে টানি নিয়া হৈছে ৩৬১ ধাৰা। এই ধাৰাটো হৈছে— পুৰুষৰ ১৬ বছৰৰ কম আৰু নাৰীৰ ১৮ বছৰৰ কম বয়সীয়া কাৰোবাক নাইবা অস্বাস্থ্যমনা কাৰোবাক আইনতঃ অভিভাৱকৰ ৰক্ষণৰ পৰা লৈ যোৱা অথবা ফুচুলোৱাকে ( entice ) আইনতঃ অভিভাৱকৰ পৰা বলেৰে টানি নিয়া ( kidnap ) বোলে। ওপৰত উল্লেখ কৰা অৱস্থাত কিবা দায় হলে ৩৬৩ ধাৰামতে দায়ীজনৰ শাস্তি হ'ব।............

৩৬৩ ধাৰাৰ গভীৰতৰ আইনেই হৈছে ৩৬৬ ধাৰা। বলাৎকাৰ, অথবা কোনোবা এজনী তিৰোতাক বিয়াত সন্মতি দিবলৈ বাধ্য হবলৈ ফুচুলোৱাৰ বাবে শাস্তি বিধান কৰাই হৈছে এই ৩৬৬ ধাৰা। ফুচুলাই

পলুৱাই নিয়াৰ ইচ্ছাই হৈছে এই দায়ৰ প্ৰধান অংশ।.... ৩৬৬ ধাৰাত এইবিলাক পৰে ,—

১। যেই কোনো নাৰী টানি নিয়া বা বলাৎকাৰ কৰা। ইয়াত নাৰীৰ অৰ্থ হৈছে যি কোনো বয়সৰ নাৰী ; কম বয়সীয়া ছোৱালীও ইয়াৰ অন্তৰ্গত।

২। টানি নিয়া বা বলাৎকাৰেই হৈছে, (ক) তাইৰ ইচ্ছাৰ বিৰুদ্ধে কাৰোবাক বিয়া কৰিবলৈ বাধ্য কৰা ; অথবা (খ) অবৈধভাৱে সতীত্ব নাশ কৰাবলৈ জোৰেৰে সন্মত কৰা অথবা তেনে কৰাবলৈ গম পোৱা।............."

জজ ডাঙৰীয়াই এইদৰে অন্যায়ভাৱে আটক কৰা ৩৪০ ধাৰা আৰু সতীত্ব হৰণৰ ৩৭৫ ধাৰাৰ কথা জুৰীসকলক তন্ন-তন্নকৈ বুজাই দিয়ে।

তেখেতে কৈ যায়,—

"ডাঙৰীয়াসকল। এই দুজন আচামীৰ দোষ সম্বন্ধীয় আইনৰ কথা আপোনালোকক বুজাই দিলোঁ। এতিয়া মই আপোনালোকক এওঁলোকৰ কেছ সম্বন্ধে কম,--বিশেষকৈ যি দুটা ধাৰা ৩৬৬ আৰু ৩৪৩—এই দুটাত তেওঁলোক লিপ্ত আছে।

এই দুটা ধাৰামতে তেওঁলোকক দণ্ডণীয় কৰাৰ পূৰ্বতে মই আপোনালোকক জ্ঞাপন কৰিবলৈ এই কেইষাৰ কথা কওঁ,—

(১) সেই ঘটনাৰ সময়ত ছোৱালীজনী অপ্ৰাপ্ত-বয়স্কা আছিল।

(২) এই দুজন আচামীয়ে তাইক তাইৰ ইচ্ছাৰ বিৰুদ্ধে বিয়াত সন্মত হবলৈ বাধ্য কৰাবৰ ইচ্ছাৰে নাইবা বলপূৰ্বক তাইৰ সতীত্ব নষ্ট কৰিবৰ অভিপ্ৰায়ে তাইক লৈ গৈছিল।

(৩) তাইক তিনি দিনতকৈ বেছি দিন অবৈধ-ভাৱে আটক কৰি ৰখা হৈছিল।

প্ৰথমটো অৰ্থাৎ ছোৱালীজনীৰ বয়স সম্পৰ্কে কবলৈ গলে অৰ্থাৎ ছোৱালীজনী প্ৰাপ্তবয়স্কা নে অপ্ৰাপ্তবয়স্কা— এই বিষয়ে তাইৰ বাপেকৰ সাক্ষ্যত আপোনালোকে পাইছে। বাপেকে কৈছে তাইৰ বয়স চৈধ্য বছৰ। তাইক উদ্ধাৰ কৰাৰ পিছতে ডাক্তৰে তাইৰ দাঁতৰ সংখ্যাৰ পৰা পৰীক্ষা কৰি এই মত দিছে যে তাইৰ বয়স চৈধ্য বছৰতকৈ বেছি হব নোৱাৰে। আচামীৰ উকীল ডাঙৰীয়াই আইৰ বাপেকক আৰু ডাক্তৰক এই বয়স সম্পৰ্কে প্ৰশ্ন কৰিছিল। হাড়ৰ কঠিনতা আৰু নানান পৰীক্ষাৰ বিষয়েও বহু প্ৰশ্ন কৰা হৈছিল। সেই আন আন পৰীক্ষাহে আচলতে সঠিক। কিন্তু ডাক্তৰে সেইবিলাক পৰীক্ষা কৰা নাছিল। অৱশ্যে ডাক্তৰে কৈছিল যে এই ঘটনাত দাঁতৰ সংখ্যাই যথেষ্ট। উকীল ডাঙৰীয়াৰ মতে চোনাইৰ বয়স ২৪ বছৰ ; তাই বিবাহিতা আৰু তাই এটি এবছৰীয়া ল'ৰাৰ মাক।...........

এতিয়া চাব লাগিব, তাই অবিবাহিতা সেই সময়ত, কিন্তু সেই ঘটনাৰ পিছত তাই বিবাহিতা আৰু তেতিয়া তাইৰ বয়স আছিল ১২ বছৰৰ পৰা ১৪ বছৰৰ ভিতৰত। ১৭-১-৫০ত পৰীক্ষা কৰোঁতে তাইৰ বয়স ১২ বছৰ আছিল বুলি ডাক্তৰে কৈছিল,—১৪ বছৰ পূৰ্ণ হোৱা নাছিল।...........

আপোনালোকে নিজেই ছোৱালীজনীক দেখিছে। সাক্ষীসকলৰ জবান-বন্দী আৰু আন আন বিষয়ৰ পৰা আপোনালোক যি বুজে—ছোৱালীজনী প্ৰাপ্তবয়স্কা নে অপ্ৰাপ্তবয়স্কা সেই ভাৰ আপোনালোকৰ ওপৰত।

দ্বিতীয়টোৰ বিষয়ে আপোনালোকে চাব লাগিব ৩৬৬ ধাৰাৰ মতে দোষ কৰাৰ ইচ্ছাৰে আচামী দুজনে তাইক সঁচাকৈয়ে নিছিল নে নাই। সাক্ষীৰ জবান-বন্দীৰ পৰা আপোনালোকে জানিবলৈ পাইছে যে এটা শনিবাৰে তাইৰ ঘৰৰ পৰা চুনাৰী হাটলৈ চোনাই ছোৱালীজনী গৈছিল আৰু তাৰ পৰা গহনা আৰু কাপোৰ দিম বুলি এই দুজন আচামীয়ে তাইক ফুচুলাই লৈ গৈছিল। কিন্তু ইয়াত সাক্ষীসকলে এই বিষয়ে কোৱা নাই—যদিও নিম্ন আদালতত (committing court) সেইদৰে কৈছিল। ছোৱালীজনীৰ বাপেকে কয় যে তাই নিজ ইচ্ছাৰে গৈছিল, আৰু তাইৰ সতীত্ব নাশ কৰিবলৈ একো কৰা নাছিল। নিম্ন আদালতৰ হাকিম

চাহাবৰ ওচৰত চোনায়ে কৈছিল যে তাইক জোৰকৈ ধৰি নিছিল, বাহাৰে টানি নিছিল আৰু বুলবুলে ধৰিয়াই ঠেলি আছিল। তাই ভয়ত চিঞৰিছিলও। কিন্তু ইয়াত এই ছেছন কৰ্টত তাইক আচামীসকলে জোৰকৈ ধৰি নিছিল বুলি নকয়। বাহাৰৰ ঘৰৰ পৰা তাইক উদ্ধাৰ কৰিছিল বুলি তাই অস্বীকাৰ কৰে। নিম্ন আদালতত যদিও স্বীকাৰ কৰিছিল তাই ইয়াত বাহাৰৰ দ্বাৰা সতীত্ব নাশ হোৱা বুলি অস্বীকাৰও কৰে। ধৰি নিওঁতে ভয়ত চিঞৰা বুলিও তাই ইয়াত নকয়। ছোৱালীজনীৰ বাপেক আৰু সাক্ষী পৰমা বাবুয়ে কয় যে ছোৱালীজনী নিজ ইচছাৰে গৈছিল আৰু ছোৱালী-জনীয়ে যে আৰু কিবা কৈছিল সেইয়া তেওঁলোকে কেতিয়াও নকয়। হাকিম চাহাবৰ আগত যি কৈছিল, সাক্ষী আকাং মাৰাকে হলে ইয়াত সেইদৰে নকয়। ইয়াত তেওঁলোকৰ জবান-বন্দী বিপৰীত।"

বিপৰীত সাক্ষ্যৰ ওপৰত আস্থা আৰু অনাস্থাৰ বিষয়ে ভালকৈ বুজাই জজ ডাঙৰীয়াই আকৌ কয়,—

"যদি আপোনালোকে প্ৰমাণ পায় যে ছোৱালীজনীৰ বয়স ১৮ বছৰৰ তলত আৰু ৩৬৬ ধাৰাৰ কোনো অভিপ্ৰায় নাথাকিলেও ছোৱালীজনীক আচামী দুজনে লৈ গৈছিল তথাপি তেওঁলোক ৩৬৩ ধাৰামতে দোষী; কাৰণ আইনমতে যিজন অভিভাৱক তেওঁৰ পৰা তেওঁ-লোকে নিছিল। তাইৰ যিমানেই বয়স হওক, তাইক যদি বিয়া কৰিবলৈ বা অসৎভাৱে সতীত্ব নাশ কৰিবৰ অভিপ্ৰায়ে লগত যাবলৈ বাধ্য কৰায়, তেনেহলে ৩৬৬ ধাৰামতে তেওঁলোক দোষী হ'ব। কিন্তু আচামীসকলে কয়, তাইৰ বয়স ১৮ বছৰৰও বেছি। বাকু কমেই হ'ল,—আইনতঃ অভিভাৱকৰ ৰক্ষণৰ পৰা তাই যদি নিজ ইচছাৰে ক'ৰবালৈ যায় আৰু তাৰ পৰা আচামী-সকলৰ লগত কোনো বাধ্য-বাধকতা নোহোৱাকৈ যায়, তেনেহলে তেওঁলোক ৩৬৩ ধাৰামতে কোনো দোষত পৰিব নোৱাৰে।..........

এতিয়া আপোনালোকে চাওক তাইৰ যোৱাত কিবা বাধ্য-বাধকতাৰ প্ৰমাণ পাইছে নে নাই। গহনা কাপোৰ দিয়া বোলাত এনে কিবা প্ৰমাণ পোৱা যায় নে নাযায়।

আচামীসকলে তাইক ঘাৰ্কাৰ পৰা চুনাৰীলৈ সঁচাকৈয়ে নিছে, এনে কোনো প্ৰমাণ নাই বুলি আচামী পক্ষৰ উকীলে কয়। ঘাৰ্কাৰ পৰা চুনাৰী দহ মাইল নিলগত। ইমান দূৰলৈ এজনী ইচছা নথকা ছোৱালীক টানি ঠেলি নিয়া অসম্ভৱ। তদুপৰি হাটৰ কোনো মানুহ নাইবা ঘাৰ্কাৰ পৰা চুনাৰীলৈ বাটত কোনো এজনেও নকয় যে তাইক কোনোবাই টানি নিছে নাইবা ফুচুলাই লৈ গৈছে।

এইটো অৱশ্যে সঁচা যে দাছুয়ে-যিজনে খবৰ দিছিল—তেওঁ চোনাই কোনখন ঘৰত আছিল কোৱা নাই, এতিয়া আপোনালোকে ভাবি চাওক তাইক জোৰকৈ টানি নিছিল, নে তাই এনেয়ে নিজ ইচছাৰে গৈছিল।

এইটোও আপোনালোকে ভাবি চাওক যে যেতিয়া চোনাইক উদ্ধাৰ কৰা হৈছিল, তাৰ তিনি-চাৰিদিন আগৰে পৰা চহৰত নাছিল। যিসকলে তাইক আনি-বলৈ গৈছিল তেওঁলোক এখন ঘৰৰ বাহিৰত আছিল আৰু এজন আব্দুল মজিদে ঘৰৰ ভিতৰত সোমাই তাইক উলিয়াই আনিছিল। আচামী পক্ষৰ উকীলে কয় যে তাইক কলমজান চেৱাৰ ঘৰত ৰখা হৈছিল—সেই ঘৰখন বাহাৰৰ ঘৰৰ কাষতে আছিল। কিন্তু এই আব্দুল মজিদক পৰীক্ষা কৰা হোৱা নাছিল, আচামী পক্ষৰ উকীলে প্ৰশ্ন কৰাত ছোৱালীজনীয়ে উত্তৰত কৈছিল যে—আচামীসকলে গহনা-কাপোৰৰ লোভ দেখুৱাই তাইক ফুচুলাই অনা নাছিল। তাই এজন কছাৰী মানুহৰ লগতহে চুনাৰীলৈ আহিছিল; সেই আচামী দুজনৰ লগত অহা নাছিল। আব্দুল মজিদৰ ঘৰত তাই আহাৰ গ্ৰহণ কৰিছিল।

অন্যায়ভাৱে আটক সম্বন্ধে সাক্ষীৰ জবান-বন্দী ইমান স্পষ্ট নহয়। এই জবান-বন্দীৰ মতে ছোৱালী-জনীক দুৱাৰ বন্ধ কৰি আটক কৰা হৈছিল। এজা-হাৰৰ মতে ছোৱালীজনী ৭-১-৫০ তাৰিখে হাটলৈ

গৈছিল আৰু ছোৱালীজনীক উদ্ধাৰ কৰাৰ পিছত ১৬-১-৫০ তাৰিখে এজাহাৰ দিয়া হৈছিল। শনি-বৰীয়া হাটৰ পিছৰ সোমবাৰেহে উদ্ধাৰ কৰা হৈছিল বুলি বাপেক ৰিংজাওৰ জবান-বন্দীয়ে কয়। পৰমা বাবুয়ে কয়—সোমবাৰে নে ধাব্‌কা হাটৰ পিছদিনা তেওঁ কব নোৱাৰে। ধাব্‌কা হাটৰ ৩।৪ দিনৰ পিছত হব পাৰে বুলি তেওঁ কয়। আপোনালোকেই বিচাৰ কৰক তাইক কিমান দিন আটক কৰা হৈছিল। যদি ছোৱালীজনীক তিনি দিনৰ বেছি অন্যায়ভাবে আটক কৰা নাছিল বুলি সাক্ষীসকলৰ জবান-বন্দীত কিবা প্ৰমাণ পায় তেন্তে আচামী দুজনৰ ৩৪৩ ধাৰামতে কোনো মতেই শাস্তি বিধান কৰিব আপোলোকে নোৱাৰে।

৩৬৬ আৰু ৩৪৩ ধাৰামতে আচামী দুজনৰ প্ৰত্যেকৰ বিপক্ষে সাক্ষ্যৰ বিচাৰ আপোনালোকে কৰক। সাক্ষীৰ মতে দুজনেই ছোৱালীজনীক নিছিল। বাহাৰে টানিছিল আৰু বুলবুলে ঠেলিছিল। যদি আপোনালোকে বিশ্বাস কৰে যে দুজনেই বাধ্যত পেলাই তাইক নিছিল, তেনেহলে দুয়োজনেই ৩৬৬ ধাৰামতে দোষী সাব্যস্ত হ'ব। বুলবুলৰ বিপক্ষে সাক্ষ্যৰ জোৰ কম। সি দোষী নহবও পাৰে। অন্যায়ভাবে আটক কৰাৰ সম্পৰ্কে বুলবুলৰ বিষয়ে আমি বিচাৰি নাপাওঁ। সাক্ষীৰ মতে বাহাৰৰ ঘৰতহে তাইক পোৱা গৈছিল। আপোনালোকে যদি বিশ্বাস কৰে যে বাহাৰে তাইক অন্যায়ভাবে আটক কৰিছিল, তেন্তে ৩৪৩ ধাৰামতে বাহাৰৰ দোষ হ'ব। বিচাৰ কৰক আপোনালোকে।"....

এজাহাৰৰ বৈধতা অবৈধতাৰ বিষয়ে বুজাই জজ ডাঙৰীয়াই কৈ যায়,—

"এতিয়া সতীত্ব নাশৰ বিষয়লৈ অহা যাওক। আচামী পক্ষৰ উকীল ডাঙৰীয়াৰ মতে এই সম্পৰ্কে কোনো সাক্ষী নাই,—আনকি ৰিংজাং, আকাং আৰু পৰমা বাবু এওঁলোকে উদ্ধাৰ কৰাৰ পিছতো এই সম্পৰ্কে কোনো উল্লেখ নাই। ধুমেনক পৰীক্ষাই কৰা নহ'ল। অৱশ্যে নিম্ন আদালতত ছোৱালীজনীয়ে কৈছিল যে—বাহাৰে তাইৰ সতীত্ব নষ্ট কৰিছে। কিন্তু ইয়াত—তাই অস্বীকাৰ কৰে। আনকি বাহাৰৰ লগত তাই শোৱাও নাই। তাই কয় যে তাই বেলেগ ঘৰত শুইছিল। যদি আপোনালোকে তাইক বিশ্বাস কৰে, তেন্তে তাইৰ আগৰ জবান-বন্দীটোকে প্ৰমাণ স্বৰূপে গ্ৰহণ কৰিব পাৰে। ডাক্তৰে যেতিয়া তাইক পৰীক্ষা কৰিছিল,—তেওঁ কৈছিল যে দহ দিনৰ আগত তাইৰ সতীত্ব নাশ কৰা হৈছে।.........

তাইৰ কাপোৰ-কানি হলে পৰীক্ষা কৰি চোৱা হোৱা নাই। এইটোও আপোনালোকে মন কৰিব—তাইক উদ্ধাৰ কৰা দিনৰে পৰা এজাহাৰ দিয়া দিনলৈকে তাই এই সম্পৰ্কে একোৱেই কোৱা নাছিল। তথাপি পিছত বাহাৰৰ দ্বাৰা তাইৰ সতীত্ব নাশ কৰাৰ উল্লেখ বাৰে বাৰে পোৱা যায়। আকাঙে যেতিয়া কৈছিল যে বাহাৰ আৰু বুলবুলে তাইৰ সতীত্ব নষ্ট কৰিছে, তেতিয়াহে তাই কৈছিল যে—বাহাৰেহে তাইক তেনে কৰিছিল।........

এইটোও চাব, উদ্ধাৰৰ পিছতো ছোৱালীজনী আচামীসকলৰ তাত আকৌ গৈছিল আৰু তেওঁলোকে তাইক থানাত চমজাই দিছিল। এইটোৱেই দেখুৱায় যে তাইৰ তেওঁলোকৰ তালৈ যোৱাৰ অভ্যাস আছে।....

ডাক্তৰৰ সাক্ষ্য আৰু আন আন সকলৰ ওপৰত নিৰ্ভৰ কৰি আপোনালোকে বিচাৰ কৰিব। কেৱল ছোৱালীজনীৰ কথাতে শেষ সিদ্ধান্তলৈ নাহিব। ই বৰ সাংঘাতিক কথা যদি তাইৰ জবান-বন্দীৰ ওপৰত ভৰসা কৰি আপোনালোক এটা সিদ্ধান্তলৈ আহে। যদিও আহে তেন্তে চাব সেইজন কোন—বাহাৰ নে আন কোনোবা। তাইৰ কথা সঁচা বুলি ভাবিলে আপোনা-লোকে যি বিচাৰ কৰে সেয়ে ঠিক হ'ব। তাইৰ যদি চৰিত্ৰ বেয়া বুলি আপোনালোকে ভাবে, তেন্তে তাইৰ জবান-বন্দী ওফৰাই পেলাব পাৰে।........

অৱশেষত আপোনালোকে বিচাৰ কৰক—ছোৱালী-জনীৰ বয়স ১৮ বছৰৰ কম হয় নে নহয়। তাইৰ ন্যায়তঃ অভিভাৱকৰ পৰা আচামী দুজনে নিছিল নে

নাই, তাইক বিয়া কৰিবলৈ তাইক লগতে যাবলৈ বাধ্য কৰা হৈছিল নে নাই,--তাইৰ সতীত্ব নাশ কৰিবলৈ জোৰকৈ টানি নিছিল নে নাই।......যদি এনে ইচ্ছা থকা আপোনালোকে পায় তেন্তে দুয়ো অথবা যেই সেই এজনে ৩৬৬ ধাৰামতে শাস্তি পাব, আৰু তেনে ইচ্ছা থকা যদি নাপায়, তেন্তে দুয়ো বা যেই সেই এজনে ন্যায়ত: অভিভাৱকৰ পৰা নিয়াৰ কাৰণে ৩৬৩ ধাৰামতে শাস্তি পাব। আৰু বাহাৰৰ দ্বাৰা অন্যায় আটক আৰু সতীত্ব নাশৰ বিষয়ে আপোনালোকে বিচাৰ কৰক তেওঁ দোষী হয়নে নহয়।

এতিয়া আপোনালোক যাব পাৰে। বিচাৰ কৰক--কি ৰায় দিয়ে ঠিক কৰি আহক।

আপোনালোক সৰ্বসন্মতিক্ৰমে ৰায় দিবলৈ চেষ্টা কৰিব।"..................

দুপৰীয়া ১২টা ১৫ মিনিটত জুৰীসকল উঠি যায় আৰু ১টা বজাত ছেছন কোৰ্টত তেওঁলোকৰ ৰায় ঘোষণা কৰে।

জজে কয়--"আপোনালোক একমত নে?"

"হয়"--জুৰীৰ ঘাইজনে উত্তৰ দিয়ে।

"কি ৰায় ঠিক কৰিলে?"

জুৰীৰ ঘাইজনে কয়,--"আমি বুলবুলক খালাচ দিলো। ৩৬৩ ধাৰামতে বাহাদ্দীন দোষী বুলি আমি সকলোৱে একমত হৈ ৰায় দিলো।"........

১৯৫২ চনৰ আগষ্ট মাহৰ ৩০ তাৰিখে ৩৬৩ ধাৰামতে বাহাদ্দীনৰ দুবছৰ সশ্ৰম কাৰাদণ্ড হয়।

তেওঁ ধুবুৰী জেলত।........

## অজ্ঞাতবাসৰ কথা

### ক্লিক! ক্লিক!! ক্লিক!!!

ক্লিক্। ক্লিক্!! ক্লিক্!!!......

কেনে মাত?..........

মাত?......ভাল লাগে কিছুমানৰ।

পথাৰত তিনিটা ছুঁয়া মূৰতি, চলচলীয়াকৈ গৈ আছে যম দূতৰ দৰে।......গতায়ু ধনতন্ত্ৰবাদক ধ্বংস কৰাই সিহঁতৰ পণ।.........

ক্লিক্! ক্লিক্!! ক্লিক্!!!

পাছৰ দুজনৰ কান্ধতে সজাই ওলমি থকা 'ষ্টেন গান'ৰ শব্দ........শৰীৰৰ হেলেপনিৰ তালে তালে উঠে ক্লিক্। ক্লিক্!! ক্লিক্!!! আকাশ, চোতালত জোন জিলিকে। অ'ত ত'ত কৰবাত সিচঁৰতি হৈ পৰি থকা ৰূপৰ টকাৰ দৰে তৰাবোৰে তিৰবিৰায়।........ কোনোবা কুবেৰৰ বৰ্দ্ধিত মূলধনহে যেন গাদীত সিচঁৰতি হৈ পৰি আছে।

চ'ত মাহ।......জোনোৱালী নিশা।........গোটেই জগত ৰূপোৱালী, মাজত ৰমক্-জমক্।........এনে জোনাকৰ কাৰণে ধনী-গৰীব নাই, এই জোনাক সকলোৱে ভোগ কৰে।......জগতৰ সকলোৰে কাৰণে জোনাকৰ সৃষ্টি।........ধনী-দুখীয়া বুলি কোনো কথা নাই।........

......আগৰজন বিপ্লৱী নেতা।......লগৰ দুজন তাৰ সহচৰ, কম্ৰেড্।........বিপ্লৱী অধিনায়কজনক ধৰিবলৈ চৰকাৰে বলিয়া কুকুৰৰ দৰে ৰাইজৰ মাজত জঁপিয়াই পৰিছে।........যাকে-তাকে কামুৰিছে ....বহুতো নিৰ্দোষীৰ জেল-ফাটেক।......চৰকাৰৰ ক'লা আইন--"জন-নিৰাপত্তা আইন,--" নিদাৰুণ। এই আইনৰ বলত ৰাইজ অলা-কলা। ৰাইজৰ আলই-বিলৈৰ সীমা নাই।

তিনিও যমদূতৰ দৰে ধনতন্ত্ৰবাদৰ হিয়া-আমঠু ছিঙিবলৈ আগুৱান......সৰ্বহাৰাৰ মুক্তিকামী বিপ্লৱ পথৰ যাত্ৰী,........নিৰ্ভীক।........পথাৰৰ পিছতে আলি, সৰু অকীয়া-পকীয়া আলি।......পিছত হাবি।......জুই "আকাশ ৰঙা।......ধন কুবেৰৰ সিচঁৰতি হৈ থকা টকাৰ দৰে ৩টা মোৰৰ তিৰবিৰণি ক্ষীণ-আভাহীন।...... জোনৰ জেউতি মলিন।......কাষত জুই ৰঙা আকাশ। জুইত ছাই হৈ যোৱা হাবি-বননি।......ধুমুহাৰ দৰে জুইৰ সোঁ-সোঁৱনি......বিপ্লৱৰ সোঁ-সোঁৱনি বিপ্লৱীৰ দাবানল।....দাবানল! দুয়ো কাষে লেলিহান অগ্নি শিখাই হাবি-বননিৰ ঠাল-ঠেঙুলি গ্ৰাস কৰি আগুৱায়।

অগনিৰ গৰাহৃত পৰি গছ্‌ গছনি ধ্বংস হৈ যায় এটা এটাকৈ।........বিপ্লৱী পথৰ যাত্ৰী কম্‌ৰেড্‌ তিনিজনও জুইৰ মাজেদি সৰু আলিয়েদি আগবাঢ়ে, বীৰদৰ্পে আগুৱায়।......সিহঁতৰ গতি দুৰ্বাৰ, সহ পিত মন ঝঞ্ঝা বিজয়ী।..........

অগনিৰ পোহৰত এই তিনিটা ছয়া মূৰতি জিলিকি উঠে।........তিনিও যমৰ দৰে ৰঙা হৈ ভীষণ হয়। তিনিও অগ্নিৰ স্ফুলিঙ্গহে, অগনিৰ ফিৰিঙটি।........

অধিনায়ক জন, দীঘল, আকাশ চুমা ভাবনাৰ দৰে ওখ, বুকু বহল সৰব-বহৰ আদৰ্শেৰে ওফন্দি উঠা ৰহঘৰা।—বিপ্লৱৰ পুঞ্জীভূত ধুমুহাৰে ভৰা জোলোঙা-বীৰদৰ্পে আগুৱায়।........পাছে পাছে যায় তাৰ সহচৰ দুজন কম্‌ৰেড্‌। কান্ধত ওলমি থকা "ষ্টেন-গান" জুইৰ পোহৰত জিলিকি উঠে, ধুমুহাৰ আগ জাননী দিয়া বিজুলীৰ দৰে চিক্‌মিকায়।........

জুই ৰঙা আকাশ......ছাই হোৱা জ্বলি ভস্ম হোৱা হাবিয়নি পাছ পৰে।......

......তিনিওৰে পিঠি ৰঙা হয়।......তিনিও বীৰদৰ্পে আগুৱায়।......মাজে মাজে ভৰিৰ খোজে খোজে ৰঙা পিঠিত ওলমি পৰা ষ্টেনৰ শব্দ হয়—ক্লিক্‌। ক্লিক্‌!! ক্লিক্‌!!!........তিনিও গৈ থাকে।......আলিৰ এটা ভাঁজ। জ্বলা জুই নেদেখা হয়। জুই ৰঙা আকাশ তেও জিলিকি থাকে।......ক্ষণ ভাবে তিৰবিৰায় তৰাবোৰে। বগী জোনেও জুইৰ তাপত ৰাঙলী হৈ থমকি ৰয়।...... বহু দূৰৈত।......তিনিও যেন জীৱন্ত মৃত্যুৰ ছাঁ......গৈ থাকে।......মৰণৰ গৰাহৃত পৰি ধনতন্ত্ৰবাদে কালৰ কোলাত কঁপি উঠে। ফেঁচাৰ কিৰিলি, যেন মৃত্যুৰ যম ডকিনীৰ বিকট হাঁহি আঁতৰত।........গাৰ নোম শিয়ঁৰি উঠে। ফেঁচাৰ কিৰিলি, যেন মৃত্যুৰ হিয়া-ছিঙা পৰিহাস।........তিনিও নিৰ্ভীক,......চলন্ত জীৱন্ত কৰাল-মূৰতি, বিভীষিকাময় মৃত্যুৰ ছাঁ।........সন্মুখত নৈ কপহী।......ৰূপালী জোনৰ ৰূপোৱালী ৰহেনেৰে ৰহনোৱা জিলমিলীয়া পানী বুকুত লোৱা নৈ কপহী। চ'তৰ খৰেও পানী শুকুৱাবলৈ অপাৰগ,—ধনতন্ত্ৰবাদৰ শোষণে আজিও দুখীয়া শ্ৰেণীৰ অন্তৰৰ পৰা মনুষ্যত্বৰ অমৃত ৰস শুহি নিঃশেষ কৰিব নোৱাৰাৰ দৰে।..........

........পানী প্ৰচুৰ, প্ৰচুৰ ৰ'দ বতাহ, ৰৰষুণ প্ৰচুৰ। এই প্ৰাচুৰ্য্যৰ মাজত পানীৰ বাবে মানুহৰ কোনো দাৰিদ্ৰ্য নাই।......হাই-কাজিয়া নাই, চুৰি-ডকাইতি, ঠগ-বাজী, জুলুম একোৱেই নাই। টেক্স নাই, খাজনা নাই, চোৰাং কাৰবাৰ নাই।........পানী প্ৰচুৰ, প্ৰচুৰ।

স্বচ্ছ-সলিলা কপহী।....ফটিকৰ দৰে ফট্‌ফটীয়া পানী।......নিশা জোনাৰ জিলিকনিতো, পানীৰ তলীত বিধে বিধে শিল দেখা যায়।......আইনাৰ দৰে পানী ঠিক যেন বিপ্লৱী কম্‌ৰেড্‌ সকলৰ দ্বন্দ্ববাদ-জ্ঞান-সম্পদ ফট্‌ফটীয়া অন্তৰহে।.....জোন-বিড়ীৰ দৰে এফাল জোন, আকাশত ৰূপালী জেউতিৰে জিলিকা।......এই জোনাই, তাইৰ কোনো নিজত্ব নাই। পৃথিৱীৰ গৰ্ভৰ পৰাই তাইৰ জন্ম,—পৃথিৱীৰ জ্যোতিসে জ্যোতিষ্মতী, ভাস্কৰৰ আভাদীপ্তিৰে দীপ্তিময়ী।..... ...পুঁজিবাদী সমাজত হালোৱা-হজুৱা-বনুৱা আৰু তল-মজলীয়া খলপৰ দুখীয়া শ্ৰেণীৰ জীৱনেৰে উজ্জীৱিত শোষক শ্ৰেণীৰ দৰে পৰ-শ্ৰমজীৱিনী এই জোনাই।..........মাটিৰ পৃথিৱীৰ এই তিনিজন কম্‌ৰেড্‌ পানীত নামে।......কপহীয়ে সিহঁতৰ ক্লান্ত চৰণ পূত সলিলেৰে ধৌত কৰে।........ক্লান্তি শ্ৰান্তিৰ মাত্ৰা কমে।......নৈয়ে চেনেহেৰে সিহঁতৰ ভৰি পখালে।......বীৰ পূজা।......

কৰঙনলৈকে পানী।......ৰূপালী পানী উলাহত কঁপি উঠে। জিলিঙণিৰ খলকনি উঠে। এটা চন্দ্ৰৰ বিম্ব বহুধা প্ৰতিবিম্বিত হয়,—এজন কাৰ্ল-মাৰ্ক্সৰ এটা অন্তৰত এটি আদৰ্শ জিলিকাৰ পাছত, কোটি কোটি বিপ্লৱী মুক্তিকামী নৰ-নাৰীৰ অন্তৰ আইনাত সেই আদৰ্শৰ বহু ছাঁ প্ৰতিফলিত হৈ জিলিকাৰ দৰে।.... নৈ পাৰ হয় তিনিও।......আকৌ মাটি।......তিতা ভৰি ধূলিৰে লেটিয়াই নৈ মাটিয়ে তিনিজনকে আদৰে-সাদৰে।......সিহঁত গৈ থাকে।......দুজন কম্‌ৰেড্‌ ষ্টেন-গানৰ ক্লিক্‌ ক্লিক্‌ শব্দৰ ছেৱে ছেৱে তালে তালে গাই যায়,—

"বিপ্লৱী পথৰে যাত্ৰী আমি
সৰ্ব্বহাৰাৰে মুক্তি কামী
চূৰ্ণ কৰিম আমি সংগ্ৰামী
দৰ্প-ধনীৰ পণ-আমাৰ—।
হুচিয়াৰ! হুচিয়াৰ!!
ধনী মহাজন-জমিদাৰ
হুচিয়াৰ! হুচিয়াৰ!!.........."

......এখন গাওঁ।......গাৱঁৰ মাজেদি তিনিও যায়। কোনোবা পঁজাত কেচুৱাই কান্দি উঠে,—কোনোবা পঁজাৰ পৰা কাৰোবাৰ কাহৰ ঘুৰ্ঘুৰণিৰ শব্দ আহে। এই সমাজত গাৱঁলীয়া—পশু।

দুখীয়া খেতিয়কৰ ভগা-পঁজাৰ ভিতৰত সি এক কৰুণ দৃশ্য।......ধনী-বাবুহঁতৰ দৃষ্টি আৰু অন্তৰত অগোচৰ এই দৃশ্য। বিপ্লৱী অধিনায়কজনৰ মুখত এটা প্ৰতিহিংসা প্ৰতিশোধৰ ভাব জাগি উঠে। সি সুদৃঢ় হয়।......ককালত গুজি থোৱা ৰিভলভাৰৰ 'গ্ৰিপ'ৰ ওপৰেদি সি তাৰ সৰল হাতখন বুলায়।

........কম্‌ৰেড দুজনে গায়।—

"শেষ যুদ্ধৰ আমি ৰণুৱা
পৃথিৱীৰ হালোৱা-বনুৱা
হম বিজয়ী আমি দুখীয়া
ক'ত ৰবি ধনী এইবাৰ?........
হুচিয়াৰ! হুচিয়াৰ!!
ধনী-মহাজন-জমিদাৰ
হুচিয়াৰ! হুচিয়াৰ.........."

........"লঙ্কা ক'ত-ক'ত?"........"ৰতন-পুৰত"—মুগীৰ মাত।........অমাত পখীৰ মাততো আজিও বিৰিঙি উঠে শোষক ৰাৱণ-ৰাক্ষসৰ নিৰ্ম্মম শোষণৰ শেষ পৰিণতি ৰত্ন পুৰী স্বৰ্ণ-লঙ্কা।......সেই যুগতো সামন্ত ৰজাৰ শোষক শ্ৰেণীৰ স্বৰ্গীয়, শোষিত প্ৰজাবৃন্দ ভূদাসহঁত পশুৰ দৰে অসভ্য, বৰ্ব্বৰ, হতভাগ্য। সেই নিৰ্দ্দয় শোষণৰ দুঃখময় নিৰ্ম্মমতা বিষাদপূৰ্ণ কাহিনী সুঁৱৰি-শিয়ৰি উঠা পখীৰ কেনে কৰুণ হিয়াভেদী আৰ্ত্তনাদ আজিও।..............

আকাশত জোন নাই। তৰাবোৰও ক্ষীণ। কেৱল পুৱঁতী তৰা পথবাজ পাথৰৰ দৰে উজ্জ্বল।..........
সাম্যবাদৰ আদৰ্শ উজ্জ্বল,-নিৰ্ম্মল।......

দূৰৈত এটা ঘন ক'লা শাৰী।........পথাৰত শিলৰ দৰে টান চপৰাবোৰ।......ভৰিৰ তলুৱা চেক্‌চেকায়।.... বিপ্লৱৰ পথত এনে কাঁইটীয়া বাধা।......'ষ্টৈন' ৰেচিকৈহে বাজে,—ক্লিক্! ক্লিক্!! ক্লিক্!!! দূৰৈৰ ঘন ক'লা শাৰীৰ কাষ চাপে তিনিও। সেই শাৰী অগ্ৰগতিৰ লগে লগে ডাঙৰ হয় ক্ৰমান্বয়ে। গছ-গছনি ছাঁয়াৰ দৰে বিৰিঙি উঠে। দুই এটা পঁজাও দেখা যায়।

এখন গাওঁ।.......গাৱঁৰ ভিতৰলৈ তিনিও সোমায় পচিম ফালৰ আলিয়েদি পূবমুৱা হৈ। অলপ দূৰতে তিনি আলি। কম্‌ৰেড এজনে উত্তৰমুৱা আলিয়েদি আগবাঢ়ে। দুয়ো তাৰ পিছে পিছে যায়। সোঁহাতে এটা ঘৰৰ পদূলিয়েদি সোমাই চোতালত থিয় দিয়ে।......

কুকুৰবোৰে ভুকে। ভুক্‌ভুকনিত একো শুনা নাযায়। দুই-এটাই কামুৰিবলৈ খেদি আহে—কুকুৰৰ জাত।......"কম্‌ৰেড! কম্‌ৰেড!!"—এজনে চিঞৰে।.... কুকুৰৰ ভুক্‌ভুকনিৰ বিৰাম নাই।......চৰকাৰৰ দৰে ভুক্‌ভুকনি, মিতুৰ নাই, শতুৰু নাই যাকে-তাকে ভুকে। আজিৰ দুৰ্ব্বল উন্মাদগ্ৰস্ত গৱৰ্ণমেণ্ট, পগলা, বলিয়া চৰকাৰ।......এই কুকুৰ চোকা নহয়। ভতুৱা।...... এয়েই দোষ, এয়েই গুণ। ভতুৱা কুকুৰ এনেকুৱাই। "ভুক্-ভুক্-ভুক্!"—ভুক্‌ভুকনিৰ জাউৰি। "চুঁক্-চুঁক্-চুঁক্"......। কম্‌ৰেড এজনে শান্ত কৰে, ভুক্‌ভুকনি শাম কাটে অলপ। ভতুৱা কুকুৰৰ জাতটোৱেই তেনে, সহজে শতুৰুৰও বশ হয়।

"কম্‌ৰেড!" এজনে চিঞৰে।

আকৌ ভুক্‌ভুকনিৰ উজাৰ।........পঁজা ঘৰৰ ভিতৰত চাকি জ্বলি উঠে। দুৱাৰ খোল খায়।...... কোনোবা এজনে দুৱাৰ মুখত থিয় দিয়ে।........সি ওলাই আহে,......"ধু-ৰ্-ৰ্!" সি ধমক দিয়ে। কুকুৰহঁত পিয়াপি ওচৰ চাপি সি তাৰ মুখখন সেই তিনিজনৰ মুখৰফালে আগুৱাই নি জুমি চায়।

"আমি,—কম্‌ৰেড।"......

"অ"—বুলি সি আন এখন পঁজা ঘৰলৈ সিহঁতক লৈ যায়,—চাঙৰ অঁকাৰ ওপৰেদি তক্তা পাৰি দিয়ে। বহিবলৈ কয়।......তিনিও এক্কাৰত খেপিয়াই খেপিয়াই বহে।......ডেকা গৃহস্থ ওলাই যায়........ছাগলীৰ মুতৰ গোন্ধ। পঠাৰ গাৰ নোমেদি ওলোৱা গোন্ধ,......এক অদ্ভুত উৎকট মনোহাৰী গোন্ধ। মাজে মাজে পঠা ছাগলীহঁতৰ এন্ধাৰত ছট্‌ফট্‌নি। এনে পৰিস্থিতিও সহনীয়; তথাপি গতায়ু গেলা ধনতন্ত্ৰবাদৰ পঁচা গোন্ধ আৰু দুৰ্ব্বল ধনিক চৰকাৰৰ স্বেচ্ছাচাৰী কেচিজ্‌মৰ ছট্‌ফট্‌নি অসহ্য।

......পুৱৰফালে আকাশত কেঁহজালি।........গৃহস্থৰ ঘৰত হাঁহ-কুকুৰাৰ মাত,......বন্ধনৰ পৰা মুক্তি পাবলৈ তীব্ৰ হাবিলাস।......পচিমৰ ঘৰৰ দুৱাৰ খোলাৰ শব্দ হয়।......ক'লা চিয়াহী সনা মৰাপাটৰ জুটলীৰ দৰে চুলি মেলি এজনী-দুজনী নিজ নিজ ঘৰৰ ভিতৰৰ পৰা ওলাই আহে। চুলি আউল জাউল।......চকু আবেশময়। বুকুত মেখেলা ওলমা বস্তাৰ দৰে "দখ্‌না-মেখেলা।" কোনোমতে আলফুলকৈ ওলোমা।........এজনী তিৰুতাই সেই উৎকট গোন্ধ থকা ঘৰৰ ভিতৰৰ মজিয়াত তিনি লোটা পানী ভৰি ধুবলৈ থৈ যায়। তাই সেই ডেকা-জনৰে ঘৰৰ (মৈণী) ঘৰিণী। হাঁহ-কুকুৰাৰ মাত, উলহ-মালহ, মুকুতিৰ উলাহত উখল-মাখল। বেচেৰা-হঁতে নাজানে, এই মুকুতি বন্ধনৰ কাৰণেহে মুকুতি, সিহঁতৰ স্বাস্থ্য-জীৱনৰ কাৰণেহে মুকুতি।......হয়তো কাৰোবাৰ জীৱনেই যাব অতিথি সৎকাৰৰ কাৰণে নাইবা গৃহস্থৰ নিজৰ পেট-পূজাৰ কাৰণে।

"কিৰ্‌-কিৰ্‌-কিৰ্‌"......। বয়সিয়াল তিৰোতা-গৰাকীয়ে এটা দোনাত ধান লৈ চোতালত ছটিয়ায়। চোতালত হাঁহ-পাৰ-কুকুৰাৰ দল-দোপ্‌ হেন্‌দোল-দোপ্‌।.... কাৰখানাৰ বনুৱা শ্ৰমিকক মজুৰী দি বচাই ৰখাৰ দৰেই ইও খেতিয়কক কিছুমান নিজৰ পো-পোৱালীৰ জীৱনৰ কাৰণে ৰাখি বাকীখিনি তুহি নিয়াৰ দৰে ই-ও।........ই এবিধ ধনতান্ত্ৰিক আইন আৰু কৌশলৰ ব্যৱস্থাহে, শোষণ-বাদৰ শোষণ-নীতিৰ অদ্ভুত কলা-কৌশল; শোষণকাৰীৰ নিষ্ঠুৰ, নিৰ্দ্দয় পৈশাচিক দয়া।

ডুৰা-ভেঁৰা এবিধ ঘৰচীয়া জন্তু। সেই জাত জন্তু পচিম-ভাৰত নাইবা পচিম পাকিস্তানৰ মানুহে ৰবকৈ পোহে, আদৰ কৰে, যতন কৰে। গৃহস্থৰ মৰম পাই অন্তৰে ভাবে গৃহস্থ বৰ মৰমিয়াল। ডুম্বাৰ নেজডাল এচপৰা মঙহহে। সেই মঙহ চপৰা কাটিলে, আকৌ মঙহ বাঢ়ি যায়। এইদৰে গৃহস্থই সেই নেজৰ ফালৰ মঙহ চপৰা কাটি যায়। এনে স্বাৰ্থৰ বাবে গৃহস্থই ডুম্বাক যতন কৰে; আদৰ কৰে। মঙহ শেহত নাবাঢ়িলে জন্তুটোকে মাৰি খোৱা হয়। বনুৱাৰ প্ৰতি মালিকৰ, খেতিয়কৰ প্ৰতি জমিদাৰ, মহাজন, চৰকাৰৰ দয়া-মৰম-চেনেহও এনে নিষ্ঠুৰ, এনে নিৰ্দ্দয়। গৃহস্থৰ হাঁহ-কুকুৰালৈ এনে লেবেলা মৰম।........তিনিও পঁজা-টোৰ বাজ হৈ তৰি পখালে। অধিনায়কজনে ফটা 'চেণ্ডেল' পিন্ধি আকৌ ঘৰৰ ভিতৰলৈ সোমায়।

গৃহস্থজনে ইতিমধ্যে চাঙৰ ওপৰত বিছনা পাৰি সজাই থয়। ঘৰিণীয়ে এটা গাৰু আনি শিতানত ঠিককৈ থৈ গুচি যায়।

"জিৰাওক,"—ডেকাজনে মাত দিয়ে।......

বিপ্লৱী নেতাজনে তাৰ দুমোনীয়া শৰীৰ সেই চাঙৰ ওপৰত পেলায়। চাঙখন মেটমেটায়। মুখত মিচিকীয়া হাহিঁ। ক্লান্তিৰ লেশমাত্ৰ নাই। নিদ্ৰা-বিহীনতাতও সি অকাতৰ। সি অক্লান্ত দুৰ্দ্দান্ত দুৰ্জ্জয়।

"বলিয়া কুকুৰৰ দৰে পিছে পিছে লাগি থকা সেই কুকুৰহঁতৰ পৰা মোৰ জিৰাবৰ আজৰিয়েই বা ক'ত?" কোৱাৰ লগে লগে যেন জুইৰ আও তাৰনি মুখৰ পৰা সৰি পৰে। চকুযোৰৰ পৰা অগনিৰ ফিৰি-ঙতি ছিটিকি পৰে।

এজন কম্‌ৰেডে কয়,—"কম্‌ৰেড। চাহ?"

"হ'ব হ'ব......জাৰী!" ডেকা গৃহস্থজনে তাৰ মৈণীয়েক আৰীক চাহ গৰম কৰিবলৈ আদেশ দিয়ে।

এজনী বুঢ়ী। তাই ডেকাজনৰে বুঢ়ীমাক। হাতত খোটা বাঢ়নী লৈ তাই ভিতৰলৈ সোমাই আহে।

পঠা ছাগলী আকৰ যেদি তাই ঘৰৰ ৰজিয়া সাবে। ছাগলীৰ লেদা ধুলি পৰিষ্কাৰ কৰি দিয়ে। মুতৰ উৎকট গোন্ধ বিয়পি পৰে। তাতো শান্তি।

নীল। ডেকাজনৰ নাম। সি আধীৰ পিৰিয়েক কাৰণে সকলোৱে তাক আধা বোলে। আধা নামেৰে সি দলত পৰিচিত। "আধা" বড়ো শব্দ—মানে অজলা মূৰ্খ। আধা পাতল, চতুৰ, বুধিয়ক, সাহসী। সেই গাঁৱৰ সকলো ডেকা তাৰ অধীনত। গাঁৱৰ ডেকাদলৰ সি নেতা-নায়ক। সি উৎসাহী, তাৰ উদ্‌গনিতে গাঁৱত ভাল ভাল বাট, ঘাট, বেণ্ড-পাৰ্টি, যাত্ৰাদল কত কি গঠন-সংগঠন।........সি ডেকা দলৰ, ডেকা দল তাৰ।

ঢেঁকীশাল।......ঢেঁকীশালৰ পৰা অনবৰত শব্দ উঠে। আইনৰ খুৰলিত ৰাইজ হেন ধান শোষণৰ ৰ'দত শুকুৱাই শাসনৰ ঢেঁকীৰে খুন্দাৰ দৰে ঢেঁকীয়ে ধান বানি যায় অবিৰতভাৱে। ধনিক-শ্ৰেণীৰ উদ্‌গনিত সেই আমোলা মন্ত্ৰীহঁতে শ্বিলং ঢেঁকীশালত ধান বানে। ঢেঁকীশালত গাভৰু জীয়াৰী বোৱাৰীহঁতে ধান বনাৰ দৰেই। ক্লিক্, ক্লিক্ ক্লিক্। ষ্টেনগান দুটা বাজি উঠে। দুজন কম্‌ৰেডে 'ষ্টেনগান' দুটাৰ লেটু সোলোকাই কটা-কানিত মেৰিয়াই থয়। বাঁহ চুপাৰ আগলি বেলিৰ জিলিকনি সানি কিছু হেঙুলীয়া হয়।........শোষিতৰ ৰক্তপতাকা কৃষক-বনুৱাৰ ৰঙা বিজয় নিচানৰ দৰে বাঁহ চুপাৰ আগে চতুৰা বতাহৰ ঘা লাগি হালে-জালে। সৰগ মুখৰ সোণোৱালী বোলৰ ছাঁও পৰে। বেলিয়ে ভালকৈয়ে ভুমুকি মাৰে। বেলিৰ দৰশনত নিশাৰ এন্ধাৰ আঁতৰি যায়। জগত পোহৰ হয়। বাট-ঘাট, ঘৰ-বাৰী, মানুহ-দুনুহ সকলো দেখা যায়।......পৰিষ্কাৰ।

ধনতন্ত্ৰবাদৰ যুগত হালোৱা, হজুৱা, বনুৱাই অজ্ঞান এন্ধাৰত খেপিয়াই ফুৰে বাট বিচাৰি। সাম্যবাদৰ আদৰ্শৰ পোহৰত সিহঁতে মুকুতিৰ বাট বিচাৰি পায়, বিপ্লৱৰ পথ। ৰাইজে আগুৱাই যায় সেই বাটেদি।......

গাঁৱৰ গাঁৱলীয়া সকলো খেতিয়ক।......নিজ নিজ কৰ্ম্মমতে নিজ নিজ কামলৈ আগুৱায় দিনৰ পোহৰত সকলো ইন্দ্ৰিয়ক কৰ্ম্মঠ কৰি। পোহৰত ৰবৰৰ বাট জিলিকি উঠে।........

........গাই আছে খিৰতী নাই।......গোহালি ঘৰৰ কাষত ছাগলীজনীক বান্ধি আধা নীলই গাখীৰ খিৰায়।

মুতৰ গোন্ধ, নোমৰ গোন্ধ অশান্তিকৰ হলেও ছাগলীয়ে গাখীৰ দান কৰে।......গাখীৰ ঘন, পৰিষ্কাৰ, পুষ্টিকৰ। সন্ন্যাসী মহাত্মাৰো খাদ্য।

গাঁৱৰ মানুহ গাঁৱলীয়া, খেতিয়ক। মাটিৰ মানুহ সিহঁত। মাটিৰ লগতেই সম্বন্ধ সিহঁতৰ। মাটিয়েই সিহঁতৰ প্ৰাণ, মাটিয়েই জনম, মাটিয়েই মৰণ, গোটেই গাত মাটিৰ ধুলি-মাকতি, বোকা-পানী। বোকাত লেটি-পেটি হৈ থকা মহৰ দৰে।

........বোকাৰ গেঁদাত মুখ গুজি পোত খাই থকা বৰাহ গাহৰিৰ দৰে। ম'হ-গাহৰিৰ অন্তৰতো স্বাধী-নতাৰ আনন্দ আছে, সিহঁতৰ নাই। জীৱন ভৰি দুখ, দুখৰ কন্থা, খুটা, মাৰলিৰে সিহঁতৰ জীৱন গঢ়া। দেহাত মাটিৰ অসহ্য গোন্ধ। অথচ সিহঁতেই দিয়ে সমাজৰ সুখত অমৃত জীৱনৰ ৰসাল শকতি।........ মৃত্যুহে মাথো সিহঁতৰ একমাত্ৰ দুখ, বৰণীয়া! বোকাতেই পদুম গজে।........ পানীত ওপঙি উঠে নিৰ্মল শতদল,—পূজাৰ পবিত্ৰ পদ্ম-ফুল।..........

গাখীৰ খীৰাই নীলই ছালেদি ধোঁৱা ওলোৱা ঘৰৰ ভিতৰলৈ হাতত গিলাচ লৈ সোমায়।......

চাহ আছে।........তিনিও উলাহেৰে পিয়ে......মন্দ নহয় চাহ।......চাহ, চেনি, পানী, গাখীৰ এই চাৰি সমষ্টিৰে চাহ।......বনুৱাৰ মৰা তেজৰ চাহ,—কুঁহিয়াৰ পেৰা যন্ত্ৰত হালোৱা খেতিয়কৰ ৰঙা তেজ চেপি, হেঁচি পেৰি উলিয়াই কলত ৰকতৰ ৰঙচুৱা ৰহনখিনি লোহোৱা কৰি বাহিৰ কৰা চেনি—তাতে পানী, তাতে উতলোৱা চাহ, গাখীৰৰ ৰগা বোলেৰে কোনোবা বনুৱাৰ গাৰ বৰণৰ চাহ,......তাকে পি নিশা উজাগৰে বাট বুলাৰ আগৰ পলুৱাৰ তিনিজন বিপ্লৱীৰ—বিপ্লৱী মুক্তিক বনুৱাই।..........'

'......"পিছে" ক'ৰ পৰা ?"—নীলই সোধে। "ত'ৰ পৰা।"......অধিনায়কজনে কয়। সি গম্ভীৰ। নীলৰ আৰু মুখিৰৰ মাত নহয়।......সি নিৰুত্তৰ।......

অন্তৰ জাগি সি চাই থাকে তাৰ মুখৰফালে।.......
নেতাজনে মিচিকিয়াই হাঁহে।.......

"বুইছা,........পৃথিৱীৰ ধৰ্ম্ম ৰক্ষা কৰিবলৈ ধৰ্মপুত্ৰ যুধিষ্ঠিৰেও এবাৰ মিছা কথা কৈছিল, 'অশ্বত্থামা হত ইতি গজ'। কলৈ যাম, ক'ত থকিম আৰু ক'ৰ পৰা আহিলো—এই তিনিটা প্ৰশ্নৰ সঠিক উত্তৰ আমাৰ পৰা কেতিয়াও নোপোৱা। ওলালেও আমাৰ এই কটা মুখেদি মিছাৰ তলসৰাহে সৰকিব। মুখৰ নৌ-কোঁহৰ পৰা মিছাৰ বহহে নিগৰি ওলাব।"........সি হাঁহে—নীলহ আৰু তৰধ লাগে,........অজলাৰ দৰে চায়। বিপ্লৱী নেতাজনে,—তাৰেই কাম্য, তাৰেই সাধনা.....সি তাৰ শুভদৰ্শন প্ৰয়াসী। সি শুনিছে, সেই অজ্ঞাত নেতাজনৰ শুভাগমন। কাষৰে পাজৰে সি ঘূৰি ফুৰে মুকুতিৰ বিপ্লৱৰ অগ্নিবাণী প্ৰচাৰ কৰি। তাৰ পুৰুষ সিংহৰ দৰে সুদীৰ্ঘ চেহেৰা, প্ৰকাণ্ড মুখ-মণ্ডলত শান্ত সৌম্য ৰঞ্জন।......জ্ঞানৰ জ্যোতি বিপ্লৱীৰ স্ফুলিঙ্গ তাৰ তীব্ৰ দুনয়নৰ মণিয়েদি স্ফুৰিত।......তাৰ দৃষ্টি সুতীক্ষ্ণ অথচ দয়া-মমতাৰে পৰিপূৰ্ণ। তাৰ জীৱনত ক্লেশ আৰু অৱসন্নতা চিৰদিন চিৰকাল যেন অজ্ঞাত অপৰিচিত, ওঁঠত মিচিকীয়া হাঁহিৰ মনোমোহা বিকাশ।...... স্বাস্থ্য সুস্থ বলিষ্ঠ। শ্ৰীমুখৰ বাণী গুৰুগম্ভীৰ, অথচ অমিয়া ভৰা সুৱদি, সুৱলা। নীলৰ অন্তৰৰ পৰা তালৈ হিয়া ভৰা ভক্তি প্ৰকাশ পায়, মূৰ দোঁ খায়।...... চাহ কাপত শোহা মাৰিবলৈ মূৰ দোৱাওঁতে বেৰৰ সুৰুঙাইদি বেলিৰ আশিস জিলিঙনি সোমাই তাৰ মুখ মণ্ডলত আৰু শিৰত পৰে।......তাৰ মুখ উজ্জ্বল হয় কিচ্‌কিচীয়া ক'লা কেকোৰা চুলি সাপৰ দৰে জিলিকি তিৰ্‌বিৰায়।......ফণীধৰ শিৱৰ দৰে তাৰ শান্তিময়ী কল্যাণময়ী মুৰতি। সেই মুৰতিৰ আঁৰতে লুকাই আছে বিপ্লৱৰ ৰুদ্ৰমূৰ্ত্তি। তাৰ হিয়া চিৰানন্দেৰে পৰিপূৰ্ণ। চাহ শোহাৰ মুহূৰ্ত্তত নীলৰ চকুৰ আগত বিপ্লৱীজনৰ এনে মুৰতি ছাঁয়াছবিৰ দৰে জিলিকি উঠে।

নীলৰ মুখৰ পৰা কথা এষাৰও নোলায়, সি নীৰৱ নিস্তব্ধ। এনে নেতাৰ প্ৰতি তাৰ সভক্তি দৃষ্টি।

আকৌ এশোহা।......সি নীলৰ মুখৰফালে তীক্ষ্ণভাৱে চায়। নীলৰ মূৰ আপোনা-আপুনি দোঁ খায়।

........"নীল!"........

কমৰেড দীননাথে নেতাজনৰ মুখৰ ফালে কিবা আদেশ নিৰ্দ্দেশৰ কাৰণে চাই ৰৈ থাকে।......এটা আদেশ। সেই আদেশ পালন কৰিবলৈ হয়তো তাৰ জীৱনও শেষ হৈ যাব পাৰে, হয়তো ধুমুহাৰ দৰে প্ৰবল গতিৰে গৈ শত্ৰুৰ জীৱনকো নাশ কৰিব পাৰে।......দলৰ শৃংখলাৰ এনে দুৰ্বাৰ গতি। মৃত্যুও তুচ্ছ। ই অন্ধ সংগ্ৰাম নহয়, ই সমাজতান্ত্ৰিক বিপ্লৱ। ই নিয়মতান্ত্ৰিক দলৰ শৃংখলা নহয়, ই বিপ্লৱৰ দুৰ্দ্দান্ত শকতিৰ গাথনি। বিপ্লৱী সাম্যবাদী দলৰ কঠিন ডিচিপ্লিন্।......

"ষ্টেন গানটোত তেল দি থবা।" নেতাজনে চাহ খায়। ইমান পৰে আদেশৰ কাৰণে ৰৈ থকা দীননাথৰ হাতৰ চাহ পিয়লাৰ ফালে সি মুখখন নি দীঘলীয়াকৈ শোহা মাৰি কয়,—"ভাল।"........

"বুইছা, নীল। এই 'ষ্টেনগান' প্ৰত্যেক বিপ্লৱীৰে অন্তৰ্গত প্ৰাণ। সশস্ত্ৰ বিপ্লৱত ই এটা অদ্ভুত অব্যৰ্থ অস্ত্ৰ। প্ৰত্যেক গৰিলাৰেই প্ৰধান সহায় সাৰথি। সমাজতান্ত্ৰিক বিপ্লৱত এই অস্ত্ৰবোৰেই আমাৰ একোটা একোটা প্ৰাণ প্ৰতিম কমৰেড।"

নেতাজনৰ এনে অস্ত্ৰৰ প্ৰতি স্নেহভৰা কথাষাৰ শুনি নীল আচৰিত হয়।

চাহ খাই খাই নেতাজনে কয়,—"আচৰিত নহবা, ই অতি সত্য কথা। এটা এটা অস্ত্ৰ যোগাৰ কৰোতে প্ৰত্যেক বিৱৰণী যদি তুমি শুনা তোমাৰ গাৰ নোম শিয়ঁৰি উঠিব। তুমি তোমাৰ অন্তৰতো সুপ্ত পৌৰুষ দুৰ্বাৰ শকতি লৈ জাগি উঠিবা। তোমাৰ সংগ্ৰামশীল বীৰ্য্যপূৰ্ণ ৰক্তবুৰা বিজয়ী আত্মাই বিপ্লৱীসাজত সংগ্ৰামত নামিবলৈ উদ্বিগ্ন হৈ উঠিবা। প্ৰত্যেক অস্ত্ৰতেই লুকাই আছে কমৰেড সকলৰ অদ্ভুত ত্যাগ, সাধনা, বুদ্ধি, দুঃসাহস, কষ্ট-স্বীকাৰ, কৰ্ত্তব্য পৰায়ণতাৰ সতেজ ইতিহাসৰ ৰহস্যজনক কাহিনী। ই কমৰেডসকলৰ অমূল্য দান, যি দানৰ কোনো তুলনাই নাই।"

কথাবাৰ অন্ত হোৱাৰ লগে লগে চাহ খোৱাৰও অন্ত পৰে। খালি কাপপ্লেট বিচনাৰ এচুকত থৈ সি তাৰ বিপুল দেহা বালিচৰ ওপৰত কিলাকুটিত ভৰ দি বাগৰে। নীলৰ চকুযোৰে আচৰিত হৈ ৰবকৈ মেল খায়। চাহ খোৱা এঁতাই দুজন কম্‌ৰেড দীন আৰু দুখীয়ে ষ্টেনগানৰ টোপোলা দুটা খুলি অধিনায়কজনৰ আদেশ পালনত ব্যস্ত হয়।

জাৰ্মীয়ে এটা বটাত তামোল-পান চূণ আনি বিছনাত থৈ কাপ্‌প্লেট বাটি-গিলাচ আদি লৈ গুচি যায়। জাৰ্মী অন্তঃসত্বা, গৰ্ভৱতী, কালৰ গৰ্ভত নতুন সমাজ স্থিত হোৱাৰ দৰে। সময় হলেই প্ৰসৱ হ'ব।

নীলইও জাৰ্মীৰ পিছে পিছে আঁতৰি যায়। জাৰ্মা-জাৰ্মীৰ প্ৰস্থানৰ লগে লগে বিপ্লৱী বীৰ অধিনায়কজনে তাৰ ক্লান্তি ভৰা বিৰাট শৰীৰ বিশ্ৰামৰ কাৰণে বিচনাত আলফুলকৈ পেলায়।

ক্লিক্। ক্লিক্!! ক্লিক্!!!

আকৌ ষ্টেনগানৰ শব্দ উঠে। কম্‌ৰেড দীনই গায়,——

> "হে বিপ্লৱী বীৰ অধিনায়ক হে
> দিয়া অগ্নিবাণী বিপ্লৱৰ
> ভাঙা বন্দীশাল কোটি কালৰ
> মুক্তি হ'ক নিৰ্য্যাতিতৰ।"

ঢেঁকীৰ মাত অবিৰামভাবে তালে তালে চলে। শোৱা চাং মেট্‌মেটায়।........বীৰ বিপ্লৱী অধিনায়ক জনে শয়নত ধুমটি পুৰীত থাকি বিপ্লৱৰ সপোন দেখে।

সন্ধিয়া।......দিনৰ মেলানি বেলিকা। বেলি নাই। আকাশত নানা বৰণৰ মেল বদিও, ৰঙাৰ প্ৰভাৱ বেছি, যেন বিপুল অগণন ৰেড্ আৰ্মীৰ বিৰাট অভিযান। আকাশত ৰঙা অসংখ্য বাঙলী পতাকাৰ ৰঙা চটৰ খেল।......চতুৰা বতৰ, আকাশ নিৰ্মেঘ, নিৰ্মল, ডাৱৰ এচমকাও নাই। তেনেই ফৰকাল।......আজিৰ পৃথিৱীৰ ৰাজনীতি ক্ষেত্ৰ সমাজতন্ত্ৰবাদ প্ৰতিষ্ঠাৰ কাৰণে ফৰকাল হোৱাৰ দৰে পৱিকাৰ সন্ধিয়া। দিনৰ প্ৰখৰ ৰূদ্ৰ সূৰ্য্য অথচ সেই ভাস্কৰৰ দুৰ্দান্ত প্ৰতাপ ক্ষীণ, ম্লান, মৰণশীল, ঠিক যেন দুৰ্দান্ত প্ৰতাপী ধনতন্ত্ৰবাদ আজি ক্ষীণ, ম্লান, ম্ৰিয়মান, তাৰ শৌৰ্য্য-বীৰ্য্য অন্ত প্ৰায়।

গছ-গছনিত পাত নাই, সৌন্দৰ্য্য নাই। তেনেই কুৰূপ। এই কুৰূপতাৰ গৰ্ভতেই সুৰূপৰ সৌন্দৰ্য্যৰ বীজ লুকাই আছে। খৰা, শুকান, পাত নোহোৱা বাঁহ গছৰ আগত ৰঙৰ তেনে খেল নাই, মেল নাই,...... খৰা শুকান, সৰ্ব্বহাৰাৰ অন্তৰত ৰং উলাহৰ খেল, মেল নোহোৱাৰ দৰে। গতায়ু ধনতন্ত্ৰবাদৰ প্ৰাচুৰ্য্যৰ মাজতো সুখ-সম্পদ আনন্দ-বিহীন দাৰিদ্ৰ্যৰ নিৰ্দ্দয় নিৰ্ম্মম ঘাত-প্ৰতিঘাততেই সিহঁতৰ দুঃখময় কঠোৰ কঠিন জীৱন। আজীৱন আমৰণ সুখ নাই, আনন্দ নাই, কেৱল দুখ, আৰু দুখ আৰু দুখ।........

গছ-গছনিৰ ডালে ডালে ঠেঙ্গৰে ঠেঙ্গৰে বাকলিৰ তলে তলে আঁৰে আঁৰে নৱ পল্লৱৰ বিকাশ-প্ৰৱণতা লুকাই আছে। এদিন সেই টান বাকলি ফালি বাজ হৈ ওলাব কুঁহি কুঁহি পাত, বেচি দিন নাই।......গোটেই প্ৰকৃতি সেউজ-বুলীয়া হৈ ধুনীয়াকৈ জিলিকি উঠিব। ইয়েই ৰঙালী বিহু বহাগী সুন্দৰী বাসন্তী, কেউপিনে চৰাই চিৰ্কতিৰ গান, আনন্দময় কাকলি বিতান।...... সৰ্বহাৰাৰ অন্তৰতো এনে বিকাশ-প্ৰৱল বিপ্লৱ সুপ্ত হৈ আছে। এদিন জাগিব—বিপ্লৱৰ ৰূপত জাগিব সিহঁত। তাৰ পিচত হব সুখময় চিৰসুন্দৰ সমাজতন্ত্ৰবাদ নবীন সমাজৰ বসন্ত, অফুৰন্ত ফুলে ফুলে ভৰা সুন্দৰ, জাতিষ্কাৰ।...........

সেই পঁজা........ছাগলী মুতৰ গোন্ধভৰা পঁজাঘৰ। এটা এটাকৈ ঘৰৰ ভিতৰলৈ সোমায় পঠা ছাগলী পোৱালীবোৰ।......ল'ৰা, ডেকা, বুঢ়া আহি ভৰি পৰে সেই পঁজাৰ ভিতৰত। মজিয়াত কিছুমানে তক্তা পাৰি শাৰী শাৰীকৈ বহে। কিছুমানে খাৰগ্ৰাই পীৰা পাৰি বহি বিড়ি হোপে—এন্ধাৰত জোনাকী পৰুৱাৰ দৰে জিলিকে হোপা বিড়িবিলাক। সন্ধিয়াৰ এন্ধাৰৰ এঙেৰুৱা বহল ঘৰটোৰ চুকে-কাণে লুকায়, শূন্যৰ বুকুত কোনোবাই লিপি দিয়ে এন্ধাৰ।......একো বলিব

নোৱাৰি।.....সকলোৱে এন্ধাৰত নেদেখা হয়। ঘৰত কি আছে দেখা নাযায়।.....কোনোবাই বাট, বিড়ি বদি কিবা বিচাৰে খেপিয়ায়। কোনোবাই বাহিৰলৈ বাব খুজিলে, বাট বিচাৰি নেপায়। কোনোবাই উজুটি খায়, কোনোবাৰ গাত খাক্কা লাগে।.....মস্কিল।.....

আজিৰ সমাজত সুখ নাই, শান্তি নাই। সুখ শান্তিৰ কাৰণে মানুহে মুকুতিৰ বাট বিচাৰে,......অজ্ঞানতাৰ অন্ধকাৰত খেপিয়াই ফুৰে। মানুহ এবাৰ ব্ৰহ্ম হয়, কোঁচ হয়, শৰণীয়া হয়, খ্ৰীষ্টান্ হয়, মুছলমান হয়, বৈষ্ণৱ হয়, দামোদৰীয়া, মহাপুৰুষীয়া কত কি হয়।........সুখ জানো পায়? শান্তি জানো মিলে? যি এন্ধাৰ সেই এন্ধাৰেই। অসুখ-অশান্তিৰে জীৱন গধুৰ হয়। মুকুতিৰ বাট নিমিলে।...........

নীলই লেম্প এটা আনে। লেম্পটো ঘৰৰ চাৰিত বান্ধি ওলমাই থয়। এন্ধাৰ শুচি পোহৰ হয়।.....সেইয়া নীল, সেইয়া ধৰ্ম্মানন্দ, সেইয়া নীলৰ ককায়েক—বান্দুলা। সেইয়া কাজলী ছাগলীজনী, বগা পাঠাটো, পাঠী ছাগলী— ক'লা, বগা, কজলা, মুখত যেন ভয় ভয় ভাব। চুকৰ চৰাখনত দুজন কম্ৰেড, দীন আৰু দুখী।........চাওত অধিনায়কজম, বিপ্লৱী নেতা, পোহৰত সকলো জল্-জল্-পট্-পট্।

ঘৰ ভৰা মানুহৰ মেল আৰু শূন্যত বিড়িৰ ধোঁৱাৰ দীঘলীয়া ঘূৰণীয়া খেল।

এই দুখময় জ্বালাময় সংসাৰত মানুহে মুকুতিৰ বাট বিচাৰে, অজ্ঞানতাৰ এন্ধাৰত খেপিয়াই ফুৰে। সাম্যবাদৰ আদৰ্শৰ জ্যোতি বিৰিঙি উঠে। অজ্ঞানতাৰ এন্ধাৰ দূৰ হৈ যায়।........মুক্তিৰ পথ স্পষ্ট হৈ উঠে সমাজতান্ত্ৰিক বিপ্লৱৰ পথ।...........

হেজাৰ হেজাৰ বছৰ অভিশপ্ত জীৱন কটাই সমাজৰ মন ভাগি যায়। ভাগৰি যায়, তেওঁ মুকুতিৰ বাট বিচাৰি বিচাৰি নাপাই হতাশ হয়। সেই সমাজ পৃথিৱীৰ হালোৱা, হজুৱা, বনুৱা আৰু তল-সৰজনীয়া দুখীয়া শ্ৰেণী, পীড়িত, ব্যথিত, শোষিত, শাসিত, নিস্পেষিত নিৰ্য্যাতিত, গৰীব শ্ৰেণী।...........

লকৰা মৰা গাওঁ।.....সেই গাৱঁৰে গাৱঁলীয়া বাইজ নীল, ধীৰহঁত। সিহঁত শ্ৰমিক, কৃষক, পৃথিৱীৰ গৰীব শ্ৰেণীৰেই এটা ক্ষুদ্ৰ অংশ। সিহঁত বড়ো-কছাৰী হোজা সৰল ট্ৰাইবেল।.........আগদিশা সন্ধিয়া বিপ্লৱী নেতাজনে বাইজৰ অজ্ঞানতাৰ অন্ধকাৰৰ মাজত সাম্যবাদৰ আদৰ্শৰ জ্যোতি মেলি দিছিল। বাইজৰ অন্তৰ পোহৰ হৈছিল, সেই পোহৰত বাইজে দেখিছিল সিহঁতৰ জীৱনৰ হা-হুতাশৰ মূল কাৰণ। ভাগ্যৰ দোষ নহয়, ইয়াৰ মূল হৈছে সমাজ ব্যৱস্থাৰ দোষ, যাৰ বাবে আজি বাইজৰ এনে হাঁহাকাৰ, এনে আলৈ-বিলৈ। এই সাম্যবাদৰ আদৰ্শৰ জেউতিৰ পোহৰত সিহঁতে স্পষ্টকৈ দেখিছিল সেই তেজপিয়া চোৰ-ডকাইত ধন-কুবেৰৰ দলক যিবিলাকে ছলে-বলে-কৌশলে আইনৰ সহায় লৈ গুপুতে গোপনে বাইজৰ তেজ পিয়ে, শুহে, অন্তৰত ভয় নাই কোনো সংশয় নাই। আজি সমাজতান্ত্ৰিক বিপ্লৱৰ পথ স্পষ্ট। আজি সিহঁতৰ চেতনা বীণাত প্ৰেৰণাৰ ঝঙ্কাৰ উঠিছে। সিহত আজি দুৰ্জ্জয়, দুৰ্দান্ত, নিৰ্ভীক।.....সিহঁত সাজু; সৰ্ব্বহাৰাৰ মুক্তিকামী বিপ্লৱ পথৰ যাত্ৰী হবলৈ সিহঁত সাজু, আজি সাজু; সংঘাত দিবলৈ প্ৰস্তুত। আজি প্ৰেৰণাৰ সুৰৰ লয় দ্ৰুত তালত পৰিণত হৈছে; সংঘাতৰ মান বং পৰণ, তেহাই সমহে অৱশিষ্ট।.........

........ই যেন বিশ্ৰাম শিবিৰ, কোনোবা বিজয়ী বীৰৰ সম্বৰ্দ্ধনাৰ বিশেষ আয়োজন।.....চোতালত জোনোবালী পোহৰ। সেই পোহৰত জিলিকি উঠে উৎসাহী ল'ৰাৰ দল।.........

নীল ঘৰৰ বাজ হয়।.....সেই ল'ৰাৰ দলত যোগ দি কিবা আলোচনা কৰে।.....নীল গুচি আহে। বেণ্ড বাজি উঠে।.....ল'ৰাৰ দলৰ বেণ্ড। হৰনেট্ নাই, কৰ্ণেট নাই, ক্লেৰিওনেট্ নাই,—কেৱল বাঁহৰ বাজনা,......পেঁপা আৰু বাঁহী, জাত জাত।....লগতে ছাইড ড্ৰাম আৰু ড্ৰামৰ বুকুত তালে তালে ছাবে ছাবে কোব, লগতে শব্দ ডুম্ বেবে বে বে ডুম্ বেবে বে বে।.... পেঁপাৰ "পেঁ-পেঁ-পে-পেঁ-পেঁ পেঁ-পেঁ-পেঁ-পেঁ—পেঁ-পেঁ।.....

অভিযানকজনে থাকিব লোৱাৰি ওলাই আহে। চোতালত নীলাই ল'ৰা-সৰিকে চাৰিছটা আঠকুটীয়া তক্তা ঘৰৰ ভিতৰৰ পৰা নৈ আহি চোতালত শিতানৰ ফালে পীৰা পাৰি তাৰ ওপৰেদি তক্তা কেইছটা মাটিত হেলনীয়াকৈ মিলাই থৈ যায়।........সি অলপ পিছতে বিছনা চাদৰ আৰু গাৰু আনি পাৰি দি বিপ্লৱী নেতাজনক বহিবলৈ অনুৰোধ কৰে।......সি বহে। কাষত চৰা পাৰি কম্ৰেড সহচৰ দুজন বহে। পঁজাৰ ভিতৰৰ পৰা বাইজো আহে বাজলৈ ; সিহঁত ঘূৰণীয়াকৈ আসন লয়।........

আকাশত জোন,........কেউকাষে তৰাৰ মালা, তাৰ তলতে নীলৰ ঘৰৰ চোতালত– বিপ্লৱী নেতাজন ; চৌপাশে গাৱঁৰ গাৱঁলীয়া বাইজ। এটা চুকত সেই ল'ৰাৰ দল, পেঁপা 'বেণ্ড' বজায়,–পেঁ–পে-পেঁ-পেঁ-পেঁ-পেঁ পেঁ-পেঁ-পেঁ–পেঁ ;–আৰু "ভুম্ থেৰে ৰে ৰে" "ভুম্ থেৰে ৰে ৰে"।

আকাশত তৰাবোৰে তিৰ্‌বিৰায়। চোতালত বাইজৰ অন্তৰ উলাহত নাচি উঠে।......তৰাৰ মাজত জোনে হাঁহে। ৰূপোৱালী ৰহন নিগৰি ওলায়।...... বাইজৰ মাজত বিপ্লৱী নেতাজনে হাঁহে। অগনিৰ ফিৰিঙতি ছিটিকি ওলায়। সি বাইজৰ মাজত জিলিকি উঠে।........গতি ৰূপোৱালী জোনোৱালী ৰহণ।......ৰূপৰ মূৰতি।........অথচ জীৱন্ত।......

........সুৰ লয় ছন্দ।......বিপ্লৱৰ সুৰ, লয়, ছন্দ। আদৰ্শ প্ৰগতি আৰু শৃংখলা।........

'বেণ্ড' বন্ধ হয়। 'জেহাই'ৰ পাচত 'সৰ'।........ শেষ।........মানুহৰ মন। চেতনাশীল।........সুৰৰ ৰূপ নাই, গোন্ধ নাই, পৰশ নাই, সোৱাদ নাই, আছে কেৱল ধ্বনি আৰু ৰস।......ধ্বনিয়েই প্ৰতিধ্বনি তোলে হৃদয় তন্ত্ৰীত, ৰসে চালে চিত্তত আনন্দ। চিদানন্দ জাগি উঠে।......মানুহ আত্মহাৰা হয়। ত্ৰিতাপ—সেই ত্ৰিতাপ—আধ্যাত্মিক আধি-দৈবিক, আধিভৌতিক।...... চেতনাৰ পিছত প্ৰেৰণা জাগিলেই ত্ৰিতাপ পাহৰি যায় মানুহে।........সংঘাতৰ কাৰণে আত্মহাৰা হয়। হৃদয়ৰ পৰা ত্ৰিতাপ আঁতৰি যায়।......প্ৰেৰণাৰ বুকুত ৰূপ, ৰস, স্পৰ্শ নাই, আছে প্ৰোজ্জ্বল আদৰ্শ।......অন্তৰৰ গহনতম কন্দৰ এই আদৰ্শই মানুহক কৰ্ম্মঠ কৰি তোলে। জীৱনৰ জয়যাত্ৰা পথত মানুহক ঠেলি দিয়ে ; সংঘাতৰ ভীম খুন্দা দিবলৈ সৎ-সাহস জন্মায় ; বিজয় লখিমীৰ জয়ৰ মালা পিন্ধিবলৈ শিৰ নত কৰায়।........আদৰ্শই বাস্তৱ ৰূপত গঢ় লৈ মানুহৰ পৰাণত নৱশক্তি, নৱ জীৱন সঞ্চাৰ কৰে।....মানুহে নবীন জীৱন পায়। পুৰণিৰ ভেটিত নবীনৰ জন্ম হয়। পুৰণিৰ কোনো অস্তিত্বই নাথাকে, থাকে মাথো তাৰ ধ্বংস-স্তূপ।...... ইও বিপ্লৱ।........মানুহৰ জনমৰ লগে লগে জীৱন আৰু মৰণৰও জন্ম হয়। মৰণৰ শত্ৰু জীৱন, জীৱনৰ শত্ৰু মৰণ। জীৱনে চেষ্টা কৰে মৰণক মাৰিবলৈ, মৰণে চেষ্টা কৰে জীৱনক মাৰিবলৈ। এইদৰে মানুহৰ শৰীৰৰ ভিতৰত জীৱন মৰণৰ যুদ্ধ চলি থাকে। এয়েই জীৱন-সংগ্ৰাম।........এই সংগ্ৰামৰ ফলতে শিশু ডাঙৰ হয়। এই গুণতে শৈশৱৰ ভেটিত শৈশৱক মাৰি বাল্যাৱস্থাই গঢ় লয়। এইদৰে যৌৱন, প্ৰৌঢ় আৰু বাৰ্দ্ধক্যৰ জনম হয়।......কেচুৱাৰ পৰা মানুহ ডাঙৰ হৈ উঠে। এই জীৱন-মৰণৰ সংগ্ৰাম নোহোৱা হলে শিশু শিশু হৈয়ে থাকিলহেঁতেন। এয়েই পৃথিৱীৰ প্ৰগতিৰ মূল কাৰণ। সেয়েহে পৃথিৱী জগৎ, গতিশীল,–পৰিবৰ্ত্তনশীল।........বিৱৰ্ত্তন আৰু পৰিবৰ্ত্তন এয়েই সৃষ্টিৰ, পৃথিৱীৰ, জীৱনৰ আৰু ঐতিহাসৰ ধাৰা ; কালৰ বোৱঁতী সুঁতি,......দ্বন্দ্ববাদৰ পৰিণতি। জীৱন নেতাজনৰ নাম। সি মানুহৰ জীৱন, বাইজৰ জীৱন, সমাজৰ জীৱন। বাণী, গীতি, ছন্দ, নৃত্য, কবিতা, নাটক, সাহিত্য, বক্তৃতা, চিত্ৰনাট্য, চিত্ৰালেখ্যৰে সি প্ৰকাশ কৰে সমাজৰ দুখ-সুখেৰে ভৰা জীৱনৰ কাহিনী।......সি শিল্পী, সকলো কলাৰ মৌ-কোহ।......তাৰ সৃজনৰ মাজেদি ৰূপৰ ৰূপায়ণ আৰু ৰসৰ ৰসায়ন গঢ়ি উঠে।......ৰূপ, ৰসৰ সৃষ্টিৰ সি সৃষ্টিকাৰ।......ই চন্দ্ৰৰ একাল, সি কালৰ উজ্জ্বল ৰূপহে দেখে মানুহে, ৰূপোৱালী ৰস অনুভৱ-

উপভোগ কৰে। জেউতি সনা জোনাইৰ এচকলৰ অমৃত সোৱাদ লভে।.......আজি সি বিপ্লৱী।......বিপ্লৱৰ বজ্ৰমুখা বিজয়ী শক্তিৰে সি ভ্ৰমণ কৰে চন্দ্ৰলোকৰ সেই-কাল ক্ষেত্ৰত, গোলাৰ্দ্ধত যি এন্ধাৰ বিষময়, দুঃখময়, য'ত আজি সমাজৰ মেৰুদণ্ড কৃষক বনুৱাৰ জীৱন জ্বালাময় ক্লেদাক্ত, নাৰকীয় ;......সুখ নাই, শান্তি নাই, অসুখ অশান্তি।........য'ত মানুহৰ জীৱন ম'হ-গাহৰিৰ দৰে বোকাত পোত খাই থাকে।.....ভাৱনা-লোকতহে কেৱল সি উৰি নুফুৰে, বাস্তৱ লোকতো সি চৰি ফুৰে।.. মাটিৰ পৃথিৱীৰ সি শিল্পী, কলাবিদ—তাৰ চিন্তা, ভাৱনা, ধাৰণা, বাসনা, কামনা, কল্পনা সকলো বাস্তৱ।........চিলা হৈ আকাশত উৰিলেও মাধ্যাকৰ্ষণ সূতাৰ জৰীয়তে সি মাটিৰ খুটিত বান্ধ খাই থাকে। মাটিৰ লগত সম্বন্ধ তাৰ।......মাটিতেই জনম, মাটিতেই মৰণ। মাটিৰ মানুহ সি, তেজ-মঙহেৰে গঢ়া মানুহ। মাটিৰ ৰসেৰে সি পুষ্ট, সুস্থ, বলিষ্ঠ।........মাটিয়েই তাৰ জীৱন........জীৱন।.. ...উপযুক্ত নাম। আজি সি বিপ্লৱী, বীৰ অধিনায়ক........সত্ব, ৰজঃ, তমঃ, এই ত্ৰিগুণাত্মিকা শক্তিৰ আধাৰ।........

'বেণু' বন্ধ হোৱাৰ লগে লগে কাঁহ পৰি জিন্ যায়। সকলো নিমাত, নিস্তব্ধ।

নীৰৱতাৰ জাল ফালি তাৰ গুৰু-গম্ভীৰ মাত বাজ হৈ ওলায়,—"মধুৰ, সুন্দৰ।"...... ...

সঁচাকৈয়ে বিপ্লৱৰ অভিজ্ঞতা-লব্ধ জীৱন। মৃত বসৰ দৰে মধুৰ, বিপ্লৱৰ দ্বাৰা বিজিত স্বৰ্গলোক সমাজ-তন্ত্ৰবাদৰ দৰে সুন্দৰ। সেই লৰা গাৱঁৰ দহ, বাৰ বছৰীয়া অকণমান ল'ৰাহঁতে গাৱঁৰ চুকৰ বিজুলী বাঁহৰ চুপাৰ পৰা বাঁহ কাটি সজা বাঁহীৰ বিন্ধাৰ ওপ-ৰেদি কুমলীয়া আঙুলি বুলাই ফুকাই তোলা সুৰ আৰু গাৱঁৰে ছাগলীৰ ছালেৰে নিজ হাতেৰে বজোৱা মাটিৰ খোলাৰ ৰবচাক ড্ৰামৰ ওপৰত কোবাই তোলা সুৰৰ ছেৱে ছেৱে সৰু সৰু মাত্ৰাৰে গুথা তালৰ গুৰু গম্ভীৰ মাত। বেণু বন্ধ হয় যদিও সুৰলোক ধ্বংস হৈ নেযায়। কাণত যেন এতিয়াও বাজি আছে সেই সুৰ।......সেই অকণমানি ল'ৰাহঁত। আজি সিহঁত ল'ৰা ; এদিন সিহঁতেই হব বিপ্লৱৰ আগৰণুৱা।........সিহঁতৰ উল্লাস, সিহঁতৰ উচ্ছ্বাস, অত বক্ষিত হোৱা নাই উন্মাদনা-উত্তেজনা ; বক্ষিতা হৈছে জাগ্ৰতা চিন্ময়ী অনুশোচনা উদ্দীপনা, অনুবেদনা, অনুপ্ৰেৰণা।......আজি সিহঁতৰ জীৱনৰ গতি বৈ গৈছে যেলেগ ঘাটেদি, যেলেগ ধাৰা-ৰেদি, বিশ্বজনীনতাৰ মহামানৱতাৰ মহাসাগৰৰ কালে।....

বিপ্লৱৰ বীজে সৰু সৰু কুমলীয়া ল'ৰাহঁতৰ কোমল অন্তৰত গঁজালি মেলে। নবীন যুগৰ নবীন আদৰ্শত নবীন প্ৰেৰণা অনুভূতি লৈ সিহঁতৰ নবীন জীৱনৰ সোঁত নবীন ধাৰাত বয়। সিহঁতে নবীন পৃথি-ৱীৰ নবীন যাত্ৰী হৈ নবীন পথত যাত্ৰা আৰম্ভ কৰিবলৈ উদ্দীপনা পায়।........তাত লেশ মাত্ৰ উন্মাদনা নাথাকে। সিহঁত নবীন শক্তিত শক্তিমান।........

জীৱনৰ হৃদয়-পটত নবীন পৃথিৱীৰ ছবি ছাব খাই জিলিকে, নানা ৰহনেৰে ৰহনাই।......তাৰ মুখত উলা-হৰ বং বিৰিঙি উঠে।........নীলই আনি দিয়ে এপিয়লা উখুদৈ। ৰঙোৰ ৰকস্থা ফটিকা চাৰাপ্।......জীৱনে পিয়ে। শৰীৰৰ প্ৰতি ৰক্ত কণাই চঞ্চল হৈ উঠে।...... দেহাৰ গহনতম কক্ষবোৰত সিহঁতৰ চলাচল গতি দ্ৰুততৰ হয়।..........

আদৰ্শৰ বস পি সমাজ চঞ্চল হয়।......সমাজৰ গহনতম অৱচেতনা মনোকক্ষত বিপ্লৱৰ গতি দুৰ্বাৰ হৈ চলাচল কৰে।........সমাজতান্ত্ৰিক বিপ্লৱৰ ধাৰা খৰতৰকৈ বয়।......সেই ধাৰা ৰুধিবলৈ ক্ষমতাতীত।...... সাধ্যাতীত। কাৰো শক্তি নাই।......সুপ্ত শক্তিও জাগ্ৰত হৈ উঠে।......জীৱন সমাজৰ জীৱনী শক্তি।......পানীৰ দৰে সি। যি পাত্ৰতে থোৱা হয়, সেই পাত্ৰৰে ৰূপ লয়।......সি যেই কোনো সমাজৰ লগত থাকে, সেই সমাজৰ এছোৱা হৈ সেই সমাজৰ গহন অন্তৰত বিৰাজ কৰে। তাৰ জাতি নাই, জ্ঞাতি নাই, কুল নাই, দেশ নাই।......বিশ্ব মানৱতাই তাৰ জাতি, জ্ঞাতি, কুল, বিশ্ব ৰক্ষই তাৰ স্বৰ্গাদপি গৰিয়সী জন্মভূমি।......সি হিন্দুৰ মাজত থাকিলে হিন্দু, খ্ৰীষ্টানৰ মাজত থাকিলে

খ্ৰীষ্টান, বড়োৰ মাজত থাকিলে বড়ো, মুছলমানৰ মাজত থাকিলে মুছলমান।

সি বড়োৰ বুঢ়াৰ লগত বুঢ়া, ডেকাৰ লগত ডেকা, ল'ৰাৰ লগত ল'ৰা।......নীলই আকৌ চালি দিয়ে উধুলৈ, জীৱনে পি থাকে।........"আকৌ!........পাৰিম না?"......এজন বুঢ়াই সোধে।........জীৱনে কয়, "কিনো?"

"সিহঁতৰ লগত খাৱা কৰিবলৈ? সিহঁতৰ পুলিচ আছে মিলিকটাৰী, পল্টন দাবাদামি আছে। আমাৰ কি আছে? টোমন।"........

"মানসিক চেতনা এবাৰ হৃদয়ত জাগি উঠিলে, কাৰ সাধ্য সেই জাগ্ৰত চেতনা দমন কৰে? সেই চেতনাই হয় তেতিয়া দুৰ্দ্দান্ত, দুৰ্দ্দমনীয়। তেতিয়া বিপ্লৱ পথৰ যাত্ৰীসকলৰ গতি হয় দুৰ্বাৰ। কাৰো সাধ্য নাই সেই গতি ৰোধ কৰিবলৈ। তেতিয়া জনতাৰ জনশক্তি হয় অতি কঠিন, দুৰন্ত। সেই জনশক্তিৰ ওপৰত যত প্ৰতিক্ৰিয়াশীল অস্ত্ৰই আঘাত কৰোক লাগে সি ভাঙি ভাঙি চূৰমাৰ হৈ যাব।......বিপ্লৱৰ অলৌকিক শক্তিৰ ওচৰত সকলো বিপ্লৱ বিৰোধী শক্তিবোৰৰ ক্ষয় হবই, ধ্বংস হবই। সৰ্ব্বহাৰাৰ মুক্তিকামী যুগ পৰিবৰ্ত্তনকাৰী বিপ্লৱীসকলৰ জয় অনিবাৰ্য্য, অৱশ্যম্ভাৱী হৈ উঠিব। স্বয়ং বিজয় লখিমীয়ে জয়ৰ মালা আমাৰ সংগ্ৰামী গৰীব শ্ৰেণীৰ শিৰত পিন্ধাই দিব।"........

"কিন্তু সেইখিনি জগাই তুলিবৰ সময় পাম জানো?"

"কিয় নাপাম? তাৰ বাবে প্ৰস্তুতি আজিৰ পৰাই কৰিব লাগে। এই প্ৰস্তুতিৰ কাৰণে বাইজে কৰিব লাগিব অপূৰ্ব্ব ত্যাগ, কঠোৰ ব্ৰত, অদ্ভুত সাধনা।"

"আমি দেখো এই কামত কেৱল ট্ৰাইবেলহে, খালি আমাৰ বড়ো জাতিহে।"........

"মিছা কথা।......কেৱল ট্ৰাইবেলেই নহয় বড়ো জাতিয়েই নহয়, অসংখ্য হাৰ্চা, হিন্দু, খ্ৰীষ্টান, মুছলমান সকলো গৰীব দুখীয়াই জুমে জুমে আহি এই বিপ্লৱত নামিবলৈ প্ৰতিজ্ঞাত আৱদ্ধ হৈছে।"

# মিচিং কনেঙ্

## উপন্যাস

........খৰালি, উদং বতৰ। ফাগুনৰ আগছোৱা।.... সোৱনশিৰী নৈ।......ধীৰ, থিৰ, ধুনীয়া। বুঢ়া লুইতৰ লেখীয়া কেৱল, বুকুৰ পানী ফটফটীয়া, লুইতততকৈ বহলে পাঁচ ডোখৰৰ এডোখৰতকৈও বহু ঠেক।..........সোৱণ-শিৰী বিভাগৰ বৰফ ঢকা পৰ্ব্বতৰ গৰভত ইয়াৰ জনম। নেফাত এই নৈৰ বলিয়া নিজৰিৰ দৰে ক্ষীণ শুৱি খিনি আপাতানীসকলৰ মাজত খুৰু নৈ বুলিহে চিনাকী।

এই সোৱণশিৰী নৈখন মিচিং সকলৰ অতিকৈ চেনেহৰ, অতিকৈ মৰমৰ। নৈখনৰ সকলোটি নিজৰ অতি আপোন। সেই সোণ-চেকুৰা বালি চাপৰি খৰালিৰ পৰা ভুমুকি মাৰি নৈখনৰ হিয়াত জিলিকি জিলিকি জ্বলি জ্বলমলাই উঠে।........ফাগুন পৰাৰ লগে লগে আহল বহল হৈ তিৰ্‌বিৰাই চিক্‌মিকাই চকুত ছাট মাৰে।......অৱশ্যে বাৰিষা বালি চাপৰি পানীত মাৰ যায়।..........

মাজেদি নৈখন বয় বালি চাপৰিৰ পৰশ লভি বুকুত আকাশ বৰণীয়া নীলা বহণ সানি।...... .দেখিলেই মন কাৰেঙত ৰং উলাহ চৰি নাচি উঠে।........

মাজে মাজে কুৰুৱা পাগলী ফাগুনী মলয়া বয়।...... নৈখনে কল্‌কলাই সৌ ৰৰষা মাত মাতে।........বুকুত ঢৌবোৰ বলিয়া হৈ শাৰী শাৰীকৈ নাচি উঠে।......ঢৌ মালিকা সাজি-কাচি নাচি নাচি গুৱায়।

এই সোৱণশিৰীৰ পচিম পাৰতে এখন ডাঙৰ মিচিং গাওঁ। একোটা একোটা দীঘল বহল চাংঘৰ জিলিকি উঠে, সেই দৰে প্ৰায় আটে কুৰি চাংঘৰ অলপ আঁতৰে আঁতৰে, মাজে মাজে শাৰী শাৰী থেপা-থেপি।...............

তেনেই মুকলি,—গছ-গছনি নাই........মাজে মাজে খেৰণি। মাজে মাজে ওখ ডাঙৰ শিমলু গছ।

পূৰ্ণিমা নিশা।

নিশিৰ শিৰ, নিজম নিমাত।........

কুকুৰাৰ মাত—পৰীয়া ডাক,—নিশা এপৰ বাকী বুলি গম দিয়ে জান দিয়ে। শালিকাবোৰে শিমলু ফুলৰ ৰহ চুহি কিৰিলি পাৰি উঠে। পূৰ্ণিমা জোন পচিমে লহিয়াইছে।........

বাহিৰত ফট্‌ফটীয়া জোনাক, জোনোৱালি কপো-ৱালি। ক'লা দ'তৰ দৰে দীঘল ডাঙৰ অকুম্‌ থমথমীয়া চাংঘৰবোৰ হৈ দেখা দিয়ে, যেন কিবা ভীষণ ভয়াল জনোৱাৰ হে। দূৰৈত দীঘল বহল কপৰ পানীৰ ঝিলিক্‌ জিল্‌মিলায়। বুকুত হেজাৰ পূৰ্ণিমা জোন জ্বল্‌মলায়।..........

'অকুম্‌'-চাংঘৰৰ ভিতৰ এন্ধাৰ; কেৱল পচিমে পিচফালে লহিয়াই পৰা পূৰ্ণিমা জোনৰ জিলিকনি বাঁহৰ বেৰৰ ফাঁকেদি দুই এটা কাঁৰৰ দৰে ভিতৰ সোমাই ভুমুকি মাৰি চায়।........

ঘোপ মৰা এন্ধাৰ।........চাঙৰ ওপৰত অ'ত ত'ত বিছনাত শুই সকলোৱে টোপনিত লালকাল। কাৰো তত নাই। নিজম্‌ নিমাত। কাৰোবাৰ নাকৰ ফচ্‌-ফচনি ঘৰঘৰণি শুনা যায়। মাজে মাজে কাৰোবাৰ উ-উ মাত টোপনিতে উক্‌-মুকাই উঠে।...........

নিশিৰ-শিৰ নিশা শিৰ্‌শিৰায় ।

চাংখন কঁপি শব্দ উঠে ।.........

কাঁহি কাঁহি বুঢ়া এজনে চাঙৰ পিচ দুৱাৰেদি চাংখন কঁপাই ওলাই যায় ।.......অলপ পৰৰ পিচত আকৌ সোমাই দুৱাৰখন জপাই ভিতৰ সোমায় । খোজে পতি শব্দৰ লগে লগে চাংখন কঁপে, দোলনি উঠে ।

সি আহি চাঙৰ মাজ পায় । এন্ধাৰত খেপিয়াই খেপিয়াই পেৰা আৰু বেৰৰ চুকৰ পৰা চাবি উলিয়াই 'ৰিচিং'ৰ ফালে উত্তৰ পচিম চুকে পাৰি বহে ।

কাষতে খুটা, তাতে ওলমি থকা টেকেলিৰ ভিতৰৰ পৰা জুইশলাইটো খেপিয়াই খেপিয়াই উলিয়াই কাঠি এটা বাজ কৰি মাৰি ঘঁহি জ্বলায় ।........

পোহৰ হয় । কাষতে চাকি এটাৰ সলিতাত ম্বলা কাঠিডাল লগাই দিয়ে ; চাকিটো জ্বলি উঠে ।.....

পোহৰ বেচিকৈ হয় ।...........

সন্মুখত জুহাল "স'ৰাম্‌" তিনিহাত দীঘল, তিনি হাত বহল আঠআঙুলীয়া বহল কাঠৰ তক্তাৰে ঘেৰা বেদীৰ দৰে মাটিৰে লিপা, বাঁহৰ চঁচালিৰ ওপৰত এই জুহাল, সেই জুহালৰ বেদীৰ পৰা তিনিহাত ওপৰত বাঁহৰে গুখা "পে'ৰাপ"-চাঙ্‌ ওলমা । তাতে বন্ধা-বঢ়াৰ সকলো মাল-মচলা আৰু লাগতিয়াল বস্তুবোৰ থাকে । সেই 'পে'ৰাপ'-চাঙৰ ওপৰত আৰু এটা ডাঙৰ চাং-"ৰাব্‌-বং' বা "ব' চাম" ।

'ব' চাম্‌ বা 'ৰাব্‌ বং' চাঙৰ ওপৰত চিলিংহেন কম্‌-বাং ।

........আকৌ 'অ' কুম্‌'-চাংখন গুম্‌-গুমাই উঠে ।....

কোনোবাই শোৱা পাটা এৰি উঠি আহিছে । 'ছুম্বিং'-চাঙৰ ফালে যাই কোনোবাই পানী ভৰাইছে ; কলহৰ পৰা ঘটিত পানী ভৰোৱা মাত উঠে ।........

ভৰিৰ খোজ খচ্‌মচ্‌ কৰি আগবাঢ়ে । খোজেপতি গুম্‌গুমনিৰ লগে লগে চাংখনত হেন্দোলনি উঠে ।......

আগবাঢ়ি অহাত কাষ পাওঁতে দেখা যায় এগৰাকী বুঢ়ী চাকিৰ পোহৰত,........পানী ভৰা ঘটিটো বুঢ়াৰ কাষতে থয় ।..........

'মৰাম্‌' ।—জুহালৰ কক্‌দাং-ৰ ফালে দক্ষিণ-পচিম চুকত এফালে বহি কাষতে পাৰি থোৱা খৰি কিছুমান জুহালত তাই জাপি দিয়ে ; লাগনী খৰি কেইডুখৰি লৈ চাকিৰ জুইত লগাই জাপি থোৱা খৰিৰ তলত থয় ।

অলপ পৰ উমি উমি জ্বলা খৰি কেইচলা ভমক্‌কৈ জ্বলি উঠে ।...............

বহি ৰহিয়েই সেই বহা ঠাইতে আগফালে একতী-য়াকৈ হালি সেইঘটা পানীৰে বুঢ়াই মুখ ধুয় । চাঙৰ তলত পানী বৰষে ।

বুঢ়ীয়ে সেই ঘটিটো লৈ উঠি কলহৰ পিনে আগ-বাঢ়ে পানী ভৰাই আকৌ উভতে । আহোতে খুটাত আওজাই থোৱা হোকাদাল লৈ আহে । লগতে চিলিম-টোও । 'চিলুম্‌ হোকা, নাৰিকল কোৰোকাৰ হোকা নহয় নলীচা লগা এইদাল বাঁহৰ হুকা ; এ-পাব বাঁহ, দুয়ো-ফালে গাঁথি ।

তলৰ গাঁথিৰ পৰা এবেগেত ওপৰত এটা ফুটা কৰি এবেগেত বাঁহৰ নলীচা কাটি সেই ফুটাত খোপে খোপে কটকটীয়াকৈ বহায় । সেই নলীচাৰ টিংখোপত চিলিম কলকী বহুৱায় । ওপৰৰ গাঁথিত সোঁ মাজতে এটা বিন্ধা কৰি আৰু এদাল নলীচা চাৰি আঙুলমান ওলোৱাকৈ কট্‌কটীয়াকৈ সুমায় ।.............

জুহালৰ কাষত চিলিমটো থৈ ওচৰতে বহি বুঢ়ীয়ে হোকাৰ বাহি পানী চাঙেদি পেলাই মুখৰ ফুটায়েদি ঘটাৰ পানী ঢালি ভৰাই মুখৰ নলীচাদাল আকৌ কট্‌কটীয়াকৈ লগাই দিয়ে ।

বুঢ়াই মুখ ধোৱা অটাই কাঁহি কাঁহি আঠুৰ ওপৰৰ ধুতিৰ লোচেৰে মুখখন মচি গহীনকৈ আকৌ বহে ।

হোকাটো জুহালৰ কাঠডালত আওজাই চিলিমৰ ভিতৰত নজ্বলা এটা আঙঠা কপ্‌কপীয়াকৈ লগাই চাঙত থকা ধপাতৰ চুঙাটো নমাই সোঁ হাতখনৰে খুকি এচি-লিমৰ জোখা চুঙাৰ ভিতৰৰ পৰা ধপাত উলিয়াই বাওঁ-হাতেৰে চিলিমটোৰ তল চোৱাত ধৰি তাত ভৰায় ।......

আল্‌ফুলকৈ আঙুলিৰে লাহেকৈ টিপে । জুহালৰপৰা এচলি জ্বলা খৰি উলিয়াই, টিপি টিপি ভাঙি চিলিমত

আঙঠা ভৰায়, আঙুলিৰ মূৰেৰে টুকুৰিয়াই টুকুৰিয়াই ডাঙৰ ডাঙৰ আঙাবোৰ সৰু সৰু কৰে। জোকাই লোৱাত জুহালৰ জুই নুমৌ নুমৌ হয়। কেৱল চাকিৰ পৰা ক্ষীণ পোহৰ ভলায়।......

এনে আধা এন্ধাৰ আধা পোহৰত বুঢ়ী গৰাকীয়ে চিলিমৰ আঙঠা ফুকায়।

বুঢ়াৰ ঘৈণীয়েক কাৰণে বুঢ়ী বুলি সকলোৱে কয়। আচলতে বুঢ়া জন বুঢ়া হোৱা নাই। সি গাওঁৰ গাওঁবুঢ়া কাৰণে তাক সকলোৱে বুঢ়া বুলি কয়। বয়স দকুৰি পাঁচো হোৱা নাই, ঘৈণীয়েকৰ দুকুৰি দুই ছুও ছুওঁ। গাভৰুৰ দৰে মুখখন পুৰঠ,......গঢ় ধুনীয়া, মুঠতে এতিয়াও দিপ্লিপ,—অথচ পাঁচোটা লৰা আৰু এজনী ছোৱালীৰ মাক।

তাই আঙঠা ফুকায়, ফুকাৰ লগে লগে মুখখন ৰঙা হৈ উঠে, গাভৰু কালৰ ৰাংচালী ৰচকীহে যেন।

বাঙী মুখখন দেখি গাওঁবুঢ়াৰ বুকু চিৰিং কৈ উঠে। ডেকা বয়সৰ সোঁৱৰণি ভুমুকি মাৰে। তাইৰ ডক্-ৰকীয়া দেহাৰ কথা মনত পৰে। তাৰ বুকু হম্-হমায়, গা-ৰম্ৰমায় পুৰণি কথা বিৰিঙি উঠে। যিমানে তাই ফুকায়, তিমানে সি তবধ লাগি চায়।

হোকাদাল লৈ চিলিমটো তলৰ নলীচাত খোপত খোপে লগাই তাই আগবঢ়াই দিয়ে। কয়—"এইয়া-ল"। সি থতমত্কৈ "হু" বুলি চক্খাই কয়। তাৰ তবধ ভাঙে। সি হুকাদাল লৈ হুপে, নাকে মুখে ধোঁৱা উলিয়ায়।

গাওঁবুঢ়ানীয়ে উঠি যায়।........

........আকৌ কুকুৰাৰ ডাক ডেউকা কোবাই।

আগফালৰ দুৱাৰ মুকলি হয়। তাই সেইফালেদি কিৰাকিৰি লৈ নামি যাব। কেচুৱা এটাই চিঞৰি উঠে।

চাংখনত খৰমৰণি উঠে। এজন দুজনকৈ সাৰ পায়। নিজৰ নিজৰ বিছনা পাতি সামৰি থোৱা হয়, ঘৰৰ চুকে-কোণে ডাং "ছ্'পন"ত গুজি। চাংখন ৰবকৈ কঁপে।

"........পাৰছলী।"......বৰ ককায়েকে মাতে। কেচুৱাটো কান্দি থাকে। আটাইতকৈ নুমলী পাৰছলী। পাঁচজন ককায়েকৰ তেনেই সৰু ভনীয়েক।

এৰবাম গাওঁবুঢ়াৰ এজনীহে ছোৱালী এই পাৰছলীজনী।

পাৰছলী ধুনীয়া দিপ্লিপ্ পাতগাভৰু,—চৈধ্য বছৰীয়া চুপহী—অপৰূপ ৰূপহী। ঘন-ক'লা চুলিটাৰী মেলিলে বাঁহৰ গাঁজৰ দৰে নিমজ কলাফুলৈকে পৰে—মেখালী ডাৱৰ মেলি, কপালখন দেখিলে, মনে হয় পূৰতী নিশাৰ সোণালী হেঙুলি বৰণ মিহলা বহণেৰে সনা। নিকা পূৰবৰ আকাশ, ধেনু ভিৰীয়া ভ্ৰূযোৰ দেখিলে মনে হয় যেন কোনোবা কাম-দেৱতাৰ কলা কিচ্কিচীয়া চিক্মিকীয়া ধনুহে, ডাঙৰ ডাঙৰ চকুজুৰি দেখিলে এনে যেন লাগে, গোটেইখিনি মোহিনী শকতি যেন সেই জুৰিতে আছে, অপাৰ নীলিম সাগৰ আহি যেন দুটা শামুকৰ বুকুত থান্থিত্ লৈ কাম-ধনুৰ তলত থিতাপি লৈ চাওঁতাৰ হিয়া আকুহি নিবলৈ বৈ আছে ; গাল দুখন পকা ওঁৰ ৰঙৰ দৰে পিছল পিছল ৰঙচুৱা, ভ্ৰূযোৰৰ মাজেদি দীঘল তিলফুল হেন নাকটি তললৈ বৈ পৰা, হাহঁকণীয়া ঘূৰণীয়া মুখৰ ওঠযোৰৰ মাজেদি ফলা বিম্বফলৰ দৰে, আমগুটীয়া থুতৰিটো দেখিলে সুঁহি সুঁহি খাওঁ খাওঁ লাগে, ডিঙিটো হাঁহৰ ডিঙিৰ দৰে লেতুসেতু, হাতদুখন হাতীৰ শুঁড়ৰ দৰে লেওসেও। আঙুলিকেইটি লাহী লাহী পাঁজিসেৰীয়া,—বুকুখন উঠন 'বিবি'-চাদৰখনৰ তলত পকা থেকেৰাৰ দৰে থপ্থপ্কৈ পিয়াহ দুটা লবে, কঁকালটি মজুলাই পকৰাৰ দৰে ক্ষীণ যেন মুঠিৰে খমোচ মাৰি ধৰিব পাৰি, ভৰি দুখন ভৰ মঙহাল, তপিনাৰ পৰা গঁজালি মেলা দুজোপা কল গছহে যেন, ভৰিৰ আঙুলি কেইটি পদুমৰ পাহি হেন দেখনীয়াৰ। মুঠতে তাই কেৱল ধুনীয়াই নহয় সুন্দৰীও। সোৱণশিৰীৰ পানীয়ে তাইৰ নিপোটল দেহা কেঁচা সোণৰ দৰে সোণবৰণীয়া কৰি তুলিছে।

এজন শিল্পীৰ চকুত তাই অতিকৈ সুন্দৰী, সৌন্দৰ্য্যৰ বহঘৰা। মুকুতা পতীয়া ডালিমগুটীয়া দাঁত

পাখি উলিয়াই মিচিকীয়াই হাঁহিলে মাণিক জিলমিলে, সপোনৰ বৰণ সনা চকুযুৰিৰ পৰা কালিলে মুকুতা সৰে ।...........

ৰাতখাৰো ধুনীয়া, ৰাতিলে অমৃত হেন মউ বৰষে । ইমান ধুনীয়া পাৰ্‌ছলীক কোন বিধতাই মিচিং-গাওঁৰ মিচিং-চাঙত এৰ্‌বাম গাওঁবুঢ়াৰ ঘৰত সৃজিলে।........

"পাৰ্‌ছলী ।"........গেবেহা মাৰি আকৌ চিঞৰে ৰৰ ককায়েকে । "গৈছোঁ ক'কাই ।"......কেচুৰাটোৰে কান্দি থাকে ।

তৰালি তৰালি ফুল বছা সেউজবুলীয়া "ৰিৰি-য়েগে" মেখেলাখন ভালকৈ কঁকালত খাৰি "ৰিৰি"-চাদৰখন গাত ভালকৈ মেৰিয়াই দীঘল চুলিকোচাৰে টানকৈ খোপা বান্ধি তাই ককায়েকৰ কালে আগুৱায় ।

"এইটো ল' ।"—বুলি কৈ সি কেচুৰাটোক আগবঢ়ায় । পাৰ্‌ছলীয়ে 'ৰিৰি'-চাদৰখন খুলি-অলপ আগকালে হালে, কেচুৰাটোক পিঠিত তুলি দিয়াৰ লগে লগে চাদৰখনেৰে মেৰিয়াই বান্ধি বোকোচা লৈ গুচি ওলাই যায় ।............

আগকালৰ বাৰান্দাহেন "টুংগং'-চাঙত নিচুকনি গীত গাই গাই পিঠি জোকাৰি জোকাৰি টহলে ।.... তাই সুৰলা মউ-সৰা মাতেৰে গুণ্‌গুণাই বোকোচাৰ কেচুৰাটোক জোকাৰি জোকাৰি গায় ।—

"ওমেওৰা কাপ্‌ৰকা ।

পেক্‌-কউ-আৰে বাদ্‌মাদা

বাদ্‌য়েমিল কাপ্‌লাঙ্কা-দেই ।"—

"সোণটি ঐ । নেকান্দিবা ।

কপোতীয়ে উৰনি লৈছে, পোৱালী ফুকা নাই ।

ওলালেহে কান্দিবা ।"....

কুৰুৱা কাগুনী মলয়াই তাইৰ মিঠা মুখৰ নিচুকনি গীতটি বৈ নি ওচৰে পাজৰে বিয়পায় ।....

গোটেই গাওঁখনেই সাৰ পায় । ৰুজনুজনাই উঠে ।....

...."আলিয়াই লিগাং" সেইদিনা ; গোটেই গাওঁখনতেই উছাহমুখৰ হৈ উখল মাখল লাগে পুঁৱতী নিশাৰে পৰা ।....

"আলি" মানে আলু শিপা, য়াই মানে গুটি বা ফল, "লিগাং" মানে সিঁচা পোঁতা আৰম্ভ কৰা । "আলিয়াই লিগাং" মানে আলু পুতি গুটি সিঁচি খেতি আৰম্ভ কৰা । সেইদিনাৰ পৰা খেতি আৰম্ভ ।

মিচিং সকলৰ এই "আলি য়াই লিগাং" এটা ডাঙৰ উছৱ । সকলোৱে ৰং-উলাহেৰে এই উছৱ পাতে ।

"চিংগি"-শিমলুৰ "আ'পুন"-ফুল এই 'গিন্‌খৰ পলো" ফাগুন মাহতে ফুলে । "আ'পুন" ফুলে ফুলে "আলাং-" ৰস জমে । এই মাহতে শালিকাবোৰে জমি থকা "আলাং"-ৰস সুঁহি সুঁহি ৰং-উলাহত কিৰিলি পাৰি পুঁৱতী নিশাৰ আগ জাননী দিয়ে ।

সিদিনা বুধবাৰ 'লিগাং' ;—সিদিনাই "আলিয়াই লিগাং ।" লখিমী বাৰ । 'উই'—মঙ্গলবাৰে উপকা হৈ যায় । সিদিনা এচাম ডেকা-গাভৰুৱে সা-সজুলি লৈ বিলত মাছ মাৰি ভাৰে ভাৰে মাছ লৈ ঘৰলৈ আহে, এচামে তৰা খৰি, "কাম্‌ৰ অ'কাম্‌"—কৌপাত আৰু লগতে "পিৰ"-বগা ফুলৰ থোপা থকা কাহি বন কেইদাল গোটাই ঘৰলৈ লৈ আহে । শালিকাই 'গিলাং' ৰস খাই কিৰিলি পাৰোতে সাৰ পাই উঠি মাজু বৌৱেকে "এগি"-গাইন মাৰিৰে 'কি পাৰ্‌' উৰলত ধান বানে, ছালে, জাৰে ; চাউল উলিয়ায় ।

শেষ হোৱা নাই ধান বনা এখোন ।...........

পুৱা সোণৰ থালৰ দৰে ডাঙৰ সুৰুয ; ঘূৰণীয়া । সোৱণশিৰীৰ সিপাৰে আৰু এখন ডাঙৰ মিচিং গাওঁ । শাৰী শাৰী ডাঙৰ ডাঙৰ "অ'কুম'-চাংঘৰ বিণিকি বিণিকি দেখি ।

গোটেই আকাশখন হেঙুলীয়া সোণোৱালী । চাংঘৰৰ চালবোৰৰ মূৰবোৰ সোণোৱালী ৰহণসনা । 'চিংগি' শিমলু গছৰ আগবোৰো সোণোৱালী, ঠেক, ঠাল, ডাল সোণৰ ৰহণেৰে ৰহণোৱা ৰঙা ৰঙা "আ'পুন্‌" ফুলবোৰ জিলিকি থাকে ।

'অকুম্‌'-চাংঘৰৰ আগকালৰ টুংগংচাঙত কেচুৱাক বোকোচা লৈ থকা পাত গাভৰু পাৰ্‌ছলীৰ সোণবৰণীয়া

দিপোটল দেহাটি সোণালী বেলিৰ সোণোৱালী ৰেঙনিয়ে তিয়াই সোণৰ বহণেৰে আৰু বেছিকৈ সোণাবুৰা কৰে সেই সোণালী বোলে।..........

এনেয়ে সোৱণশিৰী, তাতে আকৌ সেই পানী আৰু সোণ চেকুৰা যালি সোণালী বেলিৰ সোণৰ বহণ সানি বেচিকৈ জেউতি চৰে।........

........ডাঙৰ বৌৱেকে ঘাটৰ পৰা বাচন-বৰ্তন ধুই লৈ আহি 'কবাং' জখলায়েদি "টুংগং" চাঙত উঠি ভিতৰ সোমায়।........

পাৰ্ছলীৰ বোকোচাৰ কেচুৱা নিতালমাৰি টোপনি যায়।

........"পাৰ্ছলী।"......ভিতৰৰ পৰা ডাঙৰ বৌৱেকৰ মাত শুনি তাই ভিতৰলৈ যায়।

এৰ্বাম গাওবুঢ়াই কাপোৰ কানি লৈ গা-ধুবলৈ ওলাই 'কবাং' জখলায়েদি খপ্‌জপ্‌কৈ নামি ঘাটৰফালে খোজ লয়।

বুঢ়ীয়ে কলহে কলহে পানী আনি সেই অগালফৰা চাঙত সজাই থয়।......অবশেষত গা-পা ধই ভাল কাপোৰ পিন্ধি জখলায়েদি উঠি চাঙত সজাই থোৱা ভৰা কলহ-বোৰ ভিতৰলৈ নিয়ে।......শুদা পাৰ্ছলীয়েও এবাৰ ওলাই আহি শেষ কলহটো লৈ ভিতৰ সোমায়।

..........মাজু বৌৱেকে চালি জাৰি ধান বনা শেষ কৰি সেই "জৰা" ঠাইখিনি চিকুনাই চাউলখিনি পাছিত ভৰাই ভিতৰলৈ সোমায়। জুহালৰ জুই ফুঁকাই জুই ধৰে পাৰ্ছলীয়ে। ডাঙৰ বৌৱেকে 'পৰৰ' চুপিত পানী ঢালি কাষতে কৌপাত, কাহিবন ধুই একাষে যতনাই থয়। মাজু বৌৱেকে এচুকত চাউলৰ পাছিটো থৈ 'মৰাম' জুহালৰ কাষলৈ আহি শাহুৱেকক পাতত দি সিজোৱা ভাত "পুৰাং" সিজোৱাত সহায় কৰে। মাজে মাজে আজৰি পালে "খানাব্ অঙ" পোৰা মাছ কৰিবলৈ আগদিনা অনা মাছবোৰ পোৰে, লগতে আঙঠাত 'ছানু' অ'ঙ শুকান মাছো সেঁকে। মাজে মাজে মুৰলী হোৱালীজনীয়ে ইটো সিটো বনত সহায় কৰে।

........'আলিয়াই লিগাং'-ৰ কাৰণে ইমান যতন। যতননো নকৰিব কিয়? এই "আলিয়াই লিগাং-"ৰ ওপৰতে গোটেই পৰিয়ালে গোটেই বছৰটোৰ কাৰণে নিৰ্ভৰ কৰিছে।

কৃষিজীৱী মিচিং-সকল কৃষিৰ ওপৰতে নিৰ্ভৰশীল। কৃষি নহলে জীৱনটো চলিব কেনেকৈ? খেতি কৰিও যদি ফচল নাপায়, তেন্তে দুৰ্ভিক্ষ-ৰাক্ষসীৰ কৰাল গ্ৰাহত পৰিব লাগিব সকলোৱে। দুৰ্ভিক্ষই মিচিং-সকলৰ জীৱনী-শকতি মষিমূৰ কৰিব, মহামাৰীয়ে মৰণৰ জাললৈ আহি খেও পেলাব,—তিল্-তিল্‌কৈ মিচিংসকল মৃত্যুৰ মুখত পৰি ধ্বংস হ'ব। সেয়েহে পৰিয়ালেপতি এই "আলিয়াই লিগাং"-লৈ ইমান ধাউতিৰে ভকতিৰে শুদ্ধ মনেৰে এই উছৱ পাতে।...........

কেৱল সেই গাওঁৱেই নহয়। অসমৰ প্ৰতি মিচিং গাওৰে প্ৰত্যেক পৰিয়ালেই এই উছৱ পাতে, আৰু এই উছৱৰ কাৰণে প্ৰত্যেক মিচিঙৰ হিয়া ইমান আকলুৱা, ইমান হেলেপুৱা।

সেয়েহে সেই গাওঁৰ প্ৰতি ঘৰে ঘৰে পৰিয়ালে পৰিয়ালে এই 'আলিয়াই লিগাং'ৰ ৰং চৰে। সেয়েহে মিচিং ডেকাসকলে কেইদিনমান আগৰে পৰা সাজু হৈ থাকে এই উছৱত ৰং ধেমালি কৰিবলৈ। সেয়েহে 'দুম্ দুম্ ঢোল, 'পেম্পা-পেঁপা, 'তাপুং' লাওবাঁহী আদি যুগুত কৰি যতনাই সিহঁতে থয়। 'সেয়েহে মিমবিৰ্' গাভৰু সকলেও চকুত ছাত মাৰি থোৱা, চমক লগোৱা ধুনীয়া ধুনীয়া শুৱনী শুৱনী ৰং বেৰঙৰ ফুলাম "বিবি-ৱেগে" মেখেলা বিধ বিধ নানা তৰহৰ মানান ৰঙৰ ফুলবছা "বিবি গাছেং" চাদৰ জপাৰ পৰা উলিয়াই যতনেৰে নিজৰ নিজৰ "ছ' পম্' ডাংত ভাঁজ কৰি থয়, মৰমৰ চেনেহৰ ছালত গুঁজি থোৱা "গুংগাং"-গগনা উলিয়াই তেলদি ৰাখে।

ইমান হেপাহ, ইমান ধাউতি, ইমান হাবিলাষ সিহঁতৰ। বৰ ককায়েকে আৰু মাজু ককায়েকে এবাৰ ঘৰৰ ভিতৰৰ পৰা কাপোৰ কানি লৈ ওলাই চাঙৰ পৰা নামি ঘাটৰ পিনে যায়। বদ্ধা কাম-বন শেষ হলত বৰ

বৌৱেকে জুহাল চাক চিকুণ কৰি মাজি পুছি নিকা কৰে।...................

পাৰ্ছলীয়েও 'ছ'পন'-ডাং-ডালত আগতে ভাঁজ কৰি জাপি থোৱা আটাইতকৈ ভাল ফুলাম "ৰিবিয়াগে" মেখেলাখন আৰু আটাইতকৈ ধুনীয়া ফুলবছা ৰঙা 'গাছেং' চাদৰখন লৈ ওলাই যায়। "টুংগং"-চাঙত অলপ পৰ থমকি ৰৈ, এখোজ দুখোজকৈ আগবাঢ়ি 'কৰাং' জখলায়েদি খোপে খোপে ভৰিৰ খোজ পেলাই আলফুলকৈ "ৰা জুম" হেতা মাৰি ডাল ধৰি "জৰা" মাটিত নামি ঘাটৰ ফালে পোনায়।..........

........এৰ্ৰাম গাওঁবুঢ়াই গা ধুই উভটি আহে।—

........সোৱণশিৰী ঘাট।—শাৰী শাৰী নাও।........

........সেই চুপাৰ বোৱাৰী জীয়াৰীহঁত, কোনোবাই গা ধুয়, কোনোবাই বাচন মাজে, কোনোবাই কাপোৰ খচে, কোনোবাই কাপোৰ সলায়। কণ কণ ল'ৰা-ছোৱালীহঁত কোনোবাই সাতোঁৰে, কোনোবাই ঢেল-ওঁপঙা দিয়ে; কোনোবাই ডুব দিয়ে, কোনোবাই পাৰৰ পৰা লৰি পানীত জপিয়ায়। ডেকাৰ জুমে কিমান যে ৰং ধেমালি কৰি গা ধুয়ে।........গাভৰু জাকে কোনোবাই সাতোঁৰে, কোনোবাই পানী ছটিয়াই খেলে। ৰং ৰহংইচৰ সীমা নাই। পাৰত গা ধুবলৈ অহা পাৰছলীক দেখি সকলোৱে একেলগে চিঞৰে, "পাৰ্ছলী! পাৰছলী!!"

সেই জুমৰ পৰা কেইজনীমানে নৈৰ পৰা তিতা গাৰে উঠি পাৰতে থিয় দি থকা পাৰ্ছলীৰ ফালে লৰ মাৰে।.... ইফালে পাৰ্ছলীও গা ধুবলৈ সাজু। এফালে কাপোৰ কানি থৈ তাই নিজৰ গাৰ মেখেলা চাদৰখনি কটকটীয়াকৈ মাৰি গহীন হৈ থিয় দি থাকে। তাইক থাপমাৰি ধৰিবলৈ খোজোতেই তাই এককতীয়াকৈ হালি পুলকি আঁতৰি যোৱাত ধৰিব যোৱাজনী হামখুৰি খাই পৰে, বাকী কেইজনীও চম্ভালিব নোৱাৰি তাইৰ গাতে উজুটি খাই ছিটিকি পৰে। এই ছেগতে পাৰ্ছলীয়ে লৰি গৈ পানীত জপিয়াই ডুব দি বহু আঁতৰত মুৰটো উলিয়াই চিঞৰে। পানীত থকা ছোৱালী কেইজনীয়ে হাঁহি খিকিন্দালিৰ উজাৰ তোলে। পাৰত পৰি যোৱা কেইজনী উঠি লাজতে ৰঙচুৰা হৈ আথেবেথেকৈ লাহে লাহে খোজ দি পানীত নামে।..........

...........চেঙেলীয়া ল'ৰা ডেকাবোৰে উলাহত হাত চাপৰি বায়।........লাজত তত নোহোৱা হৈ সেই ছোৱালী কেইজনীয়ে লাজ ধুবলৈ পানীত ডুব মাৰে।...........

পাৰ্ছলীয়ে সাতুৰি সাতুৰি মাজ পাওঁ পাওঁ হয়। লাজুকী ছোৱালী কেইজনীয়ে পোতক তুলিবলৈ সাঁতুৰি সাঁতুৰি তাইক খেদি যায়।........পাৰ্ছলীয়ে বুৰ মাৰি নেদেখা হয়।

.........কুৰিহাতমান আঁতৰত পাৰৰ ফালে তাই আকৌ ওলায়। দেখা পাই সিহঁতেও সাঁতুৰি বিধ বিধ সাঁতোৰ দি উভটি খোদ আহে।.......এইদৰে সকলোৱে সোঁৱণশিৰীৰ পানীতে নাদুৰি সাঁতুৰি উমলি ৰং ধেমালি ৰং ৰহইচ কৰে। সোৱণশিৰীৰ পানীত গা তিয়াই সিহঁতৰ নিপোটল দেহা সোণামুৱা হয়। সবাতোকৈ পাৰ্ছলীৰ ৰূপহী মুখখনি জাকত জিলিকা হৈ পৰে, হেজাৰ তৰাৰ মাজত পূৰ্ণ জোনটিৰ নিচিনাকৈ চিক্মিকাই, তিৰ্বিৰাই জকমকাই।............

হাতত দা, কোৰ, আহু ধানৰ বিধান আৰু "পিৰ" কাহি বনলৈ এৰৰাম গাওঁবুঢ়াই পথাৰৰ ফালে খোজ লয়, অকলে অকলশৰীয়াকৈ।

প্ৰত্যেক পৰিয়ালৰ বৰ জনাই সেইদিনা "আলিয়াই লিগাং"—উছৱৰ দিনা সেইদৰে নিজৰ পথাৰলৈ যায়।

........দুপৰীয়া।..........

গাওঁবুঢ়াই নিজৰ পথাৰলৈ গৈ পুব চুকত এহাত দীঘল এহাত বহল এবৰ্গহাত মাটি কোৰেৰে খান্দে, মাটিৰ চপৰাবোৰ ভাঙি ফুৰফুৰীয়া কৰে। পুব চুকত ফুল ছিগা পিৰ' কাহিবনৰ আগডাল ভালকৈ পোতে, গুঁজে, সেই চহা মাটি দবাত আহু ধানৰ বিধান কঠিয়া ধান জলাই সেৱা চেদী মেলো'—পুৰুষ প্ৰকৃতি, 'কাচিচং-কাটাক্'-দেৱ-দেৱী, "দগ্নি-পল"-বেলি, জোন, "বোগ্নীজী মেবাং" পোক-পতঙ্গা সকলোকে সাক্ষী কৰি সিচি দিয়ে, আৰু লগে লগে প্ৰাৰ্থনা কৰে,—

"চিন' আরু চিন্দা চেদী-বাবু, মেন'-নানে
কাচিং কার্ত্তাক্, দঞ্জি পল,
বোগ্জী মেবাং নলো আপ্নিঙে
তান্দাক্ কালাঙ্কা।
চিন' আলি আয়ে লিগত দুনেকে
ফজে পাতা বেলামতেইকা
ফজেমা পাতা বেলা ময়েইকা"।

"আজি 'চেদী' পিতৃ, মেন। মাতৃ, কার্চিং কার্ত্তাক, বেলি, জোন, কীট পতঙ্গ। তোমালোকে সকলোরে শুনিছা, দেখিছা আজি আলু গুটি সিচাঁ আৰম্ভ কৰিছোঁ। ভালবোব আহক, বেয়াবোৰ গুছি যাওক"।

এনেভাৱে প্ৰাৰ্থনা কৰাৰ পিচত আকৌ কয়,— "যি শস্য হব খোজনীয়াক দিম, মগনীয়াক দিম, সাধুক দিম, ভকতক দিম, যি বাকী থাকিব নিজৰ এই গাধ-শৰীৰক দিম"।...........

ভকতিৰে পূব-মুৱা হৈ পূজা কৰি অতিকৈ ভকতিৰে সেৱা জনাই দা-কোব লৈ গাওবুঢ়াই উলটি আহে।

দা-কোৰ সেই "টুংগং" চাঙৰ একালে থৈ সি 'কবাং'—জখলায়েদি খোপে খোপে উঠি চাঙৰ ভিতৰত সোমায়,—বেৰৰ কাষত সাজু কৰি থোৱা ঘটিৰ পানীৰে ভৰি হাত ধুই "মৰাম্"-জুহালৰ কাষলৈ 'ৰিচিং'-ৰ ফালে নিজৰ ঠাইত আহি বহে।

পাব্‌ছলীৰ মাকে এটা বাটি "প'ৰ-আপং"-কলা ছাই মদ ছাকি থোৱা এটা টেকেলি বুঢ়াৰ কাষলৈ আহি দিয়ে "ককাদাং"-ৰ ফালৰ পৰা আগবঢ়াই।.........

সেই "প'ৰ আপং"-ছাই মদ টেকেলীৰ পৰা বাটিত ঢালি পূব ফালৰ পৰা বাওঁ ফালেদি নিকাকৈ লিপা "মৰাম্" জুহালৰ চাৰি চুকে অলপ অলপ ঢালি বিশুদ্ধ কৰি মন্ত্ৰ মাতে,—

"আত' গুমিন্ তগুং গুমিন্
"তাত'-য়ায়' নলো চিন'
কাদাগ্ তাত্‌লাঙ্কা।
চিন'গুলো আলিয়াই লিগা দুনেকে
আৰিগ্-ইচিং অবনতেইকা
অ'কুম্-এৰাঙেম, পুপ' জাৰপ মতেইকা
দুঙ-দাগকুম্‌নেই লেঙাম্ মতেইকা।"

"বংশৰ ককা, বংশৰ আজুককা, বংশৰ ওচৰৰ ককা আইতা তোমালোকে চোৱা শুনা। আজি আমি আলু পোতা গুটি সিচাঁ আৰম্ভ কৰিছোঁ; খেতি বাতিৰ ফচল বেচিকৈ হওক, ঘৰ গৃহস্থৰ কুশল মঙ্গল সুখ সম্পদ হওক, গাওঁ-গিয়াতীৰ অৱস্থা সমৃদ্ধিশালী হওক"। মাতি সেৱা জনায়।..........

তাৰ পিচত উত্তৰ পচিম-চুকে সি চৰা পাৰি বহে আৰু এসোঁহা মাৰে। বৰ পুতেক আৰু মাজু পুতেকে নিজৰ নিজৰ চৰা আনি "ৰিচিং-ৰ" ফালে জুহালৰ উত্তৰে পাৰি বহে।

দখিণে 'কক্দাং' ফালৰ পৰা বুঢ়ীয়ে এটা বাটিত বুঢ়াক, বৰ বোৱাৰীয়েকে এটা বাটিত বৰ পুতেকক আৰু মাজু বোৱাৰীয়েকে এটা বাটিত মাজু পুতেকক "প'ৰ আপং"-কলা ছাই মদ ঢালি আনি দিয়ে। প্ৰতিজনৰে বাটিত পহিলা বিশুদ্ধ বাটিৰ পৰা অলপ অলপকৈ ঢালি বাপেকে একে উশাহতে সোঁহা মাৰি শেষ কৰি সেই শুদা বাটিটো একালে থৈ বুঢ়ীয়ে দিয়া বাটিটো মুখলৈ নি এঢোক মাৰে।

"কামৰ অ'ক্কাম" কৌপাতত "পুৰাং" পাতত দিয়া সিজা ভাত "বানাম্ অ'ঙ" পোৰা মাছ, সেঁকা ছানু অঙ-শুকান মাছ তিনিওজনক ভগাই দিয়া হয়—লগতে 'আল' মৰ্চি' নিমখ জলকীয়াও।

বাকী তিনিওজন পুতেকও আহে। সিহঁতকো সেই দৰে ভগাই দিয়া হয়।

সকলোৱে ৰং মনেৰে খায়।

ঘৰে ঘৰে সেইদৰে খোৱা বোৱা, পিয়া ধুমধামেৰে চলি থাকে। ডেকা-গাভৰু ল'ৰা-ছোৱালীহঁতৰ মন এনে উছৱৰ কাৰণে ৰং ৰহইচত মতলীয়া, বাঁহিজাঁই। বুঢ়া-বুঢ়ীৰ হিয়াতো ৰং চৰে।.......

.....সকলোৰে ঘৰে ঘৰে চাঙে চাঙে উলহ মালহ,

উথল মাথল। সিহঁতৰ বিশ্বাস, পাঁচ দিনৰ মূৰত সিৰ্চা গুটি বা পোতা আলু গজালি মেলে। এই পাঁচদিনে "লিগা চ-মান্" গুম্‌ৰাগ নাচোন বাজোন চলি থাকে ;

সেয়েহে সোমবাৰে 'আকন' দিনা পুৱাৰ পৰা ৰাজ নিশালৈকে মহাউছৱ বিশেষকৈ ডেকা-ডেকেৰী মিৰবিৰ-য়াৰেহঁতৰ এই সময়ত আলহী আহিলে তাৰ উপায় নাই। আলহী আহিলে লখিমী আহে। সোমবাৰে লি-লেন্ গজালি মেলা দিন, উছৱৰ শেষ, সেই দিনালৈকে আলহী থাকিবই লাগিব, ৰাজতে গলে তাৰ লগত লখিমীও যাব, ঘৰৰ লখিমী। গতিকে গিৰিহতে কোনোমতে আলহী-জনক এৰি নিদিয়ে। নেহাৎ যদি আলহীজনে যাবই লাগে তেনেহলে গাৰ কাপোৰ বা গামোছা বা ছোলা সেই গৃহস্থৰ ঘৰত সি এৰি থৈ যাবই লাগিব।

সেইকালে 'গেদাং' আগকালে "টুং গং" চাঙত থিয় হৈ পাৰ্‌ছুলীয়ে চুলি ফণীয়ায়—মাজে মাজে দাপোনত মুখ চায়।

........মাজে মাজে গুপুতে গোপনে আৰু এটা ফণী, মিৰি ফণী 'তাবাব্' বুকুৰ ছোলাৰ ভিতৰৰ পৰা আল-ফুলকৈ মৰমেৰে চেনেহেৰে উলিয়াই দুয়ো গালত ফুৰাই হেঁপাহেৰে ওঠৰ ওচৰলৈ নি নিফুঁতকৈ চুমা খাই চুলি আঁচুৰে।

ফণীলৈ চুমা ৰচা ই কেনে কথা ? বিশেষকৈ মিচিং ফণী "তাবাব্" ?..........

"তাবাব্" মিচিং ফণী পায় মৰমৰ চেনেহৰ অতিকৈ হেপাহৰ ভাল পোৱাজন চেনেওৰ পৰা ভাল পোৱাজনী কনেঙে চেনেওৰ পীৰিতিৰ চিন হিচাবে। এই 'তাবাব্' ফণী কনেঙে কিমান গুপুতে গোপনে মৰম-চেনেহ-ৰতনে আলফুলকৈ থয় ? কিয় ? সেই 'তাবাব্'-ফণীয়েই কনেঙৰ চেনেহৰ চেনেঙৰ সোঁৱৰণি ; সেয়ে তাইৰ জীয়া জীউ, হিয়াৰ আমঠু, বুকুৰ এফাল দেহা-লাও, কলিজা এডুখৰ চেনেঙৰ। এই "তাবাব্-"ফণী কাটোতে গঢ়োতে তাইৰ চেনেঙৰ যে কিমান দিন লাগিছিল, গঢ়োতাই হে জানে, তাত ফুল তোলোতে কিমান নিশা যে উজাগৰে কাটিছিল, তুলোতাই হে বুজে।

কিমান তেল যে পুৰিছিল, জলাওঁতাইহে গম পায়। সেই "তাবাব্" ফণীত চেনেঙে হিয়া উদঙাই ভাল পোৱা পীৰিতি চালি দিয়ে। এদিন গোপনে আছি পীৰিতিৰ অথৈ সাগৰত নাদুৰি সাঁতুৰি কনেঙৰ হিয়াত যাচি থাপি দিয়ে সেই ফণী অতিকৈ মৰমেৰে, অতিকৈ চেনেহেৰে। কনেঙেও চেনেহৰ চেনেঙৰ সেই "তাবাব্" ফণী উপযাচি আদৰি সাদৰি চুমা-মৰমেৰে বুকুত সাৱটি লয়। পীৰিতিৰ চিন স্বৰূপে।..........

তেনে ফুলাম তাবাব্-ফণী পাৰ্‌ছুলীৰ হাতত কিয় ? তেনেহলে পাৰ্‌ছুলীজনী কাৰোবাৰ কনেং হৈছেনে কি ? তাইৰ তেন্তে কোনোবা চেনেং আছে নেকি ? পীৰিতিৰ সাগৰত গুপুতে গোপনে কোনোবা চেনেঙৰ লগত একে লগে দেহাই দেহাই বান্ধ খাই নাদুৰি সাতুৰি উমলি ফুৰে নেকি ?............

স্বাভাৱিকতে সন্দেহ ওপজে বিশেষকৈ "তাবাব্" ফণী পীৰিতিৰ চিন হিচাবে পাৰ্‌ছুলীৰ হাতত দেখি।

আছে নে ?........আছে।........তেনেহলে সন্দেহ মিছা নহয়।........কোনেও নাজানে ?......জানে পাৰ্‌-ছুলীয়ে, জানে তাইৰ চেনেহৰ মৰমৰ চেনেঙে।........ কোন সেই চেনেং ?........

কুমং-য়েই বা ? এৰা সেই কুমঙেই ?......কোন সেই কুমং ?..........

সোৱণশিৰীৰ সিপাৰৰ সেই মিচিং গাওঁৰ পেগু ডেকায়ামে সেই কুমং। ঘূণাসুঁতি মাইনৰ স্কুলৰ পৰা উধাই লক্ষ্মীপুৰ হাইস্কুলত অষ্টম শ্ৰেণীৰ ছাত্ৰ সি, পঢ়া-শুনাত, স্বভাৱে চৰিত্ৰে, কথায় বতৰায় ভাল, "লিগা-চমান"-নাচ ৰাগতো পাকৈও, গুমৰাগতো পাৰ্গত...... আকৌ মনে মনে তাই সেই আবাৰ ফণীটো বুকুৰ ছোলাৰ ভিতৰত দুটা উঠন টিলাৰ মাজৰ ভৈয়াম হেন ফাকটোত থয়, আনটো বজৰুৱা ফণীৰে তাই চুলি আচুৰে, দাপোনখন চায়, তাই ধুনীয়া, মুখখন দিপ্‌লিপ্।

দীঘল চুলি টাৰিবে তাই কলডিলীয়া খোপা বান্ধে, দুপুমধুৰ খোপাটি।..........

গুপুতে মনে মনে তাই এটা দীঘল হুমুনিয়াহ কাঢ়ে, এবাৰ ভেৰেচীয়াকৈ চায় সেইফালে সোৰণশিৰীৰ সিপাৰে কুমং ডেকাৰ ঘৰৰ ফালে। মুখখন লাজত টুলটুলীয়াকৈ ৰঙচুৱা হৈ পৰে।..........

গাওঁৰ এচুকৰ পৰা "পেম্পা" পেঁপাৰ ইননি বিননি ৰিণিকি ৰিণিকি ভাহি আহে। পাৰ্ছুলীৰ চকুৰ পাহি লোতকৰে তিতে।

আন চুকৰ পৰা "দুম দুম" ঢোলৰ গুমৰাগ গুম-গুমনিয়ে বতাহৰ ঢৌত কঁপনি তোলে। তাইৰ হিয়া কঁপি উঠে।..........

অসহনীয়ভাবে তাই টুংগং চাঙৰ কাণত থিয় হৈ আকৌ চকু মেলি চায় বৰকৈ সেই সোৰণশিৰীৰ সিপাৰে কুমঙৰ ঘৰৰ ফালে। বুকু ভগা হিয়া ছিগা দীঘল হুমুনিয়াহ এটি ওলাই আহে।..........

এচাম ডেকাই কিৰিলি মাৰে, "দুমদুম" ঢোল বাজি উঠে, পেম্পা পেঁপাই টিহিটি টিহিটি সুৰদী সুৰীয়া মাতেৰে বিনায়, তাল দুপাতে তালে তালে কোব দি মাতে।...........

এই দৰে "লিগা চমান্" গুমৰাগ্ নাচোন-বাজনাৰে এনে উছৰ "আলিয়াই লিগাং"ৰ পাতনি মেলা হয়।

"মিন্বিৰয়ামে" ডেকা-গাভৰু সকলে এজন দুজন এজনী দুজনীকৈ গোট খায়। "মিনে মিজিং" বুঢ়া-বুঢ়ীও লাহে লাহেকৈ যোগ দিয়ে।

'ক'-কাং' ল'ৰা-ছোৱালীৰতো কথাই নাই। উলহ মালহ লাগি যায়, দোল্দোপ্ হেন্দোলদোপ্। উখল মাখল।.............

........জুমে জুমে "য়ামে-মিন্বিৰ্"—ডেকা গাভৰু "ক-কাং" ল'ৰা-ছোৱালী, "মিনে মিজিং" বুঢ়া-বুঢ়ী সকলোৱে গোট খায়।..........

"কিনো বাইকহনীৰ দৰে মোকোৰা-মোকোৰীকৈ খাইছ ? লাহে লাহেকৈ খা, আকৌ। অ' আই চিৎ পখিলীহে যেন। কেতিয়া যাওঁ, কেতিয়া যাওঁ লাগিছে, ইচ্ কেনে কৰে ?"

মাকৰ এনে চোকা চোকা কৰ্কথনা মাত শুনি পাৰ্ছুলী পেপুৱা লাগে। খাওঁ নেখাওঁকৈ আথে ৰেথে তাইৰ খোৱা ভাগ অটাই তাই ওলাই যায়।........

বাপেকে ককায়েকহঁতে হাঁহিৰ উজাৰ তোলে।........

"টুংগং" আগ চাঙত লচ্পচী, খচ্খচী ৰচকী লচকী সেই পাৰ্ছুলীজনী।........

ৰং উলাহত ৰাঁইজাঁই তাইৰ উচাটন মন।......গাত ধুনীয়া ফুলাম "ৰিবিয়েগে"-ৰেখেলা, ৰিধ ৰিধ নানা তৰহৰ নানা বৰণৰ ফুলেৰে ফুলাম "ৰিবি"-চাদৰ।........

"কৰাং"—অখলায়েদি খোপত খোপে দোপত দোপে চৰণ পাহী মেলি আলফুলকৈ "ৰা-জুৰ্" হেতা মাৰিদাল ধৰি "জৰা"-মাচিত চৰণৰ্ ছাব পেলাই খচমচকৈ প্ৰায় সৰি যায় তাই নাচৰ খোলালৈ।........

........নাচ-বাগৰ খোলা। জুমে জুমে "য়ামে" ডেকা সকলৰ ৰূপহী মিন্বিৰ "গাভৰু সকলৰ 'অ'ক'-কাং" ল'ৰা-ছোৱালী জাকৰ, ৰং-বলিয়াহঁতৰ আটোম্ টোকাৰীকৈ পতা ৰং উলাহৰ মেল।..........

জাউৰী জাউৰীয়ে "অয়নিতম্"-চেনেহৰ নাম চউ-পাশে মৰম চেনেহ চালি বিয়পি পৰে, দীঘলীয়াকৈ লেহেতীয়াই করুণ ৰস নিগাৰি ৰং ছেওত পেলাই উলাহৰ সুৰ ৰিৰিভি উঠে। "গুম্ৰাগ গুম্ৰাগ"কৈ গিৰগিৰাই "দুম্দুম্"—ঢোল বাজি উঠে। তালৰ তালে তালে ছাৱে ছাৱে কান্ধৰ সমানে দুয়োফালে কিলাকুটি মেলি হাত দুখন উপৰ-মুৱাকৈ ৰাখি হাতৰ মুঠি মেলি, মাজে মাজে নমাই দুয়ো পাশে ইকাল সিকালকৈ ওলমাই নচুৱাই লাৱণীদেহাত লহৰ তুলি, বিধ বিধ ৰকম ৰকম তৰহ তৰহ লাচ, ঠাচৰ সাঁচ কাটি ভঙী তুলি নাচে সেই ৰংদৈ ৰং বাউলী মিচিং গাভৰু সকলে ;—কঠীয়া তোলা, ভুই ৰোৱা, ধান দোৱা,....সুতা কটা, তাঁত বটা, কাপোৰ বোৱা কিমান ধৰণৰ যে নাচ।....সেই খোলাত নাচোনৰ চউ খেলি যায়।....

সেই লচকী, ৰচকী ৰূপহী পাৰ্ছুলী জাকত জিলিকা হয়, নাচ, লাচ আৰু ঠাঁচৰ লহৰ তুলি জেউতি চৰায়। ডেকাহঁতৰ কিৰিলিৰ উজাৰ উঠে, "ৰেব্বা,

ৰেঙ্কা" চিঞৰণিত গগণ কালি যাব খোজে ।...."পেম্পা"-পেঁপাই বিনায়, পেটৰ চেপাত কোঁপোলা বাঁহৰ চুঙা "দুম্পাক্" গুম্‌গুমায় । "ঙংগাং" গগণাই গভীৰ সুৰত গংগঙায় । গোৱাত পাকৈত, নাচত পাৰ্গত পাব্‌ছলীয়ে চকুযুৰি আধামুদাকৈ আবেগেৰে সুন্দৰী সুৰত গায় লেহেত্তীয়াকৈ,—

"তাম্নীলা তাংগেলা আওৱে মেঙা চুম্‌ৰেকুম্
চ'লি চানান্ প-দ-পে লেনে মিকছে দিদুবং
দিগ্‌নে মিব্‌ছি তায়লয়কম কাত্তেম্ য়ৰংকা
ঙক্‌কে দয়িং তাংপেমি ল-ঙক্‌ক্কে কইপে গিলাংকা ।।

—"তোমাৰ ইননি বিননি শুনি নিজৰ বিষয়ে ভাবি গুনিগুঁথি চিন্তি থাকোতে ধাৰাষাৰ বৰষুণৰ দৰে মই জোলোকে জোলোকে কেচা চকুলো টুকিছোঁ ....অচিন জীউ । তুমি জলা জুইত ঘিউ নাচালি মোৰ দুখৰ কথা জানিবলৈ হেপাহ কৰিছা যদি মোৰ কাষ চাপাচোন ।"....

কেঁচা চকুলোৰে "অয়-নিতম্" গাই থকা পাব্‌ছলীৰ ঔ বৰ্ডীয়া পিছল গাল দুখনি তিতি যায় । বুকু ভগা হিয়াছিগা দীঘল হুমুনিয়াহ এটি আগ্নেয়গিৰিৰ দৰে এছাটা ধুমুহাৰ নিচিনাকৈ ওলায় । তাইৰ নিমজ কোমল দেহা দেই পুৰি যায় । খব্‌খেদাকৈ "গুম্‌বাগ" ঢোল বাজি উঠে । সেই অগনিৰ পোৰণিত তাই ছটফটাই নাচে ।

"আলিয়াই লিগাং" উছৱৰ পাতনি সকলোৱে মিলি এই দৰেই উছৱ মুখৰ কৰি মেলে ।

উলহ মালহ, উখল-মাখল, দোলদোপ হেন্দোল দোপ ।....

ঘুনা-সুঁতি সোৱণশিৰীৰ গৰভৰ পৰা ওলাই পুনৰ সোৱণশিৰীতে বিলীন হৈছে । সোৱণশিৰী আৰু ঘুনা-সুঁতিৰ লগত সম্বন্ধ থকা সকলৰো সেই কথা একেই ৰতৰা ; নাৰীৰ গৰভৰ পৰা জনম লভি আকৌ নাৰীৰ হিয়াকোঁহতে জাহ যোৱাৰ দৰে ।

...সোৱণশিৰীৰ সিপাৰে এখন গাওঁ, কুমংহঁতৰ । তাৰ 'অকুম্'-চাংঘৰবোৰ বিণিকি বিণিকি দেখা যায় । সেই গাওঁৰ দুছৰা চাং ঘৰটো এজনীৰ হিয়াত দ'কৈ ছাব খাই আছে । কাহিলি কাহিলি জোনাকত হাতী হেন, পুৱা সোণালি বেলিৰ সোণোৱালী কিৰণ সানি সোণৰ কাৰেং হেন, ভৰ দুপৰীয়া চক্‌চকীয়া ৰ'দত জকমকীয়া মেট্‌মেটীয়া অকুম্ হেন, সন্ধিয়া ৰঙচুৱা ৰহণ সানি ৰঙালী ৰাঙলী ৰং-ঘৰ হেন কত ৰবণৰ যে সেই চাং-ঘৰটো, সেই 'অকুম্'টো পাব্‌ছলীৰ হিয়াত সাঁচ কাটি বহি আছে পাট গাভৰু বয়সৰে পৰা, এটা দ সাঁচ ।....

....কুমং-ৰ হিয়াখন তাৰ 'অকুম্' চাংঘৰৰ দৰেই থম্‌থমীয়া....আহল-বহল, দীঘল ; কাৰেং হেন গহীন । ভিতৰ-চৰাত সোমালে বাহিৰলৈ ওলাই অহা ইমান সহজ নহয় ; সেই কুঠৰীৰ বহ-ঘৰা মৌ-বাহৰ মৌ কোঁহৰ এঠাত লাগি থাকিবলগীয়া হয় ।....

....কুমং লখীমপুৰ হাইস্কুলৰ দশম শ্ৰেণীত পঢ়ে ; প্ৰথম হয় বছৰি বছৰি । পঢ়া-শুনাত যেনে ভাল, খেল-ধেমালিতো পাকৈত, গীত-নাচ বাজনাতো অতিপাত পাৰ্গত । পথিৰ পাঠাৱলী ইমুৰৰ পৰা সিমুৰলৈ তেনেই মুখস্থ, অনৰ্গল গাই যাব পাৰে সল্‌সলীয়াকৈ, নেওতা, শুভঙ্কৰী-আৰ্য্যা, ফৰমুলা, এলজেব্ৰা, জ্যামিতি কণ্ঠস্থ, অঙ্ক কৰিলে বিশুধ্‌কৈ কৰি যাব পাৰে ফটফটীয়া ধুনীয়াকৈ ; ফল নিৰ্ভুল । খেলিলে ভৰিত বল আঠাৰ দৰে লাগে, বলটো যেন তাৰ বশত, তাৰ মন্ত্ৰৰ গুণত তাৰ হে বশীভূত । অকীয়া পঁকীয়াকৈ বল নি সহজে গোল দিয়ে । তাৰ মাত বৰ সুৰীয়া, বৰ সুন্দৰী অমৃত হেন ; মউ নিজৰি মুখেদি নিগৰি ওলায়, শুনোতাৰ কাণত মউ বৰষে, বৰ মিঠা লেহেতিয়াই গালে বুকু চিৰাচিৰ্ হৈ যাব খোজে, হিয়া পমি যায়, গালেদি চকুলো বয় ; বং উলাহৰ সুৰত গালে এপাক নাচিবৰে মন যায় বাঁইজাঁই হৈ উচাটন হৈ বং বলিয়াৰ নিচিনাকৈ ।

সোৱণশিৰীয়েও শুনি কুলুকুলুকৈ গাই গাই বয় । সি নাচিলে, গাত লহৰ তুলিলে, গা জিকাৰ খাই উঠে, পাৰেঁ৷ সাপাৰেঁ৷কৈ তাৰ লেখীয়া নাচোন ভঙী তুলিবলৈ মন যায় ।

সোৱণশিৰীয়েও ঢৌ তুলি নাচে ; গছ-গছনিৰ ডাল, পাত হালি জালি থাকে ।

"দুব্‌দুব্‌" ঢোলত সি চাপৰ দিলে, তাৰ মাদুকৰী মাৰিৰ কোৰ পৰিলে, "গুম্‌বাগ্‌ গুমবাগ" শব্দে, বাৰিষা ভাৱৰৰ গিৰগিৰণি উঠে। ডকা চাকনৈয়া বুকুত লৈ ভৰ বাৰিষাৰ সোৱণশিৰীয়ে গুঁজৰাৰ দৰে।....

তাৰ মুখৰ চেনেহৰ 'অয়-নিতম্‌' গীতে যেই কোনো চেনেহীৰ হিয়া, 'মিম্‌বিৰ্‌' গাভৰুৰ মন চুম্বকৰ দৰে আকুহি নিয়ে, পাৰছলীৰ হিয়া মন বাউলী নহবনো কেলেই ?....

আলি-আই-লিগাং উছৱ—সকলো মিচিং-মিৰিৰ চাংঘৰত। কুমংহঁতৰো....

দেওবাৰ,—"দক্ষিণ লক্ষে"—নিশা।

ভৰ দুপৰ। নিশিৰশিৰ--নিজম নিমাত।....

চকুত ঘুমটি নাই—গোটেই নিশা উজাগৰে শোৱাপাটিত ছট্‌ফটাই থাকে কুমঙে।—মাজে মাজে দীঘল হা হুমুনিয়াহ বুকু মোহাৰি ওলায়।—চাঙত সকলোৰে টোপনিত লালকাল।---নাকৰ ঘৰ্‌ঘৰনি ফচ্‌ফচনি ;—চাঙৰ মজিয়াত শুই থকা সকলৰ ;— ইফালে সিফালে চুকে, কোণে যেয়ে য'ত শুইছে।....

কুমঙে ছট্‌ফটায় ;—হিয়াত কেৱল পাৰ্‌ছলীৰ ছবিখন হে জিলিকি থাকে ; দু চকুৰ আগত সকলো সময়তে সাইলাখ পাৰছলীৰ মুৰতি হে সন্মুখত বিৰিঙে নয়ন-জুৰি মুদিলেও দেখে।—টোপনি নহাত তাৰ খং উঠে ;—তাইক গালি দিয়ে, নেৰা নেপেৰা গালি শপনি। বেচেৰী পাৰছলী নিমাখিতজনী।—তাতো মৰম-চেনেহ সনা। গালি শপনিৰ জগনি-গিৰিয়ে জুই নোগাবে ;—পীৰিতিৰ উহৰ পৰা নিজৰি হে ৰয় এই-বোৰত। কিমান মৰমী কিমান চেনেহী,—পীৰিতিৰ লগৰীবোৰ।....

পদুমৰ পাহিবোৰ বখলিয়াই বখলিয়াই চকাটো ওলোৱাৰ দৰে একোটা একোটা সোঁৱৰণি ভুমুকি মাৰে। পুৰণি সোঁৱৰণিবোৰ। গা বমৰ্‌ৱায়, বুকু হুৰহুৰায়।—হুঁৱৰি ভাল লাগে তেও।....

....সিদিনা বৰ বৰষুণ, 'ভৰ আহাৰ।—ভৰা পিটা বৰষুণ।—পুৱাৰ লগে লগে বৰষুণ থাৰে।....

তেতিয়া কুমং পোন্ধৰ বছৰীয়া, ঘুণাসুঁতি মাইনৰ স্কুলৰ পঞ্চম শ্ৰেণীত। তৃতীয় শ্ৰেণীত পঢ়াৰে পৰা সি ঘৰৰ পৰা সদায় পুথি-পত্ৰ লৈ টুলুঙা নাওত উঠি নিজে বঠা মাৰি সোৱণশিৰী পাৰ হৈ সিপাৰে এৰ্‌বাম গাওঁবুঢ়াৰ গাওঁৰ পাৰ্‌ছলীহঁতৰ বাটত চপাই ভালকৈ নাওখন এটা খুটাত বান্ধি ঘুণাসুতি মাইনৰ স্কুললৈ যায়। কেৱল দেওবাৰে বাদ।—সেইদিনাও সি যায়। আগবেলেখীয়াকৈ। শনিবাৰে অৱশ্যে তিনি-পৰতে ফিৰে।....

ৰবকাল বতৰ।....এচমকা মেঘো নাই—আকাশ নীলা। সোৱণশিৰীৰ পানীও ঘন নীলা।—চোকা ৰ'দ, পিঠি পোৰে .

সিদিনা শনিবাৰ। তিনিটা শ্ৰেণী হোৱাৰ পাচত স্কুল ছুটি—আবেলিৰ আগে আগে।

কিতাপ পুথি লৈ সি ঘৰমুৱা হয়।—দেড় মাইল বাটকুৰি বাই অহাৰ পাচত সি ভাগৰি পৰে—খোজ কাঢ়ি নহয়, চোকা ৰ'দৰ তপত তাপত।

বাটতে 'মিপাগ',-হিন্দু গাওঁ এখন পায় ; এজোপা গছৰ তলত জিৰণি লয় সি। কপালত ঘামৰ টোপালবোৰ ৰ'দত তিৰ্‌তিৰায়, ছাঁতো চিক্‌-মিকায়।....

কাষতে কুঁৱা—পকা কুঁৱা।—মানুহৰ ভিৰ, পথাৰত লুতুৰ্‌ পুতুৰ্‌ হৈ অহা মানুহ। কাষৰে পাজৰে দুই চাৰিটা লৰা উমলি উমলি গা ধুই থাকে, মাকনে বায়েক সিহঁতে সিহঁতক ধুৱায়।

পিয়াহত কুমং আতুৰ। কিতাপ পুথি গছৰ তলতে থৈ সি কুঁৱাৰ ফালে আগবাঢ়ে।....কুঁৱাৰ পাৰ।....

এটা বাল্‌টিং পাৰতে বচাবে সৈতে পৰি আছে। বৰ নোৱাৰি বাল্‌টিংটো লৈ বচাটো ধৰি সি পানী তোলে সেই কুৱাৰ পৰা।....বাল্‌টিঙৰ পৰা পানী ঢালি ওপৰ কটীয়াকৈ একাষে বহি সোঁহাতৰ আঁজলিৰে পিয়াহত সি জোলোকে জোলোকে খায়। পিয়াহ পলায়, —সি তৃপ্তি পায়।....বাকী পানী তাতে পেলাই সি থিয় দিয়ে।....

"বোপাই ! তুমি কোন স্কুলত পঢ়াহে ?"—এজনে সোধে।

কুমঙে কয়,—"ধূনা-সুঁতি মাইনৰ স্কুলত।"

"কোন শ্ৰেণীত ?"

"পঞ্চম শ্ৰেণীত"—ক্লাচ ফাইভত।

আন এজনে সোধে ইংৰাজীত,— "What is your name ?"

"My name is Sri Kumang Pegu ?"

"দেখিছা ! এই মিৰি লৰাটো তপ্ তপ্‌কৈ সলসলাই কেনেকৈ ইংৰাজী কব পাৰে। আৰু আমাৰ গাওঁৰ অসমীয়া লৰাকেইটাক চোৱা,—ইংৰাজীত সুধিলে পেপুৰা লাগে, সেমেনা-সেমেনি কৰে।"

আঁতৰৰ আদহীয়া এজনে গা ধুই কাপোৰ সলাই আছিল। খঙত জলি পকি খেদি আহি কুমঙৰ মুখামুখি হৈ থিয় দি কয়,—"হেবৌ তহঁত নাজাননে,—তহঁত মিৰিহঁতে এই কুৱাটো ছুলে ছুৱা যায় বুলি। ছেঃ ছেঃ-ছেঃ খালি খালি খালি।"....

দপ্‌কৈ জলি উঠে কুমঙৰ বুকু,—ছুম্‌ছুমাই যায়।.... ধপহ কৰে বেগাবেগিকৈ খোজ লয় সি সেই গছ জোপাৰ ফালে।—পুথি-বহীবোৰ লৈ সি গুছি যায় ঘৰৰ ফালে—সিহঁতলৈ নোচোৱাকৈ।

....চোকা ৰ'দ। সিফালে তাৰ মন নাই ;—তাৰ কেৱল চিন্তা,—সি জানোঁ অসমীয়া নহয়,—মিচিং-মিৰিসকলে জানোঁ অসমীয়া বুলি চিনাকী নিদিয়ে ? হিন্দুবোৰ হল অসমীয়া, আৰু সিহঁত মিৰিসকল হল অনা-অসমীয়া অসমত খিলঞ্জীয়া বাসিন্দা হৈও। সেয়েহে হিন্দুসকলৰ মুখত শুনা যায়,—এইয়া অসমীয়া গাওঁ, সিখন মিৰি গাওঁ। ইমান পৰ ভাবনে এওঁলোকে ?.... এই কুৱা—ৰাজহুৱা কুৱা,—তাক ছুলেও ছুৱা লাগে, কুৱাটো যেন হিন্দুসকলৰ হে,—মিৰি সকলৰ নহয়।.... ওৰে বাটে নানান্ চিন্তাই তাৰ মন জুমুৰি ধৰে।.... ভাবি চিন্তি গুণি গুঁথি তাৰ কাণ দুখন ৰঙা পৰি যায়।

....জটিল প্ৰশ্ন।....

....অকস্মাতে আকাশত চেৰেকনি মাৰে। কুমঙে চক্ খাই ওপৰলৈ চায়। ৰ'দ নাই, বেলি নাই—ঢাক খাইছে। চমকা চমকা কলা কলা ডাৱৰবোৰে উভটা খৰ দি আকাশখন ছাটি পেলাইছে,—সোঁ-সোঁৱাই পচোৱা বতাহে জোৰকৈ বৈ মেঘৰ ডোখৰ বোৰক থিয়পাই পেলাইছে।....ধুমুহা আহিব,—তাৰ ভত হয়।....

খোজৰ বেগ বাঢ়ে।—এনে প্ৰাকৃতিক দুৰ্যোগৰ ওচৰত মিৰি অসমীয়াৰ কোনো প্ৰশ্ন নুঠে।....

আৰু কিমান দূৰ ?....সৌৱা—জোৰা শিমলু দুজোপা ; ইটোক সিটোৱে আকোৱালি।....

সি বেগ দিয়ে—আৰু বেচি বেগ দিয়ে। ডাৱৰৰ দল তাৰ খোজতকৈ বেচি লৰে।....

....বেচি দূৰ নাই—সেইয়া এব্‌ৰাম্ গাওঁবুঢ়াৰ গাওঁখন।....

উপায় নাই—সি লৰ মাৰে।....তাৰ জীৱনৰ কাৰণে নহয়—তাৰ পুথি কেইখনৰ কাৰণে।....পুথি-বহীলৈ তাৰ ইমান ধাউতি, ইমান ভকতি। কেইজন হিন্দুৰ আছে—সৰস্বতী গোসানীলৈ এনে পৰম ৰতি—অসীম ভকতি ? —অথচ বীণাপাণি বোলা কোনো দেৱীয়েই মিৰিসকলৰ নাই। তেওঁলোক যদি হিন্দু নহয়, অসমীয়া নহয়, তেনেহলে কি ?—মিচিং-মিৰি জনজাতি।....

....আকাশত মেঘৰ গৰজনি গাঁজে, বিজুলীৰ চিক-মিকনি চিক্‌মিকায়।....লগে লগে ডবা-পিটা বৰষুণ—ধুমুহাৰ বৌ-বৌৱনি।

....ভাল খেলুৱৈ—ভিৰাই লৰ মাৰে সি।....সি তিতে, —বেচি নহয়, অলপ। বুকুৰ মাজত ছোলাৰ তলত পুথিবোৰ লৈ সি দৌৰ দিয়ে।....

....এব্‌ৰাম্ গাওঁবুঢ়াৰ চাং-ঘৰ। "জবা"ত জিৰায় সি।....আগফালৰ "টুংগং" চাঙৰ ফালে সি চায়। দেখে এজনী ছোৱালী।—ইমান ধুনীয়া, ইমান লাৱণী, ইমান ৰূপহী ;—তাৰ ফালে "টুংগং"-ৰ খুটাত ধৰি হেলনীয়াকৈ আওজি টহটহ্‌কৈ চাই আছে। মোহিনী চাৱনি ;—চুম্বকৰ দৰে তাক আকুহি নিয়ে, সি তাত নাই, আছে কেৱল তাৰ দেহাটো। কুমঙৰ গোটেই

খিনি তাই কাঢ়ি লিছে। তাৰ জীউকো।....সি পমি যায়,—নিজক হেৰুৱায়। সিও চায় তাইৰ ফালে,—আকুল চাৱনি তাৰ। চাবি চকু মিলি যায়;—দুয়ো দুয়োক নেদেখা হয়;—একাকাৰ হৈ যায়।....উভয়ৰ দেহাত ৰিৰিৰিৰিনি উঠে;—এটা বিজুলীৰ শিহৰণ।

"পাৰছলী।"....কোনোবাই যাতে ভিতৰৰ পৰা আদহীয়াৰ মাত।

"গৈছোঁ।"....বুলি কৈ কুমঙৰ ফালে চোকাকৈ চাই তাই গুছি যায়। সুৱদী, অমিয়া মাত।....তাইয়েই পাৰছলী,—এৰ্বাম্ গাওঁবুঢ়াৰ জীয়েক;—সেই নুমলী জী জনী।....

....গুছি গল তাই, পৰি ৰল কুমঙৰ জঁকা। কুমঙৰ জীউ তাইৰ মন-কোঁহত তাইৰ হিয়া-কোঁহত—তাইৰ গোটেই শৰীৰৰ কোঁহে কোঁহে।....

সি তবধ মানে।....নিকুঁটকৈ মাত ওলায়,—"পাৰছলী।"....

....চেতনা জাগে।....ডাৱৰ কাটে। পচিমে লহিয়াই যোৱা বেলি ওলায়। বেলিৰ চৌপাশে চেকুৰা চেকুৰা নানা তৰহৰ ৰংবোৰ;—খেলে মেলে,—খেল-মেল হে।

তাৰ তত আহে; ইফালে সিফালে চায়। সোৱণ-শিৰীৰ পূব পাৰে—সিপাৰে নিজৰ গাওঁত তাৰ চাৱনি থিৰ হয়।

কিন্‌কিনীয়া বৰষুণ।....গাওঁৰ ওপৰত সাঁতো-বৰণীয়া ৰামধেনু।

....গুছি যায় কুমঙে এৰ্বামৰ গাওঁবুঢ়াৰ "অ'কুম্"—চাং-ঘৰৰপৰা পাৰ্‌ছলীৰ "টুংগং"—চাঙৰ আগৰ "জৰা" মুকলি-ঠাইখিনিৰ পৰা। হিয়াত কিবাহৰ কিন্‌কিনীয়া বৰষুণ;—হিয়া-কাৰেঙৰ চূড়াত চাকিৰ দৰে যুৱণীয়া মনোৰম ৰামধেনু।....

সি কব নোৱাৰে তাৰ কিয় এনে হল। সি আগুৱাই যায়, মন তাৰ কেৱল পিছুৱায়,—পাৰ্‌ছলীৰ ফালে।.... সি ঘাট পায়,—জাপ মাৰি তাৰ টুলুঙা নাওৰ টিঙত উঠে। নাও চপলিয়ায়। খুটিৰ পৰা বান্ধ খুলি সি নাও এৰে,—কোলাত যতনে পুথি-বহী থৈ। সি বঠা মাৰে। নাও আগুৱায়;—চৌবোৰ পাচুৱায় পাৰ্‌ছলীৰ ঘাটৰ ফালে।....

পাৰ্‌ছলীৰ তেতিয়া দহ বছৰ বয়স; কঁকালত মেখেলা—"ৰিৰি-ৱেগে।" তেওঁ মনোমোহা।....

দুটা প্ৰশ্ন তাৰ অন্তৰত জাগে,—সি অসমীয়া নে অনা-অসমীয়া,—কুমঙৰ জীউ তাৰ দেহাত নে আন কৰবাত?....

....বঠাইও প্ৰশ্ন কৰে।....সোৱণশিৰীয়ে বা কি কয়?—কলেও সি নুবুজে।—সন্দেহৰ ধুৱলী-কুঁৱলীত তাৰ মন হেৰায়।....

....আৰু কত কথা ভাবে সি। ভাবনাৰ শেষ নাই।

নাও মাজ পায়। বৰষুণ নাই। ঘিয়লি সন্ধিয়া। পচিমে সিপাৰে এৰ্বাম-গাওঁবুঢ়াৰ গাওঁৰ পাৰ্‌ছলীৰ 'অকুম্'-চাংঘৰখনৰ ছালখন আগুৰি আছে নানা তৰহৰ নানা বৰণৰ বিধ বিধ ধৰণৰ ডাৱৰৰ চমকাবোৰে,—ৰঙা, হালধীয়া, বেগুনীয়া আৰু যে কিমান!....

....আৰু এদিন। জেঠ মাহ;—বাগৰি আহাৰ পাওঁ পাওঁ।....শিমলু গছ এজোপাৰ ডাল কেইডালৰ খেৰেপাত টঙীঘৰ।....

ভৰ দুপৰীয়া।....মাজে মাজে চৰাই চিৰিকতিৰ মাত।....

টঙীঘৰত অকলে কুমং শুই থাকে। টোপনি নাই, উজাগৰে;—কিন্তু চকু দুটা মুদা।....

কোনোবা ডালত শালিকাজাকে ৰমলিয়ায়। আটাইতকৈ ওখ ডালত কপোত-কপোতীয়ে কুৰুলিয়ায়। দূৰ-দূৰণিৰ পৰা কেতেকীৰ মাত ৰিণিকি ৰিণিকি শুনা যায়।....কুলিৰ "কুউ কুউ" মাত মাজে মাজে ক্ষীণ, ৰিণি-ৰিণি।....

....নিজঁৰ নিমাত।....জিলীৰ মাতে গহীন কৰি তোলে।

নিশিৰ-শিৰ।....

"আই ঐ। মৰিলোঁ ঔ।—মৰিলোঁ ঔ।"....কোনোবা ছোৱালীৰ চিঞৰ।

চকু মেল খায়। খপহকৈ উঠি ধনু-কাঁড় লৈ

কঁকালত মিত-দাৰ খাপৰ বান্ধি চণ্ডীঘৰৰ পৰা ওলাই তত্তালিকে জখলাৰেদি নামি কুমণ্ডে সেই চিঞৰৰ ফালে ভিৰাই লৰ দিয়ে

"মৰিলোঁ ঔ—মৰিলোঁ ঐ।"—আকৌ চিঞৰ খেৰণিৰ ফালে।

সেই খেৰণিৰ ফালে লৰ দিয়ে সি,—খেৰণিৰ মাজত জপিয়াই পৰি দেখে এপাল মহ। পোৱালী থকা শিঙাল মহজনী ছটফটাই থাকে; নাকেদি ফচ্‌ফচনিৰ ধুমুহা বয়।

কুমণ্ডক দেখি তাই থৰ লাগে। আন-আন মহবোৰে তাক দেখি পলায়। সেই মহজনী ইফালে সিফালে চায়, পোৱালীজনী নাই। জাকৰ মাজৰ পৰা তাৰ হেম্বেলনি শুনি মহজনীও লৰ দি নোহোৱা নেদেখা হয়।....কাষতে এটা খাল।....সেই খালত তাৰ চকু পৰে; দেখে এজনী ছোৱালী খালৰ ভিতৰত পৰি আছে।....সি কাষ চাপে; খালৰ পৰা তাইক দুখন হাতেৰে তুলি, ঝুকলিলৈ আনি খেৰৰ ওপৰত শুৱায়। তাই অচেতন হোৱা নাই ভয়ত পেপুৱা, বিবুধি। তাইৰ দেহা খালৰ বোকাত লুতুৰী-পুতুৰী।....কাষতে সোৱণশিৰীৰ পাৰ। তাৰ পৰা তাইৰ দেহা তুলি নি পাৰত সি থয়।....নৈৰ পৰা পানীত গামোছাখন তিয়াই তাইৰ মুখখন ধুয়;—দেহাৰ অত তত বোকা পখালিয়ায়;—তাইৰ দেহা নিকা হয়, সোৱণশিৰীৰ পানীৰে সোণ-চেকুৰা হয়, সোণবৰণীয়া দেহা জিলিকি উঠে।....বুকুত গঁথা "ৰিবিয়েগে-"মেখেলাৰ লোচৰ গাঁথিটো সোলোকি যায়।....দুবাৰ আনোতে খুলি যায়। বুকুত সেই জোৰা কিনো?—এটা তীব্ৰ অনুভূতি, গাত বিজুলীৰ শিহৰণ চিৰিংকৈ উঠে;—গাৰ দাল দাল নোম থিয় হয়।....

তাই পাৰ্‌ছলী।....ইপাৰে সিহঁতৰ পাম কুমংহঁতৰ গাওঁ থকা পাৰত। নাও লৈ তাই অকলে সোৱণশিৰী পাৰ হৈ পাৰত লগাই খুটিত বান্ধি বঠাডাল থৈ টিঙৰ পৰা পাৰলৈ জাপ মাৰোতে কাষতে উমলি চৰি ফুৰা মহ-পোৱালীটো উচপ্ খাই উঠি পলায়; কাষতে বাঁহ খাই থকা শিঙাল মাকজনী খেদা মাৰি অহাত তাই খেৰণিৰ মাজত ভিৰাই লৰ মাৰে। গাৰ-"গাছেং"—চাদৰখন কৰবাত সোলোকি পৰে। জীৱনৰ কাৰণে কোঁপাই জোঁপাই চিঞঁৰি চিঞঁৰি লৰ দিওঁতে খেৰণিৰ মাজত থকা খালটোত পৰি তাই বইখা পৰে।....

....সদায় মুণা-সুতি স্কুললৈ যাওঁতে নিতৌ দেখা হয় এই পাৰ্‌ছলীৰ লগত কুমণ্ডৰ।....পাৰ্‌ছ আলেঙে আলেঙে গুপুতে গোপনে খাপ লৈ থাকে কুমণ্ডৰ কাৰণে, স্কুললৈ যাবৰ পৰত টুলুঙা নাওৰ কাৰণে। তাৰ নাওখন ঘাটত চাপে পুৱা এপৰত,—সন্ধিয়া চাৰি পৰত স্কুলৰ পৰা আহি নাওৰ বান্ধ খুলি বঠা মাৰি গুছি যায় সিপাৰলৈ—ঘৰৰ ফালে সি।....

....এটা সপোন অথচ দিঠক।....

....কৰবাত দুখ পাইছে বুলি—সি অ'ত ত'ত লাৰি পিটিকি চায়, তাইৰ নিমজ, লাৱনী দেহাটোৰ ওপৰেদি আল-ফুলকৈ হাত বুলায়;—[বুকুৰ সোঁফালে সেই উঠন্ নিপোটল ডোখৰটোৰ ওপৰেদি হাত ফুৰাওঁতেই এটা আঁচ দেখে, এচেকা তেজ, তিতা গামোছাৰে মছি দিয়ে, লোচটো খহি পৰাত, দুডোখৰো আলফুলকৈ পিহে, শেহত জোৰকৈ মথে।....সি নিজক কবই নোৱাৰে, সকলো পাহৰি যায়।....কোনোবাই যেন তাৰ দেহাত শিহৰণ-বিজুলী বুলায়।]....গাত পিৰপিৰণি উঠে, চকু-যুৰি মুদ খায়—এটা অমিয়া সুখ অনুভৱ কৰে সি....

.. পাৰ্‌ছলীয়ে চকুৰ পাহিজোৰ মেলে,—ঢুলঢুলীয়া নহয়—পাহিজোৰা আবেশে ভৰা সপোন-সনা। দুয়ো কট্‌কটীয়া বান্ধোনত দৃঢ় আলিঙ্গনত। [দুটা দেহা এটা হৈ লিপিট খোৱা।] আকৌ সেই মোহিনী চকুযুৰিৰ চাৱনি ....নিজম-নিমাত।....মাজে মাজে কেতেকীৰ মাত।....আৰু? [জোলোকে জোলোকে চুমা—তপত ঘন উশাহ-নিশাহ, বুকুৰ ধুক্‌ধুকনিৰ গুপুত গোপন শব্দেৰে চপ্‌চপনি, কোপাউৰি,-ভৰ্‌ভৰনি।]

'দক্ৰি'-বেলি-গোসানীয়ে এচমকা শুকুলা মেঘৰ আবোৰানৰ আঁৰ লৈ মিচিকিয়াই হাঁহে।....মেঘৰ ভাঁজে ভাঁজে আঁৰে আঁৰে চিক্‌মিকীয়া জিলিক উঠি ভিৰ্‌মিৰাই।....

বিণিকি বিণিকি জোনোবা গাভৰুৰ "অম্-নিতম্" ভাহি আহে—দূৰে দূৰণিৰ পৰা —

"এ, লে" পল 'লিচাদুং বে'লে' দঞো অৱাদুং
চয়ং পাক্‌কম্ পাকদুৰ' আচিনাঙে অদুবং।"....

"দূৰ-দূৰণি, পূৱফালে জোনায়ে ৰঙচৰা ৰহণ সানিছে দূৰ-দূৰণিত পচিমে বেলিয়ে লহিয়াইছে, কুলি কেতে-কীয়ে ইনাই বিনাই গাইছে, আৰু সেই ইমনি বিননিয়ে হাবোবাৰ হিয়াত মিলনৰ হাবিলাষ জগাইছে।"....

সেই অম্-নিতম শুনি শুনি "লেদেঙ"-ৰৱযীজনী, কুমণ্ডৰ "মেনম্"—মানস-বাণী পাব্‌ছলীজনীয়ে তাইৰ হিয়াৰ আমঠু, কলিজাৰ এভুখৰী, বুকুৰ একাল দেহালাও কুমণ্ডক আৰু কটকটায়াকৈ আকোৱালি সাৱটি ধৰে। কৰঙণ দুটা তাইৰ বম্‌বমায়, পিব্‌পিবায়, ভেবেছীয়াকৈ ভেজা দি তাৰ তপিনাৰ ওপৰত লৰফৰায় ভৰি দুখন। তাই আলফুলকৈ লেওসেও হৈ মাটিত বাগৰি চিৎ হৈ শুই পৰে বুকুত তাক আকোৱালি লৈ। তেতিয়া কুমং ওঠৰ বছৰীয়া চেঙেলীয়া ডেকা 'য়ামে', লখীমপুৰ হাইস্কুলৰ নৱম-শ্ৰেণীৰ ছাত্ৰ আৰু পাব্‌ছলীজনী পোন্ধৰ বছৰীয়া ভৰ গাভৰু।....(দেহাৰ সোৱাদ উভয়ে অমৃত হেন লভি আউল বাউল হয়।....তাৰ পিচত দুয়ো নিথৰ... আবেশত বান্ধ খুলি যায়।....অলস আবেশত জহি।) ....তাৰ পিচত তাই দুখন হাতেৰে মুখখনি ঢাকি উচুপি উচুপি হুৰাওবাৰে কান্দে। শোৱা-পাটিত শুই শুই কিমান যে ভাবে কুমণ্ডে বিশেষকৈ পাবছলীৰ কথা, যাৰ শেষ নাই অন্ত নাই।....

ৰবডেকেৰা কুকুৰাটোৱে ডাক দিয়ে।....পুৱতী নিশা ৰজন্ জনাই উঠে। 'অ'কু'ম' চাংঘৰৰ মজিয়া গুপ্‌গুপায়। কাবোবাৰ কাহ, কাবোবাৰ হাঁচি কাবোবাৰ কেচুৱাৰ মাতে নীৰৱ পৰিবেশ মুখৰ কৰি তোলে।

গোটেই নিশা কুমণ্ডৰ উজাগৰে কাটে। টোপনি নাই, অথচ সপোন হেন ভাৱনাবোৰ ;—ভাবি ভাল লাগে তাৰ।

আবেশৰ জাল ছিঙে। সপোন আঁতৰি যায় ভাবনা আৰু নাই। এটা খেলি মেলি আউল জাউল দিঠক ভুমুকি মাৰে। শালিকাই মাতে, কেচাই উকলিয়ায়, কৰবাত কুকলিয়ায়। নীৰস দিঠক।....

সাত-ষাঠি কৃষ্ণপক্ষৰ জোনে বেৰৰ ফাঁকে ফাঁকে জোনোৱালী কিৰণ ভিতৰলৈ চালে,—জোলোঙাৰেদি ৰূপোৱালী ৰেঙনি ভুমুকি মাৰে।....

....তাৰপিচত পুৱাৰ লগে লগে হাই উৰুমিৰে সজাগ হৈ উঠে আন গাওঁবোৰৰ নিচিনাকৈ কুমংহঁতৰ গাওঁখনো।....

....ঘৰৰ ভিতৰত কুমণ্ডৰ আছে বাপেক, ককায়েক, বৌয়েক আৰু দুটা ভতিজাল'ৰা আৰু এজনী ভতিজা ছোৱালী। ছোৱালীজনী ডাঙৰ, নাম নাচেং, বয়স আঠ বছৰ।....

বাপেক জুনা পেগু গাওঁৰ মুধা ফুটা—কবাং পঞ্চা-য়তৰ এজন ৰাই। তেওঁৰ আদেশ, নিৰ্দ্দেশ, পৰামৰ্শ মতে গাওঁৰ ৰাইজে চলে। তেওঁলৈ সকলোৰে শ্ৰদ্ধা অপৰিসীম ; আগৰদিনৰ হাইস্কুলত পঞ্চম শ্ৰেণীলৈকে পঢ়া ; তেওঁ গুণী, জ্ঞানী, অলপ শিক্ষিতও ; সেয়েহে তেওঁৰ প্ৰতি ভকতি অসীম সকলোৰে।

....সিদিনা পুৱা ; 'আকন' সোমবাৰ, "লি লেন" গঁজালি মেলাৰ দিন। লখিমী বুধবাৰে "লিগাং" দিনা "আলিয়াই লিগাং" উছৱৰ পাতনি, এই সোমবাৰে সামৰণি পাঁচ দিনৰ মূৰত।....

জুনা পেগুৱে পৰাই উঠি গা-পা ধুই পখালি ন-কাপোৰ পিন্ধি উৰি বিশুদ্ধ হৈ 'ম' বাম্, জুহালত 'আপং মদ' ঢালি মন্ত্ৰ মাতি পৱিত্ৰ কৰি গেনা ভাঙে 'পদে জনাম।"....

কুমণ্ডেও গা-পা ধুই ন সাজ পিন্ধি "অকম" চাংঘৰত নুঠি পোনেই পথাৰলৈ যায়, যত বাপেকে "লিগাং" বুধবাৰে আগবেলা এৰগঁহাত মাটি দৰাত চহ কৰি চপৰা-বোৰ ভাঙি ফৰ্‌ফৰীয়া কৰি পুব চুকত 'পিৰ' কাহিবনৰ আগ কেইডাল ভালকৈ গুঁজি পুতি "চেদী-মেলো" পুৰুষ প্ৰকৃতি, "কাচিংকাৰ্চিং" দেৱ-দেৱী "দাঞি পল" বেলিজোন, "বোগজী মেবাং" পোক পৰুৱা সকলোকে সাক্ষী কৰি আহু ধিমান গঁচ সিঁচি দি ভকতিৰে পুব

মুৰাকে পূজা কৰি "আলি-য়াই-লিগাং"উছৱৰ পাতনি মেলিছিল ; সেই ঠাইলৈ আওৰাই ।....

সি দেখে সাকস্ৰা মাটি ; তাত আছে বীজ পৰিল গঁজালি মেলিল। দেখি চাই সি আচৰিত হয়। গঁচাকেয়ে আচৰিত ।....আই বসুমতী নাৰী জানো ? এৰা নাৰী ; পাৰ্ছলীৰ দৰে নাৰী, গৰভত বীজ পৰাৰ লগে লগে সন্তান সম্ভৱা হয় ।....পাৰ্ছলীৰ গৰভতো যদি বীজ পৰে ; সেইদৰে হব জানোঁ ? এটা ডাঙৰ প্ৰশ্ন মনত জাগে ।....পাগুলিয়াই পাগুলিয়াই ভাবে সি, উত্তৰ নাপায়। আই বসুমতীৰ লগত নাৰীৰ সম্বন্ধ ওতপ্ৰোতভাৱে জড়িত বুলি সমিধান পায় সি। ....এটা গূঢ় তত্ত্ব, এটা গভীৰতম তথ্য ।....আনন্দত আত্মহাৰা হয় সি ।....আঠুকাঢ়ি পুবফালে এবাৰ বেলিৰ ফালে চকু মেলি মূৰ দোঁৱাই সেৱা কৰে সি। তাৰ পিচত ঘৰলৈ আহি "জৰা" মুকলি ঠাইখিনি পাই "কিপাৰ" উৰলত বহি পচিম ফালে চায়। সোৱণশিৰী নৈ সিপাৰে দূৰৈত এৰ্‌বাম গাওঁবঢ়াৰ গাওঁ, সৌৱা "অকম্" চাংঘৰখন ; তাতেই তাৰ হিয়াৰ জীয়া-জীউ পাৰ্ছলী। একেথৰে চায়—তাৰ জীউ উৰি যায় তালৈ ; সি তাত নাইকীয়া হয়। তাৰ হিয়া 'কিপাৰ' উৰলত কাবোবাৰ বিৰহৰ শোক বেজাৰৰ "এগিন" গাইন মাৰীয়ে খুন্দিয়াই ঘুগুলা ঘুগুলি কৰে ।....

"কুমং।"—ভিতৰৰ পৰা বাপেকে মাতে।

"টুংগং"—আগ চাঙৰপৰা নাচেঙে চিঞৰে, "দদাই"। "কবাং" জখলায়েদি খোপে খোপে উঠি এটা খোপনিত বৈ 'বা জম'হেতামাৰিত এখন হাত খামোচ মাৰি ধৰি কঁকালৰ কলহটো ইখন হাতৰ বাহুৰে সাৱটি লৈ বোৱেকে মুখখন কুমঙৰ ফালে ঘূৰাই চিঞৰে, 'কি চাই আছ তই হাবাঙৰ দৰে ? উঠ। দেউতাই মাতিছে নহয়। 'শুনা নাই' ....এইবুলি কৈ টুংগং চাঙেদি উঠি গেদাং-য়াপগ" আগ দুৱাৰেদি ভিতৰলৈ সোমাই নেদেখা হয়। পাছে পাছে নাচেঙো যায়।

কুমেঙ উচপ্ খাই উঠে।....সোৱবাৰ "আকন"ৰ দিনা' "লিনেন" গঁজালি মেলা দিন। এইদৰে এইদিনা-খন আকন জিকনকে থাকিবলৈ নাপায়। "কিপাৰ" উৰলত বহাৰ পৰা উঠি সি "কবাং" জখলায়েদি চাঙত উঠি ভিতৰ সোমায়।

জীৱন পহিলা, তাৰ পিচত হে পীৰিতি ।....এই সমিধান সি লভে ....মানুহে জীৱন পায় জনমৰ লগে লগে ; মৰণো জনমে তাৰ লগতে। জনমৰ পৰাই জীৱন আৰু মৰণৰ যুঁজ চলে। এয়েই জীৱন সংগ্ৰাম। জীৱন জিকিলে মানুহ বাঁচে, হাৰিলে মৃত্যুই কৰাল গৰাহত তাক গিলি মাৰি পেলায়। গতিকে জীয়াই থাকিলে, মানুহৰ গৌৰৱ গৰিমা বাঢ়ে হে, নুটুটে ; কিন্তু জীয়াই থাকিলে মানুহৰ দৰে বাঁচিব লাগিব। মানুহ মানুহ, জানোৱাৰ নহয়। মানৱৰ অধিকাৰবোৰ তাৰ অন্তৰত জাগি উঠে। পাৰ্ছলীক জীৱনৰ লগৰী হিচাবে পাবলৈ হলে, মানুহৰ দৰে পাব লাগিব। কাৰণ সি মানুহৰ সমাজত ; সি সমাজৰ হৈ কাম কৰিব লাগিব ; তাৰ সমাজ, মিচিং-সমাজ। মিচিং পশু নহয় মানুহ। সি মিচিং, সি মানুহ ; তাৰ সমাজ মিচিং-সমাজ মানৱ-সমাজ। পাৰ্ছলীও সেই সমাজৰে এজনী ।....চেতনা জাগে তাৰ পৰাণত থুলমূলকৈ .... "মৰাম" জুহালৰ কেউ কাষে চৌপাশে খুৱন বুৱন পিয়নৰ আয়োজন। উত্তৰে "বিচিং"ৰ ফালে দেউতাক আৰু ককায়েকে বহি 'পৰ' আপং'-ৰ বাটি লৈ বহি আছে। দুয়োৰে আগত "কামৰ অক্‌কাম" কৌপাতত পাতত দি সিজা ভাত 'পুৱাং' ; পোৰা-মাছ 'বা নাম অঙ' সেঁকা শুকান মাছ 'ছান্ন' অ'ঙ', এচুকত নিমখ জলকীয়া 'আল' মৰ্চি। এটা ভাগ এনেই পৰি আছে এটা খালি চৰাৰ আগত। তিনি ঘটি পানী তিনিওটা ভাগৰ আগত।

জুনা পেগুৱে খাবলৈ কয় :—ককায়েকে খোৱা আৰম্ভ কৰে। কুমঙেও সেই খালি চৰাত বহি ঘটিৰ পানীৰে হাত ধুই খায়।

নাচেং আৰু ডাঙৰ ভতিজা ল'ৰাটো 'ককূদাং'-ৰ ফালে বহি খাই থাকে। সৰু ভতিজা ল'ৰাটো বাপেকৰ লগত কোলাত।

বোৱেকে "কক্‌দাঙ"ৰ ফালৰ পৰা শহুৰেক আৰু গিৰিয়েকৰ থালি বাটিত "পৰ আপং" ঢালি দিয়ে আৰু এবাটি মদ দেওৰেক কুমণ্ডৰ ফালে আগবঢ়ায়।

সৰু লৰাটিয়ে কপাত বাপেকে তাৰ মুখত মদৰ বাটিটো লগাই দিয়াত, সি এসোঁহা মৰাত তাৰ কপা খামে। নাকৰ বিহ্বাৰ পৰা পকা সেঙুন ওলাই তাৰ ওঠ পায়। ওঠত দম লাগি থকাত সি জিভাৰে ওঠ দুটা চেলেকে। জিভাৰ আগেদি তাৰ মুখত সেঙুনো সোমায়।....

থাই থাই নাচেঙে ছুৱা হাতখন তাৰ ফালে দেখুৱাই ঘিণ-ভাবেৰে চিঞৰে,—"ছিঃ।"

লৰাটোৰ বাপেক কুমণ্ডৰ ককায়েকে তলমূৰা কুঁজা হৈ চাই লৰা পোৱালীটোৰ সেঙুন গামোছাৰে মচি দিয়ে।....

ঘৰৰ পৰিয়ালৰ খুৱন, বুৱন, পিয়ন ৰং-ধেমালিৰে চলে।....

কুমণ্ডৰ ভাব বেলেগ, বৰ গহীন।....

বসুমতী ? পাৰ্‌ছুলী ?.... জীৱন ?.... মৃত্যু ?.... সংগ্ৰাম ? আৰু গৰাহে পতি ভিন্ ভিন্ ভাব তাৰ অন্তৰত বোলছবিৰ নিচিনাকৈ দেখা দিয়ে ....

....বাহিৰত নাচ বাগৰ খোলা।....ৰং ধেমালি ৰং বহইচ।..ডেকা-গাভৰুৰ মেল।...."দুমদুম্" ঢোল গুজৰি উঠে, পেঁপাই টিঁহিটি টিঁহিটিকৈ বিনায়, দুপাতি তালৰ গৰভৰ পৰা ঝন্‌ঝননি বিৰিঙে, ডেকা গাভৰুয়ে পালে পালে 'অম্ নিতম্' গায় লেহেতিয়াই, লগে লগে শেষ হলে তালত পেলাই।...."দুমদুম্" ঢোল গিৰগিৰাই উঠে, তালে তালে ছেৱে ছেৱে ছাবে ছাবে গাভৰু সকলে দেহাত লহৰ তুলি বিধ বিধ ভঙ্গিমাৰে নাচে।....বাজে বাজে গগনাও গংগঙাৰ ....

সৰু সৰু লৰাহঁতেও কোঁকোলা বাঁহৰ "দুমপাক" পেটত লৈ লগে লগে বজায় ; সৰু সৰু ছোৱালীহঁতেও হাত দুখন মেলি নাচে। কোনোৱাই পিয়ালোৰ দৰে "দেনুদুনু" বজাই ৰং পায়। লৰা-ছোৱালীৰ হাতত 'দেন্তক' বাজিয়েই থাকে।....

শেহত "পাক্‌ছু ম'নাম" নাচ সকলোৱে মিলি নাচে। এই পাক্‌ছু মনাম নাচ নাচিলেহে ধানৰ থোক ভালকৈ মেলিব। সকলো মিচিং মিৰিসকলৰে এনে বিশ্বাস। সেই কাৰণে পৰিয়ালেপতি এজনে সেই জিগা চ'ৱান নাচ বাগত যোগ দিবই লাগিব। নিদিলে পথাৰত ধানৰ থোক নেমেলিব, পতান্ হব। প্ৰতি "অকুম" চাংঘৰৰ প্ৰতি পৰিয়ালৰ এজনে বা এজনীয়ে আহি সেই "পাক্‌ছু" খোলাটো আহি এপাক নাচিবই। যাৰ কোনো নাই, বুঢ়া বা বুঢ়ীয়ে নাইবা লৰা বা ছোৱালীয়ে আহি যোগ দিব। ই মিচিং সকলৰ নীতি, ৰীতি, বিধান, বিশ্বাস। সেয়েহে এই সোমবাৰে "আকনৰ" দিনা 'লিলেন'ৰ গঁজালি মেলা উছৱ হয়। কেৱল গঁজালি মেলিলেই নহব, ধানৰ গধুৰ থোকো মেলিব লাগিব ; সেয়েহে এই 'পাক্‌ছু ম'নাম' নৃত্যৰ ব্যৱস্থা হয়। এই নৃত্যৰ প্ৰতি তেওঁলোকৰ ইমান বিশ্বাস, ইমান আগ্ৰহ, ইমান হেপাহ, ইমান ধাউতি, ইমান হাবিলাষ। সেয়েহে আউবীয়ে আউবীয়ে ডেকা, গাভৰু, লৰা-ছোৱালী, বুঢ়া-বুঢ়ী আহি এনে 'পাক্‌ছু'-খোলাত অসীম শ্ৰদ্ধাৰে যোগ দি এই উছৱ আটোম্-টোকাৰীকৈ পাতে ....'আলি-আই-লিগাঙ'ৰ দিনা নাচ-বাগ-বাজনাৰ পাতনি মেলি এই 'লিলেন'-ৰ দিনা' পাক্‌ছু ম'নাম নাচেৰে গীত-বজনাৰে, নাচোন-বাগোনেৰে "আকন্"-সোমবাৰে মাজ নিশালৈকে এই উছৱৰ মাজেৰে গাওঁখন ৰজনজনাই উঠে।....

এনে "পাক্‌ছু ম'নাম্"-নাচৰ কাৰণে 'অকুম্' চাংঘৰৰ পৰা ওলাই সেই খোলাৰ ফালে কুমণ্ডে লৰ দিয়ে।....

"দুম্ দুম্"-ঢোলৰ ছেৱে ছেৱে, পাতি তালৰ ছাবে ছাবে, বাঁহৰ টকাৰ তালে তালে হাত চাপৰিৰ চাপৰে চাপৰে লৰা-ছোৱালী, বুঢ়া-বুঢ়ী, ডেকা-গাভৰুৰ নাচোনৰ চৌত কুমণ্ডে জপিয়াই নাচিবলৈ ধৰে,—ৰং ধেমালিৰ উজান বয়—ডেকা চাবৰ কিৰিলি উঠে, "বেজ্জা বেজ্জা" মাতেৰে গোটেই খোলা বজম্ জনায়, সোৱণশিৰীয়েও বিভিয়ায়। নাচোনৰ বুকুত খলক লাগে ;—টাকনেৱা

দূৰে।....গোটেই দিন, এপৰ নিশা ৰং-ৰহইচেৰে কাটে "পাক্‌চ ম'নাম্‌" নাচ গীতেৰে, বজনাৰে।

....ৰাজ নিশা।....

ম'ৰং। 'মিচিং'য়ামে' ডেকাসকলৰ ডেকা চাং— পবিত্ৰ চাং। পাপ মন লৈ সেই চাঙত উঠিবলৈ কাৰো অধিকাৰ নাই। ই ডেকা সকলৰ শিক্ষাৰ কেন্দ্ৰ। ইয়াতেই সিহঁতে ধাৰ্মিক, সামাজিক আৰু সাংস্কৃতিক সকলো শিক্ষা লয়। গাভৰুসকলেও মাজে মাজে যোগ দিয়ে। বুঢ়া-বুঢ়ী সকলে শিক্ষা-দীক্ষা দিবলৈ সময়ে সময়ে ইয়াত ভুমুকি মাৰে।....এই চাং-ঘৰ ৰাজহুৱা নাম-ঘৰৰ দৰে ধৰ্ম্ম-ঘৰো। মুঠতে এই মৰং ঘৰেই মিচিং মিৰিসকলৰ জীৱন, কলিজাৰ এডুখৰি, হিয়াৰ আমঠু। মিচিঙৰ জীৱন ইয়াতেই গঢ় লয়। ধাৰ্মিক, সামাজিক আৰু সাংস্কৃতিক কৰ্ম্মপন্থা ইয়াতেই গৃহীত হয়।....সকলো আদেশ, নিৰ্দ্দেশ, উপদেশ ডেকাসকলৰ যি জন থাই— 'য়ামে বৰা' আৰু গাভৰুসকলৰ যিজনী থাই সেই জনী "মিমবিৰ বৰাণীৰ" মতে কৰা হয়,—আৰু সেই আদেশ, নিৰ্দ্দেশ আৰু উপদেশ মতে সকলো য়ামে মিম্‌-বিৰ',—ডেকা গাভৰু সকলে চলে এটা কট্‌কটীয়া শৃংখলাৰে।....

ম'ৰং-চাঙৰ মাজত এখন বগা নিকা 'মিৰি জিম'ৰ ওপৰত "মিচিং মিবু" বহি আছে। একাষৰীয়াকৈ কিছুমান বুঢ়া মেথা বহে। চাৰিওফালে 'য়ামে মিম্‌বিৰ' ডেকা গাভৰু সকল শাৰী পাতে।

এই "মিবু" মিচিংসকলৰ পুৰোহিত, দেওধাই, তেওঁ-লোকৰ পূজনীয়। কিবা অমঙ্গল মহামাৰী গাওঁত দেখা দিলে, মিৰি সকলে এটা ডাঙৰ পূজাৰ আয়োজন কৰে। সেই পূজা কৰিবলৈ এনে 'মিবু'ক আমন্ত্ৰণ কৰি মাতি অনা হয়। সেই 'মিবু' দেওধাইয়ে "ম্ৰী" গীত গাই মন্ত্ৰ মাতি পূজা কৰে,—'দাঁক্ৰি প'ল," বেলি জোন, "কাচিচং কাণ্টাক্‌ দেৱ দেৱী, 'বোগ্‌জী মেবাং" পোক পৰুৱা, "চেদী মেলো" পুৰুষ প্ৰকৃতি সাক্ষী কৰি কোনো 'উই'-দেৱ-বা দেৱী গোসানীৰ মণ্ডবে, চিনেক, দহমুখ, দণ্ডকণ্ড, লৌজী লেইতাঙ, "মুগলীং মিৰেম্বা" বিজুলী মেঘ দেৱতাক উদ্দেশ্যে পূজা কৰে।

"মিবু"—দেওধাই সাধাৰণতে পৰা দৈৱিক শক্তি সম্পন্ন। উপযুক্ত হলে এই "মিবু"ৰ গাত দেও লম্ভে নিজকে; তেতিয়া তেওঁ হয় দেওধনীৰ দৰে "দণ্ডা"-পোনপ্ৰথমে হাবিত জঁকি ৰৰতি উঠে, দেওৰ বাণী তেওঁৰ মুখেদি প্ৰকাশ পায়। দেৱ-দেৱী, "উই" দেৱতা সকলৰ লগত তেওঁৰ সাক্ষাত হয়; দেৱ-লোক 'বেগি বেগাম' পৰ্ব্বতৰ পৰা "পাক্কেয়া" "পামীয়া" দেও সকলেও আহি তেওঁৰ দেহাত লম্ভে। সেইদিনাৰ পৰা তেওঁ হয় দেও মানুহ "মিবু"-দেওধাই "মিবু-দণ্ডা"।

এই "মিবু" দেওধাইলৈ মিচিং সকলৰ ভকতি অপৰিসীম।....সেই মৰং-ঘৰৰ মাজত 'মিৰিজিম'ৰ ওপৰত গহীন গম্ভীৰ "মিবু।"....

কিছুপৰ "ম্ৰী" গীত গাই মন্ত্ৰ মতাৰ পিচত সন্মুখত পৰি থকা "য়ক্‌ছা" তৰোৱাল যাৰ মূৰত লগোৱা থাকে এটা ঘূৰণীয়া শকত লোৰ তাঁৰ তাক সোঁ হাতেৰে তুলি লৈ মিবুয়ে থিয় দিয়ে। সেই 'য়ক্‌ছা' তৰোৱাল জন্‌জনাই উঠে হাত জোকোৰাৰ লগে লগে।.... চাৰিওফালে 'য়ামে মিম্‌বিৰ' ডেকা গাভৰুসকলেও এজনীয়াকৈ হাত ধৰাধৰিকৈ শাৰী পাতি থিয় দিয়ে .... "দুম্‌দুম্‌" ঢোল গিৰগিৰাই উঠে। লগে লগে তালে তালে য়ামে ৰবাই বাৰ্ব্বাং লয়, আৰু এজনে লেনং সৰু কাঁহ লয়। বাৰ্ব্বাং হৈছে বৰকাঁহ।

'মিবু'য়ে ঘোষা লগাই গায় অসমীয়া হুচৰিৰ দৰে য়ক্‌ছা তৰোৱালটো জন্‌জনাই তালে তালে জোকাৰি জোকাৰি,—

"দেৰ্‌মি-ছিতুং তিৰ্‌মেকে তিৰ্‌বাঙায়
কব-কম্বং আংপুনে বেয়াৰে বেয়া বায়।

"দবমি গছৰ মূৰৰ পৰা (গঁজালি মেলা ঠালবোৰ) হালে জালে, কব' ফল কম্বং ফুলবোৰ শাৰীপাতি হালে জালে।"....

তালে তালে ঢোলত মাৰিৰ কোব পৰে, চাপৰ পৰে, তাল বাজে, টকাই মাতে, লগে লগে "বাৰ্ব্বাং" বৰকাঁহ, লেনং সৰু কাঁহো বাজি উঠে।....

বং উলাহত মবং চাং কঁপে।

ডেকা গাভৰু সকলে নাচে বাগে, 'গুমৰাগ গুম্-ৰাগকৈ' 'দুম্দুম্' ঢোল গিৰগিৰায়, লগে লগে তাল টকা হাত-চাপৰি। ভঙিমা শেষ হয়। 'মিবু'য়ে মাজত থিয় দি তালে তালে 'য়কছা' তৰোৱাল জোকাৰি জোকাৰি জনজনাই আকৌ ঘোষা গায়,—

"দৰমি ছিতুং তিৰ্মেকে তিৰবাঙায়্
কৰ' কম্বং আপ্পুনে ৰেয়াবে ৰেয়া বায়্ ।"

"মিবু"ৰ চাৰিওফালে ঘূৰি ঘূৰি ডেকা গাভৰু সকলে গায়,

"দৰমি ছিতুং তিৰমেকে তিৰবাঙায়
কৰ' কম্বং আপ্পুনে ৰেয়াবে ৰেয়াবায় ॥"

"মিবুয়ে" পদ গায় ডেকা-গাভৰুসকলে শাৰী পাতি মিবুৰ' চাৰিওফালে ঘূৰি ঘূৰি ঘোষা গায় তালে তালে ঠেও ধৰি ছেও ধৰি ; লগে লগে বাজি ওঠে বাৰ্ব্বাং ৰৰকাঁহ লেনং সাঙ্কাঁহ কাঠৰ মাৰিৰ কোব খাই। মাজে মাজে 'গুম্ৰাগ গুম্ৰাগ'কৈ 'দুম্দুম্' ঢোল খৰ তালত বাজি উঠে,—গাভৰুসকলে বংউলাহেৰে শুধ-মনেৰে নাচে। এইদৰে ঘোষা পদ গাই শেষ কৰাৰ পাচত সকলোৱে শেষ পাকছু মনাম্ নাচ পানেৰে আলি-য়াই লিগাঙৰ শেষ "লিলেন" উছৱৰ সামৰণি মৰা হয় বং ধেমালিৰে হাঁহি কিৰিলিৰে।

শেহত সকলো দেৱদেৱীক সাক্ষী কৰি সকলো দেৱতালৈ প্ৰাৰ্থনা জনায়, বাইজৰ গাওঁৰ সকলোৰে মঙ্গল কামনা কৰি "গ্ৰী" ধৰ্ম্ম গীত গাই গাই মন্ত্ৰ মাতি "মিবু" দেওধায়ে এই "লিলেন" উছৱ শেষ কৰি উকলায়।

ডেকা-গাভৰুসকলে বংমনেৰে আঠু লৈ সেৱা কৰে। মিবুয়ে আশিস দিয়ে ....তাৰ পিচত খুৱন, বুৱন, পিয়ন সকলো।....সকলোতে কুম্বং জিলিকি থাকে।....

অবশ আবেশ সানি ৰাতি পুৱায় ....পুব আকাশত ফাগুনী সূৰুযে ভুমুকি মাৰে

কুমঙৰ হিয়া-উছৱ পৰা নতুন ভাৱনা নিগৰি ওলায়। সেই ভাৱনা-সাগৰত উটি ভাহি "টুংগং" চাঙৰ এচুকত সি টোপনি যায়। ঘুমটিত সি লালকাল .... ।

পাৰছলীও নিজৰ 'অকুম'-চাংঘৰৰ এচুকত শোৱা পাটিত শুই। মাজনিশাতে সিহঁতৰ 'লিলেন্' উছৱ "পাক্ছু মনাম্" গীত নাচেৰে শেষ। তাই ভাগৰি পৰে। এৰ্বাম গাওঁবুঢ়াৰ গাওঁত 'মিবু" দেওধাইক মাতি কোনো পূজাৰ আয়োজন নাই, গতিকে মাজ নিশাতেই এনে বছৰেকীয়া উছৱৰ সামৰণি পৰে ...।

শোৱাপাটিত শুই শুই কুমঙৰ কথা সোঁৱৰি সোঁৱৰি তাইৰ মন উচাটন হয়। তাই ছুটফটায়।

আগ বছৰ ফাগুন মাহ। পূৰ্ণিমা।

পৰাগ উছৱ।....

আলিয়াই-লিগাঙৰ দৰে ডাঙৰ নহলেও এই পৰাগ উছৱ তেনেই সৰু সুৰা নহয়।...ইও মিচিংসকলৰ অতিকৈ মৰমৰ, অতিকৈ চেনেহৰ পৰব।....

এই উছৱৰ কাৰণে ডেকা গাভৰু সকলোৰ বৰ হেপাহ কৰে, কাৰণ দৰাচলতে তেওঁলোকৰহে উছৱ। সেই কাৰণে দেহে কেহে সিহঁতে এই পৰাগৰ কাৰণে লাগে...এমাহৰ আগৰে পৰা। মবং-ঘৰৰ ছাল নতুনকৈ নতুন নতুন খেৰেৰে ছোৱা হয়, মজিয়াত ন-মাটি তুলি ভালকৈ যতনাই সমান কৰি থোৱা হয়। পুৰণি বেৰবোৰ সলাই, নতুন বেৰ লগাই লিপি পুছি সমানকৈ নিমজ ছিলুছিলীয়া কৰা হয়। কাষতে এটা ভঁৰাল ঘৰো সজোৱা হয়। তাত সিহঁতে পোৱা ধান চাউল, মাটি কলাই, ৰঙালাও, কুমুৰা যি পায় সেই ভঁৰালত ভৰাই যতনেৰে থয়।

এনে পৰাগৰ কাৰণে ইমান যতন ....

এই 'পৰাগ' আনন্দ-উৎসৱো। খেতি চপাই শেষ হৈ আজৰি পৰত পৰা এই পৰাগ সঁচাকৈয়ে আনন্দপূৰ্ণ। কোনো কোনোৱে প্ৰথমে আহুখেতি চপোৱাৰ পাচত ভাদ আহিন মাহত, কোনোৱে শালি খেতি চপোৱাৰ পাচত কাতি-আঘোণত, বেচিভাগেই সকলো ধৰণৰ খেতি চপোৱাৰ পাচত মাঘ-ফাগুনত এই প'ৰাগ পাতে।

মিচিং সকলৰ ডেকা-গাভৰু সকলৰ এটি বেলেগ অনুষ্ঠান থাকে,—"য়ামে মিম্বিৰ"—। এই "য়ামে-মিম্বিৰ"—অনষ্ঠানেই পৰাগ উৎসৱ বিশেষকৈ পাতে।

এই "ম্বামে-মিম্‌বিৰ"—এটা গণতান্ত্ৰিক অনুষ্ঠান। ....এই অনুষ্ঠানৰ নিৰ্দেশ মতে এটা কৰ্মীদল গঠন কৰা হয়। এই কৰ্মীদলেই সমবায় পদ্ধতিৰে গাওঁৰ বিশেষ বিশেষ মানুহৰ ঘৰত কাম কৰি সহায় কৰে, আনকি খেতি বাতিতো। এই কৰ্মীদলৰ ভিতৰত ডেকা-গাভৰুক ধনী-নিৰ্ধনী নিৰ্বিশেষে গাওঁৰ প্ৰতি ঘৰৰ পৰা লোৱা হয়।....এইদলে গৃহস্থৰ ঘৰত কাম কৰি সহায় কৰে আৰু গৃহস্থই গধূলি সেই সহায়কাৰী ডেকা গাভৰুক ভাত, মাছ-মঙহ আৰু "আপং"-মদেৰে এটা ভোজ দি কৃতজ্ঞতা জনায়। গাওঁৰ ডেকা-গাভৰুৱেই হাল বোৱাৰ পৰা আৰম্ভ কৰি, ভুঁইৰোৱা, আলি দিয়া, ধান-দোৱা, চপোৱা সকলো কাম কৰে। আন আন কামতো এই কৰ্মীদলে হাত উজান দিয়ে। বড়ো কছাৰী আদি জনজাতি সকলৰ বাজহুৱা সাউৰী বা হাওৰীৰ দৰে এনে পদ্ধতিক "ৰিগৰ" বোলা হয় মিচিং ভাষাত। আৰু এটা বিশেষ বাজহুৱা পদ্ধতি হৈছে মাইন ৰিগৰ। এই পদ্ধতিৰে কৰা সমবায় খাটনিৰ বাবে ঠাই বিশেষে ১০্ টকাৰ পৰা ১৫্ টকালৈকে গৃহস্থই এনে কৰ্মী-দলক এটি সন্মানৰ শৰাই দিয়ে; ভাত, মাছ, মঙহ, 'আপং'-মদেৰে এটা ভোজৰ ব্যৱস্থা কৰে। প্ৰতি ঘৰৰ পৰা কৰ্মী ডেকা-গাভৰুৱে খাটে।

এৰ্‌বাম-গাওঁবুঢ়াৰ গাওঁৰ অনুষ্ঠান "ম্বামে-মিৰ্‌বিৰে" —সেই বছৰ এনে "মাইন' ৰিগৰ"—পদ্ধতিৰে বহু টকা সংগ্ৰহ কৰে,....সকলোৰে "ম্বামে-মিম্‌বিৰ" ডেকা-গাভৰু সকলে গাওঁৰ এচুকে থকা হাবিয়নি জুৰি হাল বাই খেতি কৰি বহু ধান, মাটি কলাই পাই মুৰঙৰ ভঁৰালত ভৰাই থয়, গাহৰি পুহি এই অনষ্ঠানে নটা দঁতাল গাহৰি গঁৰালত ৰাখে, অনুষ্ঠানৰ জৰীয়তে প্ৰতি 'অকুমত' কুকুৰা পুহিবলৈ দি অগণন মুৰগী লাভ কৰে। কটকটীয়া শকত পুঁজিৰে অপৰ্য্যাপ্ত ধান, কলাই, কুকুৰা থকাৰ কাৰণে সেইবাৰ "ম্বামে মিৰ্‌বিৰে"—এনে প'ৰাগ উৎসৱ আটোম-টোকাৰীকৈ পাতিবলৈ সাহ কৰে। তদুপৰি ভঁৰালত সৰিয়হ, জলকীয়া, লাও, কুমুৰা, বঙালাও ৰব বান্ধি আছেই।....

এসপ্তাহৰ আগৰ পৰা 'আপং'-ৰ চিটা-টোপোলা সংগ্ৰহ কৰা হয়। মুৰঙৰ চুকত থকা "পাবৰ" পুৰ হওঁ হওঁ, "পৰাগ" উছৱৰ আগে আগে পাঁচশ টোপো-লাতকৈ বেচি জমা হৈছেই।...."পবৰ" চুপি প্ৰায় ভৰপূৰ।

দুবছৰ সেই গাওঁত আয়োজনৰ অসুবিধাত এই "পৰাগ" হোৱা নাছিল। সেই বছৰ উকা দু-বছৰৰ পাচত "পৰাগ" উছৱ। সেয়েহে ইমান আয়োজন, ইমান উলহ মালহ, ইমান উখল মাখল।

এই "ম্বামে-মিম্‌বিৰ" অনুষ্ঠান সেই গাওঁৰেই নিৰ্ব্বাচিত হোৱা "উদাৰু" আৰু "উদাচী" আছেই ডেকা-গাভৰুৰ পৰা বাছি লোৱা। এই দুজনেই ঘাই বিচাৰক বিচাৰিকা "ম্বামে-মিম্‌বিৰ"—ডেকা গাভৰুৰ ফালৰপৰা, এই ঘাই দুজনেই বিচাৰ কৰে, ৰায় দিয়ে, দণ্ড দিয়ে। ডেকা-ফালৰ পৰা "ডেকাবৰা" আছেই ডেকা সকলক পৰিচালনা কৰিবলৈ, তেওঁক সহায় কৰিবলৈ "চুট" বৰা বা সৰু বৰা আছেই। গাভৰু সকলৰ ফালৰপৰা এগৰাকী জাকত জিলিকা ৰব পাকৈত গাভৰু ৰৰাণী আছেই, তেওঁক সহায় কৰিবলৈ এজন ডেকা "তিৰি-বৰা" আছেই। তদুপৰি ৰান্ধনী, পাচনী আদি বাব থকা গাভৰু আছেই, বেলেগ বেলেগ বাব বিষয় থকা ডেকাও। মুঠৰ ওপৰত গণতান্ত্ৰিক পদ্ধতিৰে নিৰ্ব্বাচিত সভ্য-সভ্যাৰে শকত কটকটীয়া এই অনুষ্ঠান। এৰ্‌বাম-গাওঁবুঢ়াৰ গাওঁত এই "ম্বামে মিৰ্‌বিৰ।" নহব কিয়? দেড় শবো অধিক "অকুম্"-চাংঘৰ,—বহু পৰিয়াল; সকলোৰে ভাল অৱস্থা। বিশেষকৈ যিখন গাওঁত আছে এৰ্‌বাম গাওঁবুঢ়াৰ দৰে ধনী, প্ৰভাৱশালী মানুহ। এৰ্‌বাম কেৱল গাওঁবুঢ়াই নহয়, এজন ধনী প্ৰতিপত্তিশালী গাৱো। তেওঁৰ ছোৱালী সেই পাৰ্-ছুলীজনী। আৰু আছে তালেৰ-গামৰ পুতেক তাচ অতি ধনী।

এই প'ৰাগ' সেইবছৰ তিনিদিনীয়াকৈ ভালভাৱেই চলিব। কাৰণ নটা দঁতাল গাহৰি আছেই। দিনে তিনিটা গাহৰি লাগিবই, সেই হিচাবে তিনিদিনীয়া। পূৰ্ণিমাৰ আগনিশা; প'ৰাগ'-উছৱৰ আগদিনাৰ নিশা।

মুৰঙৰ চৌপাশে গাওঁৰ জুমে জুমে ডেকা-গাভৰুৰ সমাগম, সমাবেশ। আন-দুখন গাওঁৰ ডেকা-গাভৰুৱেও নিমন্ত্ৰণ অনুযায়ী আহি যোগ দিয়ে; সোৱণশিৰীৰ সিপাৰে থকা জুনা পেগুৰ গাওঁৰ ডেকা-গাভৰু সকলেও আমন্ত্ৰণ পাই আহে। কুমণ্ডো আহি যোগ দিয়ে।

উলহ-মালহ, উথল-মাখল, দোল্‌দোপ হেন্দোল্‌দোপ।

মুৰঙৰ বাহিৰে এটা খোলাত দুমদুম ঢোল বাজে, তাল, টকা পেঁপা বাজি উঠে, ডেকা সকলে কিৰিলি পাৰি বেব্বা বেব্বা মাতেৰে চিঞৰি গগন ফালে, জোনো-ৱালী ৰূপোৱালী জোনৰ পোহৰত ৰূপত জীয়ৰী গাভৰু-জাকে গাত লহৰ তুলি নাচে। জোনাৰে কিৰণ ঢালে, সিহঁতে গাত লহৰ তোলে।

কুমণ্ডৰ ঢোলৰ কোবত মেঘে গুজৰে, শিল বাগৰে, সোৱণশিৰীৰ বুকুত কোবাল চল বয়।

পাৰ্‌ছুলীৰ নাচত হাতৰ আঙুলিৰ পৰা বিজুলী জিলিকে, তিৰবিৰায়, চিক্‌মিকায়, গাৰ লহৰত সোৱণ-শিৰীৰ বুকুৰ ঢৌবোৰে জিল্‌মিলায়, পৰ্ব্বতৰ বুকুত ফাগুনী মলয়াৰ কোমল পৰশত শান্তি বিৰিঙি উঠে।

কমণ্ডৰ যাদুকৰী ঢোলৰ ছেৱত অপেস্বৰীহেন পাৰ্‌-ছুলীৰ নাচোন চাবলৈ কমে জুমে ডেকা-গাভৰু চাওঁতা সকল আহি মুৰঙৰ চোতাল ভৰি পৰে।

হাৰজিত নাই, দুয়ো সমান।

নিশাৰ আগপৰ।

ধুনীয়া মুৰং-ন—সাজেৰে জিলিকা, সেউজবুলীয়া ৰং-বেৰঙৰ নানান ফুলেৰে কুলোৱা ফুলাম কাঠেৰে সজোৱা।....চাৰিওফালে আম-পাতেৰে গুঁথা ৰচাৰে পৰিপাটিকৈ বন্ধা।....মুৰঙৰ দুয়োফালে শাৰীকৈ কল গছ পোতা....প্ৰায় আঢ়াই কৰি হাত মান দীঘল বাটত, প্ৰতি গছৰ পৰা আন গছলৈ আম-পাতৰ মালা আঁৰোৱা।.. সমুখত ধুনীয়া সুন্দৰ সেউজীয়া পাতেৰে বনোৱা তোৰণ; —নানা কাৰুকাৰ্য্য তাত জোনাক নিশাও ৰূপোৱালী বেশেৰে ধুনীয়া হৈ আছে। প্ৰতি কলগছত তেৰে-চীয়াকে গুঁজা জোৰ; জ্বলা, পোহৰাই থকা।....মুৰঙৰ কেউকাষে জোৰ আৰু পেট্ৰোমাক্স লাইট। ভিতৰতো দুটা লাইট। মুৰংখন ভিতৰে বাহিৰে উজ্জ্বল।

ডেকা-গাভৰু চামৰ উচ্চতৰ পদাধিকাৰী ডেকা ৰবা আৰু ৰবাণীয়ে মুৰঙৰ দুৱাৰ মুকলি কৰিবৰ বাবে মদ-আপং আগবঢ়ায়। সেই আপং মদেৰে "উই বেগাম্"—দেৱতা সকলৈ বাজহুৱা সমূহীয়াভাৱে প্ৰাৰ্থনা জনায়। প্ৰচলিত নীতি অনুযায়ী এটা আচুতীয়া নিয়মেৰে ৰবা-ৰবাণীলৈ সন্মানৰ চিন-স্বৰূপে মঙহ আগবঢ়োৱা হয়।

মুৰঙৰ ভিতৰত "গুম্‌বাগ গুম্‌বাগ" ধ্বনিৰে ঢোল বাজি উঠে। কুমণ্ডৰ যাদুকৰী হাতৰ মাৰিৰ কোব খাই "দুম্‌দুমে" দম্‌দমাই গৰজে।....তালৰ তালে তালে টকাৰ ছাৱে ছাৱে, পাৰ্‌ছুলীৰে নাচে বিজুলীৰ দৰে চিক্‌মিকায়। গাভৰুহঁতৰ হাত চাপৰিৰ উজান উঠে, ডেকাসকলে "বেব্বা বেব্বা" চিঞৰি কিৰিলি পাৰে। মৰং-ৰ ভিতৰ চৰা পেট্ৰোমাক্স লাইটৰ পোহৰত জিলিকে; পাৰ্‌ছুলী নাচি নাচি উমলে।....

পিছদিনা ফাগুনৰ পূৰ্ণিমা।

পুৱাতে 'মিবু'য়ে উপস্থিত হৈ 'য়ামে-মিম্‌বিৰ্'-ডেকা-গাভৰু সকলক দিহা-পৰামৰ্শ দিয়ে;....মুৰঙত নিজৰ শৰীৰ শুদ্ধ কৰি সেইদিনা তিনিটা দঁতাল গাহৰি মন্ত্ৰ মাতি চেপেনাৰে ডিঙি চেপি মাৰে। এচাম ডেকাই সেই মৰা গাহৰি তিনিটা বাহিৰলৈ আনি এফালে জুইত সেঁকি পুৰি নোম নাইকীয়া কৰি জুইৰ পৰা আঁতৰাই বাঁহৰ চোঁচেৰে চাঁছি নিমঁজ কৰে। এচাম ডেকাই এফাল সেই পোৰা গাহৰি তিনিটা নি পৰা কল-পাতৰ ওপৰত থৈ দা-কটাৰীৰে কাটি ছিঙি ডোখৰা-ডোখৰী কৰি ভালকৈ বাছে। এফালে ৰভাতলিত গাভৰু এজুমে ৰান্ধনী হিচাবে ৰন্ধাত লাগে, বিধ বিধ আঞ্জা, ভাত কত ৰকমৰ কত ধৰণৰ। এটা চামে মুৰঙত থকা "পৰৰ"ৰ পৰা আপং ছেকে, ছাকে, ঢালে ....

বিপুল আয়োজন।....বিৰাট ব্যৱস্থা।....

ডেকা-গাভৰুৰ দলে বিশাল আহত গছ এজোপাৰ তলত "লিগা চমাম্" নাচ বাগ কৰে।....গোটেই মুৰং-তলি নাচৰ খোলা ৰজুন জনাই উঠে।

ৰং-ধেমালিৰ সীমা নাই।....

কাৰণ সেই দিনাৰ পৰা "পৰাগ"-উছৱ।

সন্ধিয়া।....জোৰ, পোহৰ, পেট্ৰমাক্স লাইটেৰে গোটেই মুৰং, মুৰং-তলি উজ্বলি উঠে। কাৰো বিশ্ৰাম নাই পুৱা দোকমোকালিৰ পৰা। ন-ন-সাজেৰে সাজি কাচি বিধ বিধ ফুলাম তৰালি তৰালি "বিৰি-ৱেগে" "বিৰি-গাছেং" পিন্ধি উৰি নানা তৰহৰ খোপা বান্ধি জুমে জুমে জাঁকে জাঁকে গাভৰুৰ দলে আহি মুৰং তলিত জুম বান্ধে। ডেকাদলো বিবিধ সাজ-পাৰ পিন্ধি এনে ৰং-মেলনৈ আহে। অগণন-অসংখ্য। সীমা সংখ্যা নাই।....

গাওঁৰ বুঢ়া-মেখাও এজন-দুজনকৈ আহি গোট খায়।....

"মিবু চুম্‌নাম।"....

নিশা আগ-পৰ।

....মৰং-ঘৰৰ ভিতৰ-চ'ৰা। "পেট্ৰমাক্স" লাইট দুটা জ্বলে। পোহৰ হয়। মুৰং-ঘৰ উজ্বল।....

মজিয়াৰ মাজত "গাদো" মিৰিজিম পৰা; তাৰ ওপৰত বহে "মিবু" পুৰোহিতে।...."মি্ৰ" গীত গাই মন্ত্ৰ মাতি মিৰি-"আবু"-পূজাপাতল আৰম্ভ কৰে মিবুয়ে —"মিবু আবাও" গাই সৃষ্টিৰ পাতনি আৰু আদিম কাহিনী বিবৰে তেওঁ। কল্যাণকামী পিতৃ চন্দ্ৰ-'আবু প'ল' আৰু উৰ্ব্বৰা মাতৃ স্বৰূপিনী 'আনে-দঞে, বেলি-আইৰ মিলনৰ ফলত আই বসুমতীৰ বুকু হয় সান্দ্ৰা, যাৰ ফলত হয় অন্ন,—আৰম্ভ হয় মিচিঙ-ৰ কৃষিজীৱী জীৱন।...."চেদি আবু" পুৰুষ পিতা আৰু "মেল'-নানে" প্ৰকৃতি আইৰ সহবাসৰ ফলত যি আদিম মিচিং-ৰ জন্ম হয়;—এই খাই দেৱদেবীৰ উপৰিও, এচাৰ, পেদং মুকুলিং তালেং, দমুক-দংকাং, কাচিচন্ কাৰ্ত্তাক্, ৰোগ্‌জী-মেৰাং, মওৰে, চিনেক, দহমুখ, দঙ্‌কড্, লৌজী লেইতাঙ্, মুগলীং মেৰেমা আৰু নানান দেৱ-দেৱী-"উই"-ক সাক্ষী কৰি ৰাইজৰ মঙ্গল কামনা কৰি প্ৰাৰ্থনা জনায়। ডেকা-গাভৰু আৰু সকলো ৰাইজে আঠু লৈ সেৱা কৰে। "মিবু-দেওধায়ে সকলোকে আশিস্ দিয়ে,—"আকৌ আই বসুমতী শস্য শ্যামলা হ'ক, গাঁৱলীয়া-ৰাইজে সুখেৰে শান্তিৰে স্বচ্ছন্দে থাকক; —গোটেই বছৰটো ৰং-উলাহেৰে কাটক।....।"....

"ওৰম্ কুচাগ্"—আদি পূজা-পাতলৰ পাচত এনেদৰে আশীৰ্ব্বাদ দি "মিবু"য়ে "ৰকুছা" তৰোৱাল লৈ জাপ্ এটা দি ঘোষা গায়,—

"কমং আপ্‌পুনে বেম্বিৰ্ক বেয়াবে
দেব্‌মি চিতুঙ্কে তিৰমেক তিৰমাঙে॥"

লগে লগে, ডেকা গাভৰু সকলেও হাতত ধৰা-ধৰিকৈ "মিবুক" মাজত লৈ চাৰিওফালে ঘূৰি ঘূৰি নাচি সেই ঘোষা দোহাৰে। "মিবু"-য়ে পদ গোৱাৰ পিচত দুনাই ডেকা-গাভৰু সকলে সেইদৰে গাই, ঘূৰি ঘূৰি নাচে। 'ৰকুছা' তৰোৱাল, বাৰ্ব্বাং-বৰকাঁহ, নেনং-সৰু কাঁহ তালে তালে বাজে।

এই বাৰ্ব্বাং বৰ কাঁহৰ মাতত "দমুগ-দংকাং"—মেঘ দেৱতাৰ টোপনি ভাঙে, পৃথিবীলৈ নামি আহে, বৰষুণৰ ফলত পৃথিবী শইচেৰে ভৰপূৰ হয়।....তাৰ পিচত ভোজ।...."মিবু" আৰু বুঢ়া-মেখা-সকলৰ ব্যৱস্থা মুৰঙৰ ভিতৰত হয়। আসন পাৰি বহাৰ আয়োজন শাৰীকৈ পতা হয়।....

এফালে গাভৰু সকলৰ আন ফালে ডেকাসকলৰ বহা ঠিক কৰা হয় মুৰঙৰ বাহিৰ চোতালত,—আহত গছ-জোপাৰ তলত।

এচাম বচকী, লচকী, লচপচী, খচখচী গাভৰুৱে নিজৰ নিজৰ বাব অনুসৰি কামে বনে লাগি যায়। এজুম তেজ ফুটো ফুটো টলমল ডেকা নিজৰ নিজৰ বিষয় অনুসাৰে কাম কাজত ব্যস্ত থাকে।

"আপং" মদ সকলোৱে পান কৰে, বেচেৰা পৰৰ'ৰ আজৰি নাই।

বুঢ়া মেখা সকলৰ কাৰণে বেলেগে আয়োজন কৰা হয়, বিশেষকৈ মিবু পুৰোহিতৰ কাৰণে, কাৰণ তেওঁ দেও-মানুহ।....

মিবুৰ ভাগত আহাৰৰ লগতে ডাঙৰ ডাঙৰ তেল মঙহ ছালেৰে সৈতে গাহৰিৰ মঙহ "য়েক্‌তাক্" ডোখৰ-ৰোৰ বিশেষ ভাবে ব্যৱহাৰ কৰা হয়।....ভোজৰ পাচত

“মিবু”লৈ ধন কাপোৰ দক্ষিণা দি বিদায় দিয়াৰ পিচত তেওঁ সকলোকে মন্ত্ৰমাতি আশীৰ্বাদ দি মেলানি মাগি গুচি যায়। লগে লগে বুঢ়া মেথা সকলেও ৰংমনেৰে বিদায় লয়।....

“য়ামে মিম্বিৰ” ডেকা গাভৰু সকল মুকলিমূৰীয়া স্বাধীন চিতীয়া হৈ ৰং মেল গঢ়ি ৰং ধেমালি ৰং ৰহই-চেৰে উখল মাখল লগায়।....ৰং মেলত ৰং উলাহ উপচি পৰে।....সকলোৰে হেপাহ কুমংৰ বজনাত পাৰ্ছলীৰ নাচোন।....কুমঙে নতন উছাহে বায়, পাৰ্ছলীয়ে নাচে দুয়োৰে ভাগৰ নাই জিগৰ নাই....

নিশা এপৰ বাকী।...

মুৰঙৰ মজিয়াত এফালে ডেকা সকল, এফালে গাভৰু সকলে শুৱে। কিনাৰত মাজতে ডেকাৰ ফালে বৰা, গাভৰুৰ ফালে বৰাণীয়ে বাগৰ দিয়ে। মাজত মাথোঁ এহাত মান ব্যৱধান।....অন্তৰত কোনেও পাপ পোষণ কৰিব নোৱাৰে। পাপ মনেৰে এই তিনি দিন থাকিলে, গাওঁত মহামাৰী হব, গাওঁ উছন্ যাব। সকলোৰে মনত সংশয়। সেয়েহে সকলোৰে সাৱধান, যাতে কোনো পাপ পৰাণত ভুমুকি নামাৰে, বিৰিঙি নুঠে। ইমান শুদ্ধ পবিত্ৰ মন তেওঁলোকৰ।...কুমং আৰু পাৰ্ছলীৰো।...সেয়েহে দুয়ো কামে-কাজে বনে, গাতে-মাতে-নাচে, বজনায় ব্যস্ত, যাতে পাপ ভাব মনত নাহে। দুয়ো সাৱধান।....

পেট্ৰমাক্স লাইট জ্বলে। সকলোৰে মন পুণ্য ভাবেৰে ফটফটীয়া হয়। সকলোৰে টোপনিত লালকাল।....

....পুৱা। সকলোৰে কামত ব্যস্ত। সোৱণশিৰী ঘাটত বাচন মজাই বাচন মাজে, পানী অনাই পানী আনে, গা ধুৱাই গা ধুয়, ৰং ধেমালি কৰাই ৰং ধেমালি কৰে। আকৌ গাওঁখন বৌ-বৌৱায়, বজন জনায়। গান-বজনা কৰাই গীত গায়, বজায়; বালি চাপৰিত লৰ মৰাই লৰ মাৰে, খেল ধেমালি কৰাই খেল ধেমালি কৰে, সোৱণশিৰীৰ বুকুত সাঁতোৰ মেলাই নাদুৰে সাঁতোৰে।

বিধ বিধ খেল;—খেল-ধেমালি যেন সৰুসুৰা অলিম্পিকহে। কেৱল লৰা ডেকাই নহয়, ছোৱালী-গাভৰুৱেও এই খেল ধেমালিত যোগ দিয়ে।

আগ-নিশাই মিবু আৰু বুঢ়া-মেথা সকল থাকে। বাকী দুই নিশা তেওঁলোক নাথাকে। এই দুই নিশা কেৱল লৰা ছোৱালী আৰু ডেকা-গাভৰুৰ ৰং মেলা। এই মুকলিমূৰীয়া স্বাধীন চিতীয়া সকলৰ মন পৰাগ উছুৰ ৰং উলাহেৰে ভৰপূৰ।....অথচ সকলোৰে মন শুদ্ধ পবিত্ৰ।....

কেৱল এজনৰ শেন-চকু কুমং আৰু পাৰ্ছলীৰ ওপৰত অনবৰত সদায়। সি 'য়ামে মিম্বিৰ''ৰ তিৰী বৰা। সি তাল' গামৰ্ লৰা, তাচ।....তাল' নাই, চুকাল। এৰ্বাম গাওঁবুঢ়াৰ হিয়াৰ বান্ধ তাল' আছিল অগাধ সম্পত্তিৰ মালিক। গোটেই সম্পত্তিৰ গৰাকী হয় সেই একমাত্ৰ পুতেক তাচ-ই পিতায়েকৰ মৰণৰ পাচত।....

বাকী দুনিশা এইদৰে খেল-ধেমালি ৰং-ৰহইচেৰে গীত নাচ—বাগেৰে যায়। শেষ নিশা গোটেই মুৰং, মুৰংতলি, আহত তলিৰ ৰং মেল মউ-মেলত পৰিণত হয়, “মিচিং-ৰেগাম্ নিতম”ৰ ঢল বয়, “মেগাম”-সমাজ বা জন আৰু “নিতম”-গীতি-মিৰিজন-গীতি। এই মিচিং ৰেগাম নিতম-ৰ মাই ছোৱা “অয় নিতমৰ” সুৰে সৰগৰ অমিয়া বোৱায়। বিৰহৰ চাকনৈয়াত ঘূৰি ঘূৰি ইনাই বিনাই করুণ সুৰদী সুৰৰ 'অয়-নিতম্' 'দৰ' বা অয় কাবনাম হৈ চকুলোৰ বান তোলে। এই 'দৰ' বা 'অয় কাবনাম''-ৰ সুৰ যেয়ে সেয়ে গাব নোৱাৰে, তাৰ বিৰহভৰা করুণ সুৰ।....সেই অঞ্চলত কুমং আৰু পাৰ্ছলীৰ দৰে এই সুৰীয়া সুৰদী সুৰ কোনেও তলাব নোৱাৰে। সকলোতে দুয়ো সমান, কুমং-ৰ ওপৰি এটা গুণ, সি ভাল ঢোল বায়, পাৰ্ছলীৰ এটা ভাল বেলেগ গুণ, তাই ভাল গগণা বজায়। ৰূপে গুণে দুয়ো সমান।....

শেষ নিশা।....মাজ নিশা পাৰ হৈ যায় সেইদৰে ৰং উলাহেৰে।....পুঁৱতী নিশা।....সকলো টোপনিত লালকাল।”

পৰাগ উছৰ শেষ।....ন-টা দঁতাল গাহৰিও শেষ।

এটা পেট্ৰোমাক্স নুমে,—এটা পেট্ৰোমাক্স কেৰাচিনৰ অভাৱত নে কি নুমেঁা। নুমোঁৱাকৈ চিৰিক চামাক্ৰৈ জ্বলে।....

কাৰো সাৰ নাই; নমঘটিত বিভোৰ।...

গোটেই দিন ইটো চাং—সিটো চাং বাগৰি সকলোৰে ঘৰৰ কুমং ডেকাই খাই বৈ মুৰি ফুৰে।....

সন্ধিয়া। ঘাটত তাৰ তুলুঙা নাও।....টিঙত জাপ মাৰি সি বঠাটো লৈ সোৱণশিৰীৰ বুকুত নাও মেলে।....

সিপাৰ পাই জাপ মাৰি বাৰত উঠি সি নাওখন খুটিত বান্ধি ঘৰৰ ফালে খোজ লয়।....

এন্ধাৰ।....পিচফালৰ পৰা কোনোবাই তাক কান্ধত খামোচ মাৰি ধৰে।....সি উভাটি চায়,—এন্ধাৰত চিনি পায়,—পাৰ্ ছুলী।....

"পাৰ্ ছুলী।"....

"ব'ল কুমং।—সৌ টঙী ঘৰলৈ ব'ল।"....

দুয়ো যায়। জখলায়েদি উঠি টঙী ঘৰৰ ভিতৰ সোমায়।....

টঙী ঘৰৰ চাংমজিয়াত পাৰ্ ছুলীয়ে কুমঙক সাবটি লৈ হুক্ হুকাই কান্দে।....

"তই কান্দিছ পাৰ্ ছুলী।—নাকান্দ মই আছোঁ নহয়।"....কৈ সি তাইক বুকুত আকোৱালি লৈ তাইৰ চকুলো মছে।....

নিজম, নিমাত।....দুয়োৰে বুকুৰ ধুকধুকনি শুনা যায়।

....তাই উচুপি উচুপি কয়,—"মই আৰু নোৱাৰোঁ। পৰাগৰ কাৰণে এই তিনি নিশা বৰ সহিছোঁ,—কেৱল পাপ লাগিব বুলি।....তোক চাই চাই দেই পৰি গৈছোঁ।"

....আৰু নোৱাৰোঁ। এই দেহা তোৰ, এই দেহা মোৰ।"—কৈ কৈ দুয়োৰে দেহা আলফুলকৈ হাত বুলাই তাই দেখুৱায়।....

"এতিয়া তই কি বিচাৰ।" বিয়াকুল হৈ সি সোধে।

"মই নোৱাৰোঁ মই নোৱাৰোঁ। মোক লৈ বা আলৈ ব'তে জানি দয়ো মিলি যাব পাৰোঁ।"—

"নিৰ পাৰ্ ছুলী। তোক নিম, জীৱনলৈ নিম।....কিন্তু—"

"কিন্তু কি? ক' কুমং ক',—"

"পীৰিতিৰ লগত জীৱনৰ সম্বন্ধ ভাবি চা পাৰ্ ছুলী আগতে জীৱন তাৰ পিচত এই জীৱনৰ ভেটিত পীৰিতিৰ কাৰেঙ।...."

"তাৰ মানে?"—

"তাৰ মানে—আৰু এবছৰ ৰ পাৰ্ ছুলী। মোক মেট্ৰিক দিবলৈ দে। পাছ কৰিলে মোৰ জীৱনৰ ভেটি কটকটীয়া হব। তাৰ ওপৰত পীৰিতিৰ কাৰেং সাজিম; সেই কাৰেঙত তোক মোৰ কনেঙ চেনেহীক "লেডেং' মেনাম্"—মানস-ৰাণী কৰি সজাই পৰাই থম।"....

"এই এবছৰ জানোঁ ৰব পাৰিম?"....কৈ পাৰ্ছুলীয়ে ৰয়। আথে বেথেকৈ সেঁহাই সেঁহাই নিকুঁত মাতেৰে তাই কয়,—"কুমং।"....

"কি?"....কুমঙে তাইৰ মুখখন তাৰ মুখখনৰ ওচৰলৈ লৈ আনে।...তাই উচুপে।....

তাৰ মন উচাটন হয়।....সি আথেবেথেকৈ সেঁহাই সেঁহাই কয়,— "পাৰ্ ছুলী। ক-কিয় উচুপিছ।"....

"এইয়া দেখিছ?"—তাই কৈ কুমঙৰ হাতখন টানি আনি তাইৰ পিয়াহ দুটাৰ তলত ওলমি থকা এটা মণি থকা মালা ধাৰ লাৰি লগাই দিয়ে।

সি খেপিয়াই এন্ধাৰত অনুভৱ কৰে মণি;—কয়;—"দেখিছোঁ এইধাৰ মণি। কি হ'ল?"—

"কি হল!—এই মণিটোৱেই মোৰ কাল হল।"—

"কাল হ'ল?"—

"এৰা। কাল হল। জান, এইধাৰ মালা কোনে দিলে?"—

"কোনে?"

"সেই দেউতাৰ বান্ধৱে তাচৰ বাপেক তাল-গামে।"

"তাল গামে। কিয়?"

"এতিয়াও বুজা নাই?"

"নাই।"

"অকৰাটো!....কিয়? কব নোৱাৰ;—এই মালা

যাৰ ভিত্তিত পিন্ধাই দিয়া হয়, তাই হয় যাৰ উদ্দেশ্যে এই মালা—তাৰ ঘৈণীয়েক।...মোক পিন্ধাইছিল,—তেওঁলোকে ভাবে মই তেওঁৰ বোৱাৰীয়েক। তেতিয়া মোৰ বয়স পাঁচ,—তাচ' তিৰীয়বাৰ দহ ....আজিও তেওঁলোকৰ বিশ্বাস,—মই তাচৰেই ঘৈণীয়েক। কেৱল এতিয়া সামাজিক নিয়মে নিয়াৰহে কথা।"....

খঙে কুমঙৰ চুলিৰ আগ পায়।....

"নাৰকী ! পাতকী ! পাপীয়সী! বিশ্বাসঘাতকিনী। তাচৰ কইনা হৈ, ঘৈণীয়েক হৈ মোৰ লগত পীৰিতি কৰিবলৈ আহিছ।"—গুঁজৰি তাইক আছাৰি একতীয়াকৈ পেলাই কুমঙে আঁতৰি যাবলৈ খিয় দিয়ে। তাৰ ভৰি দুখন দুই বাহুৰে আকোৱালি লৈ তাই উচুপি উচুপি কয়,—"তই নেযাবি কুমং!—তই নেযাবি—মোক এৰি নেযাবি।...তই মোক নিনিলে, মই মৰিম। মই মোত নাই। মোৰ সকলো মই তোক সঁপি দিছোঁ—নেযাবি। মই নাৰকী, পাতকী নহওঁ। পাপীয়সী বিশ্বাসঘাতকিনী নহওঁ। মই তাচৰ নহওঁ,—তোৰ কুমং! তোৰ। সিদিনা তই ঘৃণাসূঁতিৰ পৰা ধুমুহা-বৰষুণত তিতি বুৰি জুৰুলা জুপুৰা হৈ আহি আমাৰ "অকুম"ৰ "জৰা"ত আহি জিৰাইছিলি, তেতিয়াৰ পৰা মোৰ মন, প্ৰাণ হিয়া, দেহা তোকেই সঁপি দিছোঁ। তেতিয়াৰ পৰা মই তোৰ,—তাচৰ নহয়। এই মণিধাৰৰ কথা মই নেজানিছিলো, সিদিনা তাচৰ দদায়েকে আহি দেউতাৰ লগত কথা বতৰা পাতোঁতে বুজিলোঁ, এই মালাধাৰৰ ৰহস্যৰ কথা। মোক নেৰিবি। মই নহলে মৰিম,—নহলে দেউতাই তাচৰ লগত বিয়া দিব। দিলেও মই মৰিম। মই...." তাই আৰু কব নোৱাৰে, হুক্‌হুকাই কান্দে।....

কুমঙে অলপ পৰ ভাবে।—সঁচাকৈয়ে পাৰ্‌ছুলীৰ দোষ নাই। তাই তেতিয়া সৰু, বয়স পাঁচ বছৰ।....তেতিয়া তাইৰ জ্ঞানেই হোৱা নাই। যেতিয়া তাল'-গামৰ লগত—এৰ্‌বাম গাওঁবুঢ়াৰ আলোচনা হোৱাৰ পিচত এই মূল্যবান—দকুনে মণি পাৰ্‌ছুলীৰ ডিঙিত পিন্ধাই দিয়ে তেতিয়াই—তাচৰ লগত তাইৰ বিবাহ-চুক্তি "দকুনে-পাগেত্" হয়।—তেতিয়া নো তাই কিমানজনী,—তেনেই সৰু।...তাৰ খঙ মাৰ যায়, সি বহি পৰে,—তাইক বুকুত আকোঁৱালি লয়।—"তোৰ দোষ নাই পাৰ্‌ছুলী। মোৰেই ভুল,—"বুলি কৈ তাইৰ গালত জোলোকে জোলোকে চুমা চালে। চকুৰ লোৰে চুমাৰ সালটিৰে তাইৰ গোটেই মুখখন তিতি যায়।..

তাৰ গাত তাই ঢলি পৰে।...সি আৰু জোৰেৰে তাইক সাবটি লয়।...তাইৰ মূৰত সি হাত বুলাই চেনে-হেৰে সুধাই কয়,—"পাৰ্‌ছুলী। তই বেয়া নেপাবি। খন্তেক খঙত মই বকিলোঁ।...."দকুনে-পাগেত্" যেতিয়া হৈছে,—তই কি কৰিবি? তাচৰ লগত যাবি জানোঁ?"
"উহু—কে-তি-য়াও নেযাওঁ,—মৰি গলেও নেযাওঁ।" অলপ পৰ বৈ তাই আকৌকয়, "—কুমং! তই মোক নিবি?"....ইমান কাকুতি—ইমান মিনতি।....

সি আৰু কব নোৱাৰে, বুকুত আৰু জোৰেৰে তাইক আকোঁৱালি লৈ সি আবেগ আৰু উচ্ছ্বাসেৰে কয়,—"নিম্ নিম্-পাৰ্‌ছুলী? তোক নিম। এতিয়া নহয়—মোৰ মেট্ৰিক পৰীক্ষাৰ পিচত।"....

টোপনি নাহে পাৰ্‌ছুলীৰ;—চাঙত শুই শুই তাই ভাবে। ইমান মিঠা সোঁৱৰণিবোৰ।...সপোনৰ আৱেশত চকুৰ পাহি জাঁপ খায়।...পুৱতী নিশা তাইৰ মুমটি আহে।....

...."আলিয়াই লিগাং"-ৰ শেহ জিলিগুনি "লিলেন্" ....উছৰ মাৰ যায়।....

জুনা পেগুৰ ঘৰ।

'ম'বাম'-জুহালৰ "বিচিং"-ৰ কাষে দেউতায়েক জুলা-পেগুয়ে বহি থাকে, কাষত কৰায়েক নৰাম। 'কক্‌দাং'-ৰ কাষে বোৱেকে সৰু ল'ৰাটো কোছত লৈ বহে। কাষত জীয়েক নাচেং আৰু ডাঙৰ ল'ৰাটো।

'বিচিং' আৰু 'কক্‌দাং'-ৰ মাজত খালি ঠাইডোখৰত বহি সৰুৱে পৰা মাওৰা কুমঙে ভাত খাই থাকে, বাপেকে উপদেশ দিয়ে।....

খোৱা শেষ কৰি মুখ-হাত ধুই সি সকলোকে সেৱা কৰে।

দেউতায়েকে এটা ৰঙা-কাপোৰৰ সৰু টোপোলা তাৰ হাতত দি কয়,—"এইয়া কপৰ ফুল এযোৰ নৰ্থীৰপুৰ চহৰৰ পঞ্চানন-দেৱালয়ৰ মুৰতিত দি শুধ-ভাৱে সেৱা কৰি আশীৰ্ব্বাদ লবি।.. পৰীক্ষা ভালকৈ দিবি।....এই কেইদিন মনপুতি পঢ়িবি। যা।"....

দেউতায়েকৰ হাতৰ পৰা ৰঙা কাপোৰৰ কপৰ ফুল যোৰৰ টোপোলাটো লৈ সি ছোলাৰ জেপত ভৰায়।....

ককায়েকেও ভাল ভাল কথা কয়।....

"নাচেং। যাওঁ দেই।"—বুলি কৈ সি নাচেং-ৰ কোমল গাল দুখন টিপি উঠে। সৰু ভতিজা-ল'ৰা দুটাক মৰম কৰি সি গুচি যায়।

'ছুপন্-দাং'ৰ কালে গৈ তাৰ তলত চাঙত থকা সৰু চুটকেচটো লৈ 'গেদাং-য়াপগ"—আগ-দুৱাৰেদি ওলাই "টুংগং"-আগ-চাঙত ভৰি দি "কবাং" জখলায়েদি নামি "অবা" বুকলি ঠাইত নামি সি গুচি যায়। পিচ-ফালে নাচায়।....

নাচেং-আৰু তাইৰ ভায়েক দুটাই চিঞৰি-মাখৰি লৰি আহি "টুংগং" আগ-চাঙৰ খুটাত ধৰি একেথৰে দদায়েকে যোৱাৰ ফালে চাই থাকে

....সেই 'অকম' চাংঘৰ খনৰ ভাঁজৰ পৰা কুমং নেদেখা হয়।....

সৰুৰে পৰা কটা, বোৱা, ফুল তোলাত পাকৈত, গীত-নাচ-বাগ, সাঁতোৰা-নাদুৰাত পাৰ্গত ধুনীয়া দিপলিপ পাৰ্‌ছুলীজনী "টুংগং-" আগফালৰ চাঙৰ খুটাত আওজি সোৱণশিৰীৰ সিপাৰে কুমঙৰ "অকুম"-চাংঘৰৰ ফালে একেথৰে ৰ লাগি চায় ;—তাইৰ দুগালেদি চকুলো ধাৰাষাৰে বয়।

কুমং নাই ;—নৰ্থীৰপুৰত। পৰীক্ষালৈ আৰু বেচি দিন নাই। আগদিনা ঘৰলৈ আহিছিল যদিও তাই কব নোৱাৰে।....তাইৰ এই কেইদিন কি হৈছে, কি ঘটিছে তাই কাক কব,—কাক কৈ মনৰ দুখৰ ভাৰ কৰাব।....সেই ভাবত তাইৰ কোমল হিয়া খেতেলা খাই গুৰাগুৰি হৈ গৈছে।....

....সিদিনা আহিছিল তালেৰ গাঁৱৰ অগুহী-বগুহী সকল পাৰ্‌ছুলীক খোজাৰ মান-স্বৰূপে তাইৰ মাক বাপেকক টোপোলা দিবলৈ। আৰু কুমং-য়ে গাঁওঁৰ পৰা মেলানি মাগি যোৱাৰ দিনা,—আগ দিনা তাল'-গাঁৱৰ পুতেক তাচৰ কাৰণে পাৰ্‌ছুলীৰ মাক-বাপেকে তেওঁলোকৰ আপোন সম্বন্ধৰ লোকসকলৰ লগত আলোচনা কৰি ছোৱালী জনীক দিয়াৰ সিদ্ধান্ত পোৱাৰ পাচত সেই তিৰী ৰবাৰ অগুহী-বগুহী সকলে অনা তামোল-পাণ আৰু 'আপং'-মদৰ ভাৰ এৰ্‌বাম-গাওঁবুঢ়া আৰু ঘৰৰ সকলোৰে লওঁতে পাৰ্‌ছুলীৰ বুকু কঁপিছিল, ভয়ত তাইৰ গা শিয়ঁৰি উঠিছিল।....পাৰ্‌ছুলীৰ সংৰক্ষণৰ কাৰণে গাওঁবুঢ়াৰ আগজাননী পাই গাওঁৰ ডেকা গাভৰু-সকলে এৰ্‌বাম-বুঢ়াৰ 'অকুম্' চাং ঘৰলৈ আহি দবা-কইনাৰ ভৱিষ্যত জীৱন মঙ্গলময় হবৰ কাৰণে পূৰ্ব্ব পুৰুষ "চিনে ম'ব"—সকললৈ প্ৰাৰ্থনা জনাই সকলোৰে পাৰ্‌ছুলীৰ সংৰক্ষণৰ দায়িত্ব ভাৰ লৈছিল।....ছোৱালী খোজা' হৈ গল আগদিনা আৰু সেই দিনা আহিব তাচ ই জোৱাই হিচাবে 'মাগ্‌ৰ' দুক্‌নাম" খাটিবলৈ পাৰ্‌-ছুলীৰ মন ভুলাবলৈ, তাইক আপোন কৰিবলৈ, চিৰ-জীৱনলৈ তাইক জীৱনৰ লগৰী হিচাপে পাবলৈ।....

ভাবিয়েই তাইৰ বুকু চিৰিংকৈ উঠে।....

কেনেকৈ তাই দিব সঁপি তাচক, তাইৰ হিয়া মন দেহা,—যাৰ গৰাকী সি নহয়, কুমংহে।....

তাই হুকুহুকাই কান্দে ;—এবাৰ বুকু ভগা হিয়া ছিগা দীঘল হুমনিয়াহ নিগৰি ওলায়। এবাৰ নিকুঁচ মাত ওঠেদি বাগৰি পৰে,—"কুমং।"....

সিপাৰৰ কুমং-ৰ 'অকুম' বিণিকি দেখা যায়,—শিমলু গছ জোপাৰ খেৰেপাত থকা টঙী ঘৰ চিল্‌মিল্ টোপনিত সপোন দেখাৰ দৰে বিৰিঙি উঠে।....

তাইৰ চকুযোৰ ছলছলীয়া হয়।....

নৰ্থীৰপুৰ চহৰত ৰবীয়া চবুৰীত এটা পজাত কুমং থাকে। ৰবীয়া সকলৰ জাত-কুলৰ বিচাৰ নাই, কিন্তু অসমীয়া হিন্দুৰ মনত, নাকত, মুখত সদায় ছেই-ছেই-লেই-লেই আছেই।....এনে এসেকা দুৰ্গন্ধৰ মাইলৰ

স্কুলৰ পৰা আহোঁতে সেই অসমীয়া "মিপাগ্"—হিন্দু গাওঁৰ কুৰাঁৰ পাৰত পানী খাওঁতেই পাইছে।....এটা জ্বলন্ত পটন্তৰ।

—কুৰং-মিৰি। তাৰ নিকা হিয়াত এটা ক'লা চেকা।....সেই চুবুৰীৰ মৰীয়া কিছুমানে পিতলৰ বাচন বিকিবলৈ যায়। সেয়েহে....চা-চিনাকী।....

পাছদিনা পৰীক্ষা।

আগদিনা পুৱা।....

পুৱাই গা ধুই, ভাল সাজ কাপোৰ পিন্ধি, শুদ্ধ-পবিত্র মনেৰে চুটকেচ্‌টো খুলি ৰঙা কাপোৰেৰে বন্ধা ৰূপৰ ফুলযোৰ বন্ধা টোপোলাটো ছোলাৰ পকেটত ভৰাই সি পঞ্চানন-দেৱালয়ৰ ফালে খোজ লয়।....

বুঢ়া মৰীয়া মানুহজনে চেনেহেৰে মাত দিলে,—"যা বোপাই! ভালকৈ সেৱা কৰিবি, আশীৰ্ব্বাদ লবি। আল্লাই তোৰ মঙ্গল কৰিব।"....

মূৰ দোৱাই দুহাতেৰে নমস্কাৰ জনাই সি গুচি যায়।....পঞ্চানন দেৱালয়।....

কাষতে বিৰাট এটা টিঙৰ ঘৰ থম্‌থম্‌কৈ থিয় হৈ আছে।....দেৱালয়ৰ সন্মুখত মুকলি সেউজীয়া ঘাঁহনি।....

ঘাঁহনিৰ দলিচাৰ ওপৰেদি সি চৰণৰ ছাব্ পেলাই মন্দিৰৰ ভিতৰলৈ সোমায়।....

মন্দিৰ শুদা। কোনো নাই, পূজাৰী পুৰোহিত কেও নাই।....

জীৱনত মন্দিৰ-দেৱালয়ৰ লগত কুমণৰ সম্বন্ধ নাই।....

এয়ে পহিলা তাৰ জীৱনত হিন্দুৰ মন্দিৰ-দৰ্শন।....

মিৰি হলেও হিন্দু-ভাবাপন্ন তাৰ শিক্ষিত বাঁপেক জুনা-পেগু। হিন্দুৰ দেৱ-দেৱীলৈও তেওঁৰ অসীম শ্রদ্ধা, সীমাহীন ভকতি; চৈদী মেলো', 'দক্রি পল' 'কাচিচং-কাটাক্' আদি মিৰি উই দেৱতা সকলৰ উপৰিও।....

সেয়েহে এই পিতৃৰ আদেশ।....

পিতৃ-আদেশ পালন কৰিবলৈ মন্দিৰৰ দুৱাৰৰ ডেওনাৰ আগত ভকতিৰে আঁঠুকাঢ়ি সেৱা কৰি ডেওনাত কপালখন ঠেকাই উঠি চিক্‌চিকীয়াকৈ লিপা মন্দিৰৰ মজিয়াত ভেওনা পাৰ হৈ ভৰি দিয়ে সি।....

....মন্দিৰৰ মূৰতিৰ সন্মুখত আঁঠুকাঢ়ি সেৱা কৰি ছোলাৰ জেপৰ পৰা ৰঙা-কাপোৰৰ টোপোলাৰ গাঁথিটো খুলি ৰূপৰ ফুলযোৰ উলিয়াই অতিকৈ শ্রদ্ধা ভকতিৰে মূৰতিৰ কোলাত ৰূপৰ ফুলযোৰ সোঁহাতেৰে দি আকৌ সেৱা জনাই মনে মনে সি প্রার্থনা জনায়,—

"প্রভো! পিতাৰ নির্দ্দেশ মতে এই মোৰ ফুল আগবঢ়ালোঁ, 'চেদী-মেলো', 'দক্রি-প'ল',—'কাচিচং-কাটাক্ আদি মিচিং দেৱতাসকলৰ সমান শাৰীত তোমাক থৈ তোমালৈ মোৰ অপৰিসীম ভকতি যাচিলোঁ—প্রভো! মোক আশীৰ্ব্বাদ দিয়া,—মই যেন ধনে ধানে-সোণে এশ বছৰ বাচোঁ। মই যেন জ্ঞান-বিজ্ঞান-প্রজ্ঞান আৰু সকলো কলাত ব্যুৎপত্তি লাভ কৰি নানান গৱেষণাৰে সমাজ কল্যাণধর্মী আবিষ্কাৰ দান দি সমাজৰ মঙ্গল সাধিব পাৰোঁ। এইবাৰ মোৰ জীৱন জখলাৰ পহিলা খলপত সুখ্যাতিৰে উঠি মোৰ উজ্জ্বল ভৱিষ্যত জীৱনৰ পথ মুকলি কৰিব পাৰোঁ। মোৰ হিয়াৰ আমঠু কলিজাৰ এজুখৰী, দেহালাও পাৰ্‌ছলীয়ে মোৰ জীৱনৰ চিৰ লগৰী হৈ সুখেৰে, শান্তিৰে, মিলাপ্রীতিৰে মোৰ সাধনাৰ সহায় সাৰথি হৈ মোৰ জীৱন যেন উজ্জ্বল কৰি তোলে। ঘৰৰ, গাওঁৰ, দেশৰ, পৃথিবীৰ যেন কল্যাণ হয়; সকলোতে জয়-জয় ময় ময় হয়। এয়ে মোৰ বাসনা, কামনা, আকাংক্ষা। পূৰণ কৰা, প্রভো! কাইলৈ মোৰ পৰীক্ষা, মোৰ জীৱন জখলাৰ পহিলা চাপ।"....

পঞ্চানন দেৱতাত সি লীন হৈ যায়।....

ইমান ভকতি তাৰ,—এই মিৰি ল'ৰাৰ।....

....সি সেৱা কৰি উভতি দুৱাৰ মুখ পাওঁতেই বাহিৰৰ পৰা পুৰোহিত জন মন্দিৰৰ মুখ পায়।....

মূৰত টিকনি; টিকনিৰ আগটোত এপাহ ফুল বন্ধা, পিছফালে ওলমি লবকফবক্ কৰে।....

কপালত ফোঁট।....খালি দেহা, গোন্দাচাদৰ মেৰিওৱা। কাপ্পণাৰ চাদৰেৰে টাক খোৱা।....কঁকালত

ধুতি ; মৰলা নে কিবা বং গাব দিয়া বুজিব নোৱাৰি ।—খালি ভবি ৰোৰ ।....

...."ক'ৰ ন'ৰা হে পুৰোহিত নোহোৱাকৈ পূজা কৰ ?.... অ' আই । নিজেই যজমান, নিজেই পুৰোহিত ।...." গেজেৰা মাৰি পুৰোহিতে কয় ।

কুমণ্ডে সেৰেনা-সেৰেনি কৰে ; দুৱাৰেদি ওলাই পুৰোহিতৰ আগত থিয় দি মূৰ খজুৱাই খজুৱাই তল-মূৰাহৈ আথেবেথেকৈ কয়,—"মই মিৰি ল'ৰা । সেউতাই এযোৰ ৰূপৰ ফুল পঞ্চানন দেৱলৈ আগ বঢ়াবলৈ কৈছিল ; তাকে দিবলৈ আহিছিলোঁ । দিলোঁ, সেৱা জনালোঁ । এতিয়া যাওঁ ।"....

"কলৈ যাব । যাব নোৱাৰ । পুৰোহিতক ধন-মাননি নিদি সেৱা কৰিলি, প্ৰতিমা ছুই ৰূপৰ ফুলযোৰ আগবঢ়ালি । মিৰি ল'ৰা হৈ ভিতৰ সোমালি, মন্দিৰৰ প্ৰতিমা ছুৱা কৰিলি । এতিয়া যাব ।—যাব নোৱাৰ ।...." কৈ খঙত জলি পকি অগ্নিশৰ্ম্মা হয় সেই পুৰোহিত জনে ।..

খঙত, অপমানত, তাচ্ছিল্যত কুমণ্ডৰ গা কঁপে, তাৰ আত্ম-মৰ্য্যাদাত আঘাত লাগে, বুকু হুম্ হুমায়, গা বম বমায় । চকু, মুখ, কাণৰ পৰা তপত ভাঁপ উৰে । —অলপ পৰ থমকি বৈ সি ভিতৰ সোমায়, প্ৰতিমাৰ কোলাৰ পৰা সি দিয়া ৰূপৰ ফুলযোৰ তুলি লৈ উভটি দুৱাৰেদি ওলাই গিৰিপ গিৰিপকৈ পুৰোহিতৰ আগেদি তেওঁক নোচোৱাকৈ যাঁহনি চোতালত নামি আলিবাটত উঠি দোকানখনৰ আঁৰ হৈ গুচি যায় ।—

পুৰোহিতজনে মন্দিৰৰ আগত থতমত খাই থৰ লাগি থাকে ।—

....ওৰে বাটে সি ভাবে হিন্দুৰ দেৱতা ইমান নীচ, ইমান হীন ।....দেৱতা জানোঁ হীন হব পাৰে, নীচ হব পাৰে ।....তেওঁলোকতো হীন নহয়, নীচ নহয়, এই পুৰোহিত সকলেই তেওঁলোকক হীন কৰিছে, নীচ কৰিছে ।....নিজেই নিজক সান্ত্বনা দিয়ে ।....

"প্ৰভো পঞ্চানন । —মই তোমাক অৱমাননা কৰা নাই । এতিয়াও তোমালৈ মোৰ ভকতি এতিলো কৰা নাই । মোৰ মনস্কামনা পূৰ্ণ কৰা প্ৰভো ।"....

আকৌ সি মনে মনে বাটে বাটে পঞ্চানন-দেৱতালৈ ভকতি যাচে ।

"বাবু । ভিক্ষা দে ।...."

সি চায় সেইফালে । তাৰ চেতনা আহে । সি দেখে এজন অলৰ-অচৰ ভিক্ষাৰী ; এখন ভবি নাই, দুখন হাত নাই । অথচ হৈ বাটৰ কাষত পৰি চিঞৰি আছে আকুল ভাবে, "বাবু । ভিক্ষা দে ।"

সি কাষ চাপে, ছোলাৰ জেপৰ পৰা ৰূপৰ ফুলযোৰ তাৰ আগত পেলাই দিয়ে ।....ভিক্ষাৰীয়ে ফুলযোৰ দেখি উচপ খায়, শেহত মুখত মিচিকিয়া হাঁহি লৈ কটা হাত দুখন ওপৰলৈ মেলি আকাশলৈ চাই হিয়াৰ উঁহৰ পৰা আশীৰ্ব্বাদ দিয়ে, "ভগবানে আপোনাৰ মন-বাঞ্ছা পূৰ্ণ কৰক ।"

কুমণ্ডে অনুভৱ কৰে,-পঞ্চানন-দেৱতাৰহে আশীৰ্ব্বাদ । ....মনত সি শান্তি লভে ।....বংমনেৰে সি তাৰ পৰা গুচি যায় ।....ভিখাৰীৰূপী সেই পঞ্চানন-দেৱতাৰ আশীৰ্ব্বাদেই হয় তাৰ অনুপ্ৰেৰণা, তাৰ উদ্দীপনা ।....

....পাৰ্‌ছুলীজনীও তাৰ জীৱন্ত প্ৰেৰণা ।....পৰীক্ষা তাৰ ভাল হয় ।....তাৰ হিয়াত আনন্দ ;—অফুৰন্ত আনন্দ জাগে ।....

"য়াপ্‌কুব্‌-য়াপ্‌গ" পিচফালৰ দুৱাৰৰ সিফালে মুকলি চাং ।....পাৰ্‌ছুলীয়ে বেৰত আওজি হেলন দি চাঙত জোপোকা মাৰি বহি থাকে । বং নাই, হাঁহি নাই, ক'লা মুখ বেজাৰেৰে ভৰা, চকুযোৰ ছল্‌ছলীয়া, গাল দুখন চকুলোৰে তিতা, গাত আউল-বাউল বেশ, কলাকুললেকে পৰা কিচ্‌কিচীয়া ক'লা দীঘল চুলিটাৰী মেলা আউলী বাউলী ।....

মলয়াৰ বা লাগি কেইকোছা চুলি মুখৰ ওপৰেদি বৈ পৰা, চৌ খেলা । সন্ধিয়াৰ শেষ ৰেঙণিও তাইৰ মুখখনত ৰঙা বোল সানিব পৰা নাই ।....তাই উচুপি উচুপি কান্দে ।....

ভিতৰত তাচৰ গুঁজৰণি শুনা যায়,—"মোৰ লগত তোমাচা,-মোক ঠগায়, সেউতা গামক ঠগায় ইমান সাহ

ভুইঁতৰ ?....তাই কয়, তাই মোৰ নহয় ;—তাৰ, সেই ছুৰা খোৱা কুকুৰ কুমং-ৰ। তহঁতে জানি শুনি কব লাগিছিল, ছোৱালী খুজিবলৈ আহোতে, টোপোলা দিবলৈ আহোতে আনকি "মাগব দুক্নাম্" জোঁৱাই খাটিবলৈ আহোঁতে মোক জনাব লাগিছিল, তাই নটীৰ লগত কুমং-ৰ কিবা গোপন পীৰিতি আছে বুলি। ধন ভাঙি গহনা দিলোঁ নলয় ; সোণ ভাঙি আঙঠি গঢ়াই দিলোঁ নলয়। আজি তাই কয়, "ককাই। মোক খেমা কৰ্। তোৰ লগত মই যাব নোৱাৰোঁ। তোৰ আঙঠি, ডুগ্ডুগী, আৰু এই পাঁচ বস্তুবতে তোৰ দেউতাৰে পিন্ধাই দিয়া 'দক্নে পাগেত্'-বিবাহ-চুক্তি স্বৰূপে দিয়া এই 'দক্লে'-মণিধাৰ ফিৰাই দিলোঁ। ল ককাই। মোৰে শপথ ল।" বুলি মোৰ হাতত সোপাকে তুলি দি তাই কান্দি কান্দি গুচি গল। ইমান সাহ তাইৰ। গুঁজৰি গেহেৰা মাৰি হাতত থকা আঙুঠি, ডুগ্ডুগী আৰু 'দক্নে' মণি-ধাৰ এৰ্বাম গাওঁবঢ়াৰ আগত দলিয়াই পেলাই দিয়ে।

"পাৰ্ছলী। পাৰ্ছলী।"—গাওঁবুঢ়াই চিঞৰে, খণ্ডত জ্বলি পকি ইফালে সিফালে চায়।....ক'ত তাই, ক'ত ?—কি চাই আছ। তাইক বিচাৰি আন।.... দেউতায়েকৰ গুঁজৰণি শুনি পুতেকহঁতে সেমেনা-সেমেনি কৰে।

"যা-কি চাই আছ। বিচাৰি আন্।"

বাপেকৰ ধমক শুনি পুতেকহঁতে ছিটিকি পিয়াপি দি লৰ মাৰে। বোৱাৰীয়েকহঁতেও ইফালে সিফালে গুচি যায়।

তাচই বুঢ়া-বুঢ়ীক যিমান পাৰে গালি-শপনি পাৰে। বুঢ়া-বুঢ়ীৰ অসহ্য লাগে, তেওঁ দাঁত মুখ কামুৰি সহে। মাজে মাজে সহিব নোৱাৰি বুঢ়াৰ গা জিকাৰ খাই উঠে।

"এই বাৰু কলৈ গল, হয় ?" বুলি বুঢ়ীয়ে উচ্-পিচাই থাকে। বুঢ়াই সহিব নোৱাৰি কবলৈ বাধ্য হয়— "বোপাই। বহচোন, বহ্। এইদৰে বলকি থাকিলে হয় নে ?"—

গেজেৰা মাৰি তাচই কয়,—"হুঁ আৰু বহিম।" ৷কবা বিব্‌বিবাই থাকে। বুঢ়াই কয় নৰম সুৰেৰে,— "তাই আহকচোন।"....

তাচই থেকেচা মাৰি এখন খালি ধৰাত বহে।.... এজন দুজনকৈ সকলোৱে আহি কয় ;—"তাই নাই— নাপালো।" বুঢ়াই আৰু থাকিব নোৱাৰি টেটু ফালি চিঞৰে,—"পাৰ্ছলী।"—গোটেই 'অকুম্' চাংঘৰখনেই বজন্‌জনায়।

এখোজ দুখোজকৈ আউল-জাউল বেশেৰে 'য়াপকুৰ য়াপগ' পিচ দুৱাৰেদি পাৰ্ছলীয়ে সোমাই তেওঁলোকৰ কাষলৈ আগবাঢ়ে।

সকলো কাঁহ পৰি জীণ যায়।....

নিমাত।....

"পাৰ্ছলী। এইবিলাক কথা সঁচানে ?"—বুঢ়াই সোধে।

"সঁচা, দেউতা।"—নিভীক উত্তৰ পাৰ্ছলীৰ।

"তেনেহলে ইমান দিনে কোৱা নাছিলি কিয় ?"

"কোৱাৰ সুবিধা পোৱা নাছিলোঁ।"

"আজি কেনেকৈ কলি ?"

"কবলৈ সুবিধা পালোঁ।"....

"সুবিধা পালি, সুবিধা পালি।"—বুলি কৈ এৰ্বাম গাওঁবুঢ়াই বহাৰ পৰা উঠি তাইৰ ফালে খণ্ডত জ্বলি-পকি আগুৱাই ঠাচ্ ঠাচ্‌কৈ চৰ মাৰে।....

চৰৰ কোবত পাৰ্ছলীয়ে কঁপি কঁপি পৰি যায়।....

তাই অচেতন।

হুৱাদুৱা লাগে, তাইক আগুৰি সকলোৱে কণা-কটা কৰে।....তাচই গহীনভাৱে ওলাই যায়।....

সকলোৱে পানী-বিচনী লৈ তাইৰ আলপৈচান ধৰে।...."তাই মৰিলেও ভাল।"—বুলি কৈ বুঢ়াৰো গুচি যায় উচাট্ মাৰি।

শেষ নিশা।....

নিৰ্জন-নিস্তব্ধ-নিতাল-নিশিৰশিৰ।

অশান্ত "অকুন্" শান্ত হয় মুৰটিবে।....শান্তি।....
শোৱাপাটিৰ পৰা পাৰ্‌ছুলীয়ে উঠি বহে।....এন্ধাৰ।
....ইফালে সিফালে চায় তাই,—সকলোৰে টোপনিত লালা-কাল।....

তাই থিয় দিয়ে, খোপত খোপে দোপত দোপে লাহে লাহেকৈ ভৰি টিপি টিপি তাই "গোলাং-গ্ৰাপগ" —আগ-দুৱাৰৰ ফালে খোজ লয়।....নিমাত-নিতাল।.... খিৰিক্‌কৈ নিখুঁত শব্দ হয়—দুৱাৰৰ দাং খোলাৰ শব্দ। আকৌ নিজম-নিমাত।....

খেৰেক্‌কৈ তাই লাহে লাহেকৈ দুৱাৰখন অলপ খোলে। "টুংগং" আগচাঙেদি গৈ "কৰাম"—অথলা-য়েদি "ৰা জুন্"—হেতামাৰি ধৰি ভৰিৰে খেপিয়াই খোপে খোপে নামি মাটিত ভৰি পেলাই সোৱণশিৰী নৈৰ ফালে ভিৰাই লৰ মাৰে তাই।....

"ঋপাং"—পানীত গধুৰ বস্তু পৰাৰ শব্দ।....

পাৰ্‌ছুলীয়ে সোৱণশিৰীৰ বুকুত জঁপিয়াই পৰে। সাঁতুৰি তাই যাব পায়। পানীত মৰে কেনেকৈ?.... তাই যে ভাল সাঁতোৰ জানে। জানোচা ভাগৰ লাগিলে ডুবি যায়। তাই ভেল ওপঙা দিয়ে। তাইৰ দেহা ভেলৰ দৰে ভাহি যায়।

এন্ধাৰ—একো নমনি ....খোপময়া এন্ধাৰ।....কেও নেদেখে—কেও নাজানে।....

পুৱা হুলস্থুল লাগে। পাৰ্‌ছুলী নাই। এৰ্‌বাম গাওঁবুঢ়াৰ 'অকুন্'—চাঙৰ আগ-দুৱাৰ খোলা।— পাৰ্‌ছুলীৰ শোৱা পাটি খালি। হৰা-দুৰা লাগে।.... "পাৰ্‌ছুলী। পাৰ্‌ছুলী!!"......সকলোৰে চিঞৰ।.... দিনৰ এপৰ বাগৰি যায়। আকাশত বেলি ৰবকৈ উঠা।....

দুমাইল আঁতৰৰ দক্ষিণ ফালৰ গাওঁৰ মানুহে সাঙি কৰি কিবা লৈ আহে, পিচে পিচে বহু মানুহৰ জুম—ল'ৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ীৰ জাক।....

সাঙি আনি এৰ্‌বাম গাওঁবুঢ়াৰ "টুংগং"—চাঙত থুজি থোৱা হয়। পাৰ্‌ছুলীৰ মৰা-শ।....

দুখে বেজাৰে শোকে সকলোৰে হিয়াভু খুন্দা মাৰি ধৰে। সকলোৱে কান্দে; মাকে কপাল চপৰিয়াই চপৰিয়াই হিয়া থাকুৰিয়াই থাকুৰিয়াই জীয়েকক সাবটি হুৰাওৱাৰে কান্দে।

গহীন-গম্ভীৰ এৰ্‌বাম গাওঁবুঢ়াৰ দুচকুত দুটোপা চকুলো। বৰ কৰুণৰেকে সকলোকে আতঁৰাই আগবাঢ়ি পাৰ্‌ছুলীৰ মৰা-শৰ কাষ চাপে। তাইৰ গা-ৰ কাপোৰ তিতা, ভিজা, শিথিল ....

সি তাইৰ নাড়ী টিপি চায়।....কিবা গম পাই তাইৰ ভৰি দুখন ধৰি তাইক তুলি তাইৰ মুৰটো তল কৰি জোকাৰে। মুখেদি পানী ওলায়।....

কাৰোবাক তপত পানী আনিবলৈ কয়,—কোনোবাই আনে। কাৰোবাক বিচনী আনিবলৈ কয়; কোনোবাই বিচনী আনে।....সি তাইৰ দেহাটো আকৌ সাঙিত শুৱাই দিয়ে। কোনোবাই মুৰত বিছে, কোনোবাই তপত পানীত গামোছা তিয়াই তাইৰ আঠুৰ পৰা ভৰিৰ তলৱালৈকে সেকে।....কৰুণৰেকে নিজেই তাইৰ দেহা টিপে, পিহে।....লাহেকৈ তাইৰ নয়ন-পাহি মেল খায়,— ওঁঠ দুটা লৰে,—নিস্ফুট মাত কঁপা ওঠেদি ওলায়,— "কু-মং!"....

সাঙিত পাৰ্‌ছুলীৰ মৰা-শ নাই—জীয়াদেহা হে আছে। তাইৰ চেতনা জাগে।..

....পাৰ্‌ছুলী বাচে।....

....মাকে সাবট মাৰি কয়;—"তই কলৈ গৈছিলি, আই?"

"ম-ই—ম-ৰি-লে-ই—ভা-ল-!" —আথেবেথেকৈ সেহাই সেহাই তাই কয়।....তাইৰ গালেদি চকুলোৰ সোৱণশিৰী বাগৰি বৈ পৰে।....

....কুমং ছট্‌ফটায়।....সোৱণশিৰীৰ বুকুত জাপ দি পাৰ্‌ছুলীৰ নিজ দেহা মাৰিবৰ চেষ্টা কৰাৰ বাতৰি সি শুনে। ভাবোতে চিন্তোতে তাৰ এমাহৰ দিনবোৰ বাগৰি যায়। পৰীক্ষাৰ ফলাফল ওলোৱাৰ দিনো বেচি দিন নাই। তাৰ মন উচ্পিচাই থাকে, তাৰ জীৱনৰ সমস্যা দুটা; পৰীক্ষাৰ ফল আৰু পাৰ্‌ছুলী।....

আচৰ অত্যাচাৰৰ নৃশংস কাহিনী শুনি তাৰ অন্তৰত

প্ৰতিহিংসাৰ জুই জ্বলি উঠে।...বেচেৰী পাৰ্‌ছুলীয়নী! তাইৰ কিনো দোষ?.. পাৰ্‌ছুলীক কেনেকৈ পায়, তাৰ সেয়েহে চিন্তা।....

পাৰ্‌ছুলীক গোপনে বাতৰি দিবলৈ ব্যৱস্থা হয় ধৈৰ্য্য ধৰিবলৈ।...তাই বা ৷ ধৈৰ্য্য ধৰে কেনেকৈ, ইফালে বাপেকৰ কৰ্কশতা, আনফালে আচৰ অত্যাচাৰ।....

"উস্!"—অসহ্য হয় কুমং। সি ছটফটাই থাকে.... পথাৰত হাল বায়। কিন্তু মনত দাহ,—অসহনীয়।.... বেচেৰী পাৰ্‌জলীজনীৰ কথাই তাৰ অন্তৰত দাগ বহুৱায়;—নাঙলৰ সিৰলীয়ে দাগ কাটি যায় পথাৰৰ বুকুত।

ধাৰাষাৰ বৰষুণ।....জাপিয়েও তাৰ দেহা বঁচাব নোৱাৰে;—গা তিতি যায়, ভিজি যায়।....

পৰীক্ষাৰ ফল ভাল;—প্ৰথম বিভাগত সি। তাৰ বন্ধুৱে চহৰৰ পৰা জনায়।. ফলাফল ওলোৱাৰ এসপ্তাহৰ পাচত চিঠিখন আহে। ইমান আচুতীয়া ঠাই কুমং-হঁতৰ গাওঁ, যেন কলাপানী।....

নানা চিন্তাৰ জুমুৰি আহে, বিশেষকৈ পাৰ্‌ছুলীৰ কথা। মেট্ৰিক পৰীক্ষাৰ পিচত কিবা এটা কৰিব; --সি তাইক কৈছিল।

...মেট্ৰিক পৰীক্ষাৰ পিচত।....সি বিমোৰত পৰে।

চিঠি পোৱাৰ দিনা সন্ধিয়াই সিহঁতৰ লখীমপুৰ হাইস্কুলৰ মাষ্টৰ ধৰণী ফুকন, চকুৰাখানাত যাই যৰ—কুমং-হঁতৰ 'অকুম্ চাং-ঘৰৰ' জৰাত আহি চিঞৰে,—"কুমং!"....কুমং-ৰ মাষ্টৰ আহিছে।....

চাং-ঘৰ বং-উলাহত কঁপি উঠে;—ব্যস্ততাত গুপ্-গুপাই থাকে।....

....'মৰাম্' জুহালত বহি মাষ্টৰে কয়,—"কুমং ভাল ল'ৰা; পৰীক্ষাত প্ৰথম বিভাগত পাছ কৰিছে, কলিকতা বিশ্ববিদ্যালয়ত বিংশতিতৰ স্থান অধিকাৰ কৰিছে।"...জনজাতীয় ভিতৰি ল'ৰাৰ সফলতা।....

...সকলো আচৰিত হয়,—বং-উলাহে কুলাব পাৰিবলৈ নধৰা হয়।

....অন্তৰৰ আনন্দত কুমং-ৰ হিয়াই কৈ উঠে,—"সেই ভিখাৰীৰ আশীৰ্ব্বাদ।...ভিখাৰী-ৰূপী পঞ্চানন দেৱতাৰ আশীৰ্ব্বাদ।"....

....উলাহত সি বঁাহিজাই হয়।

শিক্ষকে নানান দিহা-পৰামৰ্শেৰে পিচদিনা সকলোকে আশীৰ্ব্বাদ দি গুচি যায়।....

'আ ৷ লগতে পাৰ্‌ছুলীৰ অনুপ্ৰেৰণাও',—কোনোবাই তাৰ কাণে কাণে ফুচুকচায়।....

...."চেদী বেলো", "দঞি প'ল"—আদি দেৱতাক সি প্ৰণাম জনায়। সেই ভিখাৰী-ৰূপী কুৎচিৎ পঞ্চানন-দেৱতাকেও।....

....চোঙা ব'দত দহি জহি পুৰি, বৰষুণত তিতি ভিজি বুৰি সি হাল বায়। অক্লান্ত পৰিশ্ৰম।....পৰিকল্পনা তাৰ, ধান হব, ধন হব। কলেজত সি পঢ়িব।....

জীৱনৰ কামনা,—তাৰ ভোটিত কীবিতিৰ বাসনা,—সুখী দাম্পত্য-জীৱনৰ তীব্ৰ আশঙ্কা।....ভাবি সি কূল নাপায়।

....পাৰ্‌ছুলীক সি পাহৰা নাই।.. পাৰ্‌ছুলীকো লাগে।....তাৰ দৃঢ় সঙ্কল্প।....

শিক্ষকৰ উপদেশ মতে সি কলেজত পঢ়িব। যোৰহাট কলেজত। তাৰ চিন্তা—পাৰ্‌ছুলীৰ কি হব।....

সি বিমোৰত পৰে।...নানান চিন্তাই তাৰ হিয়া খুলি খুলি খায়।....

....সি কৈ পেলায় পাৰ্‌ছুলীৰ কথা বাপেকক।.... জুনা পেগুই বুজায়, নালাগে.। এৰ্‌বাৰ গাওঁবুঢ়া জেদী, অহঙ্কাৰী।....ই অসম্ভৱ।....

সম্ভাৱনাৰ কথা সি ভাবে, ওৰ নেপায়।....

.. পাৰ্‌ছুলীয়ে সকলো বাতৰি পায়,—কুমঙে পঠিওৱা।....এতিয়া উপায়?....কলেজত যদি সি পঢ়ে, তাই কি কৰিব?....মৰণৰ বাহিৰে তাইৰ শৰণ নাই।....

বাপেকৰ জেদ, আচৰ নৃশংস অত্যাচাৰ, তাই সহিব পাৰিব জানো?....

....এদিন। পাৰ্‌ছুলীয়ে কথা দিলে কুমঙক সি পাৰে গৈ গুপুতে গোপনে।...লগত তাইৰ, তত্তাকাং

মিনী কেইজনীমান লগৰী গাভৰু,—গাওঁৰেই।....

....সেখা হয় কুমঙৰ লগত সিহঁতৰ সন্ধিয়া, সেই খেৰণিত।

লাজ-বিচ নাই। সিহঁতৰ আগতে তাই তাক সাবটি ধৰে।....লগৰীহঁতে খাঁতিৰি যাব খোজে।....সি সিহঁতক বাধা দিয়ে।....সিহঁত ৰয়।

"যাৰ বস্তু তাক আমি গটাই দিলোঁ। যি কৰ কৰ; আমি যাওঁ।"—সিহঁতে কয়।....

"নাযাবি তহঁত। এইকো লৈ যা।"....কুমঙে মিনতি জনায়:

পাৰ্‌ছলীয়ে "মই নাযাওঁ—মই নাযাও" বুলি কৈ তাৰ কঁকালত ধৰি চলি পৰিব খোজে। উচুপি উচুপি কান্দে।

"এইৰ সংৰক্ষণৰ ভাৰ আমি লৈছোঁ সেই ছোৱালী খাজাৰ দিনৰে পৰা। ইমান দিন ৰখিলোঁ, পৰ দিলোঁ,—সেই গাঁৱৰ পুতেক তাচৰ কাৰণে। তাচলৈ তাইৰ মন-কাণ নাই। তাই কয়,—'তোৰ তাতে তাই সকলো সঁপি দিছে।'—তাচৰ হাতত আঙঠি, ডুগডুগী, আন কি "দক্‌নে"—মণি-খাৰো ফিৰাই দিছে,—তাইৰ লগত তাচৰ আৰু সম্বন্ধ থাকিব নোৱাৰে।....তোৰ লগতহে তাইৰ সম্পৰ্ক। তই ল, তাইক বুকুত সাবটি ল।" সিহঁতে কুমঙক বুজাই কয়।....

"কেইবছৰ নো, মাথোঁ চাৰি বছৰ, এই চাৰি বছৰ মোক মানুহ হবলৈ দে, ডাঙৰ মানুহ। বি-এ পাচ কৰি ডাঙৰ মানুহ হম। তেতিয়াহে তাইক মই হৃদয়ৰ ৰাণী কৰিব পাৰিম,—সুখী কৰিব পাৰিম। তহঁতে জানচ,—মোৰ অৱস্থা। কেইদৰা নো মাটি? তাকে খেতি কৰি এবছৰ অতি কষ্টেৰে খাই বৈ থাকোঁ। হাবক মাটি কৰি তেজক পানী কৰি হাল বাওঁ, খেতি কৰোঁ। মানুহ নহলে তাইক কেনেকৈ পুহিম? কেনেকৈ সুখেৰে ৰাখিম? কেৱল চাৰি বছৰ—চাৰি বছৰ মাথোঁ তহঁতে বাট চা।....মই কিমান কষ্টেৰে পঢ়িছোঁ, মই হে জানোঁ। কেৱল মোক মানুহ হবলৈ দে,—ডাঙৰ মানুহ। মই মিচিং-জনজাতিৰ মানুহ। আমাক মিবিহঁতক অসমীয়াই অৱজ্ঞা কৰে,—ঘৃণা কৰে, বিশেষকৈ অসমীয়া হিন্দুসকলে। মই দেখুৱাব খোজোঁ,—মিচিঙো মানুহ, অসমীয়া মানুহ।...."—আবেগেৰে উচ্ছ্বাসেৰে কুমঙে সল্‌সলাই কৈ পেলায়।....

পাৰ্‌ছলীয়ে বেজাৰ কৰে। কি কৰোঁ কি নক-ৰোঁকৈ ছটফটাই থাকোতে তাৰ কঁকালৰ পৰা তাইৰ বাহুৰ বান্ধোন সুলকি পৰাত তাই চলি পৰে।....হাত দুখন খেৰণিত ভেজা দি তাই তলমূৰকৈ উচুপি উচুপি চকুলো টুকি টুকি কয়,—"কুমং। মোৰ কি হব? দুই নাৱত দুই ভৰি দিয়া মোৰ অৱস্থা তই কেনেকৈ চাই থাকিবি?"

...."নহয় পাৰ্‌ছলী। মই মানুহ, জানোৱাৰ নহয়। মানুহৰ দৰে বাঁচি থাকিবৰ মোৰ ইচ্ছা। মই মিৰি হলেও, মই মানুহ। তোক বুকুত লৈ মই মানুহৰ দৰে থাকিবলৈ বাঞ্ছা কৰোঁ। দুই নাৱত নহয়, মোৰ এখন জীৱন-নাৱত তোক তুলি লৈ সুখৰ সংসাৰৰ সোঁতত উটি যাবলৈ কামনা কৰোঁ।—সহ্য কৰ,—ধৈৰ্য্য ধৰ। কেৱল চাৰিটা বছৰ।"....

...."যদি তাচে মোক জোৰ জলুম কৰে?"....

"সাধ্য তাৰ? তই দেখোন তাৰ সকলো ফিৰাই দিছ,—বিয়াৰ "দক্‌নে" মণিধাৰকো ছিঙি দলিয়াই দিছ।....তোৰ আৰু ভয় নাই।....তোক ৰখীয়া হিচাবে পৰ দি থাকিব, এই তোৰ মৰমৰ চেনেহৰ লগৰীহঁতে।"....

...."এৰা কুমং। এই হতভাগিনীজনীৰ কাৰণে আমি আছোঁ। চাম বাৰু। কিন্তু"—সেই গাভৰু জাকৰ এজনীয়ে কয়—ৰাগেৰে।

"কিন্তু কি?"—কুমঙে সোধে।

"বাপেকৰ জিদ তেওঁ পাৰ্‌ছলীক তাচলৈ দিবই".. কয় তাই।

"পাৰ্‌ছলী তয়ো জিদ্ কৰ, তালৈ নেযাওঁ বুলি। চাওঁ, বুঢ়াই কি কৰে। তদুপৰি তই বাপেৰৰ মন লৈ থাকিবি, বুজি লৈ থাকিবি।....তেওঁক বুজাবি, তই নাযাব বুলি।"....সি দৃঢ়তাৰে কয়।....

পাৰ্‌ছলীয়ে মূৰ তুলি পৰাৰ পৰা উঠি কুমঙক

আকোঁৱালি এমুখ হাঁহি, এহিয়া চেনেহ লৈ তাৰ বুকুত মুখখন গুঁজি কয়,—"যা কুমং। মই যেনেকৈ হলেও যেনে তেনে বুকুত মৰম লৈ হিয়াত চেনেহ লৈ তোৰ মূৰতিকে মোৰ মন—'অকূৰ'-ত থাপি পূজা কৰিম মৰম-ভকতিৰে।....যা কুমং!—যা—তই—যা।"....
আখেবেখেকৈ কৈ,—বাহুৰ বান্ধ খুলি মুখখন দুখন হাতেৰে চাকি দুখোজমান আঁতৰি আহোতে থাপ মাৰি ধৰে এখোজ আগবাঢ়ি তাইৰ এখন হাত সি। তাইক বুকুৰাই মুখামুখি কৰি সি তাইক সাৱট মাৰি তাইৰ মুখৰ ফালে তাৰ মুখখন অতিকৈ মৰমেৰে ঠেলি নিয়ে।

....লগৰীহঁত আঁতৰি যায় খেৰণিৰ আঁৰালে আঁৰালে।

....দুয়ো আবেশত খেৰণিৰ ওপৰতে ঢলি পৰে।

....নিশাৰ ক'লা-এন্ধাৰৰ আঁৰ কাপোৰ পৰে।....

ডাঙৰ চহৰ যোৰহাট।

এচুকত এজন ধনী মিৰি ঘৰ। আগফালে দোকান; পিছফালে চাংঘৰ কাঠৰ; টিনৰ ছালি। সৰু হলেও দেখিবলৈ একেবাৰে বেয়া নহয়, ধুনীয়া। বাৰিষা চোতালত পানী ভৰে, দোকানৰপৰা চাং-ঘৰলৈ যাওঁতে বোকা। সেই কাৰণে ইটা পৰা, বোকাৰ পৰা বাঁচিবলৈ।

....চাং-ঘৰৰ তলত বাঁহৰ বেৰ দিয়া এটা কোঁঠালি —তেনেই সৰু খন্তেকীয়া। একালে বাঁহৰ চাং-বিচনা, কাষতে বাঁহৰ টেবিল, কিতাপ-পুথিৰে ভৰপূৰ।

তাতেই থাকে কুমং।

....দুবছৰ কোনোমতে কাটে। আই, এ, পৰীক্ষাতো তাৰ ফল ভাল। সি এতিয়া বি, এ, তৃতীয় বাৰ্ষিক শ্ৰেণীত পৰে।

....কলেজত তাৰ সুনাম যেচি। খেলা-ধুলাত, গীত-নাচ-বজনাত, পঢ়া-শুনাত তাৰ বৰ খিয়াতি। ছাত্ৰৰ লগৰীয়া সকলে তাক বৰ মৰম কৰে,—অধ্যাপক সকলে তাক চেনেহ কৰে।

নগৰৰ মানুহবোৰৰ মন উদাৰ; সেই ঘৃণাসুঁতিৰ পাৰৰ 'মিপাগ্' অসমীয়া গাঁওৰ দৰে কুৰাৰ পৰা পানী খালে ছেই-ছেই-লেই-লেই নকৰে; পঞ্চানন দেৱালয়ৰ পূজাৰীৰ জাতৰ মানুহেও ইয়াত মিৰিক ঘিণ নকৰে। সকলো যেন আপোন, একেই মানুহ, একেই অসমীয়া। ছাত্ৰৰ লগৰীয়া যোৰবতো কথাই নাই,—একেই কাঁহীতে খোৱা।....কুমংৰ পুৰণি হিয়াৰ চেকা নিকা হয়।....

সকলোৱে তাক মৰম কৰে, চেনেহ কৰে, ভাল পায়। সিও লগৰীয়াহঁতক মৰম চেনেহেৰে ভৰা হিয়া সাগৰত সাঁতুৰি-নাদুৰি ফুৰে; কিন্তু এতিয়াও পাৰ্ছলীৰ কথা পাহৰিব নোৱাৰে। তথাপি সি ভৰা নাই পাৰ্-ছলীৰ কিবা হৈছে। তাইৰ দৃঢ় মনৰ ওপৰত তাৰ দৃঢ় বিশ্বাস। গতিকে সি নিশ্চিন্ত।

....দুবছৰ একো হোৱা নাই। কলেজৰ বন্ধত সি ঘৰলৈ যায়; পাৰ্ছলীৰ লগত গোপনে নিজৰ গাওঁৰ কোনোবা গোপন ঠাইত গুপুতে দেখা কৰে, হিয়াই হিয়াই মিলে। লগত থাকে তাইৰ গাভৰু লগৰীহঁত।

....মাক-বোপেক আৰু ককায়েকহঁতে একো নকয়, মিলে যদি মিলক কুমং-ৰ লগত তাই, কোনো আপত্তি নাই। বাপেক এব্ৰাম গাওঁবুঢ়াই হলে একো নাজানে।

....দেশজুৰি জাতীয় আন্দোলনৰ ঢৌ উঠে, গান্ধীৰ নেতৃত্বত গোটেই দেশত খলকনি উঠে। অসমতো হেন্দোলনি; আৰু নগৰৰ কুমং থকা থৰথৰীয়া চাং-ঘৰো কঁপি উঠে। তাৰ কোঁঠালিটো হেলেপেনি সোমায়।

তাৰ কোঁঠালীত নিশা এপৰলৈকে তাৰ দুই চাৰিজন ছাত্ৰৰ লগৰীয়া থাকে, নানান্ আলচ পাতে—মিচিং "মিপাগ" সিহঁত। কমলা মিৰিৰ শিষ্য মিচিং-দল এটাও খদ্দৰৰ ধুতি চোলা পিন্ধি গোপনে আহি আলোচনা কৰে।

....কুমংৰ বুকু ডাঠ হয়, জাতীয় ভাব হিয়াত জাগি উঠে; বৃটিছৰ ওপৰত ঘৃণা জন্মে। কুমঙে কমলা মিৰিৰ দলত যোগ দিবলৈ খোজে।

লিখা-পঢ়াই কি কৰিব যদি দেশ স্বাধীন নহয়,

পীৰিতি কাৰেং কেনেকৈ সাজিব,—জীৱনৰ সম্পূৰ্ণ বিকাশ কেনেকৈ হব যদি জাতি এটা পৰাধীন হৈ থাকে। পীৰিতি মিছা, জীৱন মিছা, পাৰ্‌ছুলী মিছা।

....নগৰত ডাঙৰ ডাঙৰ নেতাসকলে আহি সভা-সমিতি পাতি বক্তৃতা দিয়ে। একোটা একোটা বক্তৃতা জুইৰ ফিৰিঙতিহে, অগনিৰ আগুনি।

....কিমান ত্যাগ এই নেতাসকলৰ। কিমান আন্তৰিকতা তেওঁলোকৰ হৃদয়ৰ। নিজ কোমল বস্ত্ৰ ত্যাগ কৰি নিজ হাতে সূতা কাটি খহটা কাপোৰ বুই ধুতি ছোলা পিন্ধে। তেওঁলোকলৈ তাৰ ভকতি জনমে,—শ্ৰদ্ধা ওপজে।

....এবাৰ গান্ধী আহিছিল,—তেওঁ বোলে মহাত্মা!.... এবাৰ পণ্ডিত জওহৰলাল নেহেৰু আহিছিল,—তেওঁ বোলে জন-নেতা।

....দুয়ো আইনজ্ঞ পুৰুষ,—লাখ লাখ ধন আৰ্জে;—কাৰেঙহেন ঘৰত থাকে;—সকলো ত্যজি তেওঁলোক দেশ-সেৱক, পথৰ ভিখাৰী হয়।

....তাৰ আশাৰ ৰংঘৰ, আকাংক্ষাৰ কাৰেংঘৰ, বাসনাৰ তলাতল-ঘৰ চুৰমাৰ হয়। জীৱনৰ সপোন তাঙি ছিঙি চুচুৰ্মৈ হয়।....

সিও হব দেশ-সেৱক স্বেচ্ছা-সেৱক। মিচিং-জাতীয় নেতা কমলা মিৰিৰ ওচৰলৈ গৈ স্বেচ্ছা-সেৱকৰ দলত যোগ দিয়ে।....

....তাৰ কোঠালিত বাঁহৰ চাং-ৰ বিছনা—আৰু চাং-টেবিলৰ বাঁহৰ কামীবোৰ কামীহাৰৰ দৰে জকমকাই উঠে। গাৰু-বিছনা এটা টোপোলা হৈ বাঁহ-চাং-ৰ দাঁতিত কাতি হৈ থাকে।....কিতাপ-পুথিবোৰ আন এটা টোপোলাত বান্ধ খাই পৰি থাকে এচুকত।....

....কুমং নাই, তাৰ কোঠালি খালি।....

....বাতৰি নাই, খা-খবৰ নাই, চিঠি পত্ৰ একোৱেই নাই।....কুমং-নাই।

ক'লৈ গল?—সন্দেহ জাগে হয়তো আত্মহত্যা!.... যোৰহাটলৈ বাম ককায়েক।....

কুমং নাই।

....কুমং-নাই,-বাপেকে ভাবে;—জানোঁচা আত্ম-ঘাতী হল?

হুলস্থূল, হুৱাদুৱা লাগে।—বৌৱেকে কান্দি থাকে। নাচেঙে সোধে, "আই! দদাই ক'ত?"—তাইও বুজে।—নাচেঙৰ এনে প্ৰশ্নত মাকে বেচিকৈহে কান্দে।—

কুমঙৰ ঘৰত শান্তি নাই। লাজ অপমান কাতি কৰি নাক-কাণ কাটি বাপেক জুনা পেগুৱে টুলুঙা নাৱেৰে সোৱণশিৰী পাৰ হৈ বলীয়াৰ দৰে এৰ্‌বাম গাওঁবুঢ়াৰ ঘৰলৈ আহি সোধে,—"গাওঁবুঢ়া! কুমঙৰ কিবা খবৰ জাননে?"—

হাঁহি হাঁহি দাঁত নিকটাই সি কয়,—"লোকৰ লৰাৰ মই পৰীয়া নে, জানিম?....লাং-চুঙীয়া লৰাই কৰবাত চাগৈ কাৰোবাৰ 'অকুম'-ত ঘৰজোঁৱাই হিচাবে মোক্‌ৰ দুক্‌নাম্‌"—খাটিছে?"

ইমান অপমান।....

জুনা পেগু গুছি যায়!....

"কক্‌দাং"-ৰ এচুকত "ছ'পন্‌"—দাংবাৰীৰ পৰা এখন "গাছেং" চাদৰ ওলমাই তাৰ আঁৰত গুদা চাঙত বাগৰি বাগৰি পাৰ্‌লীয়ে কান্দে। চাং তিতি যায় ....

....কুমংহঁতৰ গাওঁৰ "য়ামে" ডেকাবোৰে পাৰ্‌ছুলীৰ গাওঁলৈ আহি চোৰাংকৈ খবৰ লয়,—। সকলোৰে সন্দেহ কিজানি তাচই কুমঙক মাৰি কৰবাত পুতি থৈছে।....শুং-সূত্ৰ নাপায় সিহঁতে।....মিছা সন্দেহ।....

....কুমং নাই, মৰিল;—ইখন গাওঁত, সিখন গাওঁত সৌখন গাওঁত চাৰিওফালে বুং—বাং।....

পাৰ্‌ছুলীয়ে বিশ্বাস নকৰে, চকুলো টুকে কুমং মৰিল বুলি নহয়, তাৰ তীব্ৰ বিৰহ-বেদনাত।....

জেঠৰ খৰ:—সোৱণশিৰী ভৰ, পানী বাঢ়ি পাৰ ছোওঁ ছোওঁ। আহাৰ আহে পাৰ ওপছি পৰে, ঢল বয়,—বাণ আহে।....খালে বামে চোতালে পানী,-'জবা' মুকলি ঠাইলৈকে পানী। "কবাং"—জখলাত নাও বন্ধা।....আহাৰ যায় ভাদ আহে। পানী শুকায়, গাওঁ চোতাল ফট্‌ফটীয়া হয়।

....এনে ভাদ মাহত পাৰ্‌ছুলীৰ গাওঁত "দবুৰ্‌"-

পূজা।....বতাহ, বৰষুণ, ধুমুহা, ভূঁইকঁপত যাতে খেতি পথাৰৰ কোনো হানি-বিঘিনি নহয়, গাঁৱলীয়া ৰাইজে যাতে কুশলে মঙ্গলে থাকে, সেই উদ্দেশ্যেৰে "কাচিচং কানেক্," 'দঞ্জি প'ল' আদি দেৱতাসকলক পূজা দিয়া হয়।....

এই পূজাত কোনো তিৰোতা নাই। বিধূতি বা অশৌচ হোৱা তিৰোতাক গাওঁত দেখা নাযায়। আগ-দিনাই শ্ৰাঁতৰ কৰা হয়।

পুৱাতে প্ৰতি ঘৰে ঘৰে "আজেং"-দাবী কৰি লাও, কুমুৰা, ৰঙা-লাও, কচু, কুকুৰা, চাউল-পাতি আদি যোগাৰ কৰা হয়।....

....পূজাৰ থলি।....

গাওঁৰ এমূৰত ঢেকীয়া পাতত কেঁচা বাঁহৰ ফুল বাছি সাপৰ দৰে গঢ়া দুটা মূৰতিৰ মুখত দুটা কণী।—"চেনী-মেলো"—পুৰুষ-প্ৰকৃতিৰ প্ৰতীক। দেৱতা সকললৈ কুকুৰা বলি দিয়া হয়।....পূজা কৰা হয়। আশিস লোৱা হয়।....

বন্ধা-বঢ়া। তাৰ পিছত ডাঙৰ ভোজ।....

এজনীও তিৰোতা নাই;—সকলো মতা।....

...আবেলি চাঙে চাঙে ডেকাৰ দল—চাং কোবায়, বেৰ কোবায়, ছাল কোবায়।—হাতে হাতে যাঠি-জোং, ধনু-কাঁৰ; অশুভ ভূত-প্ৰেত খেদে।

...য়ামেৰ বোলা লগৰীজনীৰ অহা গম পাই, তাইৰ 'অকুম্'-চাংঘৰৰ ফালে পাব্‌ছলী খাই বৈ খোজ লয়।..

নিশা এপৰ,—কৃষ্ণ-পক্ষ অষ্টমী।....

এন্ধাৰ ....

য়ামেৰৰ ঘৰ পোৱাৰ প্ৰায় দুশ হাতমান ইফালে সেই ভাঁজ ডোখৰত নিজান কোনো ঘৰ বাৰী নাই;—অলপ হাবি।

"দবুৰ"-পূজাৰ বাগী তেতিয়াও এৰা নাই;—অ'ত ত'ত খাই আপং-মদৰ বাগী বেচিহে চৰিছে,—য়ামেৰৰ ঘৰৰ ফালৰ পৰা তালেৰ গাম্‌ৰ পুতেক তাচ-ই চলং-চপংকৈ আহে

সেই ভাঁজ-ডোখৰতে হাবিৰ কাণত আলিতে দুয়ো মুখামুখি হয়। বাগী নেৰিলেও তাৰ শেন-চকুত পাব্‌ছলী ধৰা পৰে। সি তাইক খাপ মাৰি ধৰি বুকুত সুমুৱাই লৈ জিভা লৰাই লৰাই কয়,—"পাব্‌ছলী! মোক আৰু পুৰি নামাৰিবি। যি হল-হল এতিয়া মোৰ বুকুলৈ আহ্। কুমং মৰিল, মই আছোঁ। তোক মই ৰাণীৰ দৰে ৰাখিম। ধনে সোণে তোক ওপচাই দিম। তই কেৱল আহ।"....

দুয়োৰে আলিতে জোতাপুটি লাগে,—তাই এৰুৱাবলৈ খোজে, সি তাইক বেচিকৈহে আকোৱালি লয়। কেনে-বাকৈ তাৰ হাতখন তাইৰ "ৰিবি-য়েগে"-মেখেলাৰ গাঁথিত পৰে,—সি টানে, গাঁথি খুলি যায়, এটা লোচ সি খামোচ মাৰি ধৰে।....সি কয়,—"পাব্‌ছলী! অলপ জুৰ ল, সেইদৰে নকৰিবি। মোক এবাৰ তোক মৰম কৰিবলৈ দে। এইদৰে তো তোক কেতিয়াও আকোৱালি লোৱা নাছিলোঁ। হয়তো কুমঙে লৈছিল।—কুমং নাই, মৰিল। এতিয়া মই লম, সদায় লম—চিৰজীৱন লম।" ...লাহে লাহে তাৰ হাতখন পিঠিত বুলায়।....এখন হাতেৰে খামোচ মাৰি ধৰা ৰিবি-য়াগেৰ এটা লোচ পিচফালে মেখেলা তললৈ পৰে। তপিনা দুটা ওলায়। লোচটো তাৰ হাতত।....

সবলা, অবলা, পাব্‌ছলী নিৰুপায়—নিঃসহায়, অকলশৰীয়া। তাই শান্তভাবে কয়,—"শুন্, তাচ। কুমং মৰা নাই এতিয়াও আছে, মোৰ হিয়াত ছাব খাই আছে। মই তাৰ, সি মোৰ। তোৰ হব নোৱাৰোঁ। সকলো ফিৰাই দি তোৰ লগত মোৰ সম্পৰ্কৰ মণিধাৰ ছিঙি-পেলালোঁ। মোক এৰি দে।"....

"নহয়-নহয় তোক নেৰোঁ,—তোক নেৰোঁ। আজি পাইছোঁ, তোৰ সোৱাদ লমেই। আজি লমেই।...." তাইক সি দুই বাহুৰে আকোৱালি লবলৈ যাওঁতে সি খামোচ মাৰি ধৰি থকা লোচটো তাৰ হাতৰ পৰা সৰি পৰে।....

পাব্‌ছলীৰ দেহা কঁপে, খঙত তাচক ধাক্কা মাৰি আজোৰ মাৰি তাৰ বাহুৰ বান্ধৰ পৰা মুকলি হৈ পুলুকা

ৰাখে। থাক্‌কাত তাচ মাটিত পৰি যায়। তাই ভিৰাই লৰ মাৰে য়ামেৰৰ ঘৰৰ ফালে।....

....য়ামেৰৰ ঘৰ পাই 'জবা'ত ঠিয় হৈ "টুংগং"-চাঙৰ এটা কাণ ধৰি পাব্‌ছুলীয়ে চিঞৰে,—"য়ামেৰ! য়ামেৰ!!"....

"য়ামেৰ! য়ামেৰ!! তোক কোনোবাই মাতিছে, মাচোন চা! পাব্‌ছুলী হবলা।"—বাপেকে শোৱাপাটিৰ পৰা মাতে।

ছিল্‌মিল্‌কৈ টোপনি আহিছিল;—শোৱাপাটিৰ পৰা ধৰ্‌মৰ কৰি উঠি য়ামেৰে দুৱাৰৰ দাং খুলি ওলাই আহে। এন্ধাৰ।....

"য়ামেৰ!" পাব্‌ছুলীয়ে মাতে।....

পাব্‌ছুলীৰ মাতৰ ফালে তাই আগুবায়।....

"তোৰ 'বিৰি-য়েগে' মেখেলাখন বেগাই লৈ আন-না সেই পশুটোক পাইছিলোঁ, বাটত। এটা খেকেচা মাৰি পলাই আহিছোঁ। পলম নকৰিবি। যা লৈ আন।"

পাব্‌ছুলীৰ কথা শুনি য়ামেৰে লৰি গৈ তাইৰ এখন বিৰি-য়েগে—মেখেলা লৈ আনে। পাব্‌ছুলীয়ে লৰালৰিকৈ মেখেলা পিন্ধি "কবাং" জখলায়েদি 'টুংগং'-চাঙত উঠে।....দুয়ো এচুকত বহে। পাব্‌ছুলীয়ে তাইক তাৰ অত্যাচাৰৰ কথা সকলো কয়।....তাই ফোঁপাই থাকে।

ভিতৰৰপৰা এখন দীঘল পাটি চৰা আনি টুংগং-চাঙত পাৰি দুয়ো বাগৰে, শোৱে। শুই শুই য়ামেৰে কয়,—"জান পাব্‌ছুলী।....মই কুমণ্ডক লগ পাইছিলোঁ...."

"কুমণ্ডক! ক'ত—?" পাব্‌ছুলী উঠি বহে।

"তই জান—এসপ্তাহৰ আগতে মই দিচাংমুখৰ মোমাইৰ ঘৰলৈ গৈছিলোঁ।"

"জানোঁ।"

"মোমাইৰ ঘৰত কুমং। আগৰ লেখীয়াই চেহেৰা,—ডেজ ফুটে ফুটে টল্‌মল্‌ ডেকা। ইমান খাটনি;—খকা-শোৱাৰ ঠিক নাই, খোৱা বোৱাৰো ঠিক নাই,—ওৰে দিন অ'ত ত'ত টলো টলোকৈ ফুৰে,—কলৈ যায় কব নোৱাৰোঁ। ঘৰত থাকিলে ৰঁতৰত সূতা কাটে নাইবা কিছুমান ডেকা-ডেকেৰীৰে সৈতে কিবা মেল পাতে। গাভৰুহঁতে কাপোৰ বয়। সেই খহটা কাপোৰৰ পৰা চোলা তৈয়াৰ কৰি পিন্ধে।....গান্ধীৰ দলত সোমাইছে বোলে।....নিশা এপৰলৈকে মেল। কমলা মিৰি নামৰ আমাৰ মিচিং মানুহ এজনে হেনো সইতক চলায়।

....তেওঁ বুইছ,—সি অকণো খীণোৱা নাই।...."

"কুমং আছে।" কৈ দীঘল এটা হুমুনিয়াহ কাঢ়ে পাব্‌ছুলীয়ে।

....য়ামেৰে উলাহেৰে কয়,—"দেশৰ কাৰণে বাইজৰ কাৰণে সি পঢ়া এৰিলে। সি কয়,—স্বাধীন নহলে জীৱন মিছা,—জীৱন নহলে পীৰিতি মিছা। তোৰ কথা মোক কলেই কয়,—পাব্‌ছুলীৰ কেনে?—বাপেকে এতিয়াও জিদ কৰেনে?—তাচই কিবা অত্যাচাৰ কৰেনে? মই সকলো বিৰৰি কওঁ। তোৰ প্ৰতি তাৰ পীৰিতি এতিয়া কমা নাই। বৰং চৰিছে হে।...."

আৰু বহুতো আলোচনা হয়। দেশৰ সেৱা, মহাত্মা গান্ধী,—গান্ধীৰ দল, কমলা মিৰি, সূতা কটা, কাপোৰ বোৱা, খদ্দৰৰ প্ৰচাৰ কৰা, বিদেশী বস্ত্ৰ নোলোৱা,—ইংৰাজৰ শাসন ওফৰোৱা,—স্বাধীন ভাৰত গঢ়া।....

য়ামেৰে বুজিছে,—পাব্‌ছুলীয়ে ভালকৈ নুবুজে। সকলো নতুন কথা।....কথা-বতৰা পাতোতে য়ামেৰে টোপনি যায়।....পাব্‌ছুলীয়ে উজাগৰে থাকে। তাইৰ মনত নানান্‌ ভাব আহে।....

....কি জঘন্য পশু এই তাচটো। কেনেকৈ তাইক সি আকোৱালি লৈছিল,—গাত হাত ফুৰাইছিল। তাইৰ বুকু, গাল, পিঠি, তপিনা পিহিছিল, মথিছিল এই দবুৰ 'পূজাৰ' দিনা তাইৰ ওপৰত অত্যাচাৰ কৰিছিল—পাপ-পাপ!! তাই নাঙঠা হৈ পৰিছিল। ছিঃ তাইৰ উলঙ্গ দেহা সি ভোগ কৰিব খুজিছিল। এই পাপী দেহা কুমণ্ডক তাই কেনেকৈ সঁপি দিয়ে?....গোটেই গা তাইৰ ঘিণ ঘিণ লাগে।....

....নাই—নাই—এই দেহা ৰাখিব নোৱাৰি।....ৰাখিব নোৱাৰি। ছুৱা-ছুৱা।....

....বাহিৰত কাহিলি কাহিলি জোনাক। সপোন হেন ৰূপোৱালি জোনোৱালি।

শেষ নিশা। নিৰল।....

কাষতে তাইৰ লগৰী-য়ামেৰ টোপনিত লালকাল। দিচাংমুখৰ মোমায়েকৰ ঘৰৰ পৰা লুইত পাৰ হৈ আহিছে খোজ কাঢ়ি বামে বামে ইমান দূৰ বাট-কুৰি বাই।.... তাই ভাগৰত জিগৰত ঘুমটিত বিভোৰ।....

লাহেকৈ শোৱাপাটিৰ পৰা পাৰ্ছুলীয়ে উঠে। হাতত সাৱে ভৰিত সাৱে তাই "টুংগং"-চাঙৰ পৰা জখলায়েদি নামি কাষৰ গোহালি-ঘৰত সোমায়। এটা দমৰাৰ ডিঙিৰ পৰা বুলি লৈ তাই তাৰ পৰা ওলাই আহে।....

....সৌৱা কঁঠাল-গছ।....ওচৰলৈ তাই যায়।.... দেৱতাসকললৈ নমস্কাৰ জনাই তাই গছ জোপাত উঠে। মিচিং-ছোৱালী তাতে পাৰ্ছুলী, তাইৰ কাৰণে উঠা সহজ।....গছৰ এটা ডালত পঘাটো বান্ধে।—এটা মূৰত ফাঁচ-গাঁথি লগাই নিজৰ ডিঙিত সোমাই লয়।

কুমং-ৰ কথা ভাবে তাই।...চকুলোৱে তাইৰ দুখন গাল তিতি যায়।....

....য়ামেৰে চিল্মিল টোপনিত কাতি হওঁতে খেপিয়াই পাৰ্ছুলী নাই বুলি গম পাই চকু মেলি সাৰ পায়।— ইফালে সিফালে চাই, পাৰ্ছুলী নাই। টুংগং-চাঙৰ আগ টোৰ কাষ চাপি চোপাশে চায়, পাৰ্ছুলী নাই।

—আকাশত কৃষ্ণ-পক্ষৰ অষ্টমীৰ জোন পৰ দি আছে। জোনাক নিশা।....ভিতৰলৈ সোমাই তাই মাতে,— "ককাই। ককাই। দেউতা। দেউতা। পাৰ্ছুলী নাই।"—চাং কঁপে—খৰ্খৰাই উঠে। 'জৰা'ত নামি তাই চিঞৰে "পাৰ্ছুলী। পাৰ্ছুলী॥"..

ককায়েকে ওলাই একে জঁপে নামি লৰ মাৰে ইফালে সিফালে চাই,—লগতে চিঞৰে,— "পাৰ্ছুলী পাৰ্ছুলী॥"....

মাক দেউতাকো ওলাই চিঞৰে,—"পাৰ্ছুলী।"— ....জোনাক নিশা। "পাৰ্ছুলী। পাৰ্ছুলী॥"— বুলি সোৱণশিৰীৰেও বিজিয়ায়।....

"য়ামেৰ! এখন দা বেগেতে লৈ আন।" ককায়েকৰ চিঞৰ শুনি য়ামেৰে লৰি ভিতৰ সোমাই দা এখন লৈ আনি চাঙৰ পৰা নামি ককায়েকৰ চিঞৰৰ ফালে লৰ মাৰে।....

সেই কঁঠাল গছ জোপা।....তাৰে এটা ডালৰ পৰা কিবা এটা ওলমি আছে। দা-খন লৈ খপ্জপ্কৈ ককায়েকে গছত উঠে। বাপেক গৈ উপস্থিত।

"দেউতা চাবি-ভালকৈ ধৰিবি।"—ককায়েকে দা-খনেৰে সেই চিপজৰী বেপে, বচা কটা যায়;— দেহাটো পৰে। বাপেকে খাপ্ মাৰি ধৰে।....য়ামেৰে সেই খোৰোচা গাথিটো ডিঙিৰপৰা খুলি সেই পঘাটো দলিয়াই পেলায়।

—ককায়েকে গছৰ পৰা নামি পাৰ্ছুলীৰ অচেতন দেহাটো তুলি চাংঘৰলৈ লৈ আনি 'মৰাম' জুহালৰ কাষতে শুৱায়।....

—জুহালৰ জুই দপ্দপ্কৈ জ্বলে।....পাৰ্ছুলীৰ অচেতন দেহাত চেতনা আছে।....

পলম হলেই বিপদ আছিল।....

....ৰইখা ....

শিৱসাগৰ জিলাৰ মিচিং-ডেকা-গাভৰুসকলে উত্তৰ পাৰে আহি লখীমপুৰ জিলাত বিয়পি পৰে।....চাৰিও ফালে মিৰি-গাওঁবোৰত গান্ধীৰ কথা।....কুমং-হঁতৰ গাওঁত সংগঠন বৰ টনকিয়াল।...."মিৰিৰ য়ামে"-ডেকা-গাভৰুৰ সংগঠনে এটা ধুনীয়া ঘৰ সাজে। তাতে ডেকা গাভৰুৱে মিলি আজৰি সময়ত নেওঠে, কপাহ ধুনে, পাজী বাটে, সূতা কাটে, কাপোৰ বয়। প্ৰায়েই শুনা যায়, নেওঠনিৰ কেৰ্কেৰণি, ধুনুৰ ধুন্ধুননি, তাঁত-শালৰ খটখটনি।....গাওঁত কপাহ-গছৰ বাগিছা হয়।....

এনেয়ে মিৰি-জীয়ৰীসকল কাজী-শিপিনী,—বোৱা-কটাত পাকৈত, বৰ ৰাপ, তাতে এনে উদ্গনি উচটনি; খদ্দৰৰ প্ৰচুৰ আমদানি হয়।....পাৰ্ছুলীহঁতৰ গাওঁলৈও এনে বতাহ বয়।....পাৰ্ছুলীৰো বৰ মন। তাইৰ ইচ্ছা, কুমঙক লগ ধৰি তাৰ পৰামৰ্শ লৈ দেশৰ কামত তায়ো নামে।....এদিন য়ামেৰৰ ককায়েকৰ লৈতে দিচাং-মুখলৈ যায় মাক-বাপেকৰ অনুমতি লৈ।

....কুমণ্ডৰ লগত তাই সদায় ।....সিহঁতৰ মনত পীৰিতিৰ লৰা-ধেমালি নাই, আছে প্ৰেমৰ নিষ্ঠা ।...

পাৰ্‌ছুলীৰ লগ পাই কুমং-ৰ প্ৰেৰণা বাঢ়ে, দেশৰ কাম তাৰ দুগুণে চৰে ।....ঘৰৰ কথা তাই পাহৰি যায়, য়ামেৰৰ মোমায়েকৰ ঘৰত থাকি গাওঁৰ গাভৰুকেইজনীৰ লগত অ'ত ত'ত ঘূৰে, সূতা কাটে, তাঁত বয়, দেশৰ কথা কয় ।....

তাই কুমং-ৰ কেৱল প্ৰেমিকাই নহয় সহকৰ্ম্মিনী সহধৰ্ম্মিনীও ।....কুমং-ৰ পৰা তাই শিক্ষা লয়, দীক্ষা লয়, শিকে বুজে ।....

ঘৰৰ কথা তাই পাহৰি যায় ।....বাপেকে নাজানে কুমং বাঁচি আছে বুলি । পোনাতে তাই ভালেৰে শান্তিৰে য়ামেৰৰ মোমায়েকৰ ঘৰত আছে বুলি শুনি বুঢ়াই বং পায় । যাক তেও তাই শান্তিৰে আছে ।...

....কেনেবাকৈ বুঢ়াই গম পায়,—কুমং বাঁচি আছে বুলি আৰু তাৰ লগতে তেওঁৰ জীয়েকো থাকে । তেও মানুহ পঠিয়ায় তাইক আনিবলৈ । তাই নাহে । যতবাৰ পঠিয়ায় ততবাৰ তাই নাহে ।....এব্‌ৰাম গাওঁবুঢ়াই থগুত থানাত এজাহাৰ দিয়ে, কুমঙে চুৰি কৰি তেওঁৰ জীয়েক পাৰ্‌ছুলীক পলুৱাই নিছে বুলি ।....

....য়ামেৰৰ মোমায়েকৰ ঘৰৰপৰা কুমং আৰু পাৰ্‌ছুলীক এৰেষ্ট কৰি নিয়া হয় দিচাংমুখৰ মিৰি গাওঁৰপৰা শিৱসাগৰ চহৰৰ থানালৈ । শিৱসাগৰৰ পৰা নিয়া হয় ডিব্ৰুগড়লৈ । শেষত নগৰৰ জেলৰ হাজতত দুয়ো থাকে কুমং আৰু পাৰ্‌ছুলী ছমাহ ।....বিচাৰৰ আৰম্ভ হোৱা নাই ।....

লৱণ আইন ভঙ্গ ।....দাণ্ডী-যাত্ৰাত মহাত্মা গান্ধী আৰু তেওঁৰ দল ।....তেওঁলোক বন্দী হয় ।....

দেশ-জুৰি আন্দোলন চলে ।....

অসমতো বহু-নেতা, স্বেচ্ছা-সেৱক আৰু কৰ্ম্মীসকল বন্দী ।....ডিব্ৰুগড় জেইল ভৰি যায় । বহু-ছাত্ৰ-বন্ধুৰ লগত তাৰ জেলত সাক্ষাৎ হয় ।

নাৰী কাৰাবাসতো পাৰ্‌ছুলীৰ বহু স্বেচ্ছাসেৱিকাৰ লগত দেখা হয় । তাতেই তেওঁলোকৰ ওচৰত লিখা-পঢ়া শিকে ।....

কুমং ছোৱালী চুৰিত বন্দী, লগতে পাৰ্‌ছুলীও । আন সকল ৰাজনৈতিক বন্দী । বহু পাৰ্থক্য ।

....কুমঙে জানে সিহঁত দুয়ো নিৰ্দোষ । সেয়ে তাৰ সান্ত্বনা ।....

....বিচাৰ হয় ।....কুমং-পাৰ্‌ছুলীয়ে সকলো কথা বিবৰি কয় । পাৰ্‌ছুলীয়ে কয়—"মই বৰ্ত্তমান সৰু ছোৱালী নহয় ; মোৰ বয়স যথেষ্ট হৈছে, ওঠৰ বছৰ পাৰ হৈ গৈছে । মই নিজ ইচ্ছাই তেওঁক স্বামীৰূপে বৰণ কৰিছোঁ আৰু তেওঁৰ লগতে আছোঁ ।"....

বিচাৰত দুয়ো মুক্তি পায় এবছৰ জেলত থকাৰ পিছত ।....

মুকলি মূৰীয়াকৈ দুয়ো থাকিলেও বহু সময়ত নিজৰ নিজৰ কামত ব্যস্ত থাকে ।....

....এব্‌ৰাম গাওঁবুঢ়াৰ জিদ্ ভাঙে । তাচই হাৰ মানে । পীৰিতিৰ জয় হয় ।....

—এদিন বুঢ়াৰ ঘৰত মহা-সমাৰোহেৰে বিয়া পতা হয় দুয়োৰে ।....জুনা পেগুৰ লগত পাৰ্‌ছুলীৰ বাপেকৰ হিয়া বং-উলাহত ঠাই নোজোৰা হয় ।....তাচই তিনি নিশা চকু নুমুদাকৈ বিয়াত তিনি দিন গা লাগি খাটে ।

....সাংসাৰিক দাম্পত্য জীৱনতকৈ আদৰ্শৰ মূল্য ডাঙৰ ।....দুয়ো দেহে কেহে সাংগঠনিক কামত লাগি যায় ।

পাৰ্‌ছুলী সামান্যা তিৰোতা নহয় ;—শিক্ষিতা, আদৰ্শত দীক্ষিতা,....লিখা-পঢ়া জনা স্কুলত নপঢ়িলেও ; ভাল বক্তৃতা দিব পাৰে ।

....কমলা-মিৰিৰ দৰে দুয়োৰে নাম বিয়পি পৰে ।....

....এইদৰে দিনবোৰ বাগৰি যায়, নানান ঘটনা-বহুল জীৱনৰ মাজেদি ।

....কুমঙৰ জীৱনৰ নাওত পাৰ্‌ছুলীৰ জীৱনো উটি যায়, ওপৰত আদৰ্শ ভোটা তৰা তিৰবিৰায় ।....

দ্বিতীয় মহাসমৰ ।....

ভীষণ যুদ্ধই ইউৰোপৰ পৰা গৰজি গোটেই পৃথিবী বিয়পি পৰে ।

....কিছুমানৰ স্বাৰ্থৰ কাৰণে এনে জুইৰ ফিৰিঙতি

গোটেই বসুমতীত জ্বলাই দাবানলৰ ৰূপ লৈ ধ্বংসকাৰী হয়।....এখন এখন দেশ জ্বলি যায়, পুৰি যায়, ধ্বংস হয়।....

....জাৰ্ম্মানী, জাপান, ইটালী এই দেশ তিনিখনে সেই জুই ধলায় সিহঁতৰ কিছুমান ধনকুবেৰৰ স্বাৰ্থৰ কাৰণে। আমেৰিকা, বৃটেনে নামে তেনে কাৰণত; শেষত ৰুচিয়াই নামে জনগণৰ স্বাৰ্থত।

জাপানৰ ভীষণ ড্ৰেগনে দক্ষিণ পুব এচিয়াৰ এখন এখন দেশ গিলি খায়। মণিপুৰত বোমা পৰে। গোটেই ভাৰতত বৃটিচৰ সৈন্যবাহিনীয়ে ছাউনি পেলায়। অসম ৰণ সমাৰোহেৰে ভৰপূৰ হয়। অসমৰ গাঁৱে ভূঁয়ে পৰ্বতে কন্দৰে, নগৰে চহৰে বৃটিচৰ ৰণসমাবেশ বিয়পি পৰে।

....সন্ধিয়াৰ পিচত গাভৰু তিৰোতাই ঘৰৰ বাহিৰলৈ ওলাব নোৱাৰে; ওলালেই সিহঁতৰ কামাগ্নিৰ পাশবিক শিখাত জাহ যাব। কত গাভৰু নিৰুদ্দেশ হয়।. চাৰিওফালে কেৱল ভয়-ভয়-ভয়। অসম তথা ভাৰতত ক্ৰন্দসী ৰোদসীৰ করুণ আৰ্তনাদে গগন ভেদে; চাৰিও-ফালে হাহাকাৰৰ ৰোল উঠে; গোটেই দেশ জুৰি হা-হুমুনিয়াহৰ ধুমুহা বয়।....

আগষ্ট প্ৰস্তাৱৰ মন্ত্ৰত দীক্ষিত হৈ গোটেই দেশবাসী জাতি-ধৰ্ম্ম-নিৰ্ব্বিশেষে জাগি উঠে,—হুঙ্কাৰ কাঢ়ে,— "বন্দে মাতৰম্, ভাৰতমাতাকী জয়,—ভাৰত ত্যাগ কৰ, কৰেঙ্গে ইয়া মৰেঙ্গে।"...

জাতিৰ নব-জাগৰণৰ হুঙ্কাৰ-গৰ্জন শুনি বৃটিচ-সিংহ কঁপি উঠে।—কূট্‌নীতিৰ মন্ত্ৰেৰে ভাৰতী আইক দ্বি-খণ্ড কৰিবৰ মন কৰে শক্তিশালী গণ-জাগৰণক দুৰ্ব্বল কৰিবলৈ। দ্বি-জাতি তত্ত্বৰ মন্ত্ৰ ফুঁকে।

সাম্প্ৰদায়িক দাঙ্গা-হাঙ্গামা আৰম্ভ হয়;—মানুহ পশুত পৰিণত হয়। হিন্দু-মুচলমানে ইজনে সিজনক খতম কৰিবলৈ চেষ্টা কৰে;—পাশৱিক অমানুষিক অত্যাচাৰ চলে,—ভাৰতী-আইৰ বুকুত ৰক্তৰ বাণ বয়। ....খাদ্যৰ সমস্যা বাঢ়ে। এটুপি ভাতৰ ফেনৰ কাৰণে মানুহে হাত্ত বঢ়ায়; কলিকতা মহানগৰীৰ অলিয়ে গলিয়ে কুকুৰ, মেকুৰীৰ দৰে মানুহ মৰে,—মৰাশ গেলি যায়, পচি যায়,—দুৰ্গন্ধ ওলায়,—বিয়পি পৰে।....

স্বাধীনতাৰ যুঁজাৰুসকলৰ অন্তৰত জুই দ্বলি শতগুণে বাঢ়ে।....

আগষ্ট-বিপ্লৱ আৰম্ভ হয়।....

কুমং-পাৰ্‌ছলীও সেই স্বাধীনতাৰ যুঁজত জপিয়াই পৰে।—চকুত টোপনি নাই; জিৰণি নাই,—গাঁৱে ভূঁয়ে গৈ মানুহ সকলক এই যুঁজত দলে দলে আহি যোগ দিবলৈ কয়। দলে দলে বুঢ়া-বুঢ়ী, ডেকা-ডেকেৰী, লৰা-ছোৱালী আহি যোগ দিয়ে। বৰ বৰ নেতাসকল জেলত সোমায়; নেতাহীন জনতাই নিজেই নেতৃত্ব লয়। উত্তেজিত জনতাই চাৰিওফালে বান-পানীৰ দৰে বিয়পি পৰে।

স্কুল বন্ধ হয়, কলেজ-অফিচ সকলো বন্ধ হয়,— অৰাজকতা সৃষ্টি হয়। পুলিচ-মিলিটাৰীৰ দল সচল হয়, চোৰাংচোৱাবোৰে গাঁৱে-ভূঁয়ে নগৰে-চহৰে পিয়াপি দিয়ে। জনতাৰ ওপৰত অত্যাচাৰ চলে। জেল-ফাটেক ভৰি যায়।

গুপুতে গোপনে শক্তি বাহিনী, মহিলা-বাহিনী সংগঠিত হয়।

থানাত জাতীয় পতাকা উত্তোলন, ৰেল-লাইন উৎ-খাত আদি ধ্বংসকাৰী কাৰ্য্য ঠায়ে ঠায়ে আৰম্ভ হয়।

কনকলতা, ভোগেশ্বৰী আইদেউ, মদন, বাউত্তা, মুকু লাতৃদ্বয়, মণিৰাম কছাৰী আদিয়ে পুলিচ-মিলিটাৰীৰ গুলিত জীৱন আহুতি দিয়ে। কুশল-কোঁৱৰ, কমলা মিৰি বন্দী হৈ যোৰহাট জেলত থাকে। তাতেই কুশল কোঁৱৰৰ ফাঁচী হয়,—আৰু কমলা মিৰিয়ে ৰোগত মৃত্যু বৰণ কৰে।....

...শ-শ শ্বহীদে এইদৰে বিনা দ্বিধায় দেশৰ স্বাধীন-তাৰ কাৰণে মৰণক আকোঁৱালি লয়।....ইমান বিশ্বাস, ইমান ত্যাগ আদৰ্শৰ কাৰণে, জাতিৰ কাৰণে, স্বাধীনতাৰ কাৰণে।

—বৃটিচ সিংহই সেও খায় জনতাৰ দুৰ্দান্ত জাগৰণ দেখি। আলাপ আলোচনা চলাৰ ব্যৱস্থা হয়।

—কুমং আৰু পাৰ্ছলীও জেলত থাকে বন্দী হৈ। সিহঁতৰ বহু ডাঙৰ নেতাৰ লগত চিনাকী হয়। সিহঁতৰ কাৰ্য্য দক্ষতা দেখি সকলোৱে সন্তুষ্ট, ৰেচিকৈ আনন্দ লভিছিল সিহঁতৰ গুৰু কমলা মিৰিয়ে যাৰ ৰোগত সিহঁতে আপ্ৰাণ পৰিচৰ্য্যা কৰিছিল।—সিহঁতৰ সন্মুখতে কমলা মিৰিৰ মৃত্যু হৈছিল আৰু কুশল কোঁৱৰৰ ফাঁচী হৈছিল।—ভাৰতৰ জাতীয় নেতাসকলৰ মুক্তি হয়। বৃটিছৰ কূটনৈতিক দল এটা ভাৰতলৈ আহে।—তেওঁলোকৰ মাজত আলোচনা হয়। মুচলিম নেতা জিন্না-চাহাবো উপস্থিত থাকে।—

—১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰত দ্বিখণ্ডিত হয়, হিন্দুস্থান আৰু পাকিস্তান।—

—ইংৰাজ যায়; ভাৰত স্বাধীন হয়।

কুমং আৰু পাৰ্ছলী জেলৰ পৰা খালাচ পায়।—

কুমং-ৰ গাওঁত বিপুল সমাৰোহেৰে স্বাধীনতা-উৎসৱ পতা হয়। কুমঙে নেতৃত্ব লয়।

—পাৰ্ছলীৰ গাওঁতো তেনে উৎসৱ পতা হয়। পাৰ্ছলীয়ে নেত্ৰী হিচাবে সকলো পৰিচালনা কৰে।—তাচয়ো সহযোগ দিয়ে। তাচৰ চৰিত্ৰৰ মৌলিক পৰিবৰ্তন হয়। তাচ এতিয়া মানুহ, পশু নহয়। পাৰ্ছলীৰ আদৰ্শই তাৰ আমূল সলনি কৰায়।—সি ধনী মানুহৰ ঘৰৰ লৰা;—দেশৰ কামত যথেষ্ট সহায় কৰে বৰ্ত্তমান —

দুখনগাওঁত সন্ধিয়া "বন্দেমাতৰম্";—"স্বাধীন ভাৰতৰ জয়", "মহাত্মা গান্ধীৰ জয়" আদি শবদে জনাই যায়।—

তাৰ পিছত নাচ, গীত, বাজনা।

ওৰে নিশা উখল-মাখল লাগে।—দুখন গাওঁত দোল্-দোপ হিন্দোল্ দোপ্ লাগে।—

—সুপ্ত জন-মনৰ মুক্ত প্ৰকাশ—

—কুমং আৰু পাৰ্ছলীৰ দাম্পত্য মণিধাৰত ৰূপহ ভুগভুগী ওলমে। পাৰ্ছলীৰ এটা লৰা হয়।—কুমং পিতৃ আৰু পাৰ্ছলী মাতৃৰ মৰমত সি ডাঙৰ দীঘল হয়।—আইতাকৰ আলাসৰ লাৰু, জুনা পেগুৰ মৰমৰ নাতিয়েকে গোটেই কুমং-চাঙত হাঁহিৰ ফুল ফুলায়।—

—এৰ্বাম্ গাওঁবুঢ়াই বুঢ়ীক লগত লৈ টুলুঙা নাওৰে সোৱণশিৰী পাৰ হৈ কুমঙৰ "অকুম্" চাংঘৰলৈ গৈ নাতিয়েকক মৰম যাচে। "মবাম্"-ফুহালৰ কাষত "বিচিং"-ৰ ফালে চৰাত বহি একে লগে আপং খায়, লগতে বহুবিধ বস্তুও।—"কক্দাং"-ৰ ফালে বহি থকা বুঢ়ী মাকৰ কোলাৰ পৰা নামি নাতিয়েকে নিগনি দাঁত চাৰিটা নিকটাই হাঁহি হাঁহি ককাৱকৰ কোলালৈ বগাই আহি বহি বুঢ়াই চুমা খাবলৈ মুৰ দোৱাওঁতে তেওঁৰ গোঁফ কোচাত খামোচ মাৰি ধৰি টানে। দুই বুঢ়াই বং পায়। আইতাকে চাই হাঁহে। পাৰ্ছলীয়ে লাজত তাৰপৰা গুছি যায়।—বিয়েয়েক জুনা পেগুৰ উলাহৰ সীমা নাই।

—এদিন কুমং ঘৰত আছে।—

সন্ধিয়া।—

ভৰ-বাৰিষা। আধা ছাঁ আধা পোহৰত এখন নাও কুমং-হতৰ 'অকুম্'-চাংঘৰৰ 'টুংগং' চাঙৰ "কবাং"-জখলাত লাগে। টিঙৰ ৰচাডাল বান্ধি খায় জখলাত।—

সোৱণশিৰীৰ ঢল আহি গাওঁখন ভৰাই দিয়ে। বানপানীৰ ফলত চাৰিওফালে পানী-পানী-পানী।—

নাওখনৰ পৰা তিনিজন মানুহ জখলায়েদি চাঙত উঠে। কুমং দেখি আগবাঢ়ি আহে।

প্ৰত্যেকৰে কান্ধৰ পৰা ওলমা মোনা, জোলোঙা ....

"কুমং"....চিনা চিনা মাত। কাষ চাপে কুমঙে, ভালকৈ চায়, চিনে—আহিনা দলে ...

একেলগে কাম কৰিছিল কুমং-ৰ লগত স্বাধীনতা-আন্দোলনৰ সময়ত,—সি আছিল তাৰ সোঁহাত, নিস্বাৰ্থ কৰ্ম্মী কৰ্ম্ম-যোগী। তাৰ ঘৰ দিচাং-মুখৰ মিৰি গাওঁত ...."অ'-আহিনা" বুলি কুমঙে তাক আকোৱালি লয়।....

"এই ভৰ-বাৰিষা ইয়াত।"—কুমঙে আচৰিত হয়।....

"চোৰাং-চোৱাই পিচ লৈছে, —পুলিচ মিলিটাৰী দলে খেদি ফুৰিছে।"....

আহিনাৰ কথা শুনি কুমং আচৰিত হয় আৰু কয়, "স্বাধীন ভাৰতত!"

তিনিও মোনা তিনিটা এচুকত থৈ চাওতে বহে। আহিনাই কয়,—"ভাৰত স্বাধীন। কোনে কয়?— আজিও ভাৰত স্বাধীন হোৱা নাই। ইংৰাজ গল, ধন-ৰাজ হল। আজি কলাধনী আৰু বগাধনীয়ে ভাৰতৰ জন-সাধাৰণৰ বুকুত বহি টুপি টুপি তেজ পি-ছে,— বকি কুকি মঙহ খাইছে, কুকুকি কুকুকি হাড় কেইদাল চোবাইছে। আমি খাটিলোঁ, বিয়াল্লিচ্ চনৰ আন্দোলনত স্বাধীনতা যুঁজত আমি হালোৱা-হজুৱা, বনুৱা আৰু তল মজলীয়া খলপৰ দুখীয়া শ্ৰেণীৰ ৰাইজে মিলি কিমান যুঁজিলোঁ,—অথচ আমাৰ অভুহী বভুহী গৰীব ৰাইজে আজি এমুঠি খাবলৈ পায়,—এমুঠি খাবলৈ নাপায়। অথচ যি সকলে দ্বিতীয় মহাসমৰৰ সময়ত বিয়াল্লিচ চনৰ যুঁজাৰু সকলক চোৰাং হিচাবে ধৰাই দিবলৈ সহায় কৰিছিল, ঠিকাদাৰী কৰি ডাঙৰ ধনী মানুহ হৈ কাৰেং হেন ঘৰ সাজি লাখ লাখ টকা আজি বেঙ্কত টকা জমাইছিল, স্বাধীনতা পোৱাৰ লগে লগে সজা সলাই থহটা খদ্দৰৰ ধুতি পাঞ্জাবী, আৰু গান্ধী টুপী পিন্ধি আজি তেওঁলোক হৈছে আচল নেতা, আচল দেশ-সেৱক টকাৰ জোৰত। আৰু আমি প্ৰকৃত ত্যাগী, কৰ্মী, দেশ-সেৱক হলোঁ—বিশ্বাস-ঘাতক, দেশ-দ্ৰোহী, সমাজ-দ্ৰোহী।...."

"আহিনা! তুমি এইবোৰ কি কথা কৈছা?" কুঁৱঙে সোধে।

"ঠিক কথা কৈছোঁ,—সঁচা কথা। এনে ঠিক কথা কোৱাৰ কাৰণে সিহঁতে আমাক কয়,—কমিউনিষ্ট। কুকুৰ মেকুৰীৰ দৰে আমাক খেদি ফুৰে ভাৰতৰ স্বাধীন চৰকাৰৰ পুলিচ-মিলিটাৰীহঁতে।"....

পাব্ চুলীয়ে ইমান পৰ শুনি আছে 'গেদাং-ৱাপ্‌গ' আগ দুৱাৰৰ কাষত থিয় দি তাই মাত দিয়ে,—"কোনে নো কথা পাতি আছে? ওলাই আহি দেখোঁ—আমাৰ আহিনা ককাইছে।...."

"অ—পাব্ চুলী!—ভাল তো?"

"ভাল! পিছে বাজত কিয়? ভিতৰলৈ আহ আকৌ?"

কুমঙে "বল্ আহিনা"-বুলি উঠে, লগে লগে তিনি-জনো। পাব্ চুলীয়ে মোনা তিনিটা লৈ ভিতৰ সোমায়।....

'মঃ বায়্'—জুহালৰ ওচৰত বহতো আলচ হয়।...

আহিনাই কৈ যায়,—"শুনা নাই কুশল কোঁৱৰ, কনকলতা, কমলা মিৰি আদি শ্বহীদ সকলৰ আত্মাৰ ইনমি-বিনমি। সেই ইনমি বিনমি আজিও কাণে কাণে কুচু কুচাই কয়,—আমাৰ জীৱন-আহুতি অথলে গল। ভাবিছিলোঁ ইংৰাজ শাসনেই ৰাইজৰ দুখ, অসুখ, অশান্তিৰ কাৰণ। সেয়েহে বগা বঙালৰ শাসন আমি হালোৱা, হজুৱা, বনুৱা আৰু তল-মজলীয়া দুখীয়া তৰপৰ ৰাইজে একেচিপে উঠি একেলগে মিলি জোকাৰি উভালি উকৰাই পেলালোঁ। আমাক জাঁতৰাই কিছুমান স্বাৰ্থপৰ নতুনকৈ পাৰত গঁজা ধনী নেতাই চৰকাৰৰ গাদী আকোৱালি অধিকাৰ কৰিলে। ইংৰাজ গল, ধনৰাজ হল। আমাৰ অশান্ত আত্মাই তহঁতৰ দুখ কষ্ট দেখি, আজিও অসুখ, অশান্তি জাঁতৰি নোযোৱা দেখি ইনাই বিনাই কুৰিছে।....তহঁতে ধনৰাজ ভাঙি গণ-ৰাজ পাত। নহলে তিল্ তিলকৈ মৰিবি। .... সচাঁকৈয়ে কুমং। গণৰাজ নাপাতিলে সুখ-শান্তিৰ আশা নাই।...."

"কুমং! কথা পাতি থাকিলে হব নে? নাচেঙৰ মাৰ! অলপ সোনকালে কৰ! পাব্ চুলী! ততা-তৈয়াকৈ ৰতন ল আৰু।"....কুমঙৰ ককায়েক ন-ৰামে কৈ খৰখেদা লগায়।....

সকলোৱে কামত ব্যস্ত হয় ....

....সিহঁতৰ আলোচনাৰ ওৰ নপৰে।....

কুমঙৰ আদৰ্শ টলমলায়। দুনিয়াৰ শান্তিৰ বাবে তাৰ হিয়াত নতুন বেঙনি উজলে।....

কুমঙে ভাবে, বহুবাৰ ভাবে,—কিন্তু তাৰ শেষ নাই।

আহিনাই কলে, ন-ন-কথা, কৰ্ম পোহৰৰ কাহিনী, ন-আদৰ্শেৰে অনুপ্ৰেৰিত জনতাৰ সাফল্য বৃত্তান্ত বিষয়ে। বঙ্গদেশৰ সমাজতান্ত্ৰিক বিপ্লৱৰ কথা কয়।

আগষ্ট বিপ্লৱ কিপ্লৱ মহৰ, খটা সমূহীয়া বিদ্ৰোহ—

বৃটিছ সিংহৰ বিৰুদ্ধে বিদ্ৰোহ। বিপ্লৱ হলে আমূল পৰিবৰ্ত্তন হয়। আগষ্ট বিপ্লৱে আমূল পৰিবৰ্ত্তন নঘটালে। সেই দুখ, সেই অসুখ, সেই অশান্তি থাকিয়েই গল, ৰবং চাবি কাঠি চৰিল হে। বিপ্লৱ লাগে, আমূল পৰিবৰ্ত্তন লাগে। কত কথা তাৰ। কুমঙৰ বিস্ময় জাগে ....

....এসপ্তাহ আহিনা দলেহঁত কুমঙৰ 'অকুম'ত থাকে। শিষ্যই হয় গুৰু, গুৰুৱেই হয় শিষ্য। তাৰ পৰা কুমঙে বহু কথা শিকে। পাৰ্ ছুলীয়েও।....

....চাঙৰ চুকৰ পোৱাপাটিৰ পৰা কুমঙৰ দুই বছৰীয়া লৰাই থুনুক থানাক্কৈ "আই-আই! দেউতা দেউতা!" বুলি লৰক্ ফৰক্কৈ আহে।....

নতুন যুগৰ নতুন লৰা। এতিয়া পোনা।....

কুমঙে কাষ পাওঁতে তাক তুলি লৈ কোলাত বহুৱায়। আহিনাই তাৰ কোলাৰ পৰা লৰাটোক কাঢ়ি আনি নিজৰ কোলাত লয়। লৰাটোৱে তাঁৰ ভৱিষ্যতৰ সুখ, শান্তি আনিব পৰা মানুহ আহিনা দদায়েকৰ ফালে আকুলভাবে চায়, পাচত মিচিকীয়াই হাঁহে ....

পাৰ্ ছুলীয়ে কয়, "আহিনা ককাইক কেনেকৈ চিনি পাইছে, চা।"—

আহিনাই তাৰ কোমল গালত চুমা খায়।....

....সাত দিন সাত ৰাতি সেই তিনিজন ফেৰাৰ কমিউনিষ্ট কুমঙৰ ঘৰত কটায়।....শেষ নিশাৰ মাজ।....

...."গেদাং-য়াপ্ গ"—আগ দুৱাৰত মৃদু কোব দিয়াৰ লগে লগে কোনোবাই লাহে লাহেকৈ মাতে,—"আহিনা ককাই! কম্‌ৰেড্!"....বাৰে বাৰে মাতে।

...."কোন?"....কুমঙে কয়।

"মই মদু মিলি;—দিচাং মুখৰ। আহিনা ককাই আছে নেকি?"....

কুমঙে উঠি দাং খুলি দুৱাৰ মেলে। "গেদাং য়াপ্‌গ"—কেৰ্‌কেৰাই উঠে।

....আহিনা আৰু তাৰ দুজন সঁগৰীয়াৱো ধপহকৈ উঠে।....

মদু সোমাই আহিনা দলে'ক কয়,—"চকুৱাখানা থানাত খবৰ পাইছে তই ইয়াত থকা বুলি—কুমং ককাইৰ 'অকুম'ত। সিহঁত বিচাৰি আহিব পাৰে। সেই পুলিচৰ দলে।"....

আৰু এক তিলোঁ ৰব নোৱাৰি।' মোনা তিনিটা ঠিক কৰি গাইগোটে একোটা কান্ধৰ পৰা ওলমাই লৈ "কুমং! যাওঁ"—বুলি কৈ তিনিজনে "গেদাং য়াপ্‌গ"-য়েদি ওলাই যায়। কুমং—পাছে পাছে অনুসৰণ কৰে। জখলাৰেদি নামি চাৰিও নাওত উঠে।

এন্ধাৰ ....

আহিনাৰ মাত শুনা যায়,—"তহঁত দুয়ো সিখন নাওত যা। মই মদুৰ নাৱেৰে যাম। মদু! বান্ধ খোল্—বল্।"

....নিশাৰ শেষ পৰ।....

পাৰ্ ছুলীয়ে লৰ্ ধৰ্ কৈ ওলাই মাতে, "আহিনা ককাই! যাবি।"...."যাওঁ! কুমং! যাওঁ.." মদুৱে বান্ধ খোলে, বঠাৰে চাঙৰ খুঁটাত ঠেলি নাও চলায়।....দুখন নাও এন্ধাৰত ডুব যায়; কেৱল বঠাৰ মাত,--"ছপ! ছপ্!"....

....সোৱণশিৰীৰ বুকুত চলৰ গৰজনি শুনা যায়।

এজাক বৰষুণ আহে, ডবা-পিটা বৰষুণ।

বৰষুণৰ শবদত বঠাৰ কোবৰ মাত মাৰ যায়।....

....এন্ধাৰ-এন্ধাৰ! বৰষুণ-বৰষুণ।....

এন্ধাৰৰ ফালে কুমং আৰু পাৰ্ ছুলীয়ে মিছাকৈয়ে চায়।....নমনি।....খোপসৰা কলীয়া এন্ধাৰ।....

....কুমঙৰ হিয়া বহুইচেৰে ভৰি পৰে, ভাববোৰত খেলি মেলি লাগে। ধুঁৱলি-কুঁৱলি।....এটা ৰহস্য।....

১৯৪৮ চনৰ ৩০ জানুৱাৰীৰ দিনা সেই পাষণ্ড নাথুৰামে কিয় জাতিৰ পিতা গান্ধীক দিল্লীত গুলিয়াই হত্যা কৰিলে, জন-প্ৰিয় নেতা পণ্ডিত জওহৰলাল নেহেৰুৱে প্ৰধান মন্ত্ৰী হৈও কিয় কোনো সমস্যাৰ সমাধান কৰিব নোৱাৰে, হিন্দুস্থান-পাকিস্থান দুখন স্বাধীন দেশ হৈও কিয় তাৰ পাচতো হিন্দুৱে মুছলমানৰ ডিঙি কাটে, মুছলমানে হিন্দুৰ গলা কাটি জবাই কৰে;— মোৰ ক্ষমতা থকা হলে বাটৰ লেম্প-পোষ্টত কলাবজাৰীক

কাঁচী দিব বুলি কোৱা জওহৰলাল নেহেৰুৱে দেশৰ প্ৰধানমন্ত্ৰী হৈও কিয় কলা-বজাৰীহঁতক কাঁচী দিব পৰা নাই—বহু প্ৰশ্ন কুমণ্ডৰ মনলৈ আহে।—আহিনা দলে'ৰ কথাবোৰে তাৰ মনত ধুমুহা বোৱায়,—ভাব-সাগৰত ঢৌ তোলে।

....ভাবি, গুণি, চিন্তি একো ঠিক কৰিব নোৱাৰি সি চঞ্চল হৈ উঠে, ছটফটায় সি বিছনাত ওই-ওই।....

...."কোন আছে—কোন আছে?"....চিঞৰি চিঞৰি কোনোবাই 'গেদাং-গ্ৰাপ্‌গ'—আগ-দুৱাৰত চকিয়ায়।

কুমণ্ডে উচপ খাই ধপহকৈ উঠি দুৱাৰৰ দাং খুলি দুৱাৰ মেলি দেখে,—কিছুমান ৰঙা পুলিচ—পিচফালে বন্দুকধাৰী কিছুমান।....

....আকাশত কেহঁজালি দিছে,—পোহৰ হয়।....

"কি লাগে?" কুমণ্ডে সোধে।

"তুমি বোলে কিছুমান ফেৰাৰক লুকুৱাই থৈছা?".... পুলিচে প্ৰশ্ন কৰে।

"মই"—

"এৰা, তুমি। কমিউনিষ্ট আহিনা দলেক।"

"কৰ আহিনা?"....

"কিয়? নিচিনা হলা?—সেই দিচাং-মুখৰ?"

"ইয়াততো সি নাই।"

"নাই।"—ভেঙুচালি মাৰি কৰ্কশ মাতেৰে সেই ৰঙা পুলিচজনে কয়। বৃটিচ-ৰাজৰ পুলিচ আৰু স্বাধীন ভাৰতৰ পুলিচৰ কোনো পৰিবৰ্ত্তন হোৱা নাই,—সেই একেই।....

"ৰবা, মই চাওঁ।"—বুলি সি ভিতৰত সোমায়। লগতে দুজনমান বন্দুকধাৰী চিপাহীও যায় ....

ভিতৰত হাই-উকমি লাগে। ভিতৰত পাৰ্‌ছুলীৰ গালি শপনি শুনা যায়। কুমণ্ডে ভিতৰলৈ সোমাব খোজে, বাকী কেইজন চিপাহীয়ে বাধা দিয়ে ...."মোৰ ঘৰত অত্যাচাৰ কৰিব, মই চাই থাকিম।"—কুমণ্ডে খঙত জলি পকি কয়।....

"মনে মনে থাকা।"—এজন চিপাহীয়ে ধমক দিয়ে ...."কি মনে মনে থাকিম? কেনেকৈ বাধ চাওঁ" বুলি কৈ যাবলৈ খোজোঁতেই চিপাহী দুজনে তাক ধৰি ৰাখে ....সিহঁতৰ দুৱাৰ-মুখত জুটাপুটি লাগে ....

ন বামে—"দেখিছ দেখিছ"—ইহঁতে ইয়াত, জুলুম কৰিছে"—বুলি চিঞৰি দিয়ে ...

"কি অসভ্য ইহঁত—জীয়ৰী-বোৱাৰীৰ জ্ঞান নাই :শোৱাপাটিৰ পৰা গাত ধৰি তোলে,—কুকুৰ চব, পশু, জানোৱাৰ চব।"—পাৰ্‌ছুলীয়ে গালি দিয়ে।

—নাচেং-গাভৰুৱে চিঞৰ মাৰে,—"চা মৌ চা-ইহঁতে— "ভাওৰ বৌয়েকে চিঞৰে,—"কোন ক'ত আছ, আহ্ ঐ আহ।"....গাঁওঁৰ মানুহবোৰ কুমণ্ডৰ অকুম-চাংঘৰৰ চাৰিওফালে বেৰি ধৰে;—বুঢ়া বুঢ়ী, ডেকা-গাভৰু, লৰা-ছোৱালী সকলোৱে আহে। এজন ডেকাই চাঙত উঠি সিহঁতৰ হাতৰ পৰা কুমণ্ডক এৰুৱায়। কুমং বিজুলী-বেগেৰে ভিতৰ সোমায়; এচাম ডেকাই ভিতৰলৈ গৈ "ৰ-ৰ-মহলে"—বুলি গৰজে।

"খানা-তালাচ কৰিবলৈ আহিছ নে জুলুমবাজী কৰিবলৈ আহিছ" বুলি কুমণ্ডে চিঞৰে।....

পাৰ্‌ছুলীৰ বুকুত নাচেং কঁপি কঁপি কান্দি আছে, ন'বামক এজন চিপাহীয়ে ধৰি আছে, কাষত ধৈণীয়েকে বাগৰি বাগৰি কান্দি আছে। লৰা পোৱালী হালে মাকক সাবটি ধৰি উচুপি আছে। কুমণ্ডৰ লৰাটো ইফালে সিফালে লৰি ধাপৰি শেহত মাকৰ বিৰিয়েগে মেখেলা খনত খামোচ মাৰি ধৰি "আই আই"—বুলি চিঞৰি আছে।....

....বুঢ়া জুনা পেগুই পিছফালে পিচ-দুৱাৰ-গ্ৰাপ্‌কুৰ্ গ্ৰাপ্‌গৰ সিফালে চাঙত লাজত অপমানত জোপোকা মাৰি বহি আছে।

কুমণ্ডে এই করুণ দৃশ্য দেখি অসহ্য লাগি বলিয়াৰ দৰে চিঞৰে,—"কি চাই আছ তহঁত—ধৰ্ ইহঁতক।" ....কিছুমান ডেকাই বন্দুক কাঢ়ি লয়, কিছুমানে ধৰে চিঞৰে,—"বান্ধ ইহঁতক—বচা লৈ আন—বান্ধ-বান্ধ।" —কিছুমানে লৰি বচা আনি সিহঁতক বান্ধে। বান্ধিবতো কাঢ়াকাঢ়ি লাগে। ডেকা কিছুমানে বন্দুক কাঢ়ি বান্ধে ....

চাঙত গুপ্‌গুপনি উঠে,—অকুম কঁপে ।....

সোৱণশিৰী গৰজি উঠে ;—ডবা পিটা ৰৰঘুণ হয় .... ।

...."যা ইহঁতক থানাত দে গৈ ।....মই লখিমপুৰলৈ যাওঁ । মুখ্যমন্ত্ৰীক ইহঁতৰ জুলুমৰ কথা টেলিগ্ৰামেৰে জনাও ।"....কুমঙে আদেশ দিয়ে ।...

ঘৰৰ অশান্তি শান্ত হয় ....

কুমঙো কাপোৰ চোলা পিন্ধি ওলায় । ঘৰৰ মানুহ-বোৰক কয়,-"তহঁতে ভয় নাখাবি । ইহঁতক জানোৱাৰ বুলি ভাবিবি ।" ডেকাহঁতৰ ফালে চাই কয়-"যা বন্দুক কেইটা থানাত জমা দিবি, আৰু এই কুকুৰ অশান্তি-বাহিনী পুলিচহঁতক তাতে গতাই এজাহাৰ দিবি ।"...... গিৰিপ্‌ গিৰিপ্‌কৈ সি ওলাই যায় ছাতি এখন লৈ...... চাঙৰ পৰা নামি ছাতি মেলি এখন নাওত উঠি এজন ডেকাক মাতে । ডেকাজনে এটা বঠা লৈ নামি নাওত উঠি মেলি বঠা মাৰি গুচি যায় মূৰত জাপি লৈ ........

গৰুক পথাৰে বান্ধি খোৱাৰত নিয়াৰ দৰে ডেকা-হঁতেও সগৰ্ব্বে ইউনিফৰ্ম্‌ পিন্ধা পুলিচহঁতক বচাৰে বান্ধি লৈ যায় ।

......গৰুৰ দৰে পুলিচহঁত ৰৰঘুণত তিতে,—ডেকা-হঁতে ছাতি লৈ সিহঁতক নাওত তুলি নিয়ে ।........

চাৰিখন টুলুঙা নাও সোৱণশিৰীৰেদি যায় ........ কুমংহঁতৰ নৌ-বাহিনী ........সোৱণশিৰীয়ে বিজয় গৌৰৱত গৰজি বয় সেই নাও চাৰিখন বুকুত লৈ । ......কলহৰ কাণ বাগৰি ৰৰঘুণ পৰে সেই গৰুৰ দৰে চিপাহীহঁতৰ গাত । ........

......চাং-ঘৰৰ গুপ্‌গুপনি কমে, শান্ত হয় । ......

শান্তি ........

যোৰহাট জেলত লগ পোৱা লোকপ্ৰিয় নেতাজন স্বাধীন অসমৰ মুখ্যমন্ত্ৰী ব্যক্তিগতভাৱে যাৰ অতি মৰমৰ আছিল কুমং—সেই কুমঙে চুটিকৈ বিৱৰি লখীমপুৰৰ ডাঁৱৰৰ পৰা টেলিগ্ৰাম কৰে আৰু দীঘলীয়া চিঠি এখন ডাকত লিখি পঠিয়ায় । .......

এসপ্তাহৰ পিছত । .........শ্বিলঙৰ পৰা খবৰ আহে মুখ্যমন্ত্ৰীয়ে নিজেই দায়িত্ব গ্ৰহণ কৰিছে । ......

....ৰাজনৈতিক কৰ্মী হিচাবে কংগ্ৰেছ মহলত কুমঙৰ মূল্য আছে ।

কংগ্ৰেছ কৰ্মী কিছুমানে বাৰে বাৰে কুমঙৰ ঘৰলৈ আহি আলচ পাতে । এজন দুজন নেতায়ো ভুমুকি মাৰি যায় ........

আহিনা দলেৰ কথা তাৰ মনত পৰে--"এয়ে হল স্বাধীন চৰকাৰ ।"........

কুমঙে ভাবে, শিশু ৰাষ্ট্ৰ । এতিয়াও সম্পূৰ্ণ জ্ঞান হোৱা নাই, লাহে লাহে হব । ......ধৈৰ্য্য ধৰিব লাগিব । ইংৰাজ চৰকাৰৰ আমোলা-তন্ত্ৰৰ চৰিত্ৰৰ পৰিবৰ্তন হোৱা নাই স্বাধীন ভাৰত চৰকাৰৰ আমোলত ; লাহে লাহে হব ...... ।

'লাহে লাহে'ৰ দেশ অসম, ভাৰতো । ......

তেও কুমঙৰ মনত এটা খুঁত থাকি যায়, তাৰ মন উচ্‌পিচায় । ........এটা খুঁত কি নো ? সি ধৰিব নোৱাৰে । এটা সন্দেহ থাকি যায় ।

আহিনা দলেই তাৰ মনত কি যে খেলিমেলি লগাই গ'ল ?..........

........১৯৫০ চন, ১৫ আগষ্ট ......

চতুৰ্থ স্বাধীনতা দিৱসৰ উৎসৱ ।

তাচৰ বৰ আগ্ৰহ, এই উৎসৱ ডাঙৰকৈ পতাৰ ।.... হয় আয়োজন ; আছে তাচৰ বহু ধন-খৰচৰ কাৰণে ।....

ভৰ বাৰিষা ......ভুৰে ভুৰে বাঁহ আহে ....এমাহৰ পৰা ব্যৱস্থা চলে ।......বিৰাট এখন ৰভা-ঘৰ সজা হয় ।... ছাল দিয়াৰ দিহা হয় । নাৱে নাৱে খেৰ অনা হয় ।.... ছাল ছোৱা হয় খেৰেৰে । তলত বাৰিষাৰ চল ; গোটেই ঘৰতে চাং সজা হয়, আহল বহল চাং ।........

....একালে ৰান্ধনি-ঘৰ ; আনফালে মানুহৰ জিৰণি-ঘৰৰ শাৰী ।......ধুনীয়া ডাঙৰ ৰভা-ঘৰ ।

তাচৰ জিৰণি নাই । গোটেই গাওঁখনৰ মানুহেই কামে-বনে ব্যস্ত । সেই গাওঁৰ "ৰায়ে-মিমবিৰ"-যুৱক-অনুষ্ঠান বৰ শক্তিশালী ।......ডেকা গাভৰু কাৰো গাত তত নাই ।........

......গাহৰি খোৱাৰ কাৰণে গাহৰি, কুকুৰা খোৱাৰ

কাৰণে কুকুৰা, পাৰ খোৱাৰ কাৰণে পাৰ, নিমাখিৰ খোৱাৰ কাৰণে চাহ, চেনী, দৈ, গাখীৰ সকলো যোগাৰ কৰা হয়।........

......বিপুল আয়োজন।........

চহৰৰ পৰা বহু নামী কংগ্ৰেছী আহিব। ষোৰহাটৰ মহান্ ত্যাগী কৰ্মবীৰ নেতা এগৰাকী সভাপতি হৈ আহিব, লগতে আহিব তেওঁৰ পত্নী গৰাকীও। .......

গাওঁৰ সকলো বুঢ়া-বুঢ়ী, ডেকা-গাভৰু, ল'ৰা-ছোৱালীৰ সহায় আৰু সহযোগত গোটেই সভা-থলি ৰভা-ছালী, ধুনীয়া হৈ উঠে। সন্মুখত সুন্দৰ সেউজ-বুলীয়া পাতেৰে সজোৱা প্ৰকাণ্ড তোৰণ।........

....অসংখ্য স্বেচ্ছাসেৱক-সেৱিকাৰ দল। গাত্ত বগা, নিকা ধপ্‌ধপীয়া খদ্দৰৰ পোচাক, মূৰত গান্ধী টুপী। ....

... আবেলিৰ পৰা সভা আৰম্ভ হোৱাৰ কথা।....

......ষোৰহাটৰ পৰা সস্ত্ৰীক কৰ্মবীৰ নেতা গৰাকী সভাপতি স্বৰূপে আমন্ত্ৰণক্ৰমে উপস্থিত। ......চহৰৰ দুই-এজন নেতায়ো আহে।......

....জুমে জুমে, দলে দলে, জাকে জাকে ৰাইজ আহি বহে। ৰভা-থলি ভৰপূৰ;–অলেখ-লেখ মানুহ, অগণন।......

এজুম ডেকা গাভৰুৱে ঢোল-তাল বজাই সভাপতিক তোৰণেদি আদৰি-সাদৰি আগবঢ়াই আনে। দুপৰীয়া স্বেচ্ছাসেৱক-সেৱিকাই জয়ধ্বনিৰ বোল তুলি আহ্বান জনায়।......

ৰভা-ছালৰ টিংখোপত তিনিবৰণীয়া জাতীয় পতাকা বিজয়-গৰ্বে উৰি থাকে।

....আৰতনী-গীতৰ লগে লগে সভাপতি-বৰণৰ পিচত সভাপতিয়ে আসন-গ্ৰহণ কৰাৰ পাচত গতানু-গতিক ভাবে কাৰ্য্যক্ৰম-অনুসাৰে সভা আৰম্ভ হয়।....

....পাৰছলীয়ে সুৱলা-ভাষাৰে সভাৰ উদ্দেশ্য ব্যাখ্যা কৰে।......

...সভাপতিৰ পত্নীয়ে মুখ্য অতিথি হিচাবে সুন্দৰ বক্তৃতা দিয়ে।

নিৰ্দিষ্ট বক্তা হিচাবে কুমণ্ডে বক্তৃতা আৰম্ভ কৰে; তাৰ ওজস্বিনী বক্তৃতা শুনি শ্ৰোতাসকল স্তম্ভিত হয়,– জাউবিয়ে জাউৰি শলাগৰ হাত চাপৰি পৰে।.....

"শুনা নাই বিয়াল্লিচ্ চনৰ গণ বিপ্লৱত জীৱন-আহুতি দিয়া শ্বহীদ সকলৰ আত্মাৰ ইননি বিননি।.... ভাবিছিলো ইংৰাজৰ শাসন উফৰি যোৱাৰ পিছত ৰাইজৰ হালোৱা, হজুৱা, বনুৱা আৰু তলমজলীয়া দুখীয়া তৰপৰ ৰাইজৰ সুখ হ'ব, শান্তি হ'ব, যাৰ কাৰণে এই শ্বহীদ সকলে স্বাধীনতা যুজৰ অগনিত আত্মবলি দিছিল। স্বাধীনতা পোৱা আজি চাৰি বছৰ হ'ল,–এই দুখীয়া ৰাইজৰ সুখ হ'ল জানো ? আজিও সেই শ্বহীদসকলৰ অগুহী-বগুহী দুখীয়া ৰাইজে কলচপ্-কলচপুকৈ জীয়াই আছে,—দুখ, অসুখ, অশান্তি, অভাৱ, দুৰ্যোগ দুগুণ বাঢ়ি হে গৈছে। সেয়েহে শ্বহীদ সকলৰ আত্মাই ইনাই বিনাই তেওঁলোকৰ অগুহী বগুহীক সাৱধান কৰি দিছে।".....কুমণ্ডৰ বক্তৃতাৰ সুৰ চৰি যায়।....

....গুজিয়া লাগে।......

সভাথলিত বহু পেট্ৰোমাক্স লাইট উজ্বলি জ্বলমলাই থাকে।

পাৰছলীৰ পিচফালে; তাচ,–তাচৰ কোলাত পাৰ্-ছলীৰ পুতেক টোপনিত লালকাল।....

কুমণ্ডে গুঁজৰি কয়,–"আজি কলৈ গল মহাত্মা গান্ধীৰ আদৰ্শ,–কলৈ গল সেই আদৰ্শৰ দ্বাৰা অনুপ্ৰেৰিত স্বাধীনতাৰ যুজাৰু সকল। আজি তেওঁলোকৰ যথা-স্থানত ঠাই নাই। আসন জুৰি আছে নতুনকৈ পাৰত গঁজা ভুৱা নেতাসকল।.....আজি তেওঁলোকে দেশখনত জুই জ্বলাইছে,–জাতিৰ ধ্বংস আনিছে। কিমান দিন আৰু ৰাইজে এই ভুৱা চং চাই থাকিব, তেওঁলোকে মুৰ তুলি জাগি উঠিব। সেই গণজাগৰণে এনে এটা ভূমিকম্প আনিব, বি প্ৰলয়ঙ্কৰ ভূমিকম্পই........."

গুড়ুম্ ....

ৰভা থলি কঁপে, ভীষণ ভাৱে কঁপে।....হুলস্থূল লাগে। জন-সমাবেশৰ মাজত হুৱা-দুৱা, ছুৰ্‌মুৰু-চিঞৰ-বাখৰ লাগে ......

গুড়ুম্।–গুড়ুম্।।.......কামানৰ গৰ্জ্জনৰ দৰে, পৰ্ব্বতত শব্দ।......

......ভুঁইকঁপ......প্ৰলয়ঙ্কৰ ভূমিকম্প ........

তাণ্ডৱ জোকাৰণি। মানুহবোৰৰ মাজত কোঢ়াল,-গগণভেদি আৰ্ত্তনাদ ....ৰভাৰ ছাল বাগৰি পৰে। সকলোৱে জঁত তঁত পলায়।......"অকুম-চাংখৰ-বোৰ এবাৰ ইফালে হালে এবাৰ সিফালে হালে-কোনোবা পোত খায়, কোনোবা বাগৰি পৰে। মাটি ফালি চিৰাচিৰ হয়, পানী ওলায়। গৰু-মহ, গাহৰি-মানুহ পলায়, খুন্দা খায়, পোঁত খাই মৰে।......চৰাই-চিৰিকতিৰ আকুল কৰুণ কোলাহল উঠে ........

সোৱণশিৰী গুঁজৰি উঠে। সোৱণশিৰীৰ বুকুত পাহাৰৰ দৰে ঢল বাগৰি আহে।....সেই ঢলে গাঁওখন চাকি পেলায়, সকলোকে উটুৱাই নিয়ে, ঠাইখন মথিমুৰ কৰে। ধ্বংসকাৰী দুৰ্যোগ ...."পাৰ্‌ছলী। পাৰছলী" কল্লোলৰ মাজত কুমণ্ডৰ মাত শুনা যায়।......"কুমং।"....পাৰ্‌ছলীৰ চিঞৰ শুনি সেইফালে কুমঙে সাঁতোৰে।....কোনোমতে পাৰ্‌ছলীক ধৰে। দুয়ো আলিঙ্গনৰ পাশত আৱদ্ধ। "কুমং।....পোনাটি ক'ত?"......পাৰ্‌ছলীয়ে সোধে।......"চিন্তা নাই পাৰ্‌ছলী।" ঢেনী-মেলো-ই চাব ......দুয়ো ভাহি যায়,-উটি যায় আলিঙ্গনৰ পাশত বান্ধ খাই-অনন্ত সাগৰৰ ফালে।

এখন নাওত এজাক হতচিৰীয়াৰ দল। এচুকত তাচ, কোলাত কুমং পাৰ্‌ছলীৰ লৰাটো-পোনা। উটি যায় সেই নাওখন নিশাৰ উদ্দেশ্যবিহীন ক'লা দেশৰ ফালে।........

........সকলো অদৃশ্য-। এন্ধাৰ,-ঘোপমৰা এন্ধাৰ।....

ক'লা-ক'লা-ক'লা।..........

ক'লা-যৱনিকা।..........

সোৱণশিৰীৰ চিঞৰ,-আকাশৰ গুঁজৰণি শুনা যায়।

বৰষুণে চকুলো টুকি কান্দে,-ৰিম-ঝিম, ৰিম্‌ঝিম। পৰ্ব্বতে গুঁজৰে,- গুড়ুম্।......

# ৰাঙী ৰংদৈ

ৰজাৰ কোঁৱৰ সি; ৰৰ ধুনীয়া—পুৱাৰ বেলিৰ ৰহনেৰে ৰহনোৱা—তাৰ সোণোৱালী বেহ-ৰূপ—দেখিলে চকু বৈ যায়। সাপৰ দৰে কেঁকোৰা—কেচু-কেচু কৰে কলা চুলি। ধেনুভিৰীয়া ভুৰুৰ ওপৰে নিমজ কপাল আৰু তলে—পদুম পাঁহিৰ দৰে মোহিনী সনা সপোনৰ ৰহৰৰা যেন দুটি নয়ন, তিল ফুলৰ দৰে চিকুনকৈ ওলমি পৰা নাক, পিক বৰণীয়া ৰঙা লাতুমণিৰ দৰে লেতু-সেতু ওঁঠ আৰু অধৰ; আমৰ গুটিৰ দৰে ভাজ লগা খুঁতৰি, হাতীৰ শুঁৰৰ দৰে কান্ধৰ পৰা ওলমি পৰা হাত দুখনৰ পৰা ওলাই অহা দহোটা চম্পা-কলীয়া আঙুলি, দুপাট কপাটৰ দৰে আহল-বহল বুকু, সিংহৰ দৰে চেপন চিচুৰা কঁকাল, কঁকালৰ পৰা ওলমি পৰা দুখন ভৰিৰ তলত ফুলি থকা পদমৰ দৰে ৰঙচুৰা চৰণ-দুখনি——সৰগৰ পৰা বুটলি আনি কোনোবা বিধাতাই যেন ৰজাৰ কোঁৱৰৰ দেহত খাপে খাপে খুৱাই কোঁৱৰৰ ৰূপহে গঢ়িছে।—মুঠতে সি ধুনীয়া—ৰৰ ধুনীয়া।....

তাৰ নাম—বেলি কোঁৱৰ।....

জোন-কোঁৱৰ। বুঢ়াগোঁহাইৰ পুতেক।

বেলি-কোঁৱৰৰ দৰে সিও ধুনীয়া—ৰৰ ধুনীয়া; একে সাঁচতে সজা।....

দুয়োৰে ৰৰ মিল, ৰৰ ভাব; এটা দেহা, একেটা মন, একেটা বেহ, একেটা ৰূপ।

একে বছৰত, একে মাহত, একে দিনত, একে বাৰত, একে ক্ষণত, একে লগণত দুয়োৰে জনম।....

....ৰজাৰ লৰা-ছোৱালী নাই। কিমান পূজা-পাতল, কিমান যাগ-যজ্ঞ, কিমান দান-দক্ষিণা; তেও লৰা এটা হওক। লৰা হওক ছাৰি এজনী ছোৱালীও ৰজাৰ কপালত নাই।....ৰজা হতাশ হয়। বুকু ফালি হিয়া ছিগা হুমুনিয়াহ ওলায়।....

....এদিন ৰাজ-কাৰেঙত গীতে-বাজনাই, ৰজন্-জনাই উঠে,—কাৰেঙৰ চোতালত উখল-মাখল লাগে। ৰাজ-চ'ৰাত ৰাজ্যৰ পণ্ডিতসকলৰ সমাগম হয়। সকলোৱে পুথি-পাঁজি চাই কয়,—কোঁৱৰৰ গাত ৰাজ চক্ৰৱৰ্ত্তী চিন দেখা যায়। তাৰ সকলো ফালে জয়; কেৱল এফালে ক্ষয়,—ডেকা কালত পচিমফালে চিকাৰত গলে তাৰ জীৱন নৈ সংশয়।....

ৰাজ-কাৰেঙৰ ভিতৰ চৰাত কোঁৱৰৰ জনম হয়। কুঁৱৰী-টোলৰ কুঁৱৰীহঁতে আহি উৰুলি জোকাৰে।

বাইলুং বুঢ়াই কুকুৰাৰ ঠেঙেৰে মঙ্গল চাই লৰাৰ নাম ৰাখে,—বেলি কোঁৱৰ। ডা-ডাঙৰীয়াসকলৰ মুখত হাঁহি বিৰিঙে। ৰজাৰ হিয়া ৰং-উলাহত কুলায়-পাছিয়ে নধৰা হয়।

এজন কটকীয়ে আহি সেৱা জনাই কয়,—"বুঢ়া-গোঁহাই ডাঙৰীয়াৰ ঘৰতো বিধাতাই আলহী এজনক পঠিয়াইছে।"

বুঢ়াগোঁহাইৰ লপা মুখত হাঁহিয়ে লোপা মাৰি ধৰে। পণ্ডিতসকলে পাঁজি-পুথি চাই কয়,—"বুঢ়া-গোঁহাইৰ পুতেকৰ হতুৱাই ৰজাৰ কোঁৱৰে সেই সময়ৰ পৰা ৰাইখ পাব।"

ৰাইলুং বুঢ়াই কুকুৰা ঠেং মাটিত পেলাই "কাইনৰু নৰু" বুলি কৈ মঙ্গল চাই মাত দিয়ে,—"বুঢ়াগোহাঁই ডাঙৰীয়াৰ লৰাটিৰ নাম জোন কোঁৱৰ যেনহে পাওঁ।"

ৰজাৰ মুখৰ দুআষাৰ মাত সৰকি ওলায়,—'বেলি কোঁৱৰ—জোন কোঁৱৰ।'....

গোটেই ৰাজ্যখনতে ৰং উলাহত উলহ মালহ; দল্-দোপ হেন্দোল-দোপ।....

....বেলি-কোঁৱৰ আৰু জোন-কোঁৱৰ যেন এটা ঠেঙৰ দুপাহ ফুল। দুয়োৰ বৰ মিল, বৰ ভাব। দুয়ো সৰুৰে পৰা একেলগে খায়, একেলগে ফুৰে, একেলগে খেলে, একেলগে বহে, একেলগে থাকে, একেলগে গা-ধুয়, একেলগে—একে বিছনাতে শুয়। ইজনে সিজনক এখন্তেকও এৰি থাকিব নোৱাৰে। দুয়োৰে এটা দেহা, ,এটা প্ৰাণ, এটা জীউ।

....পঢ়াশালিলৈ যায় দুয়ো একেলগে। এটা আসনতে বহে—দুয়ো, পঢ়ে-লিখে—দুয়ো একেলগে। ....জোনৰ দৰে বাঢ়ে—দুয়ো।. ..ভৰ ডেকা বয়সত দুয়োৰে ৰেহ-ৰূপ-গঢ়-গঠন পূৰঠ হয়। নানান বিদ্যাত দুয়ো পণ্ডিত হৈ উঠে; অস্ত্ৰ-বিদ্যাত দুয়ো হয়—নিপুণ, পাকৈত।....

এদিন ৰাজকোঁৱৰে কয়,—"বান্ধৱ! কিমান দিন আৰু এই কাৰেঙত সজাঁৰ বন্দী-পখীৰদৰে থাকিম? আমনি লাগি গৈছে। এবাৰ দূৰ দূৰণিলৈ গৈ ফুৰি আহিলে মন ভাল লাগিলহেঁতেন।" জোন-কোঁৱৰে কয়,—"এৰা। এবাৰ ফুৰিব পাৰিলে বেয়া নাছিল।"....

দুয়ো আলচি ৰজাৰ কাষ চাপে আৰু সকলো ভাঙি-পাতি কয়।...ৰজাৰ বুকু চিৰিংকৈ উঠে,—পণ্ডিতসকলে কোৱা ডাহানিৰ ভৱিষ্যবাণীৰ কথা সুঁৱৰি শিঁয়ৰি উঠে। "চাৰিওফালে জয়-একফালে ক্ষয়,—পচিমে জীৱন সংশয়।"....

ডেকাহঁতৰ উভল-উছাহত পানী ঢালিবলৈ ৰজাৰ মত নাযায়। বিমৰিষ মনেৰে—ৰজাই কয়,—"এৰা যাবাই যেতিয়া যোৱা। মনা নকৰোঁ। পচিমফালে এখোজো নাগুৰাবা। সংশয় আছে।"

জোন-কোঁৱৰে তপৰাই মাত দিয়ে, "স্বৰ্গদেউ! তিনি সইৎ খাইছোঁ—পচিমে নেযাওঁ।...অলপ চিকাৰ কৰি সোনকালেই উভতিম।"....

ৰজা, বুঢ়াগোহাঁই, বৰগোহাঁই, বৰ-পাত্ৰগোহাঁই সকলোৱে ৰাজ-কোঁৱৰৰ চিকাৰৰ যতন লৰলৈ পালি-পহৰীয়াক আদেশ-নিৰ্দেশ দিয়ে।

হাতী-শালৰ পৰা হাতী, ঘোঁৰা-শালৰপৰা ঘোৰা, অস্ত্ৰ-শালৰপৰা অস্ত্ৰ-শস্ত্ৰ, আৰু অসংখ্য পাইক—গোট সেনা লৈ ৰাজ-কোঁৱৰ আৰু জোন-কোঁৱৰে মৃগয়ালৈ সমাৰোহেৰে যাত্ৰা কৰে।. . .

গৈ গৈ সিহঁতে এটা ঘন হাবি পায়। বেলিৰ পোহৰ সোমাবলৈ সাধ্য নাই। ইমান ঘন সেই হাবি।

বেলি-কোঁৱৰৰ হাতী আগুৱায়। সেই হাতীৰ ওপৰত জোন কোঁৱৰও। দুই বান্ধৱে হাতীত উঠি আগুৱায়, বাকীবোৰে বহুত আঁতৰত পিচপৰি থাকে।

হাতীটোৱে সিহঁতক লৈ এখন সুন্দৰ ধুনীয়া জুৰি পায়। এনে ফট্‌ফটীয়া পানী, জুৰিৰ বুকুৰ তলিৰ নানা তৰহৰ শিলগুটিবিলাক জিল্‌মিলাই থাকে।....
কিমান ৰৰণৰ যে।....

. . .জুৰিৰ সিপাৰে এটা খটীয়া পহু। আচৰিত! সোণৰ পহু; চিক্‌মিকাই আছে; এবাৰ জুৰিৰ পানী পিয়ে, এবাৰ মূৰটো দাঙি ইফালে-সিফালে চায়।....

বেলি-কোঁৱৰে—জোন-কোঁৱৰৰ কাণত ফুচ্-ফুচাই কয়,—"বান্ধৱ, দেখিছা?"

জোন কোঁৱৰে কয়,—"কি?"

"সৌ পহুটো।"

জোন-কোঁৱৰে কয়,—"এৰা, পহুৱেই। সোণৰ পহু—খটীয়া।"

বেলি-কোঁৱৰে তপৰাই মাত দিয়ে,—"তাক জীয়াই জীয়াই ধৰি নিব পাৰিলে,—সেইটোৱেই বৰ ভাল পাব। আমাৰ ওলগ লব।"—

"কিন্তু বান্ধৱ! পছু আনো সোণৰ হয়? অলপ ভাবি-চিন্তি চাব লগা হ'ল,"—কৈয়েই জোন-কোঁৱৰে ভাৱত বিভোৰ হয়।

বেলি-কোঁৱৰে কয়,—"সেই কাৰণেই জীয়াই জীয়াই তাক ধৰি নিব লাগিব। ৰাজ্যত নোহোৱা বস্তু; নিব পাৰিলে আমাৰ খ্যিাতিৰ সীমা নোহোৱা হব।"....

ৰাজ-কোঁৱৰে নেৰে। শেহত জোন-কোঁৱৰে সেও খাই মাউতক আদেশ দিয়ে। হাতীটোৱে সোণৰ খটীয়া পছুৰ ফালে আগুৱাই যায়।....

ইমান ঘন হাবি; দিক্-বিদিক্ উলিওৱাই টান; পূব কোন ফালে—পচিম কোনফালে—গম পোৱাই অসম্ভৱ।....

হাতীৰ শৰদ শুনি সিফালে পছুটোৱে মূৰ দাঙি চায়েই একে জাঁপতে আঁতৰি ভিৰাই লৰ মাৰে। পিছে পিছে হাতীটোৱেও লৰ মাৰে। যিহে ঘন হাবি, অ'ত-ত'ত কেকোঁৰা কেকোঁৰা জোৰাল জোৰাল লতা। হাতীটো লতাৰ বান্ধত পৰি বন্দী হয়। বেলি-কোঁৱৰে উধাতু খাই কয়,—"বান্ধৱ নামা-নামা, সোঁটো! সোঁটো! পলায় আৰু।" সি হাতীৰ পৰা ওলমি নামি পৰে। জোন-কোঁৱৰেও নামে। দুয়ো লৰ মাৰে সেই পছুটোৰ পাছে পাছে। জেং, কাঁইট, ঠাল, ডাল ইবিলাকৰ আঁচোৰ খাই দুয়োৰে সাজ-পোচাক ফালি-চিৰি ছিৰিলা-ছিৰিলি হয়। খোঁচ আঁচোৰ খাই দুয়োৰে লৰনু দেহাৰপৰা ৰঙা তেজ ওলায়। ইবিলাকলৈ কাৰো ভ্ৰূক্ষেপ নাই, কেৱল মন—সেই পছুটোলৈ,—সোণৰ খটীয়া টোলৈ—কেনেকৈ তাক জীয়াই জীয়াই ধৰিব পৰা যায়।

....পছুটো যিহে কাঁড়ৰ দৰে লৰ মাৰে, তাৰ পিছ লোৱাই টান।....ভাগৰ জিগৰলৈ কাৰো মন নাই, তেও সিহঁতে লৰ মাৰে।

পছুটোৱে এজোপা আমলখি গছৰ তলত জিৰায়। জিৰোৱা দেখা পাই নিলগত এজোপা গছৰ আঁৰত লুকাই কিছু পৰৰ পিছত বেলি-কোঁৱৰে কয়—"বান্ধৱ! ইয়াক খুপ নোহোৱাকৈ জীয়াই জীয়াই ধৰা টান। এটা কাম কৰা যাওক। এপাট কাঁড় মাৰি ঠেং এটা খোৰা কৰিব পাৰিলে বেয়া নহব যেন পাওঁ। কি কোৱা?" জোন-কোঁৱৰেও হয়ভৰ দিয়ে।....

এপাট শৰ লৈ ধনুত ভিৰাই টোঁৱাই ৰজাৰ কোঁৱৰে কাঁড় মাৰে। কাঁড় গৈ হৰিণাৰ ঠেঙত লাগে। সি চিঞৰ মাৰে, লৰ ধৰে—খোৰা ঠেঙেৰে লৰ দিয়ে। মাটিত তেজ পৰি যায়।....

দুয়ো তেজৰ বোল চাই চাই আগুৱাই গৈ শেহত হাবিৰ মাজত এটা মুকলি ঠাইত এটা পঁজা দেখে। "বান্ধৱ—সৌৱা পঁজা"—বুলি কৈ ৰাজ কোঁৱৰে আঙুলি টোঁৱাই দেখুৱায়।....পঁজাটো দেখি মানুহৰ বসতি থকা বুলি গম পাই দুয়োৰে ছিয়াত বং ওপজে।....

সন্ধিয়া।....এনেয়ে ঘন হাবি তাতে আকৌ সন্ধিয়া। এন্ধাৰে আগুৰি ধৰে।

দুয়ো সেই পঁজাটোৰ ফালে আগুৱায়।....

পঁজাৰ ভিতৰৰ মাত ওলায়,—"মোৰ সোণাই ঐ! তোক এইদৰে কষ্ট দিব লাগেনে? এই সংসাৰত কোননো ইমান নিঠুৰ নিৰ্দয় আছে মোৰ লৰা পোৱালি-টিক এনে আলৈ-বিলৈ কৰিলেহি? এই নিৰীহ পোৱালিটিক এইদৰে মৰা কোন সেই কাঠচিতীয়া জন? আই ঐ দেহি।....মোৰ সোণ ঐ।—যিজনে মোৰ এই আজালী পোৱালিটিক এনে কষ্ট দিলে, তাৰও কষ্টৰ সীমা নোহোৱা হব।"....ৰিণিকি ৰিণিকি এনে শাওপাত শুনি বেলিকোঁৱৰে উচপ খাই উঠে। "বান্ধ! অভিশাপ যনহে লাগে। কি কৰা যায়!"—বেলিকোঁৱৰৰ এনে ভয় লগা মাত শুনি জোন-কোঁৱৰৰো বুকু চিৰিংকৈ উঠে। দুয়ো উধাতু খাই পঁজাৰ ফালে খোজ লয়।....

পঁজাৰ ভিতৰলৈ গৈ দুয়ো দেখে এজন সন্যাসীয়ে এটা সোণৰ হৰিণাক সাৱটি ধৰি চুমা খাই তাৰ নিয়জ গাত হাত ফুৰাই উচুপি উচুপি কান্দি আছে। আথে-বেথে তেওঁ এবাৰ অতি যতনেৰে কাঁড়পাট ঠেঙৰ পৰা উলিয়ায়। সেই ঘাৰ পৰা হোলোকে হোলোকে তেজ ওলায়। "আই ঐ দেহি!......কিমান কষ্ট পাইছে! কোন সি যিজনে মোৰ সোণাইক এনে কৰিলে? তাঁৰ

জানো ভালেৰে দিন উকলিব ? তাৰও দুখৰ ওৰ নোহোৱা হব ।"....

এনেতে দুয়ো সন্ন্যাসীৰ ভৰিত দীঘল দি পৰে । "প্ৰভো ! খেমা-হে !...."

"আৰু খেমা ! দুখৰ ৰাইজ আৰু খৰ নাথায় । যি কৈছো সি হবই !"....সন্ন্যাসীৰ বাইক শুনি দুয়ো বিবোৰত পৰে । তথাপি নিশা সিহঁতক সি সেই পঁজা-টোতে আশ্ৰয় দিয়ে, সিধাৰ যতন কৰে । দুয়ো বাঢ়ি-বাঢ়ি খাই-বৈ সেই পঁজাটোতে জিৰায় । দুয়ো টোপনি যায় ।....

পুৱা ! চৰাই-চিৰ্কতিৰ কলকলনি ! পছ-হৰিণা আদি পশুৰ চিঞৰ-বাখৰ !..

দুয়ো সাৰ পাই দেখে, সেই পঁজাও নাই, সোণৰ খটীয়া পছও নাই, আৰু সেই ভচম্ সনা নাঙঠা ফকীৰ সন্ন্যাসীও নাই !....এজোপা গছৰ তলত দুয়ো শুই আছে !....

আচৰিত ! ই মায়া নে ছঁয়া !...

জোন-কোঁৱৰে কয়, "বান্ধৱ ! বিথিনি আমাৰ কাষতে । ব'লা ইয়াৰ পৰা যাওঁ । বোধকৰো আমি পচিমেই আহিছো !....ৰবা সৌ ওখ গছ-জোপাৰ ওপৰত উঠি চাওঁ ।"—কৈয়েই উঠি জোন কোঁৱৰে সেই ওখ গছজোপাৰ ফালে আগুৱাই উঠি চায় আৰু নামে । বেলি কোঁৱৰৰ কাষ চাপি কয়, "বান্ধৱ ! গতি বিষম ! আমি সঁচাকৈয়ে পচিম মুৱাকৈ আহিছোঁ । ইয়াত আৰু এতিয়া থাকিব নোৱাৰি । উঠা । যি হ'ল হ'ল । ইয়াৰ পৰা যাওঁ । এইয়া নামৰৰ হাবি যেনহে লাগে ।"....

দুয়ো উঠি দখিণ-পুৱ মুৱাকৈ খোজ লয় । দুয়ো গৈয়েই থাকে ।

এদিন দুদিন এসপ্তাহ যায় !....ভোক নাই পিয়াহ নাই, দুমটি নাই ; দুয়ো গৈয়েই থাকে । গৈ গৈ এটা নুকলি ভৈয়াম পায় ।

ইমান ধুনীয়া ! সেউজ-বুলীয়া—মাজবাদি, নিজগৰ বিৰি বিৰিকৈ দেখা ছাই বৰণীয়া পাহাৰৰ শাৰী, আইমাৰ দৰে কটুকটীয়া পানী বৈ যোৱা চেঁচা-সুশীতল জুৰি, কেউপিনে বিহগ-বিহগীৰ কাকলি বিতান, তাতে সুকণ্ঠৰ চিকমিকীয়া জিলিকনি । যেন প্ৰকৃতিৰ সুৰম্য লীলা-নিকেতনহে । দুয়োৰে হিয়া সাগৰৰ বুকুত ৰং-উলাহত খৌকি-বাখৌকি লাগে । গছ এজোপাৰ তলত বহি জিৰাই দুই কোঁৱৰে এনে মনোমোহা দৃশ্য ৰ লাগি চাই থাকে । বৈ থাকিব নোৱাৰি বেলি কোঁৱৰে এবাৰ খপহুকৈ উঠি অকলে জুৰিৰ কাষে খোজ লয় !.... জৰিৰ চেঁচা পানীৰে মুখ-হাত ধুই পখালি দীঘল কেকোঁৱা চুলি কাকৈৰে কণিয়াই অলপ ইফাল-সিফাল ঘুৰি-ফুৰি এটা সৰু টিলাৰ ফালে আগুৱায় । এখোজ-দুখোজকৈ তেওঁ সেই টিলাৰ ওপৰলৈ উঠে ।

এখন ফুলনি । নানা তৰহৰ ফুলি থকা ফুল । ফুলে ফুলে মৌ সুঁহি ফুৰা উৰি থকা নানা বৰণৰ বিধে বিধে পখিলাৰ জাক । দেখিয়েই থমক লাগি যায় । ফুলনিৰ মাজতে এটা মুৰতি !....দেখিয়েই তেওঁ আচৰিত হয় । মুৰতিৰ ফালে আগবাঢ়ে । ইমান সুন্দৰ মুৰতি । এজনী গাভৰুৰ মুৰতি । চায়েই তবধ লাগে । বুকু চমচমাই উঠে । মুৰতিৰ ফালে চাই চাই চকু কাদি তেওঁৰ দুগালেদি চকুলো বয় । ৰব নোৱাৰি সেই মুৰতিৰ তলত দীঘল দি পৰি হুকুহুকাই কান্দি কান্দি কয়, "মোৰ জীউ ! তোমাৰ মুৰতিয়েই যেতিয়া ইমান ধুনীয়া আৰু তুমি বা কিমান শুৱনি ! তোমাৰ অবিহনে মই কেনেকৈ বাচিম ? তোমাক নাপালে মই জীৱনকে ত্যাগ কৰিম । তুমি মোৰ জীউ, বুকুৰ মাণিক, হিয়াৰ আমঠু, দেহা-লাও ।"—

...."ইকি ! কান্দোন দেখোন ! বান্ধৱ যেন লাগে ! কি হ'ল ?"....গছ-জোপাৰ তলত জিৰাই বহি থকা জোন কোঁৱৰে উচাপ খাই উঠে !....এতিয়ো নবৈ তেওঁ বহাৰ পৰা উঠি সেই কান্দোনৰ ফালে খোজ লয় ।

সেই টিলা !—সেই ফুলনি !!........

আৰু সেই মুৰতি !....

মুৰতিৰ তলত সৌজন কোন ?....কোনে কিনায় ?...

জোন কোঁৱৰে ওচৰ চাপি দেখে তেওঁৰেই বান্ধৱ—বেলি কোঁৱৰ ।

"বান্ধৱ, এইদৰে কৰিছা কেলে ? কেচুৱাৰ দৰে এনেকৈ কান্দিছা কেলে ? লাজ নালাগেনে ?"

জোন কোঁৱৰৰ কথাষাৰ শুনি বেলি কোঁৱৰে উচুপি উচুপি ফেকুৰি কেঁকুৰি ইনাই-বিনাই কান্দি কান্দি কয়, "বান্ধৱ । মই আৰু মোত নাই । মোৰ মন-প্ৰাণ-দেহা সকলো এই যুৱতিয়েই আকুহি হৰি নিছে । আচল জনীক নাপালে মই আৰু নাবাচোঁ । মই ইয়াতেই প্ৰাণ এৰিম ।"....

ৰাজকোঁৱৰৰ বেজাৰ লগা মাতষাৰ শুনি বুঢ়া-গোহাঁইৰ ডেকা পুতেকে ৰব মোৰাৰি বেলি কোঁৱৰক সাৱট মাৰি ধৰি কয়, "কিয় এইদৰে নিজক এৰি দিছা ? এইৰ আশা এৰি দিয়া । মই ইয়াতকৈও ভাল আৰু ধুনীয়া ছোৱালী এজনীক আনি তোমাক বিয়া দিম ।"....

"উহুঁ । হবই নোৱাৰে । মোক এইজনীকেই লাগে । এইৰ বাহিৰে মই আনত বিয়া নোসোমাওঁ ।.... নহলে মই জীৱনকে ত্যাগ কৰিম ।"

বেলি কোঁৱৰৰ কথা শুনি জোন কোঁৱৰে কি কৰেঁ। কি নকৰেঁ।কৈ উঠি যুৱতিটোৰ ফালে চায়, ঘূৰি ফুৰি চাৰিওফালে চায় ।—যুৱতিটোৰ পিছফালে লিখা আছে—

"মণিপুৰ ৰজাৰ জী মগলু কুঁৱৰী
সৰগৰ অপেচৰী পদুমী-কুঁৱৰী
দেখি ই যুৱতি যিজনে হব বলিয়া
পাব সিজনে এই কুঁৱৰীক ধুনীয়া ।"

জোন কোঁৱৰে উলাহত চিঞৰি মাতে,—"বান্ধৱ । বান্ধৱ !! এইফালে আহাচোন—বেগেতে আহা । চোৱাঁহি ।"....

ৰাজকোঁৱৰে হাবাথুৰি খাই উঠি জোন কোঁৱৰৰ কাষ চাপি কয়,—"কি বান্ধৱ । কি চোৱাহি ?"

"এইয়া চোৱাহি । পঢ়া ।"....

জোন কোঁৱৰৰ কথাষাৰ শুনি বেলি কোঁৱৰে পঢ়ে,—

"মণিপুৰ ৰজাৰ জী মগলু কুঁৱৰী
সৰগৰ অপেচৰী পদুমী কুঁৱৰী
দেখি ই যুৱতি যিজনে হব বলিয়া
পাব সিজনে এই কুঁৱৰী ধুনীয়া"....

জোন কোঁৱৰে কৈ যায়,—"এই জনীৰ নাম পদুমী কুঁৱৰী—মগলু ৰজাৰ জী ।—মণিপুৰৰ ৰজাই যেতিয়া আমাৰ স্বৰ্গদেউক কৰ শোধায়, আৰু পদুমী কুঁৱৰী তেওঁৰেই জীয়েক, তেন্তে তোমাৰ আৰু কোনো চিন্তা নাই । এই ছোৱালীজনীক তুমিয়েই পাবা । তোমাৰ কপাল ভালেই ।....এতিয়া মনৰপৰা সকলো দুখ-বেজাৰ আঁতৰাই পেলোৱা ।....ব'লা আমি এতিয়া দখিণে সেই মণিপুৰ ৰাজ্যৰ ফালেই খোজ লওঁ । পদমী কুঁৱৰীক জিনি লভি নিজ ৰাজ্যলৈ উভতি যাম ।"....

"হয়নে বান্ধৱ । পদুমী কুঁৱৰীক মই পামনে ?" বলিয়াৰ দৰে কৈয়েই ৰাজ কোঁৱৰে ছুট্‌ফটাই উঠে ।

"নিশ্চয় পাবা । ব'লা এতিয়া যাওঁ ।" বুলি কৈ ৰাজকোঁৱৰৰ হাতত ধৰি জোন কোঁৱৰে আগবাঢ়ে ।....

দুয়ো দখিণে জুৰিয়েদি ছাই-বৰণীয়া পাহাৰৰ শাৰীৰ ফালে গুছি যায় । নেদেখা হয় ।....আকাশত জিলিকে বেলি, লগে লগে পৃথিৱীৰ গছপাত, জুৰি, নিজৰি চিক্‌মিকাই উঠে । দুয়োৰ ডেকা-লৰা—বেলি কোঁৱৰৰ মুখতো ৰঙৰ হাঁহি বিৰিঙে । মনত নতুন আশা, অন্তৰত নতুন ভৰসা ।

দুয়ো গৈয়ে থাকে । দিনৰ পিছত সপ্তাহ যায়, সপ্তাহৰ পিছত এপষ যায়, এপষৰ পিছত মাহ যায়, এমাহৰ পিছত তিনিমাহ যায় । দুখ নাই, বেজাৰ নাই, ভোক নাই, পিয়াহ নাই, ভাগৰ নাই, বিৰাম নাই, ঘুমটি নাই । মনত নতুন আশা, অন্তৰত নতুন ভৰষা । দুয়ো গৈয়েই থাকে ।

এখন ধুনীয়া নগৰ । তাৰ ৰাজকাৰেং আৰু ধুনীয়া ।.... মগলু ৰজাৰ কাৰেং ।....দেখি দুয়ো বিস্ময় মানে ।...

দুয়ো পোনে পোনেই ৰাজ চ'ৰালৈ যায় । একে সাঁচত সজা এনে সুন্দৰ দেহ-ৰূপ এই ডেকা দুজনৰ ৰাজ-চ'ৰাৰ ডা-ডাঙৰীয়া সকলোৱেই দেখি আচৰিত হয় । ৰজাইও তবধ মানি চাই থাকে । দুচকু থিৰ হয় । কুলত কটা দেৱতাৰ দৰে সুন্দৰ চেহেৰা ।

....চিনাকি জোৱাত পোৱা হয়—এজন ডেকা বেলি-কোঁৱৰ—অচম ৰজাৰ কোঁৱৰ ; আৰু আনজন সেই ৰজাৰেই বুঢ়া-গোহাঁইৰ পুতেক জোন কোঁৱৰ ।....

চিনাকি পাই মণিপুৰ ৰজাৰ মন ৰঙত আৰু উতলি উঠে ।....কোঁৱৰ দুজনৰ যতন আৰু আলপৈচান ধৰিবলৈ ভাল ভাল আলধৰা লগুৱা আৰু ধুনীয়া ধুনীয়া লিগিৰী পাচে ।....এটা সুন্দৰ কাৰেঙত দুয়োকো থাকিবলৈ দিয়া হয় ।....তাত দুয়ো সুখেৰে দিন কটায় ।....

দিন যায় আৰু নাহে । কিন্তু মনৰ আশা আৰু বেচিকৈহে গধুৰ হয় । বেলি কোঁৱৰৰ মন আৰু বেচি-কৈয়েহে উচাটন হয় ।....চকুত টোপনি নাহে, মুখত ভাত এমুঠি নাযায় । জোন কোঁৱৰে দেখি বেজাৰ পায় ।....

এদিন দুয়ো কোঁৱৰে ৰাজ-চ'ৰালৈ গৈ ৰজাৰ আগত থিয় হয় । জোন কোঁৱৰে কয়, "মোৰ বান্ধৱ বেলি কোঁৱৰ—অচম ৰজাৰ একেটি মাথোন পুতেক । এই অচম ৰজাৰেই আপুনি হৈছে কৰতলীয়া ৰজা । এদিন চিকাৰলৈ দুয়ো যাওঁতে এখন হাবি-তলীয়া ফুলনিত আপোনাৰ ৰাজকুঁৱৰীৰ মূৰতি দেখি বেলি-কোঁৱৰ বলিয়া হয় । তাইক নাপালে এতিয়া বান্ধৱৰ জীৱনলৈয়েই সংশয় । তেওঁক হিয়াত ঠাই দিব নোৱাৰিলে হেনো ৰাজ-কোঁৱৰে জীৱনকে ত্যাগ কৰে । ৰাজ-কোঁৱৰৰ হৈ তেওঁৰ বান্ধৱ—মই—জোন কোঁৱৰে ৰাজ-কুঁৱৰীক মাগিছোঁ । ৰাজকোঁৱৰৰ সৈতে ৰাজ-কুঁৱৰীৰ শুভ-মিলন কৰাব পাৰিলে উভয়ৰ জীৱন মঙ্গল আৰু দুয়ো ৰাজ্যৰেই শুভ আৰু শান্তি । এতিয়া ৰজাই মত দিলেই ভাল । ৰজাৰ ইচ্ছা বা কেনে ?" জোন কোঁৱৰৰ কথা শুনি ডা-ডাঙৰীয়া সকল ইজনে সিজনৰ মুখ চোৱা-চুৱি কৰে । সকলোৰে মুখ উলাহত জিলিকি উঠে । ৰজাইও হাঁহি মুখেৰে কয়, "এয়া বেয়া নহয় ভালেই ।"....

এই বাতৰিয়ে কুঁৱৰী-চোৰাত গৈ খলক লগায় ....পদুমী কুঁৱৰীয়ে বিমৰিষ মনেৰে এচুকত মুখ ওফোন্দাই বহি থাকে ।....মুখত হাঁহি নাই—অকান বেজাৰ ।....

শেহত মোহ ঘৰত থাকি অকলে আমন-জিমনকৈ পৰি থাকে পদুমী-কুঁৱৰীয়ে । ভাত নাখায়, নখোৱাকৈ দিন নিয়ায় ।

ৰাণীয়ে এদিন ভাল ভাল সাজ-পোচাক পিন্ধি ৰেহ গহনা সাথৰিৰে সজাই কুঁৱৰী-চোৰাত আহি ৰাজ-কুঁৱৰীক বিচাৰে ।....কুঁৱৰী নাই ।—শেহত বিচাৰি বিচাৰি মোহ-ঘৰত আহি কুঁৱৰীক ভেনে দুখজলা অৱস্থাত দেখি ৰাণীৰ বুকু কাণি বুকু ভগা হুমনিয়াহ—দুমুখৰ দৰে অজস্ৰ ভাঙি ওলায়....দুচকু ওপচাই চকুলো বয় ।....

ৰাণীয়ে চকুলো মচি মচি কান্দি কান্দি কয়, "আই মোৰ । এনেকৈ কিয়—এই মোহ ঘৰত পৰি আছা ? তোমাৰ আকৌ কিহৰ দুখ—কিহৰ বেজাৰ ? এইদৰে নাথাকিবা আই । তোমাৰ এনে অৱস্থা দেখিলে বেজাৰে মোৰ হিয়া খুলি খুলি খায় । উঠা । আহাঁ । গা ধোঁৱাহি । ভাল ভাল পোচাক পিন্ধাহি । শুনা নাই ? অচম ৰজাৰ কোঁৱৰে তোমাক চাবলৈ আহিছে । বৰ সুন্দৰ ডেকা সৰা । তোমাৰ সৈতে ভাল জোৰা মিলিব । তাৰ হাতত তোমাক গতাব পাৰিলে আমাৰো মঙ্গল আৰু তোমালোকৰো ভাল । উঠা আই । এইদৰে মোহ পাতি মুখ ওফন্দাই নাথাকিবা । তোমাক সজাই-পৰাই ৰাজ-কোঁৱৰৰ ওচৰলৈ নি দেখুৱাওঁ ।"....বুলি কৈ ৰাণীয়ে জীয়েকক আকোঁৱালি ধৰি চুমা জোলোকে জালোকে খাই মৰম-চেনেহ কৰে ।....

"আইদেউ । এই বাতৰি মই আগতে শুনিছোঁ । আপুনি এইদৰে সাজি-পাৰি শুভ বুলি এই বাতৰি দিবলৈ আহি মোক বেজাৰহে দিছে ।....মই এই মৰতত কোনো পুৰুষৰ লগত বিয়া নোসোমাওঁ । আনকি আজিৰ পৰা কোনো মুনিহৰে মুখকে নেচাওঁ ।"....বুলি কৈ পদুমী কুঁৱৰীয়ে ৰাণীৰ বুকুত মুখখন গুজি হুক্ হুকাই কান্দে ।....

"এইদৰে কৰ নাপায় আই ।...দেউতাৰাইও কোঁৱৰক কথা দিছে । তুমি এইদৰে কৰিলে, আমাৰনো নাক-কাণ ক'ত থাকিব ? অচম ৰজাৰ কাণত পৰিলে এই ৰাজ্যখনও জলি-পুৰি ছাই হৈ যাব । এনে ভাল কথাত তুমি পিঠি দিলে বিধি-পথালি দিব । এটা মহা

নিপদ ওচৰ চপাই আনা হব। দহবাৰ-দহদিন মিজলী মাৰে গৰ্ভত লৈ তোমাক জনম দিছিল, সেই জনী হত-ভাগিনী মাৰ-বাপেৰলৈ এবাৰ চকু দিয়াচোন।....মোৰ আই! আমাৰ মান-সন্মানলৈ এবাৰ চোৱাচোন।"....
ৰাণীৰ কথাষাৰ শুনি পদুমী কুঁৱৰীয়ে আৰু বেছিকৈয়ে কান্দে। তেওঁ কয়—"আইদেউ! মোৰ কথাৰ নৰ-চৰ কেতিয়াও নহয়। মই কতো বিয়া নোসোমাওঁ।"—

ৰাণীয়ে কয়,—"আকৌ আই! আকৌ!....সেইদৰে নকৰা। শুনা আই! নাৰীৰ মন কচুপাতৰ পানীৰ দৰে টলবলীয়া। যিফালে কাটি হয়—সিফালে বাগৰি পৰে। নাৰীৰ জীৱন লতাৰ দৰে—গছ এডালৰ ভৰ নাপালে তাইৰ জীৱনেই মিছা—ঠন্ ধৰিব নোৱাৰে। এইদৰে আগতে আমাৰ বংশতে এজনী কুঁৱৰীয়ে ভৰ বয়সতো অবিয়ৈ হৈ আছিল। কতই খুজিলে, কিমানে মাগিলে, তাই কেৰেপকে নকৰিলে। এইদৰে তাইৰ বয়স ভাটি দিবলৈ ধৰিলে। শেহত এজন সামান্য লগুৱাৰ কান্ধত তাই পৰিল। দুয়ো ধৰা পৰিল। ৰজা আৰু ৰাণীৰ মান-সন্মান নোহোৱা হ'ল। শেহত নিৰু-পায় হৈ ৰজাই দুয়োকো শূলত দিবলৈ বাধ্য হ'ল।.... মোৰ আই!....ভয় হয় জানোচা তেনেই হয়!....তেতিয়া আমাৰ নাক-কাণ ধৰলৈ আৰু মৰিবলৈ ঠাই নোহোৱা হব।"....বুলি কৈয়েই কেঁকুৰি কেঁকুৰি কান্দি মাটিত বাগৰি পৰে।

"আইদেউ! বাৰু মোৰ কথা মই এৰিলোঁ। তুমি যেতিয়া ইমান বাউলী হৈ পৰিছা, বাৰু মই সেই কোঁৱৰ-জনত বিয়া সোমাম। এতিয়া চিন্তা এৰা! কিন্তু; হয় মই বিয়াত সোমাম; কোঁৱৰে তিনি সইত কৰিব লাগিব। তাৰ লগত মই নুশুম, তাৰ লগত কথা নাপাতিম আৰু তাক বাঢ়ি-বাঢ়ি নুখুৱাম।"

"....সেইয়া বাৰু পিছত হব। এতিয়া সেই কোঁৱৰে তোমাক চাবলৈ খুজিছে। সাজি-পাৰি ওলোৱা। ...মই যাওঁ। যা-যোগাৰ কৰোঁগৈ।" বুলি কৈ বংমনেৰে ৰাণী ওলাই যায়।....

কুঁৱৰীহঁতে আহি পদুমী কুঁৱৰীক সজাই-পৰাই গহনা-গাথৰিৰে ধুনীয়া কৰি সমাৰোহেৰে বাহিৰলৈ লৈ যায়। জাত জাত মিঠা নামেৰে গীতেৰে উৰুলি জোকাৰি।....

ৰাজ-চ'ৰা।....ধুনীয়াকৈ সজোৱা। সিংহাসনত বহি মণিপুৰৰ ৰজা। কাষৰে-পাজৰে ডা-ডাঙৰীয়া-সকল নিজ নিজ আসনত।....এফালে দুখন সোণৰ আসনত দুজন কোঁৱৰ—বেলি কোঁৱৰ আৰু জোন কোঁৱৰ।....

ঢোলে-ডগৰে, গানে-বাজনাই, নাচোনে-বাগনে কুঁৱৰীহঁতে ৰাজ-চ'ৰালৈ সোমায়। আবোৱানৰ আঁৰে আঁৰে জাকত-জিলিকাকৈ হাঁহিনীৰ দৰে খোজ কাঢ়ি আহে পদুমী কুঁৱৰী।....

কুঁৱৰীহঁতে শংখ ফুকে, উৰুলি জোকাৰে।.... পদুমী-কুঁৱৰী।....দিপ্‌লীপ্ শুৱনী, ধুনীয়া লাৱনী—সঁচাকৈয়ে সৰগৰ অপেচৰী।....তেজগঢ়ী, সৰবৰহী! মেঘৰ দৰে কেচ্‌কেচ কৰে ক'লা চুলিটাৰী পাক খাই লুধুমধুম নেমেৰী খোপাটি হৈ কান্ধ চুই চুই নাচে,—মৃণাল-ভুজীয়া লেতু-সেতু হাত দুখনি দুপাহি ভেট ফুল হৈ ওলমি—হালে-জালে, ঐ চকলাৰ দৰে নিমঁজ দু-বখলা গালৰ ওপৰত দুপাহি পদুমৰ পাপৰি—দুচকু হৈ তিৰ্ বিৰাই উজলি থাকে। তাৰ ওপৰত ধনু কাৰোবালৈ চোৱাই বেঁকা হৈ ভিৰি বয়। বুকুৰ ভৰত যেন তাই আগলৈ হালি পৰে।....

ইমান ধুনীয়া! দেখিয়েই বেলি কোঁৱৰে—"মোৰ জীউ" বুলি অচেতন হৈ আসনৰ পৰা ঢলি পৰে।.... জোন কোঁৱৰে আলপৈছান ধৰি ৰাজ-কোঁৱৰৰ যতন লয়।....

উৰুলিৰ জোকাৰণি আকাশ ফালি বিয়পি পৰে। ধূপ-ধুনাৰ সুগন্ধি চৌপাশে আগুৰি ধৰে। শংখ বাজি উঠে।....

ৰাণীয়ে সাৰটি মাৰি কুঁৱৰীক লৈ ভিতৰলৈ গুছি যায়। ৰাজ-কোঁৱৰৰ গাত চেতন আহে। নিজ আসনত ভালকৈ বহে।

ৰজাই কয়,—"তিনিটা সইত খাইহে কুঁৱৰীক বিয়া কৰিব পৰা হব।"....

জোন কোঁৱৰে কয়—"কি কি সৰ্ত্ত মাৰ লাগে ?"—

ৰজাই কয়,—"পহিলা হৈছে—ৰাজকোঁৱৰে কুঁৱৰীৰ লগত কথা পাতিব নোৱাৰিব। দ্বিতীয় হৈছে—দুয়ো একেলগে শুবলৈ নাপাব। তৃতীয় হৈছে—কুঁৱৰীয়ে নিজে মাজি কোঁৱৰক খুৱাব-বুৱাব নোৱাৰিব। ইয়াত যদি কোঁৱৰে মান্তি হয়, ছোৱালী পাব।"

জোন-কোঁৱৰে কয়,—"নিজৰ ভাৰ্য্যাই যদি স্বামীৰ লগত কথা নকয়, একেলগে নুশুয়, নিজে যতন কৰি গিৰিয়েকক নুখুৱায়, নুবুৱায়—তেন্তে তেনে তিৰোতাক বিয়া কৰি লাভেই বা কি ?....বাজ্বৰ ! এই আশা এৰা। এইতকৈ ভাল ঠগৰ ছোৱালী মই তোমালৈ আনি দিম। এতিয়া ব'লা।"....

বেলি কোঁৱৰে কয়,—"যি জনীত মই মন-প্ৰাণ সঁপি দিছোঁ তাইক এৰি মই আন এজনীকেই বা গ্ৰহণ কৰো কেনেকৈ ? ই কেতিয়াও হব নোৱাৰে বান্ধৱ।" বুলি কৈ কেচুৱাৰ দৰে হুক্‌হুকাই কান্দে।

জোন কোঁৱৰে নিৰুপায় হৈ কয়, "এই তিনিটা সত্যত তুমি মান্তি হব পাৰিবা ?"

"তাতো ৰাজী।" বুলি কৈ বেলি কোঁৱৰে ছল্‌-ছলীয়া চকুৰে জোন কোঁৱৰৰ ফালে চায়।....

ৰজাই কয়,—"তেন্তে ৰাজী ?"....

বেলি কোঁৱৰে কয়,—"তেও মই ৰাজী।"....

....বিয়া !....বেলি কোঁৱৰ আৰু পদুমী কুঁৱৰীৰ এদিন শুভ-ক্ষণত শুভ লগণত শুভ বিবাহ হয়। উলহ-মালহ ! উখল-মাখল !! দল্‌দোপ-হেন্দোল্‌ দোপ !!!....ধুম্‌-ধাম !!! লাগি যায় খদমদম্‌।....

কত মানুহৰ সমাগম। গানে-বজনায়, নাচোনে-কাচোনে, খাওনে-দাওনে—আটোম-টোকাৰীকৈ পতা বিয়াতলি ৰমক জমক্‌কৈ—উখল-মাখল লাগি যায়। এদিন হাতীয়ে ঘোৰায়ে, পালিয়ে পহৰীয়ে, লগুৱাই লিগিৰীয়ে বেলি কোঁৱৰ আৰু জোন-কোঁৱৰে পদুমী কুঁৱৰী নিজ ৰাজ্যলৈ লৈ যায়।....

এদিন, দুদিন, এমাহ, দুমাহ, তিনিমাহে পাহাৰে-ভৈয়ামে, জুৰিয়ে নিজৰিয়ে, হাবিয়ে-বননিয়ে গৈ গৈ নিজৰ ৰাজ্য পায়।....

ৰাটচ'ৰাৰ পৰা স্বৰ্গদেউ আৰু ৰাণীয়ে—তেওঁলোকক আদৰি সাদৰি ৰাজকাৰেঙৰ ভিতৰ চ'ৰালৈ নিয়ে।

ৰজাই সেই তিনি সত্যৰ কথা জোন-কোঁৱৰৰ পৰা শুনি বেলি কোঁৱৰ আৰু পদুমী-কুঁৱৰীৰ কাৰণে বেলেগে এটা ধুনীয়া কাৰেংঘৰ—এখন নৈৰ পাৰত এখন শুৱনী ফুলনিৰ মাজত সাজি দিয়ে। এটা কোঠা-লিত দুই কোঁৱৰে আন কোঠালিটোত পদুমী কুঁৱৰীয়ে থাকে। সোণৰ পালেং, পাত্ত চাতোনৰ তলিচা, বগলী পাখিৰ কোমল গাৰু, ফুলাম লোটা-ঘটি-বাটি, আসন, ধৰা আদিৰে সেই কোঠালিটো আৰু ধুনীয়া হৈ উঠে।....

বেলি কোঁৱৰৰ লগে লগে জোন-কোঁৱৰও থাকে। এতিয়ো ইজনে সিজনক নেৰে।....

সন্ধিয়া হলেই নিশাৰ কাৰণে—জোন-কোঁৱৰে বেলি কোঁৱৰক এৰি আঁৰ লৈ আঁৰ লৈ হাতত সাৰে তৰিত সাৰে পদুমীয়ে গম নোপোৱাকৈ, নেদেখাকৈ কুঁৱৰীৰ কোঠালিটোত সোমাই পালেঙৰ তলত লুকায় আৰু ভাবে—কুঁৱৰীৰ সেই তিনি সত্যৰ কথা আৰু এটা অজান ৰহইচৰ কাহিনী।....গুপুতে-গোপনে জুমি জুমি চাই থাকে।...

কুঁৱৰীয়ে সোমাই ফুলাম পীৰাত বহি খাই-বৈ মুখ-হাত ধুই অলপ জিৰাই এচুকত আন এখন চক ধৰা পাৰি তাতে বহি বন্তিৰাৰ ওচৰলৈ আনি দাপোন চাই মূৰ ফনিয়াই ভালকৈ খোপা বান্ধে, ধুনীয়া ধুনীয়া সাজ-পোছাক পিন্ধি বন্তিৰ পোহৰত নিজৰ শুৱনী ৰূপ উজলাই পালেঙৰ ওপৰত নিজৰ লৰনু দেহা পেলায়।....

অলপ পৰৰ পিছতেই অপৰূপ-ৰূপেৰে এজন দেও নহয়—নৰমানিচ নহয়,—যেন কোনোবা দেও দূতহে আহি পালেঙৰ কাষ চাপে।....তাৰ হাতত সুন্দৰ এটা টোপোলা দেখি দেও দূতজনক খচ্‌-মচ্‌কৈ সোমাব পৰা উঠি পদুমী কুঁৱৰীয়ে আদৰি সাদৰি টোপোলাটো লৈ পালেঙৰ তলত থৈ তাৰ যতন লয়।....কিছুপৰ পাছত নানা কথা পাতি দুয়ো পালেঙত শুই নিতাল মাৰি থাকে।....পুঁৱতি নিশা সেই দেও দূতজনে উঠি মেলানি মাগি ওলাই যায়। তাক আগ-বঢ়াই থবলৈ কুঁৱৰীয়ে ঘৰৰ বাজ ওলায়। ইতিমধ্যে টোপোলাৰ পৰা কিছু

ফল লৈ জোন-কোঁৱৰেও ছেগ চাই গুপুতে-গোপনে ৰাখিব হয় ।....

'এইয়াহে গুপুত ৰহইচ্‌—তিনি সত্যৰ গোপন গুৰি কথা'। পালেঙৰ তলৰ পৰা জোন-কোঁৱৰে সকলো শুনি পায় পদুমী-কুঁৱৰীৰ লগত ইন্দ্ৰপুৰীৰ দেওদূতৰ থাই জনৰ লগত পীৰিতিৰ কথা । তেওঁ ভাবে, গুণে-গুঁথে । ধুনীয়া ফুলনি ।....পুৱাই উঠি ৰাজ-কোঁৱৰে আমন্‌-নিমন্‌কৈ ফুল গছ এজোপাৰ তলত বেজাৰ মনেৰে বহি থাকে । চতুৰা-চৰায়ে ডালত পৰি গায়, সেই গুৱলা মাতলৈ তাৰ মন-কাণ নাই ।....পুৱাৰ বেলিয়ে সোণালী জিলিঙনি চালে, তালৈ তেওঁৰ চকু নাই, কিবা ভাবত বিভোৰ ।....

সিফালৰ পৰা নৈৰ ঘাটত গা-ধুই নিকা-চিকুণী হৈ ৰূপহী পদুমী-কুঁৱৰীয়ে ফুলনিৰ মাজেৰে আলিয়েদি খৰখুৰা হয় ।....

এনেতে জোন-কোঁৱৰে ইন্দ্ৰদূতে অনা ফল কিছুমান হাতত লৈ লৰি-ধাপৰি চিঞৰি চিঞৰি কৈ আহে,—"বান্ধৱ । বান্ধৱ ।!....ক'ত তুমি ? এৰা ইয়াতহে । অ'ত ত'ত বিচাৰি হাবাথুৰি খালো—বোলো বান্ধৱ কলৈ গ'ল । চোৰাচোৰ ইন্দ্ৰসভাৰ আটাইতকৈ ধুনীয়া বাঙী-বংদৈ অপেচৰীয়ে নিজেই আহি ইন্দ্ৰৰ বাগিছাৰ পৰা এই ফলবিলাক তোমালৈ বুলি আনি থাকে । তাই তোমাক কিমান ভাল পায় । আৰু তুমি কেৰেপকে নকৰা । ই বৰ অন্যায় বান্ধৱ । তাই বেচেৰী চকুলো মচি সদায় গুচি যায় । এইয়া চোৱা ফল । কিমান ভাল, কিমান ধুনীয়া । খোৱা বান্ধৱ ।"....তেওঁ কোঁৱৰৰ ওচৰ চাপি বেলি কোঁৱৰৰ হাতত সেই ফলবিলাক গুজি দিয়ে ।....

....ইন্দ্ৰ সভাৰ আটাইতকৈ ধুনীয়া বাঙী বংদৈ অপেচৰী । বেলি কোঁৱৰক ভাল পায় ।!....

শুনিয়েই পদুম-কুঁৱৰীৰ বুকু চিৰিংকৈ উঠে, কাণেদি জুইৰ আঙঠাৰ তাপ ভকুভকাই বাহে-চৰায় ।....তেওঁ উভতি চায়, ; দেখে নিশা ইন্দ্ৰদূতে অনা ফলৰ নিচিনাই সেই ফলবিলাক—ৰাজ-কোঁৱৰৰ হাতত বেলিৰ পোহৰত তিৰ্‌বিৰাই আছে ।

এইদৰে সদায় গধূলি ইন্দ্ৰদূতে ফল আনি পদুমী-কুঁৱৰীৰ লগত পালেঙত নিশা কটাই পুৱা গুচি যায় । আৰু জোন কোঁৱৰে পালেঙৰ তলত গুপুতে থাকি পুৱাই ফলবিলাক নি ফুলনিত ৰাজ-কোঁৱৰক দি এইদৰে ঘাটৰ পৰা গা-ধুই অহা পদুমী-কুঁৱৰীক শুনাই শুনাই কয় ।....

কুঁৱৰীৰ বুকুৰ ভিতৰত খিয়লা-চিতাৰ কেচা জুই জ্বলে ।

এদিন গধূলি কোঠালিৰ এচুকত পদুমী-কুঁৱৰীয়ে আউল-বাউল চুলিৰে মুখ ওন্দোলাই বোহ পাতি বহি আছে ।....ইন্দ্ৰদূতে সোমায়েই কুঁৱৰীৰ এনে অৱস্থা দেখি কাষ চাপি কয়,—"কিয় এইদৰে মন মাৰি আছা ? আহাঁ । উঠা । পালেঙৰ ওপৰলৈ ব'লা ।"....

কুঁৱৰীৰ মুখত মাত নাই, কথা নাই ।....বহু মিনতিৰ পিছত গাত জিকাৰ দি কেটেৰা মাৰি কুঁৱৰীয়ে কয়,—"তুমি আৰু নাহিবা ।"...."কিয় ?"...."তুমি মোকো ভাঁৰা ।" "কিনো ?" "বাঙী-বংদৈ অপেচৰীৰ কথা মোক কিয় কোৱা নাছিলা ?" "তাই ইন্দ্ৰ-সভাৰ আটাইতকৈ ধুনীয়া অপেচৰী । কিয় ?" "কিয় ? --আৰু কিয় ?....যি হৈছে হৈছে ।....তুমিয়ে গৰব কৰা তুমি হেনো সাত হেজাৰ দূতৰ ওপৰত থাই জন ....আৰু সেই তুমিয়েই হেনো মোৰ হিয়াত তোমাৰ মন-প্ৰাণ ঢালি দিছা ।....এনে ইন্দ্ৰ-সভাৰ থাই দূত বৰ-কটকী হৈও ক'তা মোক এদিনো তোমালোকৰ অমৰা ইন্দ্ৰপৰী নেদেখুৱালা ।....আটাইতকৈ ধুনীয়া বাঙী-বংদৈ অপেচৰীৰ ৰেহ-ৰূপ নিজ চকুৰে চাই মোৰ মনৰ হেপাহ পলুৱাবলৈ নিদিলা ।—এয়েহে তোমাৰ শুকান কঠুৱা পীৰিতি । নহয়নে ?"....বুলি কৈ মুখ ঘূৰাই তাৰ কালে পিঠি দি বহে ।

"নহয় নাহৰী । মোৰ হিয়া কাঠ-চিতীয়া নহয় । আৰু মোৰ পীৰিতিও শুকান কঠুৱা নহয় ।....মই নিম বাৰু তোমাক নিচয় নিম ।....কাইলৈ ইন্দ্ৰ সভাত জাল নাচোনৰ যোগাৰ হৈছে । তুমি ভালকৈ সাজি-কাচি সাজু হৈ বৈ থাকিবা । তোমাক তালৈ নিমেই নিম । মই সৈ খাই কৈছো—নিমেই ।"....

কুঁৱৰীৰ মন শাঁত পৰে। তেওঁ পালেঙত আহি— ইন্দ্ৰ- দূতৰ বুকুত মুখখন গুজি দিয়ে।

পালেঙৰ তলৰ পৰা জোন-কোঁৱৰে গোপনে সকলো দেখে, সকলো শুনে।....

আকৌ সেই একেই ঘটনা। ইন্দ্ৰদূত গুছি যায়, কুঁৱৰীয়ে খাটলৈ ওলায়, কোঁৱৰে ফুলনিত বহে আৰু জোন-কোঁৱৰে ফল লৈ কোঠালিৰ পৰা ওলাই ফুলনিত আহি কোঁৱৰক দি সেইদৰে কয়।....

সেইদিনা গধূলি।...

গুপুতে-গোপনে জোন-কোঁৱৰে এডাল জৰী লৈ কুঁৱৰীৰ কোঠালিটোত সোমাই পালেঙৰ তলত নিজৰ দেহা ভালকৈ আটি বান্ধে।....

পদুমী-কুঁৱৰীয়েও সোমাই ভালকৈ সাজি-কাচি পালেঙত বহি বৈ থাকে। এনেতে ইন্দ্ৰদূত আহি পদুম-কুঁৱৰীৰ লগত পালেঙৰ ওপৰত বহা মাত্ৰকে পালেঙখন অলপ পৰ কঁপি লাহে লাহে কোঠালিৰ পৰা ওলাই আকাশৰ ফালে উৰি যায়। কপাহৰ দৰে ডাৱৰৰ ফাঁকে ফাঁকে গৈ গৈ জোনদেশ পাৰ হৈ তৰাৰ ৰাজ্যৰ ওপৰেদি উৰি শেহত ইন্দ্ৰপুৰী পায়েই এখন ধুনীয়া ফুলনিৰ মাজত নামি ৰয়।....শুৱনী ফুলনি।....বিধে বিধে ফুল, জাতিস্কাৰ। পাৰিজাত ফুল জোপা হেজাৰ তৰাৰ মাজতে জোনৰ দৰে জিলিকি উজ্বলে। তাৰ জিলিঙনিত গোটেই ফুলনি জল-মলাই উঠে।....

পালেঙৰ পৰা ইন্দ্ৰদূত আৰু পদুমী-কুঁৱৰীয়ে নামি সেই ফুলনিৰ পৰা নানা ধৰণৰ ভাল ভাল শুৱনী শুৱনী ফল-ফুল ছিঙি এটা টোপোলা বান্ধি পালেঙৰ তলত খুৰা এটাত বান্ধি থয়। তাৰ পিছত দুয়ো ইন্দ্ৰ-সভাৰ ফালে খোজ লয়।

জোন-কোঁৱৰেও নিজৰ দেহাৰ বান্ধ খুলি সেই টোপোলাৰ পৰা কিছু ফুল লৈ বেলেগে আৰু এটা টোপোলা বান্ধি পালেঙৰ তলৰ এচুকত বান্ধি থৈ পদুমী-কুঁৱৰীহঁতে যোৱা বাটেদি মনে মনে গৈ থাকে।....

ইন্দ্ৰ সভাৰ ভিতৰলৈ দুয়ো সোমোৱাৰ পিছত তেওঁ ধীৰে ধীৰে সোমায়।

ইন্দ্ৰ সভা। ইমান সুন্দৰ, দেখিলেই চকু ছাট্ মাৰি যায়।....হীৰা, মুকুতা, মাণিক আদিৰে ঘৰখন সজোৱা।....দেও দেৱতা আদিৰে ভৰপূৰ। ইমান ধুনীয়া ৰূপ; ৰূপতেই পোহৰ বিৰিঙি উঠে, জেউতি চৰে।....মৰতত এনে ৰেহ-ৰূপ নায়েই।....

জোন-কোঁৱৰে দেখি তবধ লাগে। নিজক কোনো-মতে বিভোল হবলৈ নিদি, লাহে লাহে সভাৰ মাজ ভাগলৈ গৈ ৰৱ বায়নৰ কাষত বহে।

অপেচৰীহঁতৰ নাচোন কিনো চাবা? সিহঁতৰ লৰমু দেহাৰ লহৰ যেন মন্দাকিনীৰ ঢউহে। চকুৰ চাৱনিত কামদেৱৰ পঞ্চশৰো হাৰ মানে। ডিঙিৰ ভাজ হাঁহিনীৰ ডিঙিৰ দৰে লৰে। মৃণাল ভুজীয়া হাত দুখনি নানা ৰকমৰ পাক খাই ঘূৰে, চম্পাকলীয়া আঙুলি কেইপাহ বতাহত পাহি লৰাৰ দৰে কঁপে। পদুমপহীয়া ভৰিৰ আঙুলি কেইটিয়ে মজিয়াত ঢউৰ মালিকা গুঁথে।

আটাইতকৈ ৰূপহী অপেচৰীজনীৰ নাচোনৰ কথা কবৰ ভাষা নাই। জোন কোঁৱৰে তধা লাগি চাই থাকে। নিজক পাহৰি যায়।

ৰৱবায়নে এবিধ নোৱাৰা বিশেষ কামত বাজলৈ যাব লগীয়া হোৱাত তেওঁৰ মৃদংটো লৈ জোন-কোঁৱৰে চাপৰ দিয়ে। কত ৰকমৰ চাপৰ, কত ৰকমৰ ৰং, কত ৰকমৰ লহৰ মৃদঙৰ পৰা ওলায় যে, সেই আটাইতকৈ ৰূপহী অপেচৰীজনীৰ নাচোনৰ বেগ আৰু লহৰ আৰু তাইৰ পাতল কোমল চৰণ-কমলৰ গতি আৰু বেছিকৈ চৰি ৰূপহে চৰায়।

সোণৰ সিংহাসনত বহি সোম ৰহ পি পি ৰঙৰ বাগীত ইন্দ্ৰ ৰজাই উলাহত চিঞৰি উঠে, "ৰব ধুনীয়া মোৰ জীউ বংদৈ ৰব ধুনীয়া।"....

বংদৈ বাজী বংদৈ অপেচৰী।।....

জোন-কোঁৱৰে গম পাই আৰু কোব চৰায়। মৃদঙৰ মাত নে সাগৰৰ হেঁচোলনি, নে ডাৱৰৰ গুজৰণি বুজিবই নোৱাৰি।....

শেহত সামৰণি পৰে।

সকলোৰে মুখত জয়জয় ময়ময়।

ইন্দ্ৰ ৰজাই নিজেই সিংহাসনৰ পৰা উঠি আহি ৰাঙী ৰংদৈ অপেচৰীৰ হাতত ৰংমনেৰে এটা মিনা কৰা সোণৰ থালি আৰু এটা হীৰা পতোৱা মুকুতাৰে ভৰা মাণিক মালাৰে গুঁথা কিৰীটি বঁটা দিয়ে। সেই কিৰীটি আৰু থালি বৰ-বায়ন বুলি জোন কোঁৱৰৰ হাতত গটাই দি তাই ইন্দ্ৰ ৰজাৰ লগত এফালে গুছি যায়।

সভা ভাঙো ভাঙো হোৱাৰ আগতেই জোন কোঁৱৰে লৰা-লৰিকৈ সেই মনোমোহা নন্দন ফুলনিলৈ গৈ সেই পালেঙৰ তলৰ চুকত থকা ফল ফুলৰ টোপোলাত সেই কিৰীটি আৰু থালি থৈ আকৌ বান্ধি নিজৰ দেহা জৰীৰে পালেঙৰ সৈতে আটি বান্ধে।....

পদুমী-কুঁৱৰীৰে সৈতে ইন্দ্ৰদূতেও আহি পালেঙৰ ওপৰত বহা মাত্ৰকে পালেংখন উৰি গুছি যায়। ৰাতি নৌ পুৱাওঁতেই পালেংখন বেলি কোঁৱৰৰ সেই কাৰেঙৰ কুঁৱৰীৰ কোঠালিত সোমায়।....ইন্দ্ৰদূতে মেলানি মাগে। ....দুয়ো কোঠালিৰ বাহিৰলৈ ওলাই যায়।....

এই ছেগতে জোন কোঁৱৰেও নিজৰ ফলৰ টোপোলাটো হীৰা পতোৱা কিৰীটি, আৰু মিনা কৰা সোণৰ থালিটো লৈ হাতত সাৰে ভৰিত সাৰে কোনেও গম নোপোৱাকৈ বাহিৰ হয়।....

সেই ফুলনি।....সেই ফুল গছ জোপাৰ তলত বেলি কোঁৱৰে আমন জিমন্‌কৈ বহি থাকে।....সিফালে ঘাটৰ পৰা পদুমীয়ে গা-ধুই চুলি ওলমাই ফুলনিৰ মাজেদি ধচ্‌মচ্‌কৈ আহে।...জোন কোঁৱৰেও সেই টোপোলা, কিৰীটি আৰু থালি লৈ বেলি কোঁৱৰৰ কাষ চাপি চিঞৰি চিঞৰি কয়,—"বান্ধৱ! তোমাৰ এনে কাঠচিটীয়া ভেম এৰি পেলোৱা। বেচেৰী তাই সেই ৰাঙী ৰংদৈ অপেচৰী জনীয়ে তোমাৰ কাৰণে ইমান আউলী বাউলী হৈ তোমাক পাবলৈ পাগলী হৈ আছে আৰু তুমি এই গছ জোপাৰ তলত তাইৰ কথা অকণো নাভাবি বহি আছা? এই চোৱা তাই তোমালৈ কিমান যতনেৰে এই ফল ফুলৰ টোপোলা, আৰু কালি নিশা ইন্দ্ৰ সভাত নাচি ইন্দ্ৰ ৰজাৰ পৰা বঁটা পোৱা এই হীৰাৰ কিৰীটি আৰু এই সোণৰ থালি চেনেহ সনা মনেৰে তোমালৈ পঠিয়াই দিছে।"....

জোন কোঁৱৰৰ কথাষাৰ শুনি পদুমী-কুঁৱৰীয়ে থমকি ৰৈ যায়। ৰংদৈ অপেচৰীয়ে পঠিওৱা ফল-ফুল, হীৰাৰ কিৰীটি আৰু থালি এই কথাষাৰ শুনিয়েই বুকুত অগনিৰ ধুনি জ্বলি উঠে।

উভতি চাই দেখে—সঁচাকৈয়ে সেই কিৰীটি, সেই থালি আৰু সেই নন্দন ফুলনিৰ ফল-ফুল। তেওঁ আৰু ৰব নোৱাৰে। মূৰ ঘূৰাৰ ধৰে, চকুৰে এন্ধাৰ দেখে। পৰি যাব খোজে। কোনোমতে ঠিয় দি এখন্তেক ৰৈ কোঠালিলৈ গৈ ধুপুচকৈ পালেঙৰ ওপৰত পৰি ফেঁকুৰি ফেঁকুৰি কান্দে। তেওঁৰ ভেম ভাঙি পৰিব খোজে।....

ভাবে, চিন্তে, গুণে, গুঁথে।....বেলি কোঁৱৰক সৰগৰ ইন্দ্ৰ পুৰীৰ আটাইতকৈ ধুনীয়া ৰাঙী ৰংদৈ অপেচৰীয়ে ভাল পায় অথচ বেলি কোঁৱৰে কেৰে-পকে নকৰে। আৰু তাই কোন কুটা।....

....নিশা। নিশিৰ্ শিৰ; নিবাত নিজম। পালেঙত শুই আছে সেই ইন্দ্ৰদূত। আৰু এফালে মুখ ঘূৰাই মুখ ওন্দোলাই বহি আছে পদুমী কুঁৱৰী। মুখত মাত নাই কথা নাই,—মনত আদৰ নাই, যতন নাই।

দেওজনে উঠি বহি তেওঁৰ কান্ধত হাত দি কয়, —"কি হৈছে, নোকোৱা কিয়?"

পদুমীয়ে কয়,—"তুমি কোৱা তোমাৰ সাত হেজাৰ পৰীয়াই ৰংদৈ অপেচৰীক ওৰে দিন ওৰে নিশা পৰ দিয়ে। অথচ সেই ৰংদৈয়ে বেলি কোঁৱৰক ভাল পায়, আহি তেওঁৰ লগত পীৰিতি কৰে,—নন্দন ফুলনিৰ ফল-ফুল আনি দিয়ে আৰু আজি পুৱতী নিশা আহি কোঁৱৰক কালি ইন্দ্ৰ সভাত বঁটা পোৱা কিৰীটি আৰু থালি আনি দি যায়। আৰু তুমি কোৱা মিছা বুলি। ইমান মিছা কথাৰে তুমি মোক বাঁন্ধি দিয়া। নাই, তুমি গুছি যোৱা। মোৰ ওচৰলৈ আৰু নাহিবা। যোৱা যোৱা।...."

খং চকুৰে মুখ ঘূৰাই পদুমীয়ে দেওজনৰ ফালে চায়।....

ইন্দ্ৰদূতে কয়,—"এ, খং খাইছা কেলৈ ? শুনা। বাজ-কোঁৱৰে কিৰীটি আৰু থালি কেনেকৈ পাইছে মই হলে কব নোৱাৰোঁ। তাৰ গুৰি নিশ্চয় উলিয়াবই লাগিব। মই কেতিয়াও নপতিয়াওঁ যে বংদৈ অপেচৰীয়ে নিজে আহি সেই কিৰীটি আৰু থালি বাজ-কোঁৱৰক দিছে। ই হবই নোৱাৰে। ইয়াত কিবা ৰহইচ লুকাই আছে।....ইন্দ্ৰ ৰজাই গম পালে, দুয়োৰে ৰইখা নাই। বংদৈ বেলি দুয়োৰে মৰণ হবই হব। আৰু মই এই বাতৰি ইন্দ্ৰ ৰাজ্যত জনামেই জনাম। তেওঁ বিচাৰ কৰিবই। এতিয়া এই চিন্তা এৰা। আহা শোৱাহি।"

পদুমীৰ মুখত হাঁহি বিৰিঙে।....দুয়ো বিচনাত বাগৰে।....পদুমীয়ে কয়,—"বাৰু দুয়ো মৰিলে, সিহঁত আকৌ কেনেকৈ বাঁচিব ?"....

ইন্দ্ৰদূতে কয়,—"কোনোবাই যদি ইন্দ্ৰ সভাত গৈ মোহিনী স্বজনী নাচোন দেখুৱাই ইন্দ্ৰ ৰজাৰ মনত বং চৰাব পাৰে তেনেহলে মৰা দেহাত আকৌ জীউ আহিব পাৰে।"....

পালেঙৰ তলত লুকাই—জোন কোঁৱৰে সকলো কথা মন দি টলকা মাৰি শুনি থাকে।—ভালকৈ সোঁৱৰে, মোহিনী-স্বজনী নাচোন।—পুৱতী নিশা আগৰ দৰে ইন্দ্ৰদূত গুছি যায়।....

এবাৰ ফাঁক পাই জোন কোঁৱৰো ওলাই যায়।....

....গোটেই ৰাজ্যৰ হেজাৰ-বিজাৰ লাখ-বিলাখ বনুৱা, হজুৱা, বাঢ়ৈ, শিলাকুটি, খনিকৰ লগাই দুদিনতে জোন কোঁৱৰে সেই ফুলনি বাৰীৰ কাষতে এখন ডাঙৰ চকুৱোৱা কাৰেংখৰ সজায়।....বাহিৰৰ ধুনীয়া শুৱনি বংঘৰত সোণৰ খাটোলা আসন এখনত মূৰত সেই কিৰীটি পিন্ধাই হাতত সেই সোণৰ থালিখন দি বেলি কোঁৱৰক বহুৱাই জোন কোঁৱৰে কয়, "বাছৰ।.. পালি পৰীয়াৰে এই জাকত জিলিকা শুৱনি কাৰেঙত তোমাক অকলে এৰি থৈ মই স্বজনী-নাচোনৰ সন্ধানত ওলালোঁ। তুমি সাৱধানে থাকিবা। এই কাৰেঙৰ বাজ হৈ নোলাবা। মূৰত কিৰীটি হাতত থালি লৈ সদায়ে এই খাটোলা আসনত ধুনীয়া অপৰূপ সাজত বহি থাকিবা। কোনোবাই আহিলে জানকি ইন্দ্ৰপুৰীৰ বাজী-বংদৈ অপেচৰী নিজেই আহিলেও তুমি তাইৰ বেহ-ৰূপ চাই বলীয়া নহবা, চুক্তি নেহেৰুৱাবা। তাই আহি এই কিৰীটি আৰু থালি দেখি সেৱা কৰি গুছি যাব পাৰে। তথাপি তুমি বহা আসনৰ পৰা অলপো কাতি নাইবা লৰচৰ নহবা।....হলেই বিধিনি হব পাৰে। মই যাওঁ এতিয়া।"—

বেলি কোঁৱৰ মান্তি হয়। জোন কোঁৱৰ গুছি যায়।

ইন্দ্ৰপুৰীত গৈ ইন্দ্ৰ ৰজাত ইন্দ্ৰদূতৰ খাইজনে গোচৰ দিয়ে, "মহাৰাজ।....আপুনি বঁটা দিয়া সেই হীৰাৰ কিৰীটি আৰু সোণৰ থালি এই ইন্দ্ৰ পুৰীত নাই। মৰতৰ এজন কোঁৱৰৰ তাত আছেগৈ।"

ইন্দ্ৰদেৱ আচৰিত হয়। গোটেই ইন্দ্ৰ পুৰীত খলক লাগে।....ঘৰে ঘৰে তদন্ত হয়,—সেই কিৰীটি আৰু থালিৰ।....ক'তো পোৱা নাযায়।—সেই বাজী বংদৈৰ ওপৰতে ভাৰ পৰে, সেই কিৰীটি আৰু থালি বিচাৰিবলৈ।....

ৰূপহী,বাজী বংদৈ অপেচৰীয়ে ত্ৰিভূৱন বিচাৰিবলৈ সাজি-কাচি ওলায়।....

পৰ্ব্বতে-ভৈয়ামে, হাবিয়ে-বননিয়ে, নগৰে-চহৰে, গাঁৱে-ভূঞে, দিহিঙে-দিপাঙে ঘূৰি ফুৰি জোন কোঁৱৰে বিচাৰে সেই মোহিনী স্বজনী নাচোন।....

গৈ তেওঁ এখন বন হাবি পায়। দেখে এজন সন্ন্যাসীয়ে ধ্যানত বহি আছে। বন-লতা গজি তেওঁৰ গা ভৰি পৰিছে। তেওঁ বতনেৰে সেই বনলতা উভালি আঁতৰাই চাফ-চিকুণ কৰে। আৰু সন্ন্যাসীৰ দেহা টিপি সেৱা-শুশ্ৰূষা কৰে। সন্ন্যাসীৰ ধ্যান ভঙাৰ ভাৱ দেখি এজোপা গছৰ আঁৰ লৈ লুকায়। সন্ন্যাসীজনে সাৰ পাই দেখে কোনোবাই আহি তেওঁৰ বহা আসনৰ চৌপাশে চিকুনাই থৈছে। কোনোবা আছে বুলি ভাবি গুৰু-গম্ভীৰ মাতেৰে কয়,—"কোন আছা, ওলাই আহা, নহলে শাও দি পাখী নাইবা মাটি কৰি পেলাম।"....

ভয়ত পেপুৱা লাগি কোনোমতে গছৰ আঁৰৰ পৰা

ওলাই জোন কোঁৱৰে সন্ন্যাসীৰ আগত দীঘল দি পৰি সেৱা জনাই কয়, "প্ৰভো! মই বন্দীহে।"....

"কিয় আহিছিলা কোৱা।" সন্ন্যাসীয়ে মাত দিয়ে।

"প্ৰভো, মাৰিলে মাৰক, কাটিলে কাটক। মই বন্দীয়ে আপোনাৰ ওচৰত এটা গুণ মাগিবলৈ আহিছোঁ। সেই গুণ হৈছে—ভুবন-মোহিনী স্বজনী নাচোন।"....

"বোপাই তোমাৰ যতন দেখি মই বৰ সন্তোষ পাইছোঁ। মই দিব নোৱাৰো। মোৰ ককাইদেউ এজন ছমহীয়া বাটত এখন হাবিত ধ্যানত আছে, তেওঁহে দিব পাৰিব।"....

সন্ন্যাসীৰ কথা শুনি জোন কোঁৱৰে সেৱা জনাই মেলানি মাগি সন্তোষ মনেৰে গুছি যায়।....

উত্তৰ ফালে গৈ গৈ ছমাহৰ পাছত তেওঁ এখন ঘন হাবি পায়। হাবিৰ ভিতৰত সোমাই দেখে যে এজন সন্ন্যাসীয়ে ধ্যানত মগন হৈ আছে। তেওঁৰো গাত বন-লতা গজিছে। জোন কোঁৱৰে সেইবিলাক উভালি চিকুনাই সন্ন্যাসীক শুশ্ৰূষা কৰে। সন্ন্যাসীৰ ধ্যান ভগাৰ সম্ভাৱনা দেখি লৰ মাৰি এজোপা গছৰ আঁৰত লুকায়।

সন্ন্যাসীয়ে গুৰু-গম্ভীৰ মাতেৰে কয়,—"কোন সেইজন? ওলাই এইফালে আহাঁ। নহলে শাও দিম।"

জোন কোঁৱৰে ওলাই দীঘল দি পৰি সেৱা জনাই কয়,—"মই বন্দী! প্ৰভো ঈশ্বৰ!"....

"অ' তুমি? কিয় আহিছিলা?"

সন্ন্যাসীৰ কথা শুনি জোন কোঁৱৰে সেই স্বজনী নাচোনৰ কথা উনুকিয়ায়। সন্ন্যাসীয়ে বছৰীয়া বাটৰ এখন হাবিত থকা তেওঁৰ ককায়েকৰ কথা কয়।....

জোন কোঁৱৰে আকৌ বাটকুৰি বায়। এবছৰীয়া বাটৰ পৰশু কুণ্ডৰ গুৰিৰ এখন হাবিত সোমাই আৰু এজন সন্ন্যাসীক তেনে ধ্যান অৱস্থাত দেখি তেওঁৰ গাত গজা লতা-বন আদি চিকুনাই ধুনি জলাই সাৰ পোৱা যেন গম পাই আগৰ নিচিনাকৈ এজোপা গছৰ আঁৰত লুকায়....

সন্ন্যাসীয়ে সাৰ পাই গম্ভীৰ মাতেৰে কয়,—"কোন? এইফালে আহাঁ। নহলে মোৰ শাওত পৰি ছাই হৈ যাবা।"

জোন কোঁৱৰে ওলাই দেখা দি, সন্ন্যাসীৰ আগত দীঘল দি পৰি সেৱা জনাই কয়,—"প্ৰভো ঈশ্বৰ! মই বন্দীহে। স্বজনী নাচোনৰ কাৰণে আপোনাৰ শ্ৰীচৰণত আশ্ৰয় লৈছোঁহি। সকলো আপোনাৰ দয়াৰ ওপৰতে ভৰষা।"....

সন্ন্যাসীয়ে কয়, "এৰা বোপাই! বৰ টান কামতেই তুমি হাত দিছা। বাৰু, তোমাৰ যতন পাই মই বৰ সন্তোষ পাইছোঁ। যেতিয়া তোমাক মই নিশ্চয় উপায় দিম। তোমাৰ সাহ আৰু বুদ্ধিৰ ওপৰতে সকলো নিৰ্ভৰ কৰে।"....

জোন কোঁৱৰে কয়,—"প্ৰভুৰ দয়া।"....

সন্ন্যাসীয়ে কয়,—"বাৰু বোপাই! কোৱাঁচোন, আটাইতকৈ চতুৰ চৰাই কি?"

"কাউৰী।"....

"বাৰু, তমি কাউৰী হৈ পূবে কিছুদূৰ উৰি গৈ এখন ফুলনি পাবা। সেই ফুলনিৰ মাজত এটা পখুৰী দেখিবা। সেই পুখুৰীৰ মাজত এজোপা গছৰ ৰূপৰ ডালত সোণৰ পাত, আৰু তাৰে আঁৰত এপাহি হীৰাৰ ফুল চকুত পৰিব। সেই গছ জোপাৰ কেউফালে সেই পুখুৰীত গন্ধৰ্ব-কুঁৱৰীহঁতে গা-ধুৱ। তুমি সেই ফুল-পাহ ছিঙিয়েই ঠোঁটত লৈ উৰি মোৰ ওচৰলৈ উভতি আহিবা। কিন্তু মন কৰিবা,—পিছ-পিনে তুমি নাচাবাই। চালেই তুমি পুৰি ছাই হৈ যাবা।"....

এই বুলি কৈ সন্ন্যাসীয়ে কমণ্ডলুৰ পৰা পানী ছাটিয়াই দিয়া মাত্ৰকেই জোন কোঁৱৰে কাউৰী হৈ কা-কা কৰে উৰি যায়।....

এখন ধুনীয়া ফুলনি। ফুলনিৰ মাজত পুখুৰী। পুখুৰীৰ মাজত এজোপা গছ; তাৰ ৰূপৰ ডাল, সোণৰ পাত আৰু এপাহ হীৰাৰ ফুল....

তাৰ চাৰিওফালে পুখুৰীত গন্ধৰ্ব কুঁৱৰীহঁতে ধুনীয়া লাৱনী, দিপ্‌লীপ্‌ লৱনু তনু তিয়াই চেঙ ওপঙা

দি সাঁতুৰি সাঁতুৰি পানীত খেলে, উমলে। লগে লগে নানান সুৰলা সুৰলা-সুৰ অমিয়াৰ সঁফুৰা মেলে। অপৰূপ।..

কাউৰী জোন কোঁৱৰে উৰি গৈ সেই হীৰাৰ ফুল পাহ ছিঙি ঠোঁটত লৈ সন্ন্যাসীৰ ঘৰৰ ফালে যায়।.... পাছে পাছে সুৰৰ মাতও বেছিকৈয়েহে উঠে। কুঁৱৰী-হঁতে কোলাল লগায়।....

কিনো বুলি উভটি চাওঁতেই কাউৰীটো পুৰি ছাই হৈ যায়।....কুঁৱৰীহঁতে লৰি আহি ফুলপাহ লৈ উভটি সেই গছত জাঁৰে। সন্ন্যাসীয়ে বাট চাই থাকে। কাউৰী নহা দেখি বহাৰ পৰা উঠি হাতত কমণ্ডলু লৈ তেওঁ পুৰমুৰা যায়।....বাটত কাউৰীয়ে ছাই হৈ থোৱা দেখি পুতৌ লাগি কমণ্ডলুৰ পৰা এচলু পানী লৈ ছটিয়াই দিয়া মাত্ৰকে জোন কোঁৱৰ জী উঠে।....

জোন কোঁৱৰে আকৌ সন্ন্যাসীৰ ভৰিত দীঘল দি ভকতি জনাই কয়, "প্ৰভো! মোৰ দোষ এইবাৰলৈ মৰষিব। আকৌ মোক কিবা ৰূপ দি পঠিয়াওক। মই এইবাৰ ভুল নকৰোঁ। মোৰ হেপাহ পূৰণ কৰক।"....

সন্ন্যাসীয়ে কয়, "এৰা! কিন্তু বৰ টান কাম মোৰ বোপাই! এতিয়াও কৈছো তুমি গুছি যোৱা।"—"নহয় প্ৰভো! গুছি যোৱাতকৈ মই মৰাই ভাল। সেই স্বজনী নাচোন নহলে, মই কেতিয়াও উভটি নাযাওঁ।"

জোন কোঁৱৰৰ কথা শুনি সন্ন্যাসীৰ মন পমে। তেওঁ কয়, "বাৰু পখীৰ ভিতৰত আটাইতকৈ বুধিয়ক চৰাই কি?"

জোন কোঁৱৰে উত্তৰ দিয়ে, "ভাটৌ।"

"বাৰু এইবাৰ সাৱধানেৰে আনিবা। কেতিয়াও আনোতে পিছফালে নাচাবা।" বুলি কৈয়েই সন্ন্যাসীয়ে জোন কোঁৱৰক—এইবাৰ ভাটৌ কৰি পঠিয়ায়।....

ভাটৌ হৈ জোন কোঁৱৰ উৰি যায়।....এইবাৰ তেওঁ হীৰাৰ ফুল পাহ আনে,—উভটি নাচায়। সেই ফুল পাহেৰে সন্ন্যাসীৰ কাষ চাপে।....সন্ন্যাসীয়ে সেই ফুল-পাঁহ লৈ লুকাই থৈ তেওঁক মাথি কৰি থয়।....

গন্ধৰ্ব্ব কুঁৱৰীহঁতে আহি সন্ন্যাসীক কয়, "এটা ভাটৌৱে এইফালে আমাৰ হীৰাৰ ফুল চুৰ কৰি আনিছে।"

"চোৱা,—পোৱা যদি নিয়া।" সন্ন্যাসীৰ কথাষাৰ শুনি বিচাৰি নাপাই হতাশ হৈ সিহঁতে নিৰাশ মনেৰে উভটি যায়।....

সন্ন্যাসীয়ে এচলু কমণ্ডলুৰ পৰা পানী ছটিয়াই মাথিক আকৌ জোন কোঁৱৰ কৰি সেই হীৰাৰ ফুল পাহ দি কয়, "এই ফুল পাহ মাটিত জোৰেৰে দলিয়াই দিয়াচোন।"....

জোন কোঁৱৰে ফুলটো মাটিত জোৰেৰে দলি মাৰি দিয়ে।

এখন ধুনীয়া—সুন্দৰ পুৰী,....জকমকীয়া ৰাজ-চ'ৰা, হীৰা মুকুতা পতোৱা সিংহমুখীয়া খাটোলা আসন। জোন কোঁৱৰে সেই আসনত বহে। বস্তি নাই, অথচ হীৰা-মুকুতা-মাণিক চপৰাৰ পৰা জিলিকনি জিলিকি বিৰিঙি পোহৰ বিলায়, জকমক্ কৰে কেউপিনে। সোণৰ পাতৰ মজিয়াত অপেচৰীহঁতে নাচে। অপূৰ্ব্ব—বাজনাৰ ছেৱে ছেৱে ভৰিৰ বুলনিৰ তালে তালে কিমান গছ কিমান ফুল কিমান পাত সোণৰ, হীৰাৰ, মুকুতাৰ, মাণিকৰ বিধে বিধে ধুনীয়া ধুনীয়া কিমান কি যে স্বজন হৈ যায়, দেখিলেই চকু থিৰ হয়,—যাক ভাষাৰে কথাৰে বুজাব নোৱাৰি, বখানিব নোৱাৰি।....অমৰা অপৰূপ।....

জোন কোঁৱৰে ফুল পাহ বুটলি লোৱাৰ লগে লগে আকৌ সকলো লীন যায়,—নেদেখা হয়। সন্ন্যাসীয়ে কয়, "বোপাই! এই ফুল লৈ তুমি কি কৰিবা? মোকেই দিয়া। তোমাক মই ইয়াতকৈও ভাল বস্তু দুটা দিম; এজোৰ খৰম,—যি জোৰ পিন্ধিলে তুমি ত্ৰিভুৱন ঘূৰি আহিব পাৰিবা। আৰু এপাট 'চিমুটা'—যিটোৰে তুমি যি বিচাৰা তাকেই পাবা।"....

"ভাল ঈশ্বৰ!" বুলি কৈ জোন কোঁৱৰে সেই ফুল পাহ দি খৰমজোৰ আৰু চিমুটা পাট লৈ সন্ন্যাসীৰ পৰা মেলানি মাগি গুছি যায়।

কিছু দূৰ গৈ তেওঁ চিমুটা পাটক কয়,—"চিমুটা! তুমি কাৰ?"

চিন্টাই কয়,—"দেউতা। আগতে আছিলোঁ সন্ন্যাসীৰ—এতিয়া আপোনাৰ।"

দেউঁ আদেশ দিয়ে,—"মোৰ বেতিয়া,—বাৰু, যোৱা সন্ন্যাসীৰ পৰা মোৰ সেই ফুল পাহ আনাগৈ।"....

চিন্টাই তত্তালিকে গৈ ফুলপাহ লৈ আহে।

এইদৰে দ্বিতীয় সন্ন্যাসীৰ পৰা টোকোন আৰু তৃতীয় সন্ন্যাসী জনৰ পৰা জোলোঙা এখনো জোন কোঁৱৰে পায়।....মনৰ আশা পূৰণ হোৱাত জোন কোঁৱৰ ৰংমনেৰে খৰখুৱা হয়।

সিফালে ত্ৰিভুবন বিচাৰি ৰাঙী ৰংদৈ অপেচৰীয়ে বেলি কোঁৱৰৰ কাৰেঙৰ দি যাওঁতে দেখে—সেই কাৰেঙৰ পৰা অতি ধুনীয়া জিলিঙনি বিৰিঙি সেই ঠাই ডোখৰ পোহৰাই আছে।....তাই কিছুপৰ থমকি ৰৈ সেই কাৰেঙৰ ফালে খোজ লয়। কাৰেঙৰ সন্মুখৰ ৰংঘৰত সোণৰ খাটোলা আসনত মুৰত হীৰা পতোৱা কিৰীটি পিন্ধি হাতত মিনা কৰা ফুলাম সোণৰ থালি লৈ অপৰূপ সাজত ধুনীয়া ৰূপহ বেলি কোঁৱৰক দেখি ৰাঙী ৰংদৈয়ে মুছ্‌-কছ্ যাব খোজে। কোনোমতে নিজক সংবৰ কৰি কিৰীটি আৰু থালিক সেৱা জনাই তাই উৰি সৰগৰ ইন্দ্ৰপুৰলৈ গুছি যায়।....

বেলি কোঁৱৰেও তভক লাগি থাকে। তেওঁও ৰংদৈৰ দেহ-ৰূপ দেখি মুছকছ্ যাব খোজে, কিন্তু তেওঁ বান্ধৱ জোন কোঁৱৰৰ উপদেশৰ কথা সুঁৱৰি কোনোমতে সংযত হৈ গহীনাই নিমাত ভাৱে বহি থাকে।....

সিফালে পদুমী-কুঁৱৰীয়ে ছটফটাই থাকে জানোচা বেলি কোঁৱৰে যদি ৰাঙী ৰংদৈ অপেচৰীক লৈ আহে তেওঁ জীৱন ভৰি ৰংদৈৰ বেটী চাকৰণী হৈ থাকিব লাগিব। জোন কোঁৱৰৰ সেয়েহে গুৰিৰ পৰা মন—কেনেকৈ তেওঁৰ বান্ধৱৰ কাৰণে এজনী লিপ্‌লীপ্ ছোৱালী আনি পদুমীক গাচোৰা লিগিৰী কৰিব পৰা যায়।

জোন কোঁৱৰে সকলো আলম লৈ বেলি কোঁৱৰৰ ওচৰ পায়। নানা কুশল বাৰ্ত্তৰি পোৱাৰ পিছত জোন কোঁৱৰে কয়, "বান্ধৱ। ৰংদৈয়ে বেতিয়া সকলো গম পাইছে, আৰু পলম কৰাৰ কোনো প্ৰয়োজন নাই, নানা বিধিনি আহি দেখা দিব পাৰে। ব'লা আজিয়েই আমি সৰগৰ ইন্দ্ৰপুৰীলৈ গৈ ইন্দ্ৰ ৰজাৰ কাষ চাপোঁগৈ। তুমি এপাট খৰম লোৱা—মই আনপাট খৰম পিন্ধো।"....

এপাট খৰম বেলি কোঁৱৰে আৰু আনপাট খৰম জোন কোঁৱৰে পিন্ধা মাত্ৰকেই দুয়ো উৰি যায়; লগতে চিন্টা, টোকোন আৰু জোলোঙাও জোন কোঁৱৰে নিয়ে। সেই জোলোঙাৰ ভিতৰত সেইপাহ ফুল।

মেঘৰ ৰাজ্য পাৰ হৈ শূন্য ৰাজ্য, শূন্য ৰাজ্য পাৰ হৈ জোন ৰাজ্য, জোন ৰাজ্য পাৰ হৈ তৰা ৰাজ্য, তৰা ৰাজ্য পাৰ হৈ দুয়ো সৰগৰ ইন্দ্ৰপুৰী পাই নন্দন-ফুলনিত নামে। খৰমপাট খুলি হাতত লৈ দুয়ো ইন্দ্ৰ সভাৰ ফালে খোজ লয়।....

ইন্দ্ৰ সভা।....

ইন্দ্ৰাসনত ইন্দ্ৰৰজা বহি আছে। কাষতে বাওঁপিনে এখন সিংহাসনত শচীদেৱী।

ৰংদৈৰ বিচাৰ।....

ইন্দ্ৰই কয়, "ৰংদৈ। তোমাক যেতিয়া মই সেই কিৰীটি আৰু থালি বঁটা দিওঁ, তুমি সেইটো কাক দিছিলা?"

ৰংদৈয়ে কয়,—"মোৰ কাষত বজাই থকা বৰ বায়নৰ হাতত দিছিলোঁ মহাৰাজ।"....

"বৰ বায়নক মাতা।"....ইন্দ্ৰৰ আদেশ শুনি কটকী ওলাই যায়।....

অলপ পৰৰ পিছতে কটকীৰে সৈতে বৰ বায়ন ইন্দ্ৰসভালৈ আহে।

ইন্দ্ৰ ৰজাই গহীনাই কয়,—"বৰ বায়ন। তোমাক ৰংদৈয়ে এটা কিৰীটি আৰু এখন থালি দিছিল নে?"

"নাই দিয়া মহাৰাজ।"....

বৰ বায়নৰ কথাষাৰ শুনি ইন্দ্ৰৰ খং চুলিৰ আগ পায়।....

"নাই দিয়া। তেন্তে তুমি ক'ত আছিলা? মোক ফাকি?"

ইন্দ্ৰৰ খং দেখি বৰ বায়নৰ চুত্তি হেৰায়। শেহত শুকান ওঁঠ চেলেকি কঁপি কঁপি সি কয়, "মহাৰাজ।....

আপোনাক ফাঁকি দিবলৈ মোৰ সাহও নাই শকতিও নাই। এসময়ত মোৰ ওচৰত বহাজনক মৃদং দি মই বিশেষ কামত বাজলৈ গৈছিলোঁ।''

"কোন সি ?''....সকলোৱে ইফালে-সিফালে চায়।....

এনেতে ইন্দ্ৰ সভাত সোমায় বেলি কোঁৱৰ আৰু জোন কোঁৱৰ।....

"কোন ?''....

ইন্দ্ৰৰ কথা শুনি বেলি কোঁৱৰে মাত দিয়ে,—"আমি মৰতৰ দুই নৰমনিচ।''....

"কেলৈ আহিছা ?'' ইন্দ্ৰই সোধে।

জোন কোঁৱৰে উত্তৰ দিয়ে,—"মহাৰাজ। আমি আপোনাক ভুবন মোহিনী স্বজনী নাচোন দেখুৱাবলৈ আহিছোঁ।''

"বাৰু, দেখুৱাব পাৰা।'' ইন্দ্ৰৰ খং শাম কাটে। তেওঁৰ বহুদিনৰ পৰা ধাউতি সেই নাচ চাবলৈ। সেই নাচোন ইন্দ্ৰপুৰীৰ কোনো অপেচৰীয়ে নাজানে।

....জোন কোঁৱৰে জোলোঙাৰ ফুলপাহ উলিয়াই লৈ মজিয়াত জোৰেৰে দলি মাৰে।

অময়া পুৰীৰ ধুনীয়া সভা এখন হয়।....

ইন্দ্ৰ-সভাতকৈও ধুনীয়া—অপেচৰীহঁততকৈও ৰূপহী ইয়াৰ নাচনীহঁত।

কেনে লয়লাস,—কেনে লহৰ, কেনে ভঙিমা। হাতৰ ঠাচ্, ভৰিৰ ছেও কেনে মনোমোহা।....

প্ৰত্যেক খোজৰ বুলনিত ত্ৰিভুৱনত নোহোৱা-নোপোজা বস্তু, প্ৰাণী গছ-লতা আদিৰ সৃষ্টি হয়।....

অনুপম, মনোৰম।....

ফুলপাহ বুটলি জোন কোঁৱৰে আকৌ জোলোঙাৰ ভিতৰত সুমাই থয়।....

আকৌ সেই ইন্দ্ৰ সভা।

লাজত অপেচৰীহঁতৰ মুৰ দোঁ খায়।....

ইন্দ্ৰ ৰজাই বৰ সন্তোষ লভে আৰু কয়,—"মই বৰ ৰং পাইছো, কোঁৱৰ।...মোৰ ইমান দিনৰ হাবিলাষ পূৰণ হ'ল। বাৰু, কি বৰ লাগে কোৱা।''....

জোন কোঁৱৰে সেৱা জনাই কয়, "মহাৰাজ। মোৰ দুটা ভিক্ষা পূৰণ কৰিব লাগিব।''....

ইন্দ্ৰই ৰংমনেৰে কয়,—"নিশ্চয় পূৰণ কৰিম। কোৱা কি ভিক্ষা ?''

জোন কোঁৱৰে নিৰ্ভয়ে কয়,—"মহাৰাজ। প্ৰথমটো হৈছে মৰেই সেই বায়ন—যিজনে সেই কিৰীটি আৰু থালি লৈছিলোঁ। সেই কাৰণে বাঞ্জী-বংদৈ অপেচৰী, বেলি ৰাজকোঁৱৰ আৰু মোৰ জীৱন যেন ৰক্ষা পায়।''

ইন্দ্ৰ আচৰিত হয়, শেহত হাঁহি মুখেৰে কয়,,—"বাৰু সেয়ে হওক। দ্বিতীয়টো ?''....

জোন কোঁৱৰে কয়,—"মোৰ বান্ধৱ এই বেলি কোঁৱৰৰ হাতত বাঞ্জী-বংদৈক সঁপি দিয়ক।''....

শুনিয়েই ইন্দ্ৰ ৰজাই সিংহাসনৰ ওপৰতে ঢলি পৰি অচেতন হয়।....শেহত চেতন পাই কয়—"ই বৰ নিঠুৰ ভিক্ষা কোঁৱৰ।....কি কৰিম মই যেতিয়া কথা দিছোঁ,—তাৰ অন্যথা হলে মোৰ মান নাথাকিব।''

....শেহত সেহাই সেহাই আথে-বেথে কয়, "বাৰু সেয়ে হওক, মোৰ বুকুৰ জীউ হিয়াৰ মাণিক বাঞ্জী-বংদৈক তোমাৰ বান্ধৱ বেলি কোঁৱৰক গটাম। কিন্তু এই চৈধ্যশ অপেচৰীৰ মাজৰ পৰা তোমালোকে বাছি লব লাগিব।''

জোন কোঁৱৰে "ভাল মহাৰাজ'' বুলি সেৱা জনায়।

ইন্দ্ৰ আৰু থিৰেৰে থাকিব নোৱাৰি সভা এৰি গুছি যায়।

বাকী ডা-ডাঙৰীয়া দেও সকলৰ আদেশ মতে দুলীয়াহঁতে দোলাত তুলি এজনী এজনীকৈ অপেচৰী-হঁতক কোঁৱৰ দুজনৰ কাষেদি লৈ যায়।....

বতাহত কুচ-কুচনি—জোন কোঁৱৰৰ কাণত প্ৰবে,—যি দোলাত বৰ ব্যাধি লগা পোকে পিল পিলোৱা কুৎচিৎ তিৰোতাক দেখিবা সেই জনীয়ে বাঞ্জী বংদৈ অপেচৰী।

কোনো দোলাত তেনে তিৰোতা দেখা নাপাই জোন কোঁৱৰ হতাশ হয়।

শেহত দোলাভাৰীহঁতে এটা ভগা দোলাত এজনী পোক লগা বাখি ভেন-ভেনোৱা কুৎচিৎ তিৰোতা

এজনীক তুলি অনা দেখি জোন কোঁৱৰে তাইক থাপ মাৰি ধৰি তাইক নমায়।....

ৰাজী-বংদৈও সেই কুৎচিৎ ৰূপ এৰি নিজৰ ৰূপহ ৰূপ লয়।....

জোন কোঁৱৰে বংদৈক বেলি কোঁৱৰৰ হাতত গটাই দিবলৈ খোজোতেই ইন্দ্ৰৰজা সমাৰোহেৰে ইন্দ্ৰ সভালৈ আহি বংদৈক বেলি কোঁৱৰৰ হাতত সঁপি দিয়ে।

চাৰিওফালে উৰুলি জোকাৰি উঠে। শংখ-ফুঁকি আয়তীহঁতে মঙ্গল আৰাধনা কৰে। অপেচৰীহঁতে দুয়োজনকে বেৰি নাচে।....

ইন্দ্ৰ ৰজাই তিনি জনকে নিজৰ ৰথত তুলি বিদায় দিয়ে।....

ৰথ গুছি যায়।....

নিজৰ কাৰেঙলৈ আহি বেলি কোঁৱৰ আৰু ৰাজী বংদৈৰ আটোম-টোকাৰীকৈ বিয়া পতা হয়।....

....লাজত সেই ইন্দ্ৰদূতজনে পদুমী-কুঁৱৰীৰ ওচৰলৈ নাহে।

....সোণৰ পালেঙত বেলি কোঁৱৰ আৰু ৰাজী বংদৈ শুই থাকে আৰু পদুমী কুঁৱৰীয়ে চকুলো মছি দুয়োৰে সেৱা-শুশ্ৰূষা কৰে।

....ৰজা আৰু ৰাণীৰ সুখৰ সীমা নোহোৱা হয়।....

জোন কোঁৱৰে ক্ষণেপতি বেলি কোৱৰৰ মঙ্গল কামনা কৰি থাকে।....

# লখিমী কুঁৱৰী

লখীমপুৰৰ ৰজা।....

জীয়েকৰ নাম লখিমী ; তাই নামত যেনে লখিমী, ৰূপতো তেনে লখিমী ....তাইৰ দেহা-গাঁথনিত কোনো খুঁত নাই।....অপৰূপ—নিখুঁত ৰূপত তাই শুৱনি, লাৱনী বেহ-ৰূপত ৰূপহী, বৰ ৰূপহী।....

বিদ্যাতো তাই পাকৈত। সৰেচতীয়ে যেন নিজেই আহি ৰাজ কাৰেঙত জনম লৈছে।....

দিহিঙৰ পূবে এখন ডাঙৰ ৰাজ্য—দিহিঙীয়া। সেই ৰাজ্যৰ ৰজাৰ পুতেক, নাম সোণবৰ। সিও কম নহয়, দেখাত যেনে তাৰ সোণৰ দৰে মূৰতি, গুৱন গুণতো সি নিপুণ।....

পৃথিৱীত ইহঁতৰ জোৰা, সুকৰ আৰু জোনাই। দুয়ো ৰজাৰ হাবিলাষ—দুয়োৰে যেন হয় বিয়া। কেৱল ৰৈ থাকে সিহঁত ডাঙৰ হয় কেতিয়া।

এদিন দিহিঙীয়া ৰজা ঢুকায়। কিমান ওঝা-বেজ ৰগাইও ৰজা নাবাচে, মৰণৰ বাটে সৰগ পায়। বিজুলী বেগেৰে এই মৰণৰ বাতৰি পাই লখীমপুৰীয়া ৰজাৰ মনৰ হাবিলাষ উভটা বাট লয়। তেওঁ লখিমী-কুঁৱৰীক সোণৰ কোঁৱৰক দিবলৈ অমান্তি হয়।

লখিমী-কুঁৱৰীৰ হলে মনে নামানে। যালৈ তাইৰ মন-প্ৰাণ, তেওঁক নাপালে তাই জীয়াই থাকে কেনেকৈ ?....লখিমীৰ মন নানা চিন্তাই আগুৰি ধৰে।

এদিন তাই গুপুতে সোণবৰ কোঁৱৰলৈ চিঠি লিখে—বহাগী বঙালী বিহুৰ দিনা তাইক গোপনে লৈ যাবলৈ।

ভৰদুপৰ নিশা কোঁৱৰে আহি কাৰেঙৰ সমুখৰ তামোল বাৰীৰ বৰ কঁঠাল গছজোপাৰ তলত এটা ঘোঁৰা লৈ যেন বৈ থাকে। নিশাৰ এন্ধাৰত তাই গা ঢাকি কোঁৱৰৰ লগতে মিল হৈ সেই ৰাজ্য এৰিব। এইদৰে চিঠি পাই সোণৱৰ কোঁৱৰৰ মৰা দেহাত জীউ আহিল।

লক্ষীমপুৰৰ ৰজাই মাউৰা কোঁৱৰলৈ লখিমী কুঁৱৰীক নিদিব বোলা বাতৰি শুনি মৰা যেন হোৱা সোণৱৰৰ গাত উশাহ আহে ....ৰজাই ভাবে মাক-বাপেক নোহোৱা মাউৰা সোণৱৰৰ হাতত লখিমী কুঁৱৰীক সপি দিলে জানোচা ছোৱালীয়ে দুখ পায়, এই চিন্তাই ৰজাৰ হিয়া খুলি খুলি খায় .... ।

সকলো সংশয় দূৰ হোৱাত নতুন উছাহ বুকুত লৈ এটা তেজাল ঘোঁৰাৰ পিঠিত ধন-সোণ, হীৰা-মুকুতা-মাণিক কেইটোপোলা বান্ধি সোণৱৰ কোঁৱৰে ঘোঁৰা চেকুৰিয়াই লখিমপুৰ ৰাজ্যলৈ যায়।

উকম্কাব দিনা সি সেই ৰাজ্য পালে।

বিহুৰ দিনা সন্ধিয়া এঠাইত খাই-বৈ সাজি-কাচি সোণৱৰ কোঁৱৰে ঘোঁৰাত উঠি চেকুৰিয়াই কোনেও গম নোপোৱাকৈ কাৰেঙৰ সমুখৰ তামোল বাৰীত সোমাই এজোপা ডাঙৰ কঠাল গছৰ লগত বান্ধি থৈ তাৰ তলত খাপ লৈ সোণৱৰে জিৰায়।

বাৰীৰ পৰা ৰিণিকি ৰিণিকি কাৰেং দেখা যায়। ...বৈ বৈ চাই চাই কোঁৱৰৰ চকু বিষায়, উচ্‌পিচাই থাকে, অৱশেষত অজানিতে টোপনি আহে।..

এজন চোৰ। গুপুতে গোপনে এন্ধাৰত গা-ঢাকি সেইফালেদি চুৰ কৰিবৰ হেপাহেৰে সি আহে। ঘোঁৰাটো দেখি সি আচৰিত হয়। এন্ধাৰত খেপিয়াই চাই দেখে—"আও হীৰা-মুকুতাৰ টোপোলা।" ভাবি সি ৰং পালে "গাখীৰতে মহৰ খুঁটি।"....ইফালে-সিফালে চাই সি দেখে এজন ডেকাই গছজোপাৰ তলত টোপনিত লালকাল দি পৰি আছে।....কিনো বহইচ গনি-পিটি একোকে ধৰিব নোৱাৰি সি তৰধ মানে ....জাঁতৰত ওচৰতে সি লুকাই খাপ লৈ থাকে।

মাজনিশা। নিজম নিৰ্মাত। কাৰেঙৰ খিৰিকী-য়েদি লখিমী কুঁৱৰীয়ে মনে মনে লাহী দেহাটো সৰকাই এটা ধন-সোণ-হীৰা-মুকুতাৰ টোপোলা লৈ ওলাই আহি তামোল বাৰীত সোমাই কঁঠাল গছজোপাৰ ফালে যায়। কুঁৱৰীক অহা গম পাই চোৰজনে আঁৰৰ পৰা ততালিকে ওলাই ঘোঁৰাৰ বান্ধ খুলি তাৰ ওপৰত উঠে।... কুঁৱৰীয়ে ঘোঁৰাৰ কাষ চাপোঁতেই চোৰে টোপোলাৰে সৈতে কুঁৱৰীক তুলি ঘোঁৰা চেকুৰিয়াই গুছি যায়। ঘোঁৰাৰে সৈতে দুয়ো এন্ধাৰত মিলি নেদেখা হয়।....সোণৱৰ কোৱঁৰে তাতে গম নোপোৱাকৈ টোপনিত লাল কাল দি পৰি থাকে। বেচেৰা সোণৱৰ কোৱঁৰ।..

নিশাৰ এন্ধাৰত ঘোঁৰা বিজুলী বেগেৰে লৰি যায়।.... কুঁৱৰীয়ে গোমচেং মেখেলাৰ কোচৰ পৰা তামোলৰ সঁফুৰা মেলি তামোল উলিয়াই লগৰ জনক দিলেও নোখোৱা দেখি আচৰিত হয়। চোৰৰ মনত বৰ ৰং ওপজে ;—বিনা যতনত এসোপা হীৰা-মুকুতা-মাণিক্-মোহৰ লাভ, তদুপৰি এজনী কুঁৱৰী।

গৈ গৈ বাটতে ৰাতি পুৱায়।..

পুবে বেলিয়ে পোহৰ বিলাই দেখা দিয়ে। লখিমীয়ে উভতি চালে। তাইৰ বুকু চিৰিংকৈ উঠে। ক'ত তাইৰ বুকুৰ জীউ কেঁচা-সোণ—সোণৱৰ কোঁৱৰ ?....

এওঁ দেখোন কিবাহে, কোনোবাহে,—কুৎচিৎ কুদ্ধচ!.. তাই দীঘল বুকুভগা হিয়াছিগা হুমুনিয়াহ এৰি নিফুট মাতেৰে কলে, "ইয়াকে মই কপালত সাধি আহিছিলোনে ? কণা বিধাতাই ইয়াকেহে লিখি-লেনে ?"....অলপ দূৰলৈ যাওঁতেই এটা কুঁৱা দেখি তাই ঘপৰাই কলে,—"বৰ পিয়াহ লাগিছে। অলপ পানী পোৱাহেঁতেন।"

চোৰে কুঁৱা দেখি এটা লোটা আৰু জৰী এডাল লৈ তাৰে বান্ধি বান্ধি যায়। কুঁৱাৰ পৰা পানী তুলিবলৈ জৰীৰে বন্ধা লোটাটো নমাইছে এখোন,—"এ কষ্টহে হব, মইও ওচৰলৈকে যাওঁ" বুলি কৈ ঘোঁৰাৰ পৰা নামি লখিমীয়েও কুঁৱাৰ ফালে খোজ লয়। কুঁৱাৰ কাষ পায়েই ঠেলা মাৰি চোৰক কুঁৱাত পেলাই দি লৰি উভতি ঘোঁৰাত উঠি অকলে বিজুলী বেগেৰে চেকুৰিয়াই ছুটি মেলে।

কুঁৱৰীয়ে বহুত নিলগত পাহাৰৰ নামদানীত এখন ঘৰ হাৰি পাই তাৰ ভিতৰলৈ সোমায় ....সোঁ-মাজ পাওঁতেই চিকাৰ কৰিবলৈ অহা চাৰিজন কোঁৱৰে তাইৰ ৰেহ-ৰূপ দেখি তত্ হেৰুৱালে। সিহঁতৰ মাজত হাই-কাজিয়া লাগে। ইজনে কয়, মইহে এইক পাব লাগে —সিজনে কয়—নহয়, মইহে এইৰ গিৰি হোৱাৰ উপ-যোগী। এইদৰে চাৰিওজনৰ মাজত হাই-কোন্দাল লগাত কুঁৱৰীয়ে সিহঁতৰ কাষ চাপি কলে, "আপোনালোকে দেখোন চাৰিওজন কোঁৱৰ।... ইমান হাই-কাজিয়া কৰি হাৰাথুৰি নাখাব। আপোনালোকৰ যেইকোনো এজনে মোক পাবই। এটা কথাত আপোনালোকে মান্তি হবই লাগিব। আপোনালোকৰ পৰা এপাট ধনু-কাঁড় মোক দিয়ক। মই কাঁড়পাট মাৰি পঠিয়াম। আপোনালোক চাৰিওজন নিজৰ নিজৰ ৰাজ-পোচাক খুলি অস্ত্ৰ আদি থৈ আপোনালোকৰ চাৰিওটা ঘোঁৰা ইয়াতে বান্ধি লৰ মাৰি যিজনে সেই কাঁড়পাট কঢ়িয়াই লৈ মোক আগতে ছুব পাৰিব সেইজনেই মোক পাব।"

চাৰিও কোঁৱৰে এনে কথাত মান্তি হৈ ঘোঁৰা চাৰিটাক এজোপা গছৰ গুৰিত বান্ধি অস্ত্ৰ-শস্ত্ৰ তাৰ গুৰিত থৈ টঙালি বান্ধি সাজু হয় আৰু এপাট কাঁড় আৰু এখন ধনু কুঁৱৰীৰ হাতত দিয়ে।....লখিমীয়ে ধনু ভিৰাই এফালে টোঁৱাই কাঁড়পাট মাৰি পঠিয়ালে। ...লগে লগে সেইফালে চাৰিও কোঁৱৰে লৰ দিয়ে।..

কুঁৱৰীয়ে ততালিকে ঘোঁৰাৰ পৰা নামি তৰোৱালখন লৈ চাৰিওটা ঘোঁৰাৰ ঠেং তাৰে কাটে, ভাল চাই ৰাজ পোছাক বাচি লৈ কোঁৱৰ হেন সাজি নিজৰ ঘোঁৰাত উঠি চেকুৰিয়াই ছুটি মেলে।

গৈ গৈ কুঁৱৰীয়ে এখন ৰাজ্য পালে। তাত এজন সাওদৰ দোকানত তাই আশ্ৰয় ললে। তাইৰ ৰেহ-ৰূপ দেখি মোহিত হৈ সকলোৱে তাইক বখানিবলৈ ধৰে। দিনক দিনে মানুহৰ ভিৰ বাঢ়িবলৈ ধৰে।....সাউদৰও বস্তু-বাহানি বেছিকৈ বেচা যাবলৈ ধৰে। তাৰ লাভ হেজাৰ গুণে বাঢ়ে।....

সেই ৰাজ্যৰ ৰজাক মন্ত্ৰীয়ে এদিন মন্ত্ৰীয়ে কলে,—"স্বৰ্গদেউ। এই ৰাজ্যত হেনো এজন সুন্দৰ কোঁৱৰে আহি এজন সাওদৰ তাত আশ্ৰয় লৈছে। দেশৰ মানুহ তেওঁক চাবলৈ জাকে জাকে নিতৌ যায়। এদিন স্বৰ্গদেৱেও তেওঁক এই কাৰেঙলৈ নিমন্ত্ৰণ জনালে ভাল আছিল। স্বৰ্গদেওৰো খিয়াতি বাঢ়িলহেঁতেন।"

ৰজা মান্তি হয়।

নিমন্ত্ৰণ পাই এদিন ৰাজকোঁৱৰ বেশিনী লখিমীয়ে ৰাজ হাউলিলৈ আহে। ৰজাই তাইক আদৰি-সাদৰি যতন ললে। লখিমীৰ ব্যৱহাৰ দেখি ৰজাই বৰ সন্তোষ পায়। মন্ত্ৰীয়ে মনে মনে ৰজাক এফালে মাতি নি কাণে কাণে ফুচ-ফুচাই কলে, "স্বৰ্গদেও। কেনেবা যেনহে লাগিছে। এওঁ মুনিহ নহয় যেন হে লাগে।"....

মন্ত্ৰীৰ কথা ৰজাই নপতিয়ালে।....

কুঁৱৰীয়ে মেলানি মাগি সাউদৰ ঘৰলৈ আহোঁতে এখন হাট পাই বস্তু-বাহানি চাবলৈ ধৰে। পিছে পিছে মানুহৰ ভিৰ হব ধৰে। শেহত এজনী বুঢ়ীক এটি ধুনীয়া মইনা বেচিবলৈ অহা দেখি, লখিমীয়ে সোধে,— "হেৰা আইতা। এই মইনাটি বেচিবানে?"...."এৰা বেচিবলৈকে আনিছোঁ,—কোঁৱৰ দেউতা।"—বুলি বুঢ়ীয়ে কলে। "কিমান বেচ?"—বুলি সোধাত বুঢ়ীয়ে কয়— "মইনো কি কম বোপা দেউতা,—মইনাৰ বেচ মইনাই নিজেই কব।" শুনি আচৰিত হৈ কুঁৱৰীয়ে কলে, "বাৰু কিমান বেচ তাইক কবলৈ কোঁৱা।"..বুঢ়ীয়ে কবলৈ কোৱাত মইনাই কলে, "দহ হেজাৰ ৰূপ।".... কুঁৱৰীয়ে কান্ধত ওলমাই থকা জোলোঙাৰ পৰা দহ হেজাৰ ৰূপ গণি দি সেই সজাৰে সৈতে মইনাটিক লৈ ঘৰমুৱা হয়।

....সেই মইনাই মানুহৰ দৰে কথা কব পাৰিছিল,— ভূত-ভৱিষ্যতৰ কথা আগতে জনাব পাৰিছিল।....নিজৰ ঘৰলৈ আনি কুঁৱৰীয়ে মইনাটিক বৰ মৰম কৰিবলৈ ধৰে। সজাত তাক বন্দী কৰি নথৈ কুঁৱৰীয়ে তাক মুকলি-মূৰীয়া কৰি দিয়ে। মইনাই গোটেই ৰাজ্যৰ বা-বাতৰি আনি কুঁৱৰীক নিতৌ জনায়।

...কুঁৱৰীৰ ওপৰত .... হৈ আৰু তাইৰ গুণাৱলীৰ

সন্দেহ পাই ৰজাই তাইক ৰাজ্যৰ বৰবৰুৱাৰ বাব দিয়ে। কুঁৱৰীয়ে মতাৰ ভেশ লৈ বিচাৰ চ'ৰাত গৈ ন্যায় ভাবে বিচাৰ কৰিবলৈ ধৰে। তাইৰ ন্যায় বিচাৰ দেখি ৰাইজে তাইৰ শলাগ লয়।

মন্ত্ৰীৰ কোনোমতেই বিশ্বাস নহয় নকৈ পতা বৰবৰুৱাক মুনিহ বুলি। ৰজাকো জনালে, "স্বৰ্গদেউ বৰবৰুৱাৰে মুনিহ মই কোনোমতেই পতিয়াব নোৱাৰোঁ। আৰু এবাৰ পৰীক্ষা কৰা যাওক সি মুনিহ নে তিৰোতা।" ৰজাই হাঁহি হাঁহি কলে, "মন্ত্ৰী, তুমি চুলি পকালা এতিয়াও চিনি নোপোৱা মুনিহ কেনে, তিৰোতা কেনে? বাৰু কি পৰীক্ষা কৰিব খুজিছা কৰা।"

মন্ত্ৰীয়ে কলে, "স্বৰ্গদেউ! আকৌ এদিন বৰবৰুৱাক নিমন্ত্ৰণ কৰক।....কাৰেঙত সোমাওঁতে প্ৰথম খাপত যদি তেওঁ বাওঁ ভৰিখন আগতে তোলে, তেনেহলে জানিব তেওঁ তিৰোতা আৰু সোঁভৰিখন আগতে তুলিলে জানিব তেওঁ মতা।"

"বাৰু সেয়ে হওক"—বুলি ৰজাই হাঁহি হাঁহি উত্তৰ দিয়ে।....

সিফালে মইনাইও সকলো শুনি উৰি গৈ কুঁৱৰীক এই বাতৰি জনালে।

নিমন্ত্ৰণ পাই পিছদিনা কুঁৱৰীয়ে বৰবৰুৱাৰ ভেশত ৰজাৰ হাউলিলৈ আহে।

গম পাই ৰজা আৰু মন্ত্ৰীয়ে কুঁৱৰীক আদৰি সাদৰি নিবলৈ হাউলিৰ পৰা ওলাই আহে।

কুঁৱৰীয়ে মইনাৰ কথাধাৰ সুঁৱৰি হাউলিৰ ভিতৰলৈ যোৱা জখলাৰ প্ৰথম খলপত সাৱধানে সোঁ-ভৰিখন দি ভিতৰলৈ যায়;—ৰজাই মন্ত্ৰীৰ মুখৰফালে চাই মিচিকিকৈ হাঁহে। মন্ত্ৰীয়ে কপাল কোঁচাই কলে, "তেও মই নপতিয়াওঁ স্বৰ্গদেউ! এওঁ তিৰোতাই।"

মন্ত্ৰীৰ দিনে-নিশাই একেটা চিন্তা—কেনেকৈ তেওঁ তাইক তিৰোতা বুলি সাক্ষীয়াব পাৰে ....এনে চিন্তাত বহুতো নিশা তেওঁৰ উজাগৰে যায়।....

মন্ত্ৰীয়ে এদিন কুঁৱৰী নথকাত তাই গম নোপোৱাকৈ তাইৰ শোৱা পাটীৰ তলত এপাহ ফুল থৈ উভটি আহি ৰজাক জনালে, "স্বৰ্গদেউ! কাইলৈ পুৱা গম পাব— বৰবৰুৱা মুনিহ নে তিৰোতা। তেওঁৰ শোৱা পাটীৰ তলত ফুল এপাহ থৈ আহিছোঁ। যদি সেই ফুল মৰহি যায় তেন্তে তেওঁ তিৰোতা, যদি নামৰহে তেন্তে মতা বুলি জানিব।"

...."বাৰু ডাঙৰীয়া, কাইলৈ দেখা যাব।"—বুলি ৰজাই মিচিকিকৈ হাঁহি সঁহাৰে।

সিফালে মইনাই সকলো দেখে—সকলো শুনে; ....কুঁৱৰীয়ে উভটি অহাত সি উৰি আহি সকলো কথা আদ্যি-পাতি কৈ-মেলে—"কুঁৱৰী আইদেউ! দোক-মোকালিতে উঠি আপুনি সেই পাহ ফুল জুইত পেলাই ছাই কৰি দিব। মই ঠিক তেনে এপাহ ফুল আনি দিম, আপুনি সেইপাহ যতনে ঠিক সেই ঠাইতে শোৱা পাটীৰ তলত থৈ দিব।"....

....পিছদিনা পুৱাই ৰজা আৰু মন্ত্ৰীয়ে সাউদৰ ঘৰলৈ গৈ কুঁৱৰীৰ শোৱা কোঠালিলৈ যায়। দোক্-মোকালিতে উঠি মইনা আৰু কুঁৱৰীয়ে আগদিনা আলচৰ দৰে সকলো যতনাই থয়। ৰজা আৰু মন্ত্ৰীক দেখি কুঁৱৰীয়ে কলে—"আজি দেখোন পুৱাই পুৱাই স্বৰ্গদেও আৰু ডাঙৰীয়া এই দুখীয়াৰ পঁজাত?"

....ৰজাই কলে, "এৰা, পুৱাই এইফালে ফুৰিবলৈ আহিছিলোঁ। বাটতে ভাবিলোঁ, এইফালে আহিছো যেতিয়া বৰবৰুৱাৰ তাত এবাৰ ভুমুকি মাৰিয়েই যাওঁ।"

"ভাল কৰিছে" বুলি কৈ কুঁৱৰীয়ে বহিবলৈ আসন দি আলপৈচান ধৰে।

....মন্ত্ৰী ডাঙৰীয়াই নবহি ইফালে-সিফালে চাই কোনোবা তলকত শোৱা-পাটীৰপৰা ফুলপাহ উলিয়াই দেখি আচৰিত হয়।....

ৰজাই মন্ত্ৰীৰ মুখলৈ চাই মিচিক্কৈ হাঁহে।....
কিছুপৰ কথা-বতৰাৰ পাছত বিদায় লৈ দুয়ো গুচি যায়।....

মন্ত্ৰীয়ে এইবাৰো হাৰ মানে আৰু নানান বুধি পাঙিবলৈ ধৰে ....বাটত মন্ত্ৰীয়ে ৰজাক কলে, "স্বৰ্গ-দেউ! বৰবৰুৱা হৈছে চেকা আৰু বুধীয়া। আমাৰ

কুঁৱৰী-জেউও হৈছে গাভৰু আৰু ভুৱনী। আপুনি যেতিয়া তেওঁক মতা বুলিয়েই ধৰি লৈছে—দুয়োকো বিয়া দিয়ক। সিহঁতৰ ভাল জোৰা মিলিব।"

ৰজাই বংমনেৰে কলে,—"মই ভালেই পাওঁ! বাৰু ডাঙৰীয়া,—এটা দিহা কৰা, যাতে ভালে ভালে হৈ যায়।"

কিছুদিনৰ পিছত দুয়োৰে বিয়া হয়।....

প্ৰথম নিশাই ৰবৰবন্দ্ৰৰ ভেশত থকা লখিমী-কুঁৱৰীয়ে ৰাজ-কুঁৱৰীক কলে,—"লাহৰী! মোৰ এটা ব্ৰত নিয়ম আছে। এমাহলৈকে মই মোৰ বিয়া কৰা ঘৈণীৰ গা নোছোওঁ আৰু লগতে নোশোওঁও। তুমি মান্তি হবই লাগিব।"

ৰাজ-কুঁৱৰীয়েও বংমনেৰে মান্তি হয়।....এইদৰে দুয়োৰে বিয়া হোৱা জীৱনৰ আগতীয়া দিন কেইটা হাঁহি-ধেমালিৰে যাবলৈ ধৰে।....

মন্ত্ৰীৰ মন হলে উচ্-পিচাই থাকে।....ছোৱালীৰ ৰঙালী মন দেখি ৰজাৰও ৰঙত ঠাই নোহোৱা হয়। ....মন্ত্ৰীৰ মনত পোন পতিয়ন—ৰৰ-ৰবন্দ্ৰ মুনিহ নহয় —তিৰোতা।....

....সিফালে সোণবৰ কোঁৱৰে সাৰ পাই দেখে—ঘোৰাও নাই, কুঁৱৰীও নাই।....মনৰ খিকুকাৰত তেওঁ নিজৰ বুকু দুহাতেৰে ভুকুৱাবলৈ ধৰে। ৰাতি পুৱায়। ....ঘোঁৰাৰ খোজে খোজে খুৰাৰ ছাব চাই চাই তেওঁও খোজ ললে।

গৈ গৈ সেই কুঁৱা পালে। কুঁৱাৰ দাঁতিত বহি জিৰালে ....কুঁৱাৰ তলৰ পৰা তেওঁ গেঙনি-কেঁকনি শুনি, কুঁৱাৰ তলত চাই দেখে এজন মানুহ।—লৰা-লৰিকৈ এদাল লতা আনি কুঁৱাত ওলোমাই পেলাই দিয়ে। কুঁৱাৰ তলত বুৰ যোৱা চোৰে—লতাজৰী ধৰাত কোঁৱৰে তাক তুলি দাঙত থয়। তাৰ এনে অৱস্থা কিয় হল বুলি সোধাত—চোৰে সকলো কথা উদঙাই কলে।

দুয়ো একেলগে ঘোঁৰাৰ খুৰাৰ ছাব চাই চাই আগুৱালে আৰু সেই পাহাৰৰ ভৰিত হাবিজনীয়া ঠাইত চাৰিজন কোঁৱৰক কপাল চপৰিয়াই হৰাও-মাৰে কন্দা দেখি—কি হ'ল সোধে। সিহঁতেও সকলো কথা ফঁহিয়াই কলে। ছজনে মিলি ঘোঁৰাৰ খুৰাৰ ছাব চাই চাই আগবাঢ়ে আৰু সেই ৰাজ্য পাই—ঘোঁৰাৰ খুৰাৰ ছাব আৰু আঁতৰলৈ নেদেখি কুঁৱৰী তাতে আছে বুলি ভাবি সেই পুৰীত নাপাই ৰবৰবন্দ্ৰাত গোচৰ দিয়ে।

....মন্ত্ৰীৰ সন্দেহৰ ওপৰত বিৰক্ত হৈ আৰু ন-জোৱাঁইৰ অপমানত খং উঠি ৰজাই মন্ত্ৰীক শূলত দিবলৈ আদেশ দিয়ে ..।..

সেইদিনাই সেই ছজনৰও বিচাৰ আৰম্ভ হয়। ....চোৰে এজনৰ প্ৰাণৰ জীউক আৰু মহামূলীয়া বস্ত্ৰ-বাহানিৰে সৈতে ঘোৰাটোক গুপুতে লৈ অহাত ছ-বছৰ আৰু এগৰাকী তিৰোতাক অকলে লগ পাই তাইক বলেৰে হৰণ কৰিবলৈ চেষ্টা কৰাত চাৰিজন কোঁৱৰক দুবছৰকৈ পোঁটাশালত বন্দী কৰি থবৰ আদেশ কৰা হয় ....আৰু সোণবৰ কোঁৱৰক আঁৰলৈ মাতি নি ৰব-ৰবন্দ্ৰৰ ভেশ গুছাই লখিমী-কুঁৱৰীয়ে নিজৰ চিনাকি দি বুকুত আকোঁৱালি ললে।....সিফালে মন্ত্ৰীক শূলত দিয়াৰ সময় ওচৰ চাপি আছে।....

লখিমী-কুঁৱৰীয়ে নিজৰ আচল বেশত সাজি-কাচি সোণবৰ কোঁৱৰক লগত লৈ সেই শূল দিয়া ঠাইলৈ লৰা-লৰিকৈ গৈ ওলায়।....

ৰজাই কুঁৱৰীক দেখি আচৰিত মানে। শূলত যাবলৈ ওলোৱা মন্ত্ৰীয়ে ৰঙত নাচিবলৈ ধৰে।....

কুঁৱৰীয়ে ৰজা আৰু মন্ত্ৰী-ডাঙৰীয়াক সেৱা জনাই সকলো কথা ভাঙি-পাতি কলে। ....

ৰজাই সন্তোষ পাই হিয়া উদঙাই দুয়োকে আশীৰ্ব্বাদ দিয়ে।

সিফালে এই ৰাতৰি পাই আউলী-জাউলী হৈ ৰাজ-কুঁৱৰীয়ে সেই ঠাইলৈ হাৱাথুৰি খাই লৰি ধাপৰি যায়। লখিমী কুঁৱৰীয়েও উধাতু খাই আগবাঢ়ি কুঁৱৰীক সাৱটি ধৰি কলে, "আমি যেতিয়া শপথ খাই জীৱনৰ লগৰী হৈছোঁ,—হৈয়েই থাকিম। সৌ কোঁৱৰহে ছাঁ-লৈ দুয়ো জীৱন কটাম।"....

দুয়ো ৰজাৰ ভৰিত পৰি সেৱা কৰে,—সোণৰৰ কোঁৱৰেও ভৰিত পৰে ।....

ৰজাই আশীৰ্ব্বাদ দিয়ে, উলাহত তেওঁৰ দু-চকু ওপচাই চকুলো বয় ।....

মন্ত্ৰীয়েও বাইখ পালে ....

মইনাই উৰি উৰি বিয়া গীত গালে ।

# কপাল

এজন ৰজাৰ ছজন পুতেক । সৰু পুতেকৰ নাম আছিল বীৰ সিংহ । ছজন পুতেক ডাঙৰ হ'ল,— আৰু সকলো বিদ্যাত নিপুণ হ'ল ।

এদিন ৰজাই ছজন পুতেকক কাষলৈ মাতি আনি কলে,—"বোপা কোঁৱৰহঁত । তোমালোকে ছজনে কাৰ ভাগ্যত আছা, খাইছা আৰু পিন্ধিছা ?"

ডাঙৰ পাঁচজনে কলে, "দেউতা । আপোনাৰ ভাগ্যত ।"....বীৰ সিংহই কলে,—"মই নিজৰ ভাগ্যত আছো, খাইছোঁ, আৰু পিন্ধিছোঁ ।"

শুনিয়ে ৰজাৰ টিঙিচুকৈ খং উঠি গেজেৰা মাৰি কলে, "বাৰু তুমি নিজৰ ভাগ্যৰ গুণত যদি থাকিবলৈ, খাবলৈ আৰু পিন্ধিবলৈ পাইছা, তেন্তে তোমাৰ ভাগ্যমতে তুমি সেইদৰে খাই-পিন্ধি থাকাগৈ । তুমি মোৰ কাবেণ্ডতে কিয়, এই ৰাজ্যতেই থাকিব নোৱাৰা । এতিয়াই আঁতৰ হোৱা ।"....

বীৰ সিংহই ৰজাক সেৱা কৰি ভিতৰলৈ নিজৰ মাকৰ পৰা বেল্যানি মাগিবলৈ গুছি গ'ল ।

মাক ৰাণীয়ে বিহাৰ আঁচলেৰে চকুলো মোহাৰি মোহাৰি এটা মোনাত তিনি চপৰা হীৰা ভৰাই মালাৰ দৰে পিন্ধাই বুকুত ওলমাই দিলে আৰু কান্দি কান্দি তাক মৰম কৰিবলৈ ধৰিলে । বীৰ সিংহ কোঁৱৰে সাজি-কাচি মাকৰ পৰা বিদায় লৈ সেৱা জনাই কলে, "আইচু দেউতা ! আপুনি মোৰ কাৰণে বেজাৰ কৰিব নালাগে । মই আপোনাৰ পুতেক হলে আকৌ আপোনাৰ বুকুলৈ উভতি আহিম । কোনেও মোৰ অনিষ্ট সাধিব নোৱাৰিব । আপোনাৰ মৰম-চেনেহই মোৰ ৰক্ষাৰ তাবিজ আৰু আশিসেই পাশুপাত অস্ত্ৰ । মই এতিয়া যাওঁ । তুমি বেজাৰ নকৰিবা ।"—বুলি কৈয়েই সৰু কোঁৱৰে গুছি গ'ল ...ঘোঁৰা শালৰ পৰা ভাল চাই এটা তেজাল ঘোঁৰা, আৰু অস্ত্ৰশালাৰ পৰা এখন চোকা তৰোৱাল লৈ কাৰেং আৰু সেই ৰাজ্য এৰি গুছি গ'ল ।....

....ৰাজ্য পাৰ হৈ এখন পঁজা পালে সি । এখন নৈৰ পাৰত সেই পঁজাখন আছিল ....সেই পঁজাত এজনী বুঢ়ী আছিল । বুঢ়ীৰ সাতজন পুতেক আৰু এজনী ছোৱালী আছিল ।....সাতজন পুতেকে অৰ্থাইতং ডকাইত আছিল, আৰু প্ৰত্যেকৰে এজনীকৈ ঘৈণীয়েক আছিল । ছোৱালীজনী আবিয়ৈ আছিল ।

দিনত নৈত এখন নাও লৈ সাতজন পুতেকে ঘাটে হৈ আছিল আৰু নিশা হলে, ডকাইতি কৰিছিল ।

ভৰ দুপৰীয়া ।....টিকা-ফটা ৰ'দ । উপায় নাপাই পঁজা দেখি ঘোঁৰা চেকুৰিয়াই কোঁৱৰে তাৰ ভিতৰলৈ গ'ল ।

এজনী বুঢ়ী ওলাই আহিল । ঘৰত তাই অকলে আছিল । জিবাবৰ কাৰণে ঠাই বিচৰাত বুঢ়ীয়ে কোঁৱৰক আশ্ৰয় দিলে আৰু খোৱাৰ দিহা কৰিলে ....

লাহে লাহে বাদ্ধি-বাঢ়ি খুৱাই-বুৱাই জিবাবলৈ দি বুঢ়ীয়ে পুতেকহঁতৰ কাৰণে বাট চাই থাকিল ।....

কাৰণ বুঢ়ীয়ে কিছু গুণ জানিছিল। সেই গুণৰ বলত তাই গম পাইছিল যে, কোঁৱৰৰ বুকুত ওলমি থকা সোণাত তিনি চপৰা ৰহমূলীয়া হীৰা আছে। পুতেক-হঁত নহাত পলম কৰাত বুঢ়ীয়ে উচ্‌পিচাবলৈ ধৰিলে। ৰৈ ৰৈ তাইৰ মন নৰনা হ'ল, আমনি লাগিল। শেহত তাই এখন তুলাপাতত মহী লৈ কাপ এডালেৰে লিখিলে—

"গাইৰ লগত গাখীৰ আছে, পোৱালীক নেৰিবা।"

....সেই লিখা তুলাপাত লৈ আহি বুঢ়ীয়ে কোঁৱৰক দি কলে,—"বোপা এই তুলাপাত নি মোৰ লৰাহঁত সৈতে বাটে হৈ আছে,—তুমি ইয়াক দেখুৱালেই সিহঁতে তোমাক যতনেৰে নৈ পাৰ কৰি দিব।"....

কোঁৱৰে সেই তুলাপাত যতনেৰে লৈ যাবলৈ ওলাল আৰু বুঢ়ীৰ পৰা মেলানি মাগি পঁজাৰ পৰা ওলাই ঘোঁৰা লৈ ঘাটৰ ফালে গ'ল।

সিফালে শাকতলিৰ পৰা শাক লৈ বুঢ়ীৰ ভৰ গাভৰু জীয়েক সোণচাকীয়ে ধৰমুৰা হৈ আহি বাটতে কোঁৱৰৰ ৰূপ দেখি ভাল পাই কলে, "আপুনি কোনোবা কোঁৱৰ নিশ্চয়। কিবা কামত ইফালে আহিছিল। কিয় বা?"

গাভৰুৰ কথা শুনি কোঁৱৰে সকলো কথা কহিয়াই ক'লে।

গাভৰুৱে চিঠিৰ কথা শুনি শিয়ঁৰি উঠিল। চিঠি-খন খোজাত কোঁৱৰে বুঢ়ীয়ে লিখা তুলাপাত খিলা তাইৰ হাতত দিলে। কোঁৱৰক তাতে জিৰাবলৈ দি তাই লৰালৰিকৈ ঘৰলৈ গৈ সেই তুলাপাত কালি আন এখিলা তুলাপাত লিখিলে,—

"গাইৰ গাখীৰ নাই। পোৱালীটোক এৰি দিবা।"

তুলাপাত খিলা লৈ লৰি-ধাপৰি আহি কোঁৱৰক দি গাভৰুৱে গুছি গ'ল।

কোঁৱৰে নৈৰ ঘাট পালে। সাতজন ঘাটুৱৈ তাতে নাও এখনত বহি বৈ আছিল। কোঁৱৰে ঘোৰাৰে সৈতে নাওত উঠিল আৰু সেই তুলাপাত খিলা সিহঁতৰ হাতত দিলে ......সিহঁতে পঢ়ি তাক নৈ পাৰ কৰি দি উভতি আহি ঘৰলৈ আহিল ........

সিফালে কোঁৱৰে ঘোৰা চেকুৰিয়াই বহু দূৰলৈ গৈ এজোপা আম গছৰ তলত জিৰালে।........

বুঢ়ীয়ে ল'ৰাহঁতক ক'লে,—"দিয়া, কি পালা?" পুতেক ডকাইতহঁতে আচৰিত হৈ ক'লে, "ক'ত পাম?" বুঢ়ীয়ে ক'লে, "অজনাহঁত! কিয়? মই লিখি দিয়া তুলাপাত এখিলা পোৱা নাইনে? সেই ৰাটকন্ধা-জনে দিয়া নাইনে?

পুতেকহঁতক বুঢ়ীয়ে সকলো কথা ক'লে ......

ডাঙৰ পুতেকে আচৰিত হৈ ক'লে, "ক'তা? আমি দেখোন তেনে কোনো চিঠি পোৱা নাই। এখন চিঠি পাইছিলোঁ,—'গাইৰ গাখীৰ নাই। পোৱালীটোক এৰি দিবা।'—এনেহে লিখা আছিল। বাৰু যি হ'ল হ'ল। বৰ ঠগ খালোঁ যেতিয়া এইদৰে হাত-ভৰি সাৱটি থাকিম নে? কিবা এটা দিহা কৰিবই লাগিব। বাৰু মণ্ডল চাওকচোন, আই, সেই মানুহজন কিমান দূৰৈত আছে?"

বুঢ়ীয়ে মণ্ডল চাই ক'লে, "মানুহজন দহ মাইল উত্তৰে আছে। এতিয়া গলেও লগ পাবৰ আশা আছে।"........

তাইৰ লৰাহঁতে নাখাই নবৈ ততালিকে সাজি কাচি ওলাই গ'ল। সিহঁতে লগতে সিহঁতৰ গাভৰু ভনীয়েক সোণচাকীকো লৈ আঠোটা ঘোৰাত উঠি ছুটি মেলিলে।

সিফালে কোঁৱৰে আমগছ জোপাৰ তলত অলপ জিৰাই জিৰণিৰ পিচত উঠি ঘোৰা লৈ চেকুৰিয়াই গ'ল। ডকাইতৰ জাকে দহ মাইল আঁতৰৰ আম গছ জোপাৰ তলত বীৰ সিংহ কোঁৱৰক নেদেখি হতাশ হ'ল ......তেও মনত আশা লৈ কোঁৱৰৰ ঘোৰাৰ খোজ চাই চাই শেহত সিহঁতে এখন ৰাজ্য পালেগৈ।...... কোঁৱৰে কোন ঘৰত থাকে সিহঁতে সকলো চাই চিন্তি ল'লে। সিহঁতে এটা কণ্দি পাতিলে। সোণচাকীক সিহঁতে কোঁৱৰৰ ঘৈণীয়েক বুলি চিনাকি দিব। ঘৈণীয়েকক এৰি কোঁৱৰে পলাইছে বুলি সিহঁতে জনাব। শেহত বিয়াৰৰ মতে সোণচাকীয়ে যেতিয়া কোঁৱৰৰ

লগত একেলগে থাকিব, সেই ছেগতে সোণচাকীয়ে কোঁৱৰক কাটি তাৰ বুকুত ওলমা তিনি চপৰা হীৰাৰ সোনা লৈ আহি, ক্কাৰেকহঁতৰ লগত মিল হৈ পলাব।

সিহঁতে সোণচাকী সিহঁতে থকা ঠিকনা দি বজাক সেইদৰে গোচৰ দিলে ........

গোচৰ শুনি বজাই এটা কোঠালিত সোণচাকীক বীৰ সিংহ কোঁৱৰৰ লগত থাকিবলৈ দি সিহঁতে কি কৰে আৰু কি কি কথা-বতৰা পাতে জানিবলৈ পৰীয়া ৰাখিলে।

ডকাইতহঁতে সিহঁতৰ থকা ঠাইলৈ উভতি আহিল।

সোণচাকী আৰু বীৰ সিং একেলগে এটা কোঠালিত থাকিল। সিহঁতক পৰ দিবলৈ পৰীয়াই সিহঁতৰ ওপৰত শেন চকু দি ৰ'ল।

নিশা হ'ল। দুয়ো খাই-বৈ এখন বিছনাত একেলগে শুলে ........মাজনিশা সোণচাকীয়ে সাৰপাই হাতত দা এখন লৈ বীৰ সিংহ কোঁৱৰৰ বুকুৰ ওপৰত উঠি ঘপিয়াবলৈ সাজু হ'ল .....

সাৰ পাই কোঁৱৰে হাঁহি হাঁহি ক'লে, "শুনা। মোক কাটিবাই যেতিয়া অলপ বৈ শুনা। এটা সাধু কওঁ।"

সোণচাকীয়ে হাতখন নমাই ক'লে, "কি সাধুনো? কওক।"

বীৰ সিংহই কবলৈ ধৰিলে-"এসময়ত এজন কোঁৱৰ আছিল। তাৰ এটা মৰমৰ ভাটৌ আছিল। সি যলৈকে গৈছিল, ভাটৌটোকো লগতে নিছিল। এদিন সি ভাটৌক লৈ হাবিত চিকাৰলৈ গ'ল। যাওঁতে যাওঁতে তাৰ পিয়াহ লাগিল। পিয়াহত তাৰ বুকু কালো কালো কৰিবলৈ ধৰিলে, তাৰ ডিঙি শুকাই আহিল।......বিচাৰি বিচাৰি সি এটা সৰু টিলা পালে। টিলাৰ কাষেদি তল ছোৱাত এটোপালকৈ পানী পৰা দেখি সি তৰোৱাল উলিয়াই তাৰ খাপৰ পাতি পানী ভৰাই পিব খোজোঁতেই ভাটৌটোৱে উৰি আহি ডেউকাৰে কোবাই দিয়াত খাপৰ কোঁৱৰৰ হাতৰ পৰা সৰিল, আৰু ভৰা পানীও খাগৰি পৰিল। দুৰত, খণ্ডত, পিয়াহত কোঁৱৰে সেই তৰোৱালেৰে এক্কে খাপতে ভাটৌটোক কাটি পেলালে ......শেহত বেচি পানী পোৱাৰ আশাত সেই টিলা হেন ঢাপৰ ওপৰত উঠি সি দেখিলে-এটা ডাঙৰ ঢেকী সাপ মৰি গেলি পচি আছে। সেই গেলা-পচা সাপৰ দেহাৰ পৰা পচা পানী বৈ গৈছে। সেই পানীকে সি খাপৰত ভৰাই পি পিয়াহ গুছাব খুজিছিল। সেই পানী খোৱাহেঁতেন কোঁৱৰ মৰিলেহেঁতেন। কিন্তু ভাটৌৱে তাৰ প্ৰাণ বচালে .... শেহত সেই হাবিৰ মাজত হিয়া ঢাকুৰিয়াই কোঁৱৰে-"হায় ভাটৌ। হায় ভাটৌ।।" বুলি কান্দি ৰ'ল। গোটেই হাবিখনতে সেই হায় হাহাকাৰৰ বোল উঠিল।.... এয়ে হল সাধু। মোক কটাৰ পিছত তুমি এদিন বেজাৰ কৰিবা। সেই কোঁৱৰৰ দৰে তুমি গোটেই জীৱন 'হায় বীৰ সিংহ কোঁৱৰ। হায় বীৰ সিংহ কোঁৱৰ।।' বুলি কান্দি কান্দি চকুলোৰ চল বোৱাবা।"......

সোণচাকীয়ে কিবা ভাবি মাৰি দাখন একালে থৈ একাতি হৈ শুই থাকিল।

দুয়ো টোপনিত লালকাল দিলে।

শেহ নিশা আকৌ সোণচাকীয়ে সাৰ পাই কোঁৱৰৰ বুকুৰ ওপৰত বহি দাখন লৈ হাত দাঙি ঘপিয়াবলৈ খোজোঁতেই বীৰ সিংহ কোঁৱৰেও সাৰ পাই মনা কৰি ক'লে,-"ৰবা আৰু এটা সাধু শুনা।"

সোণচাকীয়ে ক'লে, "কোৱা।"

কোঁৱৰে কবলৈ ধৰিলে,-"এখন দেশত এজন গুৱাল আৰু এজনী গুৱালনী আছিল ......সিহঁতৰ এটা দহ মহীয়া কেচুৱা ল'ৰা পোৱালী আছিল ...... সিহঁতৰ মৰমৰ পোহনীয়া নেউল এটাও আছিল।

সিহঁতে পুৱাই খাই বৈ এটা খুটাত নেউলটোক বান্ধি তাৰ ওচৰতে উৰলিবলৈ পানী ভৰা চৰিয়া এটাৰ কাষতে ল'ৰা পোৱালীটিক এৰি দুৱাৰত দাং দি নগাৰ নগৰত গাখীৰ বেচিবলৈ গৈছিল।

এদিন এটা মস্ত ফেঁটী গোম সাপে তাৰ মাইকী-জনীক লৈ সেই ফালেদি গৈছিল। দুয়ো পিয়াহত পানী বিচাৰি ফুৰিছিল।......মস্তাটোক এঠাইত জিৰাবলৈ

দি মাইকীটোৱে পানী বিচাৰিবলৈ আহি এটা বিদ্ধাইদি সেই গুৱালৰ পঁজাৰ ভিতৰত সোমাল ......মাইকী সাপটোৱে চৰিয়াৰ আধা পানী পিবলৈ ধৰিলে। গোৱালী লৰাটোৱে উমলি উৱলি তাৰ সৰু সৰু লাহৰ পাহৰ হাতেৰে কোবাবলৈ ধৰিলে।........মাইকী সাপটোৱে সকলো সহি পঁজাৰ পৰা সেই বিদ্ধাৰেদি ওলাই গ'ল। সিফালে নেউলটোৱে ছটফটাবলৈ ধৰিলে।

সাপজনীয়ে মতাটোক সকলো কৈ সাৱধান কৰি দি ক'লে,-"কেচুৱা পোনাটিয়ে কোব দিলেও তুমি তাক নুখুটিবা।"

মতা সাপটোৱে সেই বিদ্ধাইদি পঁজাৰ ভিতৰত সোমাল। সি চৰিয়াৰ বাকীখিনি পানী শেষ কৰিলে। কেচুৱা লৰাটিয়ে তাৰ লাহৰ পাহৰ হাতেৰে খেলাৰ ছলেৰে তাক কোব দিবলৈ ধৰাত সাপটোৱে কেচুৱা-টোক এটা খোঁট মাৰি গুচি গ'ল। বিহ লাগি কেচুৱা ঢলি পৰিল। নেউলটোৱে ছটফটাই ছটফটাই এবাৰ ফাঁক পাই বান্ধ মোকলাই ঔষধ বিচাৰি পঁজাৰ পৰা সেই বিদ্ধাইদি ওলাই গ'ল।

গুৱাল-গুৱালনীয়ে আহি দেখিলে, নেউলটো নাই আৰু কেচুৱাটো মৰি পৰি আছে। নেউলে কামুৰি তাক মাৰিলে বুলি ভাবি গোৱালে এডাল টোকোন লৈ বিচাৰি ফুৰিল।

এনেতে নেউলটোৱে মুখত ঔষধ লৈ খোলা দুৱাৰেদি লৰি ঘৰত সোমাবলৈ খোজোতেই গোৱালে টোকোনেৰে কোবাই তাক মাৰি পেলালে। নেউলটো মৰিল। গোৱালনীয়ে লৰাৰ টপিনাত কলা তেজ দেখি কি কৰা যায় বুলি ইফালে-সিফালে ছটফটাবলৈ ধৰিলে। এবাৰ নেউলৰ মুখৰ পৰা সৰি পৰা ঔষধখিনি লৈ সেই তেজ ওলোৱা ঘা ডোখৰৰ ওপৰত দিওঁতেই কেচুৱাটো বাচি উঠিল। গোৱালনীয়ে তেতিয়া 'হায় নেউল! হায় নেউল!!' বুলি কপাল চপৰিয়াই কান্দি কান্দি সেই নেউলটোৱে মুখত অনা ঔষধৰ কথা গিৰিয়েকক ক'লে। গিৰিয়েকেও 'হায় নেউল! হায় নেউল' বুলি বুকু চাকুৰিয়াই কান্দিবলৈ ধৰিলে।........

এইদৰে তুমিও 'হায় কোঁৱৰ! হায় কোঁৱৰ'!! বুলি গোটেই জীৱন কান্দি থাকিবা আৰু মোৰ বেজাৰে তোমাৰ হিয়া খুলি খুলি খাব।"........

........কোঁৱৰৰ সাধু শুনি সোণচাকী ভোল গ'ল। দাখন আঁতৰাই দলিয়াই তাৰ ভৰিত পৰি ক্ষমা মাগিলে। সোণচাকীয়ে মৰমেৰে চেনেহেৰে হিয়া উদঙাই ক'লে, "যি কি নহওক, মই মানুহ,-তদুপৰি এজনী অবলা নাৰী। পুৰুষৰ ভাগ্য লৈহে নাৰীৰ জীৱন যেতিয়া মই আপোনাৰ আশ্ৰয়তে বাচিব খোজো। আপুনি মোক গ্ৰহণ কৰি মোৰ প্ৰাণ বচাওক।"

কোঁৱৰে সাদৰে আকোঁৱালি সোণচাকীক গ্ৰহণ কৰিলে আৰু ক'লে, "ইয়াত থকা আমাৰ নিৰাপদ নহয়। ব'লা আমি এই ৰাজ্য এৰি আন ৰাজ্যলৈ গুচি যাওঁ।"..........

"ব'লা" বুলি সোণচাকী সাজি-কাচি ওলাল। দুয়ো পৰীয়াই গম নোপোৱাকৈ পুৱতী নিশাৰ আগতে এন্ধাৰত গা লুকুৱাই ওলাই আহি ঘোঁৰা দুটা লৈ উঠি পলাল।

পুৱা ..........

ঘৰত বৈ বৈ ডকাইত ককায়েকহঁতে উচুপিচাই থাকিবলৈ ধৰিলে।

পৰীয়াই পৰহে দি থাকিল কিন্তু পুৱা কোঠালি উদং দেখি সিহঁতৰ জীউ উৰিল।........

......বীৰ সিংহ কোঁৱৰ আৰু সোণচাকীয়ে গৈ গৈ সেই ৰাজ্য পাৰ হৈ বেলেগ এখন ৰাজ্য পাই এখন ফুলনিত সোমাই ঘোঁৰা দুটা এজোপা গছত বান্ধি ঘাঁহনিৰ ওপৰত বাগৰি শুই টোপনি গ'ল।

......সেই ৰাজ্যৰ ৰজা ঢুকাল। ৰজাৰ পুতেক নাছিল। সোণপাহী নামে এজনী মাথোন ছোৱালী আছিল। কোন ৰজা হয়,—এয়ে এটা সমস্যা হৈ পৰিল।

সেই ৰাজ্যত এজনী লখিমী হাতী আছিল। ডাঙৰীয়া সকলে থিৰ কৰিলে, এই হাতীটোৰ শুৰত এধাৰ মালা দি তাক ৰাজ্যত এৰি দিব। যাৰ ডিঙিত মালাধাৰ পিন্ধাই তাই তাক পিঠিত তুলি লব, সিয়ে সেই ৰাজ্যৰ ৰজা হ'ব।........

তেনেকৈ সেন্দুৰে টিকনিকোৰা হাতীজনীক সজোৱা হ'ল। তাই এধাৰ ফুলৰ মালা শুৰত তুলি লৈ গোটেই ৰাজ্যত ফুৰিবলৈ ধৰিলে। পিছে গায়নে-বায়নে ঢোলে-ডগৰে, পেঁপাই-কালিয়ে, সৈন্য-সামন্তই জাক-জমকেৰে ছিলদল কোৰাই গ'ল ........

......গৈ গৈ সেই হাতীজনী ফুলনিৰ ভিতৰত সোমাল। হাতীজনীয়ে শুই থকা বীৰ সিংহ কোঁৱৰক উঠাই তাৰ ডিঙিত মালাধাৰ পিন্ধাই যতনেৰে শুৰেৰে পিঠিত তুলি লৈ গুছি গ'ল। গায়নে-বায়নে গগম কঁপাই গান-বাজনাৰ বোল তুলিলে। ৰাজ কাৰেঙত দলদোপ হেন্দোলদোপ লাগিল ........ৰাজ চ'ৰাৰ সিংহাসনত বহুৱাই ডা-ডাঙৰীয়াসকলে বীৰ সিংহ কোঁৱৰক সেই ৰাজ্যৰ ৰজা বুলি ঘোষণা কৰিলে।

আটোমটোকাৰীকৈ ৰজাৰ অভিষেক উৎসৱ পতা হ'ল।........ৰজাৰ জীয়েকক বিয়া কৰি বীৰ সিংহ ৰজাই সেই ৰাজ্যৰ ৰাণী পাতিলে।

ফুলনিত শুই পৰি থকা সোণচাকীয়ে একো গমকে নাপালে। সেই ৰাজ্যত আউলী-বাউলী হৈ পাগলীৰ দৰে ফুৰি ফুৰি তাই এদিন ৰাজ চ'ৰালৈ আহি ৰজাক গোচৰ দিবলৈ আহোঁতে চিনি পাই ৰজাৰ ভৰিৰ তলত অচেতন হৈ পৰিল। চেতন পোৱাত তাইক ভিতৰ চ'ৰালৈ পঠিয়াই লিগিৰীহঁতৰ হতুৱাই গা ধুৱাই ভাল ভাল পোছাক পিন্ধাই ৰাজচ'ৰালৈ আনি তাইকো ৰজাই ৰাণী পাতিলে।

নিজৰ ভাগ্যৰ গুণত ৰজা হৈ বীৰ সিংহই সোণ-চাকী আৰু সোণপাহীৰ সৈতে সেই ৰাজ্যত থাকি সুখেৰে প্ৰজাক পালিবলৈ ধৰিলে।

ৰাজ্যজুৰি তাৰ জয় জয়-ময় ময় খিয়াতি বিয়পিল। বাপেকলৈ কটকী পঠাই সকলো বিৱৰি সন্দেশ পঠালে, "দেউতা মই নিজৰ ভাগ্যত আছোঁ, খাইছোঁ, পিন্ধিছো।"

# অজগৰ কুঁৱৰী

এখন ৰাজ্যত এজন ৰজা আছিল। তেওঁৰ এজনহে মাথোন পুতেক আছিল। পুতেকজন যেনে ধুনীয়া ঠিক তেনে সাহিয়াল আৰু নানান বিদ্যাত পাকৈত আছিল। নাম আছিল চান্দ কোঁৱৰ।......

চান্দ কোঁৱৰৰ এজন বুকুৰ বান্ধৱ আছিল। নাম আছিল বণ কোঁৱৰ—বৰফুকনৰ পুতেক। চান্দ কোঁৱৰ আৰু বণ কোঁৱৰ দুয়ো কান-সমনীয়া আছিল। দুয়ো একেলগে আছিল, একেলগে ফুৰিছিল, একেলগে খাইছিল, একেলগে শুইছিল, একেলগে সকলো বিদ্যা শিকিছিল। মুঠতে দুয়োৰে বৰ মিল আছিল। এজনে আনজনক এতিলো চকুৰ আঁতৰ নকৰিছিল।

দুয়ো ভৰ ডেকা হ'ল। দুয়োৰে দেশ ফুৰিবলৈ মন গ'ল।

এদিন চান্দ কোঁৱৰে ৰজা-ৰাণীৰ আগত মনৰ হেঁপাহ উদঙাই দিলে।

ৰজাও মান্তি হ'ল।

দুয়ো ঘোৰাশালৰ পৰা দুটা তেজাল ঘোৰা আৰু অস্ত্ৰশালাৰ পৰা চোকা তৰোৱাল বাছি লৈ ভাল লগণ চাই দেশ ফুৰিবলৈ ওলাল।

দুয়ো গৈ গৈ সেই ৰাজ্য এৰি আন ৰাজ্যৰ ভিতৰত সোমাই এখন ডাঙৰ হাবি পালে। সেই হাবিৰ ভিতৰত সোমাই তেওঁলোকে বাট হেৰুৱাই অনাই-বনাই ঘূৰি এখন ডাঙৰ বিল পালে।..........

আহল-বহল বিল, তাতে ঢৌ উঠি কলকলাই গুজৰি আছিল।

সন্ধিয়া লাগিল। বেলি মাৰ গ'ল। এন্ধাৰ হ'ল।

উপায় নাপাই দুয়ো বিলৰ দাঁতিত এজোপা ডাঙৰ ঔ গছ পাই তাতে উঠি থাকিল, ঘোৰা দুটাক তলত বান্ধি থৈ।

মাজনিশা। এনেয়ে মন হাবি তাতে আকৌ আঁউসী।........কেউপিনে একোকে নমনা কলীয়া এন্ধাৰ।........

গছৰ ওপৰত দুই কোঁৱৰে ডালৰ দুটা ফেৰেকাত বহি জুৰ লৈ জিৰাই থাকিল। দুয়োৰে অলপ টোপনিও আহিছিল।

বিলৰ ফালৰ পৰা কোঁচ-কোঁচনি শুনা গ'ল। বিলত খৌকি-বাখৌ লাগিল।....শেহত বিলৰ পানী শুকাই গ'ল। চাৰিওফালে পোহৰ হ'ল। দেখা গ'ল, এটা প্ৰকাণ্ড অজগৰ সাপ বিলৰ পৰা দাঙতলে সেইফালে আহি আছে ........

দুয়ো কোঁৱৰে নিতাল মাৰি গছৰ ওপৰৰ পৰা চাই থাকিল।

সাপটোৱে আহি সেই ঔ গছজোপাৰ তলত বান্ধি থোৱা ঘোৰা দুটাক গোটাই গোটাই গিলি তাৰ মূৰৰ পৰা পোহৰ বিলোৱা মাণিক চপৰা গছৰ গুৰিত থৈ সেই পোহৰত আৰু চিকাৰ বিচাৰি গ'ল।........

........বহু পৰৰ পিছত সেই সাপটোৱে উভতি আহি মাণিক চপৰা মূৰত লৈ বিলৰফালে গ'ল। বিলৰ মাজ পাওঁতে আকৌ বিলখন পানীৰে ভৰি পৰিল ........ আকৌ সেই আগৰ দৰে কলকলনি, খলকনি, হেন্দো-লনি উঠিল।........

পোহৰ লীন গ'ল। আকৌ আঁউসীৰ কলীয়া এন্ধাৰে আগুৰি ধৰিলে।........

এনে অদ্ভুত কাণ্ড দেখি দুই কোঁৱৰে তবধ মানিলে। গোটেই নিশা উজাগৰে কটাই, শেহ ৰাতি তেওঁলোকৰ টোপনি আহিল ..........

সাৰ পাই দুয়ো দেখিলে, বেলি প্ৰায় মূৰৰ ওপৰত। দুয়ো গছৰ পৰা নামি, গোবৰৰ লেখীয়া বস্তু বিচাৰি বিচাৰি আন আন বনৰীয়া পশুৰ তেনে বস্তু যোগাৰ কৰি মাটি আৰু বিলৰ পানী মিহলাই থলে।

সন্ধিয়া লগাৰ লগে লগে সেই মিহলোৱা মাটি চপৰা টোপোলা বান্ধি লৈ দুয়ো সেই গছজোপাৰ ওপৰত উঠিল।

মাজনিশা। চাৰিওফালে পোহৰাই সেই অজগৰ সাপটোৱে কোচ্‌কোঁচাই বিলৰ পৰা ওলাই আহি সেই মাণিক চপৰা মূৰৰ পৰা সেই ঔগছ জোপাৰ গুৰিত থৈ তাৰ পোহৰত চিকাৰ বিচাৰিবলৈ গ'ল। কিছু দূৰ গৈছে মাথোন, বৰফুকনৰ পুতেক ৰণ কোঁৱৰে সেই টিলা মাটি চপৰা সেই মাণিকৰ ওপৰত পেলাই ঢাকি থলে। কেউপিনে এন্ধাৰ হ'ল।

দূৰৈত হিলদোলৰ মাত ভুঁইকঁপৰ দৰে গিৰগিৰাই উঠিল। সাপটোৱে ইফালে এক মোহাৰ সিফালে এক মোহাৰ আছাৰি আফালি গছ-বন মোহাৰি উভালি শেহত ছটফটাই মৰিল।...........

ৰাতি পুৱাল। দুই কোঁৱৰে গছৰ ওপৰৰ পৰা দেখিলে যে সাপটো মৰি আছে। শেহত গছৰ পৰা নামি সেই মাণিক চপৰা চাফ্‌চিকুণকৈ লৈ দুয়ো সেই বিলৰ ফালে খোজ ল'লে।

শুকান বিল পাই দুয়ো হেলাৰঙে আগুৱাই বিলৰ মাজ পাই এটা সুৰঙ্গ দেখিলে।

সেই সুৰঙেদি দুয়ো সোমাই গৈ এখন অতিকৈ ধুনীয়া পাতালপুৰী দেখিলে। সেই পুৰীত এখন শুৱনি কাৰেঙ দেখি দুয়ো তাৰ ভিতৰত সোমাল। কোঠালিয়ে কোঠালিয়ে হীৰা-মুকুতা-মাণিকেৰে ভৰপূৰ দেখি দুয়ো আচৰিত হ'ল। নিশা উজাগৰে কটোৱাৰ ফলত চান্দ কোঁৱৰৰ চকু টোপনিৰ জালত জাপখাই আহিবলৈ ধৰিলে। তেওঁ আৰু আগুৱাব নোৱাৰাত এটা কোঠালিত বাগৰি শুই পৰিল।

তাতে ভালকৈ শুৱাই ৰণ কোঁৱৰে ইফালে-সিফালে আন আন কোঠালিত সোমাই সোমাই চাবলৈ ধৰিলে। কিন্তু এটি প্ৰাণীকো নেদেখি আচৰিত মানিলে। শেহত এটা ধুনীয়া কোঠালিত সোমাই এখন হীৰা পতোৱা পালেং দেখিলে। পালেঙৰ কাষ চাপি তাৰ ওপৰত এজনী দিপ্‌লীপ জুৱনী ৰূপহী তেজগঢ়া গাভৰু ছোৱালী

দেখি আচৰিত হ'ল। তাইৰ দৰে ইমান ধুনীয়া ছোৱালী জীৱনতে দেখা নাছিল ........

ৰণ কোঁৱৰে পালেঙৰ দাঁতিত থিয় দিয়াৰ লগে লগে সেই ৰূপহী সাৰ পাই উচাপ খাই বহি ভয়েৰে ক'লে,–

"কোন তুমি ?"

"মই এজন ৰাজকোঁৱৰৰ বান্ধৱ।"

ৰণ কোঁৱৰৰ কথাষাৰ শুনি কুঁৱৰীয়ে ক'লে,–"কিয় এই পাতালপুৰীলৈ আহিছা ?"

ৰণ কোঁৱৰে ক'লে,–"মোৰ বান্ধৱৰ কাৰণে তোমাক নিবলৈ আহিছোঁ।"

পদুম পাহিৰ দৰে আবেশ সনা দুটি চকু আচৰিত হৈ বৰকৈ মেলি কুঁৱৰীয়ে ক'লে, "ইয়ালৈ আহিলে মৰণক আঁকোৱালি লব লাগিব বুলি তুমি জানা ? জানানে ইয়াৰ ৰজা অজগৰে পালে তোমাক গুদাই নেৰে বুলি ?"

ৰণ কোঁৱৰেও ডাঙ্কোপ মাৰি ক'লে, "জানো। আৰু সেই মৰণৰ ভয় নাই বুলি জানিহে আমি ইয়ালৈ আহিছোঁ।........সেই অজগৰ আৰু এই সংসাৰত নাই। আমি তাক মাৰিহে মাণিক চপৰা লৈ এই পাতাল পুৰীত সোমাই তোমাৰ ওচৰলৈ আহিছোঁ।"

কুঁৱৰীয়ে আচৰিত হৈ কোঁৱৰৰ মুখৰ ফালে চাই থাকিল। অলপ পিছত চেতনা পাই মুখত হাঁহি লৈ তাই সুধিলে, "বাৰু যি হ'ল হ'ল, ভালেই হ'ল। এতিয়া তোমাৰ বান্ধৱ ৰাজকোঁৱৰ ক'ত আছে তালৈকে যাওঁ ব'লা।"

কোঁৱৰৰ ভৰি আগুৱাল। কুঁৱৰীয়েও পালেঙৰ পৰা নামি পাছে পাছে গ'ল।

দুয়ো ৰাজকোঁৱৰ শুই থকা কোঠালিত সোমাল। ৰাজকোঁৱৰৰ ৰূপ দেখি কুঁৱৰী আপোন বিভোলা হ'ল। ......তাই ৰাজকোঁৱৰৰ শুৱিত পৰি সেৱা-শুশ্ৰূষা কৰিবলৈ ধৰিলে।

......ৰাজকোঁৱৰৰ পদুমী নয়ন জোৰ মেল খালে। "ই সপোন নে দিঠক ?"......নিকুঁত মাত এষাৰ মুখৰ পৰা নোলাই নোহাই ওলাল।......

কুঁৱৰীয়ে ৰাজকোঁৱৰৰ চকুৰ ফালে চালে। চাৰি চকুৰ মিলন হ'ল।.........

"তুমি দেৱী নে মানৱী ?" কৈয়েই ৰাজকোঁৱৰে বহি কুঁৱৰীৰ মুখৰফালে ভেবেকা লাগি চাই থাকিল।

........শেহত ৰণ কোঁৱৰৰ মুখত সকলো কথা শুনি ৰাজকোঁৱৰৰ সপোন ভাগিল। দিঠকত সকলো দেখা দিলে। দুয়োৰে মিল হ'ল। কুঁৱৰীয়ে ৰাজকোঁৱৰৰ যতন লবলৈ ধৰিলে।

খাই-বৈ অলপ জিৰাই ৰণ কোঁৱৰে ক'লে, "বান্ধৱ। মই আমাৰ ৰাজ্যলৈ হাতী, ঘোঁৰা, সৈন্য-সামন্ত, গায়ন-বায়ন আনি তোমালোক দুয়োজনকে সমদলে আদৰি-সাদৰি নিম। তুমি সাৱধানে থাকিবা। মাণিক চপৰা তুমি এতিয়াও নেৰিবা।......বলা মোক পাৰ কৰি থৈ আহাগৈ।" বুলি কৈ কুঁৱৰীৰ পৰা মেলানি মাগি বুজাই বৰাই দুয়ো কোঁৱৰে সাজি-কাচি ওলাল। ৰাজকোঁৱৰে মাণিক চপৰাৰ গুণত ৰণ কোঁৱৰক বিলৰ পাৰলৈকে আগবঢ়াই থলে। দুয়ো বিলৰ পাৰত আলচিল। এসপ্তাহৰ পিছত সেই ঠাইতে সেই সময়তে যেন কুঁৱৰীৰ সৈতে কোঁৱৰে আহি বৈ থাকে,–এনে ব্যৱস্থা কৰা হ'ল।

দুয়ো চান্দ কোঁৱৰ আৰু অজগৰৰ কুঁৱৰীয়ে মনৰ হেপাহ পলুৱাই সেই পাতালপুৰীত এসপ্তাহৰ কাৰণে সুখেৰে ৰ'ল।

.........এদিন দুপৰীয়া ৰাজকোঁৱৰে খাই বৈ পালেঙত জিৰাই থাকোতে টোপনি গ'ল।

কুঁৱৰীয়ে এনে ছেগতে কোঁৱৰ পিতানৰ পৰা মাণিক চপৰা লৈ সাজি-কাচি হীৰা পতোৱা ফানটি পিন্ধি বিলৰ পাৰলৈ আহি প্ৰকৃতিৰ ৰূপ দেখি তধা লাগি চাই থাকিল।

বিলৰ পাৰত কিছুমান গৰখীয়া লগাই গৰু চৰাই আছিল। কুঁৱৰীক দেখি সিহঁতে তাইৰ কাপত ভোল গৈ তাইৰ ওচৰ পাওঁতেই তাই উধাতু খাই লৰি-ঢাপৰি বিলৰ মাজলৈ লৰি সুৰঙেদি পাতালপুৰীলৈ উভটি

আছিল। ধৰি চাপৰি যাওঁতে তাই এপাচ কানচি সেই খাঁহনি পথাৰতে পেলাই গৈছিল।

সেই এৰি থৈ যোৱা ধুনীয়া হীৰা পতোৱা কানচি-পাচ লৈ গৰখীয়া লৰাহঁতে সেই ৰাজ্যৰ ৰজাৰ ওচৰলৈ গৈ সেই পাচ দি সকলো কথা কঁহিয়াই ক'লে।......

ৰজাই শুনি বং পাই সিহঁতক বঁটা দিলে। পিছে ৰজাই সেই কুঁৰবীক ধৰি আনিবলৈ সৈন্য-সামন্তক পঠিয়ালে।

পিছদিনা সেই বিলৰ দাঁতিৰে কাষৰে, খাঁহনি পথাৰৰ আশে-পাশে লুকাই সেই সৈন্য সামন্তহঁতে পুৰাকৈ পৰা চুপা দি থাকিল।........

অজগৰ কুঁৰবীয়ে পিছদিনা দুপৰীয়া চান্দ কোঁৱৰক খুৱাই-বুৱাই সেৱা যতন কৰি থাকোতেই কোঁৱৰৰ টোপনি আহিল। কুঁৰবীয়ে সেই টলকতে কোঁৱৰৰ শিতানৰ তলৰ পৰা মাণিক চপৰা লৈ সেই কানচিপাত বিচাৰি উলিয়াবলৈ বিলৰ পাৰলৈ আহিল। তাই খাঁহনি পথাৰত বিচাৰি থাকোতে ৰজাৰ সৈন্য-সামন্তহঁতে আগচি ধৰি কুঁৰবীক ধৰি নি ৰজাক গটালে।

ৰজাই এনে শুৱনী দিপ্‌লীপ ছোৱালীজনীক দেখি ভোল গ'ল; আৰু এমাহৰ মূৰত বিয়া কৰিবলৈ মন কৰিলে।

সিফালে হাতীয়ে-ঘোৰাই, গায়নে-বায়নে, সৈন্যই-সামন্তই বণ কোঁৱৰে আদৰি নিবলৈ আহি বিলৰ পাৰত কোঁৱৰ আৰু কুঁৰবীক নেদেখি হতাশ হ'ল। আদৰি নিবলৈ অহা সৈন্য-সামন্তহঁতে সিহঁতক ঠগা বুলি ভাবি খঙত কোঁৱৰক চৰ-ভুকু-কিল-গোৰ আৰু কেইকোবমান সোধাই গুচি গ'ল। বণ কোঁৱৰে কোব খাই তাতে অচেতন হৈ পৰি থাকিল। চেতন পাই বিষে-জ্বৰে কেঁকাই-গেঁথাই তাৰ পৰা উঠি বাজ নগৰৰফালে খোজ ল'লে।........নগৰ পাই ৰজাই এজনী শুৱনী কুঁৰবীক বিয়া কৰিবলৈ আনিছে বুলি শুনি ভাতে খ'ল।........

হাতত যিখিনি ধন আছিল তাৰে তেওঁ কিছুমান ভাল ভাল খাৰু কিনি নগৰৰ ঘৰে ঘৰে ফুৰি ফুৰি বিকিবলৈ ধৰিলে।

সকলোৰে উপদেশ মতে বণ কোঁৱৰ খাৰু কাৰেঙলৈ গ'ল।......কুঁৰবীক খাৰু লাগিব বুলি ভাবি ৰজাই তেওঁক ভিতৰ চ'ৰালৈ পঠিয়াই দিলে।

ভিতৰ চ'ৰাত সোমাই তেওঁৰে সৈতে কুঁৰবীৰ দেখা হ'ল। দুয়ো দুয়োকে চিনিলে। কোঁৱৰে যত-নেৰে কুঁৰবীৰ হাতত এপাচ-দুপাচকৈ লাহে-ধীৰে খাৰু সোমাই, ইপাচ-সিপাচ বছাৰ ছলেৰে ফুচ্‌ফুচাই ক'লে,—"কুঁৰবী। তুমি এতিয়াই সেই মাণিক চপৰা আৰু কিছু ধন আনি মোক দিয়া আৰু মাজনিশা তুমি পাচ দুৱাৰেদি ওলাই সৌ বেলগছ জোপাৰ তলত মোক লগ ধৰিবা। যেনে তেনে।"

কুঁৰবীয়ে উঠি গৈ ভিতৰৰ পৰা মাণিক চপৰা আৰু কিছু ধন আনি কোঁৱৰৰ হাতত দি ক'লে,—"তোমাৰ খাৰু কেইপাচ মোৰ ভাল লাগিল। কেতিয়াবা ইয়াতকৈয়ো ভাল ভাল চাই খাৰু আনিবা। তোমাক ভালকৈ ইয়াৰ বেচ দিম। কাৰণ জানাই নহয়,—এমাহৰ ভিতৰতে মোৰ ৰজাৰ লগত বিয়া হ'ব।"......

......বণ কোঁৱৰে মাণিক চপৰা গুপুতে লৈ মোনাত ভৰাই আৰু ধন সোপাও গণি থৈ খাৰুৰ টোপোলাটো কান্ধত পেলাই—"ভাল আইচু দেউতা" বুলি কৈ বিদায় লৈ গুচি গ'ল।..........

মাজনিশা লিগিৰীহঁতে টোপনিত লালকাল দি কেউপিনে মজিয়াত বাগৰি পৰি আছিল। কুঁৰবীয়ে কোনেও গম নোপোৱাকৈ হাতত সাৰে ভৰিত সাৰে মনে মনে পালেঙৰ পৰা নামি গৈ খিড়িকীয়েদি পলাকি পলাল।

বণ কোঁৱৰে বেলগছ জোপাৰ তলত কুঁৰবী অহা মাত্ৰকে লগত লৈ সেই বিলৰফালে লৰালৰিকৈ খোজ ল'লে।

পাতাল পুৰীৰ সেই ধুনীয়া কাৰেঙৰ পৰা কোঁৱৰৰ ইমলি-বিমলি বিণিকি-বিণিকি শুনি কুঁৰবীয়ে লৰি-ধাপৰি গৈ কোঁৱৰক বুকুত সাৱটি ল'লে। আৰু সকলো কাহিনী মেলিলে।

ৰবকুকনৰ পুত্ৰেকক দেখি উলাহত "বান্ধৱ" বুলি কোঁৱৰে আকোঁৱালি ধৰিলে।

......ৰণ কোঁৱৰেও তেওঁৰ দুখ-দুৰ্গতিৰ কথা ক'লে। চান্দ কোঁৱৰে নিজ অন্যাৰবাসভাৱ কাৰণে ৰৰ লাজ আৰু বেজাৰ পালে। আৰু তেনে নকৰিব খুলি সৈ খালে।

......আকৌ ৰণ কোঁৱৰে আগৰ নিচিনাকৈ ঠিক কৰি কোঁৱৰৰ পৰা মেলানি মাগি নিজৰ হাতী, ঘোঁৰা, গায়ন-বায়ন আদি আনিবলৈ গ'ল।

এসপ্তাহৰ মূৰত ঠিক কৰা সময়মতে ৰাজকোঁৱৰে কুঁৱৰীক লৈ বিলৰ পাৰলৈ আহোতেই সকলোৱে আদৰি সাদৰি সমদলে দুয়োকে নিজ ৰাজ্যলৈ নিলে।......

ৰজা-ৰাণীৰ অন্তৰত ৰঙতে ঠাই নোহোৱা হ'ল; আৰু গোটেই ৰাজ্য কোঁৱৰৰ হাতত গঁপি দি বাকী জীৱন ধৰমত কটাবলৈ মন মেলিলে।

চান্দ কোঁৱৰ সেই ৰাজ্যৰ আৰু পাতাল পুৰৰ ৰজা হ'ল। গোটেই ৰাজ্য ধন, সোণ, হীৰা-মুকুতা, মাণিকেৰে উপচি পৰিল। ৰাইজৰ সুখৰ সীমা নোহোৱা হ'ল।

মন্ত্ৰী ডাঙৰীয়া চুকুৰাও ৰণ কোঁৱৰেও মন্ত্ৰী হৈ সুকলমে ৰাজ্য চলাবলৈ ধৰিলে।.........

.......চান্দ কোঁৱৰ আৰু অজগৰ কুঁৱৰীৰ পোহৰত গোটেই দুখন ৰাজ্য জিলিকি থাকিল।

# বিৰবিৰনি-সোঁ-সোঁৱনি

এখন দেশত এজন কানীয়া আৰু এজন ভাঙুৰী আছিল। দুয়োৰে বৰ মিল আছিল। পুৱাৰ পৰা সন্ধিয়ালৈকে কানীয়াৰ ঘৰত ভাঙুৰীয়ে থাকি কানিৰ খোলাত বহি কুটা পীৰাত ডবুৱা কটাৰীৰে ভাং কাটি চিলিমত ভৰাই জুই লগাই হুপি হুপি বাৰ জিলাৰ কথা উলিয়াই মেল পাতিছিল আৰু কানীয়াই কানিৰ টিকিৰা লগাই হুপি হুপি হয়ভৰ দিছিল।......কিমান যে লাগ্‌ভাগ নোহোৱা কথাৰ জাউৰী উঠিছিল তাৰ শেষ নাছিল।......দুয়োৰে ওচৰা-ওচৰি ঘৰ আছিল।

দুয়ো বৰ খোদ আছিল। ঘৰৰ কাম-বন একোকে নকৰিছিল।........ঘৰৰ ছাল চহি পৰিল, বেৰৰ একাল ভাগিল, দুয়োৰে কাণসাৰেই নাছিল।

কানীয়াৰ বৈণীয়েক আৰু ভঙুৱাৰ ঘৰৰ মানুহজনীয়ে অ'ত-ত'ত খুজি-মাগি আনি বাঢ়ি-বাঢ়ি কোনোমতে খুৱাই-বুৱাই বাঢ়ি-বৈ জীৱন নিয়াইছিল। কাপোৰকানি ফালি-ছিঙি তেনেই ছিৰিলা-ছিৰিলি হ'ল। সিহঁতৰ জীৱন শেষত অনাটনীৰ হৈ উঠিল।... কেতিয়াবা কোনোবাদিন যায় সেইদিনা সিহঁতৰ গাত কিল, গোৰ চৰ-ভুকু আনি নিছিগাকৈ বৰষিছিল।

সিহঁতৰ বাইখ নোহোৱা দেখি দুয়ো এদিন এটা কণি পাতিলে।......সিহঁতে নিজৰ নিজৰ গিৰিয়েকক বিহ খুৱাই মাৰি আন এজন পৈক লৈ থাকিবলৈকে থিৰাং কৰিলে।

মাৰ-ধৰ খাইও দুয়োজনীয়ে মৰসাহ বুকুত লৈ এদিন সাদৰেৰে ক'লে, "দুয়োৰে বৰ মিল আৰু দুয়ো বান্ধৱ। দুজনে মন কৰিলে গোটেই জগতখনকে জিনি আনিব পাৰে। গতিকে কাইলৈ দিনবাৰ ভাল আছে। দুয়ো একেলগে কিবা এটা কাম বিচাৰি গলে নিশ্চয় ভাল কাম পাব।......গতিকে কাম পালে আমাৰ ভাগে কানিয়ে লোভাবা হ'ব। আৰু আপোনালোকেও সুখেৰে জীৱন নিয়াব পাৰিব।"........

প্ৰতিজনীয়ে নিজৰ নিজৰ গিৰিয়েকক এইবৰ সময়ত এইদৰে ক'লে।.......কানীয়া আৰু ভঙুৱাই ভাবিলে কথাটো ভালেই। দুয়ো বাজি হ'ল।

……পুৱাই উঠি দুয়োজনীয়ে পিঠা সান্দহ যুগুত কৰি বহুদিনে যতনাই থোৱা বিচিমিচি বিহ গুৰি কৰি সানি এটা টোপোলাত বান্ধি যতন কৰি থলে।

খাৰত থোৱা নিকা ভাল পোচাক চুৰীয়া চেলেং পিন্ধি-উৰি দুয়ো কানীয়া আৰু ভণ্ডুৰাই সাজি-কাচি টোপোলা লৈ ওলাল।

দুয়ো গৈ গৈ সেই ৰাজ্যখন এৰি বেলেগ এখন ৰাজ্য পালে।………

ভৰ দুপৰীয়া।………টিকাফটা ৰ'দত দহি-জহি পুৰি ঘামত ভিজি-বুৰি এখন নৈৰ পাৰত এজোপা জামু গছৰ তলত দুয়ো জিৰাল।……..

অলপ জিৰণি লোৱাৰ পিচত সিহঁতে গা-ধুই জলপান অলপ লবৰ মনেৰে গামোছা পিন্ধি নৈৰফালে খোজ ললে আৰু গা ধুলে।

সেই দেশত এটা দঁতাল কানীয়া বনৰীয়া হাতীয়ে গোটেই ৰাজ্যত বৰ উৎপাত কৰি ফুৰিছিল। সেই হাতীটোক কোনোপধ্যে কোনেও মাৰিব নোৱাৰাত গোটেই ৰাজ্যত ঢোল কোবাই জনোৱা হ'ল যে "যেয়ে এই দঁতাল বনিয়া হাতীটোক মাৰিব পাৰিব, সেয়ে ৰজাৰ একনী মাথোন জীয়েকক বিয়া কৰিব পাৰিব আৰু আধা ৰাজ্য পাব।"……..

কোনেও সেই হাতীটোক মাৰিব নোৱাৰিছিল। সেই বনিয়া হাতীটোৱে আহি পিঠা সান্দহৰ গোন্ধ পাই সেই জামু গছৰ কাষ চাপিল আৰু তাৰ তলৰ সেই টোপোলাটো শুৰেৰে তুলি মুখত ভৰালে। মিচি-মিৰ বৰ বিহ লাগিল। হাতীটো থিয়ই থিয়ই মৰিল।

তেনে মৰণৰ পৰা সেই কানীয়া আৰু ভাণ্ডুৰীয়ে ৰাইখ পালে।

গা-পা ধুই কাপোৰ কানি পিন্ধি-উৰি দুয়ো সেই জামু গছ জোপাৰ তলত টোপোলা নেদেখি আচৰিত হ'ল। পিঠা সান্দহৰ কাৰণে নহয় সেই টোপোলাত ভাং কানিৰ সকলো যতন আছিল—সেইবোৰ নোহোৱাৰ কাৰণে সিহঁতে দুয়ো মূৰে-কপালে হাত দি বেজাৰ কৰিবলৈ ধৰিলে।

কানীয়াই ভণ্ডুৱাৰ মুখৰফালে চাই ক'লে, "ভৈয়াই ঐ। এতিয়া আমাৰ গতি কি হ'ব?"

ভাণ্ডুৰাই কানীয়াৰ মুখৰফালে চাই ক'লে "এৰা বাদৈ। এতিয়াহে মৰিলোঁ।"

হঠাতে দুয়োৰে চকুত সেই থিয় হৈ মৰা হাতীটো পৰিল।

"সোৱা চোৱাচোন।"

"এৰা, কিবাহে দেখোন।"

দুয়ো কি বস্তু চাবলৈ উঠি হাতীটোৰ কাষ চাপিল। ভাণ্ডুৰীয়ে নেজৰফালে ধৰি ক'লে, "বাদৈ। ইয়ে আমাৰ টোপোলা খাইছে।" বুলি এটা আজোৰ দিলে।

কানীয়াই শুৰত ধৰি চিঞৰি চিঞৰি কলে, "ভৈয়াই ঐ-ইয়েই-ই। আৰু কোনো নহয়।" বলি এক গোৰ বহালে। সিহঁতে জীৱনত হাতী দেখা নাছিল।

হাতীটো বাগৰি পৰিল।

সিকালে মন্ত্ৰীয়ে কিবা কামত সেই ফালেদি যোৱাত উঠি আহোতে সিহঁতৰ এনে কাণ্ড দেখি আচৰিত হৈ উভতি গৈ পোনাই ৰাজ চ'ৰালৈ গৈ ৰজাক ফোঁপাই-জোঁপাই ক'লে, "স্বৰ্গদেও। এটা ডাঙৰ কথা হ'ল। মই নৈ পাৰেদি ফুৰিবলৈ যাওঁতে দেখিলোঁ, যিটো হাতীক কোনেও ধৰিব পৰা নাই, মাৰিব পৰা নাই, তাক দুজন বলী বীৰে এক আজোৰত আৰু এক গোৰত মাৰি পেলাইছে।"

ৰজাই শুনি সিহঁত দুজনক আদৰি-সাদৰি আনিবলৈ সৈন্য-সামন্ত পঠিয়ালে।

সৈন্য-সামন্তই সেই জামু গছজোপাৰ ওচৰলৈ আহি কাষতে মৰা হাতীটোৰ ওপৰত বহি থকা দুজন-কানীয়া আৰু ভাণ্ডুৰীক সেৱা জনাই ক'লে, "ডাঙৰীয়া সকল। আপোনালোক দুজনক আদৰি নিবলৈ ৰজাই আমাক পঠিয়াইছে। বলক।",

সিহঁতে জেঠেৰ মাৰি মুখ বেকেটাই ক'লে, "বা-বা, তহঁতৰ ৰজাক পঠাবি।"………..

সৈন্য-সামন্তহঁতে উভতি ৰজাক জনালে গৈ। এইবাৰ

ৰজাই নিজেই আহি সিহঁত দুজনক আদাৰ-সাদৰি ৰাজ কাৰেঙলৈ লৈ গৈ ৰাজ চ'ৰাত বিচাৰ হ'ল। কানীয়াই ভাবিলে, এইবাৰহে বিপাঙত পৰিলোঁ। ভাণ্ডুৰীয়ে ভাবিলে এইবাৰ আৰু ৰাইখ নাই।

কানীয়াই ক'লে, "স্বৰ্গদেও! মই মৰা নাই, মোৰ ভৈয়াইহে মাৰিছে।"

ভণ্ডুৰাই ক'লে, "মই নহয় স্বৰ্গদেও। মোৰ বান্ধৈয়েহে একে গোৰ শোধাই মাৰি তাক ৰগৰাই পেলাইছে। মই কেৱল নেজত ধৰি আজোৰহে দিছিলোঁ।"

মন্ত্ৰীয়ে সাখিয়ালে, "এৰা কানীয়াইহে গোবৰাৰি পেলাইছিল, ভণ্ডুৰাই কেৱল নেজত ধৰি আজোৰহে মাৰিছিল।"

ৰজাই বৰ বং পালে। এদিন দিনবাৰ চাই কানীয়াৰ সৈতে ৰাজকুঁৱৰীৰ বিয়া দি কানীয়াক আধা ৰাজ্য দিলে।

........সকলোৰে মুখত কানীয়া আৰু ভাণ্ডুৰীৰ বীৰত্বৰ কাহিনীহে শুনা গ'ল, আৰু সিহঁতৰ শলাগৰ ঢৌ বিয়পি পৰিল।........

কানীয়া ৰজা হ'ল। ৰাজ্যৰ কামলৈ মন নিদি কাৰেঙৰ এচুকত ভালকৈ খোলা পাতিলে। ভণ্ডুৰাইও তাতে বহি ভাং কুটি চিলিমত ভৰাই হুপি হুপি দিন নিয়াব ধৰিলে।......

কানি আৰু ভাঙৰ গোন্ধত কাৰেংখন ওপচি পৰিল।

গিৰিষেক হ'ল অজলা, অথলা, কানীয়া-দেখি শুনি কুঁৱৰীৰ মন তিতা লাগি গ'ল। জীৱনটো অথলে যোৱা যেন ভাবি তাই নানান চিন্তা কৰিবলৈ ধৰিলে। শেহত গোপনে তাক মাৰি পেলাবলৈ থিৰাং কৰিলে।........ৰাজসুখ পাইও কানীয়াৰ মন-কাণ নাছিল। মন আছিল কেৱল সেই কানি খোলালৈ।........

এটা বাঘে সেই ৰাজ্যত বৰ উৎপাত কৰি ফুৰিছিল। সি বহুতো গৰু-ম'হ, দমৰা-চেঁউৰী, পঠা-ছাগলী, মানুহ-দুনুহ খাই ত্ৰাস সৃষ্টি কৰিছিল। ৰাইজৰ সুখ-শান্তি নোহোৱা হৈছিল। কুঁৱৰীয়ে ৰজাক ক'লে, "দেউতা! কি উৎপাতীয়া বাঘ তাক মাৰিবলৈ ৰাজ্যত শান্তি নোহোৱা হৈছে। --- আপোনাৰ জোঁৱাই আৰু তেওঁৰ লগৰজনক সেই বাঘটো মাৰিবলৈ নাপাঠে কেলৈ?"

কুঁৱৰীৰ কথাষাৰ শুনি ৰজাই কানীয়া আৰু ভণ্ডুৰাক সেই বাঘটোক বধ কৰিবলৈ পাচিলে।........

........সন্ধিয়াৰ আগতে জোৰা দুটা লৈ সিহঁত দুজনে সেই বাঘটোক মাৰিবলৈ গ'ল। গৈ গৈ সিহঁতে এখন হাবি পাওঁতে সন্ধিয়া লাগিল। সেই হাবিৰ কাষতে এজনী বুঢ়ীৰ পঁজা আছিল। সেই পঁজাৰ বাহিৰত এটা খুটাত ঘোৰা দুটা বান্ধি পঁজাৰ ভিতৰত দুয়ো জিৰাই টোপনি গ'ল।.. ....

নিশা হ'ল। এটা ঘৰত এটা সৰু লৰাই কান্দি পেন্‌পেনাই আছিল।........

সেই বাঘটোৱে সেই ঘৰটোৰ কাষতে অলপ জুৰ লৈছিল। লৰাৰ মাকে নিচুকাই কৈছিল-"মেনে মেনে থাক ঐ। মোৰ সোণাই! মেনে মেনে থাক্।......বাঘ আহিছে, তোক নিব। মেনে মেনে থাক্।"......লৰাই ভয়ত মনে মনে থাকিল।.....বাঘে সকলো কথা শুনি আছিল। সি মনে মনে ঘৰৰ দুৱাৰ মুখলৈ আহি থমকি ৰ'ল।........লৰাই মাকক সুধিলে-"আই আই! বাঘতকৈ ডাঙৰ আৰু কি আছে?"........"এ সোণাই! তাতকৈ ডাঙৰ? বিৰ্‌বিৰনি আৰু সোঁ-সোঁৱনি।"

বৰষুণৰ বিৰ্‌বিৰনি আৰু ধুমুহাৰ সোঁ-সোঁৱনি।

শুনিয়েই বাঘে ভিৰাই সেই দুৱাৰ মুখৰ পৰা এটা দীঘল জাপ মাৰি লৰ দিলে।......গৈ গৈ বুঢ়ীৰ পঁজা পালে সি। দূৰৈৰ পৰা বাঘৰ শব্দ পাই ঘোৰা দুটাই আজুৰি কেনেবাকৈ বান্ধ মোকলাই পলাল।......বাঘটোৱে সেই খুটাৰ ওচৰত জিৰালে আৰু জৰীৰ লগত খেলি থাকোতেই সেই জৰীৰ বান্ধ তাৰ ডিঙিত লগাত বাঘ বান্ধত বন্দী হ'ল।

পিছদিনা পুঁৱতী নিশাই কানীয়া আৰু ভণ্ডুৰাই ঘুমটিৰ পৰা সাৰ পাই উঠি পঁজাৰ পৰা ওলাই আহি ঘোৰা বুলি সেই বাঘটোৰ পিঠিৰ ওপৰত দুয়ো উঠিল।.... সিহঁতে ভাবি ললে এটা ঘোৰা বাঘে নিলে বুলি। সিহঁতে জীৱনত বাঘ দেখা নাছিল।

দুয়ো বাঘৰ পিঠিত উঠি গৈ গৈ ৰজাৰ কাৰেঙত পালে। বাঘে মনে মনে ভয় খাইছিল। সি ভাবিছিল, খাবৰ্তকৈ ডাঙৰ কিবা এই দুজনেই বিৰ্বিৰনি আৰু সোঁ-সোঁৱনি......সেই কাৰণে সি ভয়ত পেপুৱা লাগি নিমু হৈ আছিল। বাঘৰ মুখত কেৱল দুটা মাত ওলাল,—"বিৰ্বিৰনি আৰু সোঁ-সোঁৱনি।........কাৰেঙৰ বাট চ'ৰাত সন্মুখৰ সেই আহত জোপাত সেই বাঘটোক ভালকৈ বান্ধি সিহঁতে নিজ খোলালৈ গৈ ৰহিল।

ইফালে বাহিৰত হুলস্থুল লাগিল।..........বাটচ'ৰাৰ সন্মুখত সেই আহত গছ জোপাৰ তলত মানুহে মানুহ জুম বান্ধি থাকিল।........সকলোৱে কানীয়া আৰু ভাঙুৰীয়ে ধৰি অনা বাঘটোক চালে আৰু সিহঁতক ধন্যানিৰলৈ ধৰিলে।

সিফালে ৰজাই ৰাজচ'ৰালৈ কানীয়া আৰু ভাঙুৰীক মাতি নি বহু ধন বঁটা দিলে।........সিহঁতে সেই ধন নিজ ঘৰলৈ পঠালে।..........

..........সিফালে কাৰেঙৰ ভিতৰত সকলো বাতৰি শুনি কুঁৱৰীয়ে উচপিচাবলৈ ধৰিলে। এইবাৰ কানীয়াক মাৰিব নোৱাৰি তাই বৰ নিৰাশ হ'ল, আৰু নিজৰ ধাতকপলীয়া জীৱনৰ কথা ভাবি নিজৰ জীৱনক ধিক্কাৰ দিলে।

তথাপি তাই এনেই এৰি দিয়াৰ ভকতনী নাছিল।....

তাইও মনে মনে নানান বুধি পাতিলে।......এদিন তাই ৰজাক ক'লে, "দেউতা। মোক এটা বাঘ জীয়াই জীয়াই দিব লাগে। আপোনাৰ জোঁৱাই আৰু তেওঁৰ লগৰজনক পাচক।"

ৰজাই আকৌ সেই দুজনক পাচিলে।......দুয়ো খাই বৈ দুটা ভাল ঘোৰা ঘোৰাশালৰ পৰা আৰু দুখন চোকা তৰোৱাল অস্ত্ৰশালৰ পৰা লৈ ওলাল।

সেই ৰাজ্যৰ বনপুৰৰ মাজত বিয়পি পৰিল যে— বিৰ্বিৰনি আৰু সোঁ-সোঁৱনি নামেৰে দুজন বীৰে এই ৰাজ্যলৈ আহি "বাঘ মেধ যজ্ঞ" পাতি বাঘৰ বংশ ধ্বংস কৰিবলৈ পাতিছে। আৰু সিহঁতৰ ৰজাক সেই যজ্ঞৰ পহিলা বলি বুলি ধৰি লৈছে।

গৈ গৈ সিহঁতে এখন ডাঙৰ হাবিৰ কাষ পাই তাৰ ওচৰতে এটা গোহালিত ঘোৰা দুটাক বান্ধি এটা পঁজাত দুয়ো জিৰালে।

মাজনিশা হ'ল। দুয়ো টোপনিৰ পৰা সাৰ পালে। সাৰ পায়েই ওচৰত বাঘৰ গুজৰণি শুনি দুয়োজনে ভাবিলে কি।

কানীয়াই ক'লে,-"বিৰ্বিৰনি"।

ভাঙুৰাই চিঞৰিলে,-"সোঁ-সোঁৱনি।"........

বাঘে ভাবিলে সেই কিবা দুটা দেখোন ইয়াতেই। ক'লৈ যাওঁ কলে নাযাওঁ বুলি ভাবি বাঘটোৱে সেই গোহালিৰ ভিতৰত ঘোৰা দুটাৰ মাজত ভয়তে সোমাল। বাঘক দেখি ঘোৰা দুটাই ছট্‌ফটাবলৈ ধৰিলে।

গোহালিত কিনো পয়মাল হৈছে বুলি ভাবি দুয়ো এডাল দীঘল জৰী লৈ পঁজাৰ পৰা ওলাই গোহালিলৈ গ'ল।

দুয়ো খেপিয়াই খেপিয়াই বাঘটোৰ গাত হাত ফুৰাই চালে, বৰ লোদৰ-পোদৰ গা; ভাল ঘোৰা। ইয়াকে ভাবি দুয়ো বাঘটোক ভালকৈ বান্ধি থলে। বাঘেও ভয়ত পেপুৱা লাগি মনে মনে থাকিল।

পুৱাই উঠি দুয়ো ঘোৰাত উঠি বন্ধা অৱস্থাতে বাঘক লৈ চেকুৰিয়াই গ'ল।

ৰজা আৰু ডা-ডাঙৰীয়াই দুই বীৰক বাঘ এটাক জীয়াই জীয়াই লৈ অহা দেখি বৰ শলাগিলে আৰু সিহঁতক বহুতো ধন বঁটা দিলে।... ....

সিহঁতে কটকী এজনক সেই ধনেৰে সৈতে ঘৰলৈ পঠিয়ালে।

কুঁৱৰীৰ বুকুৰ ভিতৰত ঈৰ্ষাৰ জুই বাঢ়িহে গ'ল। নানান বুধি পাতিলে কানীয়াক মাৰিবলৈ।

এজন ৰজাই সেই ৰাজ্যলৈ মাল দুজনক যুঁজিবলৈ পঠিয়াইছিল।

এই ৰাজ্যৰ ৰজা বৰ বিমোৰত পৰিল। সেই মাল দুজনৰ লগত যুঁজিবলৈ সেই ৰাজ্যত কোনো নাছিল। ৰজাৰ বৰ চিন্তা উপজিল।

কুঁৱৰীয়ে ৰজাক ক'লে, "দেউতাই ইমান ভাবিছে

কেনেকৈ ? জোঁৱাই আৰু তেওঁৰ লগৰজন আছেই নহয়। সিহঁতক বুজিবলৈ নাপাচে কিয় ?"

ৰজাৰো চিন্তা ভাবনাৰ ওৰ পৰিল।

কানীয়া আৰু ভণ্ডুৱা মান্তি হ'ল। নগৰৰ এচুকত সিহঁতৰ কাৰণে আখৰা ঠিক কৰা হ'ল।........দুয়োৰে কাৰণে ছুলেৰ পিঠাগুৰি, এসাজৰ কাৰণে নিতৌ ছুলেৰকৈ সিধা দিয়া হ'ল।........তদুপৰি সদায় চাৰি-গাড়ী কেঁচা খৰি সেই ঠাইত দমাই থোৱা হ'ল।......

কানীয়া ভণ্ডুৱাই থিৰাং কৰিলে ছুলেৰ পিঠাগুৰিৰে সৰু-সুৰা এসোপা পিঠা সজোৱাতকৈ দুটা ডাঙৰ ডাঙৰ পিঠা সজোৱাই সহজ বুলি ভাবি তাকে বুগুত কৰিলে। সিফালে খৰি হ'ল কেঁচা। ধোঁৱাৰ জালত চকুৰে-নাকে পানী ওলাই সিহঁতক জুলা-কলা কৰিলে।

সিফালে সেই বিজতৰীয়া মাল দুজনে এই ৰাজ্যৰ বীৰ দুজনেনো কি খায় কি কৰে চাবলৈ আহি পাক-ঘৰৰ বিন্ধাইদি জুমি চালে।

কানীয়াই ক'লে,—"ভৈয়াই ঐ, কেঁচাই থাকিল দেখোন।"

ভাণ্ডুৰীয়ে ক'লে,—"কেঁচাই কেঁচাই দুটাক খোৱা যাওক। কি কোৱা বান্ধৈ ?"

সিহঁতক কেঁচাই খাব বুলি ভাবি মাল দুজনৰ বুকুয়েই খাব শুনিয়েই টিপ্‌লিং-টিপ্‌লিং কৰিবলৈ ধৰিলে। ভয়ত দুয়ো কানীয়া আৰু ভাণ্ডুৰীয়ে পাকঘৰৰ পৰা ওলাই আহি সিহঁতক দেখিলে। সিহঁতেও সিহঁতৰ পাছে পাছে খেদা দিলে। দুই মালে পলাই ৰাজ্যৰ সীমা পালে। কানীয়া আৰু ভাণ্ডুৰীয়ে সিহঁতৰ পাছে পাছে গৈ সিহঁতক খেদি সীমা পাৰ কৰি দিলে।

গোটেই ৰাজ্যৰ ৰাইজে সিহঁতৰ মালযুঁজ চাবলৈ আহিছিল। কাৰণ সেই দিনাই সেই যুঁজ হবৰ কথা আছিল।

সকলোৱে দুয়োকে শলাগিবলৈ ধৰিলে। ৰজাই দুয়োকে মাতি আনি আকৌ এসোপা ধন-সোণ দিলে।

পুনৰ কটকীৰ হতুৱাই সিহঁতে সেই ধন-সোণ ঘৰলৈ পঠিয়ালে।

কুঁৱৰীয়ে নিজৰ চিতাত নিজে পুৰি আধা মৰা হোৱা যেন হ'ল।

সেই ৰাজ্যৰ ৰজাই আন এখন ৰাজ্যৰ ৰজাক বছৰি কৰ শোধাইছিল। এইবাৰ কানীয়া আৰু ভাণ্ডুৰীৰ নিচিনা দুজন বীৰক পাই ৰজাৰ সাহ বাঢ়িল। ৰজাই কটকীক পঠিয়াই তাৰ মুখেৰে জনালে, সেইবছৰ কৰ নিদিয়ে বুলি।........

কটকীৰ মুখে এনে অপমানজনক বাতৰি পাই সেই ৰাজ্যৰ ৰজাৰ খং চুলিৰ আগ পালেগৈ। তেওঁ এই ৰাজ্য আক্রমণ কৰিবলৈ সৈন্য-সামন্ত পঠালে।

এই ৰাজ্যৰ সীমাত কামাৰণ গৰজি উঠিল। এই ৰজাইও সেই আক্রমণ প্রতিৰোধ কৰিবলৈ সৈন্যবাহিনী পঠালে।

কানীয়া আৰু ভাণ্ডুৰীকো সেই যুঁজলৈ পঠোৱা হ'ল। সিহঁত বৰ বিপোৰত পৰিল। এইবাৰ সিহঁতৰ ৰাইখ্ নোহোৱা হ'ল। সিহঁতে গতি বিষম ভাবি ঘোঁৰা শালৰ পৰা এজোৰ কণীয়া লেঙেৰা ঘোঁৰা বাছি লৈ অস্ত্রশালৰ পৰা দুখন ভোতা তৰোৱাল বিচাৰি লৈ দুয়ো কঁকালত আঁৰি ঘোঁৰাত উঠি ৰণলৈ গ'ল। সিহঁতৰ ভাবনা আছিল, আগৰ সৈন্যবিলাক মৰিলে মৰক। সিহঁতে পিছ পৰি থাকি হবা যেন পালে পলাই পত্রং দিব।........এই ভাবিয়েই দুয়ো লেঙেৰা ঘোঁৰাত উঠি খুটুৰ-খুটুৰকৈ পিচ পৰি লাহে-ধীৰে যাবলৈ ধৰিলে।

তয়া-মৰা ৰণ লাগিল। কামান, ছিলৈ গৰজি উঠিল, কাঁড় উৰিবলৈ ধৰিলে। তেনে ভীষণ দৃশ্য দেখি দুয়োৰে জীউ উৰিল।

উপায় নাপাই দুয়ো ঘোঁৰাৰ তপিনাত চেকনিৰে ৰৰকৈ কোবাব ধৰিলে। সেই লেঙেৰা ঘোঁৰা দুটাৰ গুণ আছিল, তপিনাত তিনি কোবৰ ওপৰ পৰিলে সেইবোৰ ঘোঁৰা উৰি যায়।........ভয়ত পলাই যাবলৈ থিৰাং কৰি দুয়ো ঘোঁৰা এটাৰ তপিনাত তিনি কোবৰ উপৰি কোব দিয়াৰ লগে লগে পক্ষীৰাজ ঘোঁৰাৰ দৰে দুয়ো ঘোঁৰা আকাশলৈ উৰি গ'ল। ভয়ত দুয়ো

কানীয়া ভাঙুৰীয়ে ঘোৰাৰ ডিঙিত সাৰোট মাৰি ধৰিলে। ভাৰতৰ চমৎকাৰ মাজেদি জাঁকে জাঁকে নীল আকাশৰ চান্দোৱাৰ তলে তলে ঘোৰা যোৰ উৰিবলৈ ধৰিলে। দুইকাষে এযোৰ তাল গছ লগা-লগিকৈ আছিল। দুয়ো নিজৰ জীৱন ৰখাবলৈ সেই তাল এজোপা জনেপতি খাপমাৰি ধৰোতেই দুজোপা তালগছ উভালি আহিল। তাল গছ দুজোপাও লগে লগে শূইনত ওলমি যাবলৈ ধৰিলে। শত্ৰু পক্ষৰ সেনাহঁতে এনে আচৰিত কাণ্ড দেখি ৰণথলী এৰি পলাবলৈ ধৰিলে। শেহত সেই ৰাজ্যৰ ৰজাই হাৰ মানিলে। লাহে লাহে ঘোৰা যোৰও নামিবলৈ ধৰিলে। কেউপিনে কানীয়া আৰু ভাঙুৰীৰ জয়ধ্বনি উঠিল। শেহত মাটি পাই ঘোৰাৰ পৰা নামি দুয়ো বীৰদৰ্পে সেই ৰজাৰ ওচৰলৈ গ'ল।.... ৰজাই সেই ৰাজ্য সিহঁতক সঁপি দিয়া বুলি লিখি দিলে। সেই ৰজাৰো এজনী কুঁৱৰী আছিল, তাইকো আটোম-টোকোৰীকৈ ভাঙুৰীক বিয়া দিলে।..........

সেই কুঁৱৰীক লৈ সৈন্য-সামন্ত আৰু গায়নে-বায়নে বিৰাট সমদলৰে সৈতে কানীয়া আৰু ভঙুৱাই এই ৰাজ্যলৈ আহিল।........ৰজা-ৰাণী আৰু ডা-ডাঙৰীয়াই দুয়োকে ৰাজকীয়ভাবে আদৰি-সাদৰি সন্মান জনালে।

চাৰিওফালে কানীয়া ভঙুৱাৰ জয়ধ্বনি উঠিল।

ৰজাৰ কাৰেঙত এটা ধুনীয়া কোঠালীত দুয়োৰে পালেং সজাই দুয়োজনৰ কাৰণে ব্যৱস্থা কৰা হ'ল।

এদিন নিশা ভাওনা চাই ঘৰলৈ উভটি সিহঁতে দেখিলে ঘৰৰ ভিতৰত আৰু দুখন সৰু সৰু ঘৰ।

নিশা বহুত হোৱা দেখি বাট চাই চাই ভাগৰি দুয়ো কুঁৱৰীয়ে আঠুৱা তৰি শুই পৰিছিল। সেই অজলা কানীয়া আৰু ভঙুৱাই উভটি আহি কুঁৱৰী-হঁতক সেই পালেঙত শোৱা দেখা পাই আৰু দুটা ঘৰ বুলি ভাবি তাৰ ভিতৰত সোমাবলৈ দুয়ো নেৰা-নেপেৰা চেষ্টা কৰিলে। এনে দুৱাৰ নোহোৱা খিড়িকী নোহোৱা ঘৰ দেখি দুয়ো তবধ মানিলে। সেই পালেঙত সোমা-বলৈ সিহঁতে বাট বিচাৰি নাপাই, আঠুৱাৰ ওপৰেদি নামিবলৈ তৰি দাঙি নমাওঁতেই দুয়ো কুঁৱৰীৰ ওপৰত ধুপুচকৈ পৰিল আৰু আঠুৱাৰ জৰী ছিঙি আঠুৱাৰ সৈতে মেৰখাই পৰিল। কুঁৱৰী দুজনীয়ে 'চোৰ-চোৰ' বুলি চিঞৰ মাৰিলে।

সেই ৰাজ্য এৰি দুয়ো নিজৰ ৰাজ্যলৈ আহিল। সিহঁতে নিজৰ ৰাজ্যলৈ আহি নিজৰ ঘৰ আৰু নিজৰ ঘৈণীহঁতক নাপাই খলক লগালে।

কানীয়াৰ ঘৈণীয়েক আৰু ভঙুৱাৰ ঘৈণীয়েক গিৰিয়েক হাল মৰিল বুলি ভাবি জনীয়েপতি একো-জনকৈ পৈ বাখিছিল।

কিন্তু সিহঁতৰ উৎপাতত থাকিব নোৱাৰি দুয়ো-জনীয়ে সিহঁতক এৰিবলৈ বাধ্য হ'ল।

মাজে মাজে কটকীয়ে আহি কানীয়া আৰু ভঙুৱাৰ বা-বাতৰি দিয়াত আৰু গিৰিয়েক দুজনে পঠিওৱা দুয়োজনীলৈ এসোপা ধন-সোণ দিয়াত সিহঁতৰ কপাল ফুলিল। ভাল ভাল খনিকৰ, শিল্পকুটি আৰু বাঢ়ৈ লগাই দুয়োজনীয়ে দুটা ধুনীয়া কাৰেং সজালে, ভাল ভাল খাবলৈ পাই পিন্ধিবলৈ পাই দুয়োজনী ৰূপহী গাভৰু যেন গুৱনী হৈ উঠিল। সিহঁতৰ আগৰ ৰেহ-ৰূপ তেনেই সলনি হ'ল। সিহঁতৰ ৰূপহ দেহাত গহনা-গাথৰীয়ে চিক্-মিকাবলৈ ধৰিলে।........কানীয়া ভাঙুৰাই শেহত বিচাৰি বিচাৰি সিহঁতৰ ঘৈণীয়েক-হঁতকো পালে আৰু সিহঁতৰ কাৰেঙও লভিলে।

নিশা হ'ল। কানীয়া চ'ৰা ঘৰত কানি খোলাত কানি আৰু চিলিমৰ খোলা পাতোতে মাজ নিশা হ'ল।

ঘৈণীয়েকহঁতে নিজ নিজ ঘৰত বাট চাই চাই আমনি আৰু টোপনি লগাই আঠুৱা তৰি পালেঙত শুই পৰিল।

খোলা পৰ্ব্ব শেষ কৰি ভঙুৱাই মেলানি মাগি ঘৰমুৱা হ'ল। কানীয়াই পানী চালি জুই নুমাই ভিতৰলৈ গ'ল। ভিতৰ সোমাই সিহঁতে দেখিলে নিজৰ ঘৰৰ ভিতৰতো আৰু এটাকৈ ঘৰ। সেই ঘৰৰ ভিতৰত সোমাবলৈ সিহঁতে বাট বিচাৰিলে।

কানীয়াৰ ঘৈণীয়েকে মাত পাই ক'লে,—"এইকালে আহা।" তাই আঠুৱা দাঙি দিলে। কানীয়াই ভিতৰ সোমাই ঘৈণীয়েকৰ লগত শুলে।

ভঙুৰাৰো সেই একেই কথা।—পিচ দিনা পুৱাই উঠি কানীয়াৰ কানি খোলাত বহি দুটো মেদ্দ পাতিলে। কানীয়াই কানিৰ টিকিৰা মাৰি কলে,—"ভৈয়াই ঐ! ভাল গোসাঁনীৰ দৰে তিৰোতা দুজনীক এৰি আহিলোঁ। এই কিটিপটোকে নেজানিছিলোঁ।"

ভঙৰাই চিলিমত কেইটান-মান হোপা দি কাহি কাহি কলে, "এৰা বাঙ্গৈ! দুখন ৰাজ্যকো এৰিলোঁ নিজৰ কপাল নিজে খালোঁ।"

"এঃ ৰাজ্য নৈ বিঘিণি হে। এই দৰে দিন নিয়াব পাৰিলেই মঙ্গল। যি সোপা ধন-সোণ আছে, গোটেই জীৱন চলিব"—বুলি কানীয়াই একে হোপাতে জুইৰ ফিৰিঙতি উলিয়াই চকুৰ পিৰিকতি পিৰিকালে।

# বুৰঞ্জীমূলক ৰচনা

( বিষ্ণুপ্ৰসাদ ৰাভাৰ বৰঞ্জীমূলক ৰচনা মাত্ৰ মায়ামৰীয়া বিদ্ৰোহৰ বিষয়তে সীমাবদ্ধ যেন লাগে। অন্ততঃ তেওঁ লিখি থৈ যোৱা ৰচনা-সম্ভাৰৰ মাজত এখনেই পূৰ্ণাঙ্গ গ্ৰন্থ পোৱা গৈছে—তাকে ইয়াত দাঙি ধৰা হ'ল। অৱশ্যে নাটকৰ নিচিনা অন্যান্য ৰচনাত তেওঁৰ বুৰঞ্জী চৰ্চাৰ নিদৰ্শন আছে। ইয়াত দিয়া "সৰ্বানন্দ সিংহ ৰাঘৱ সিংহ মায়ামৰীয়া বিদ্ৰোহ" খন ২০০ পৃষ্ঠাৰ পাণ্ডু-লিপি আছিল। এইখন ৰাভাদেৱে পানীতোলাত ১৯৪৩ চনৰ ২৮ জুলাইত লিখিবলৈ আৰম্ভ কৰিছিল বুলি উল্লেখ কৰি গৈছে। ইয়াৰ লগত পোৱা দুটি লেখাৰ এটি "মটক-মৰাণ" খণ্ডিত কোনো বংশাৱলী, আৰু আনটি নন্দিৰাম দহোতীয়াই দুখন চিঠিৰে সৈতে ১৯৪৩ চনৰ মে' মাহত লিখি পঠোৱা মটক-মৰাণৰ তিনিটা বিদ্ৰোহৰ চমু বৰ্ণনা। উক্ত এখন চিঠি তেওঁ লিখি-ছিল লক্ষেশ্বৰ গোহাঁইলৈ—উক্ত বৰ্ণনা ৰাভালৈ পঠাই দিবলৈ অনুৰোধ কৰি। ইখন পোনপটী-য়াকৈ ৰাভালৈ লিখা চিঠি। )

## সৰ্বানন্দ সিংহ
## ৰাঘৱ সিংহ
## মায়ামৰীয়া বিদ্ৰোহ

(অষ্টভুজ, নাহৰ খোৱা, গাগিনী ডেকা, কীৰ্ত্তিচন্দ্ৰ বৰুৱা আদিৰ কথা)

# মটক মৰাণ

## মধুৰী আৰু তিপছী

মধুপুৰীৰ মধুৰী নামে এটি পুত্ৰ উপজিল। উপযুক্ত বয়স হ'লত তিপছী নামে এজনী ছোৱালীৰ সৈতে মধুৰীৰ বিবাহ হ'ল। সেই তিপছীৰ গৰ্ভত আৰু মধুৰীৰ ঔৰসত দুটি পুত্ৰৰ জন্ম হ'ল। বৰজন শাপসিদ্ধ আৰু সৰুজন মৰুত্-নন্দন নামে প্ৰখ্যাত হ'ল। দাৰিদ্ৰ্যৰ কঠোৰ নিষ্পেষণেৰে নিষ্পেষিত হৈও মধুৰী আৰু তিপছী দেৱীয়ে এই সন্তান দুটিক অতি কষ্টে প্ৰতিপালন কৰি ডাঙৰ-দীঘল কৰিলে। জ্যেষ্ঠ পুত্ৰৰ উপযুক্ত বয়স হোৱাত, মধুৰীয়ে অতি কষ্টে বিবাহ পাতিলে। [সেই শাপসিদ্ধৰ ৰিওক নামে এটি পুত্ৰ উপজিল। সেই ৰিওকৰ (বিটক?) মুৰাৰি আৰু কেশৱ নামে দুটি পুত্ৰ জন্মিল। মুৰাৰিৰ ঔৰসত ৰাম আৰু মিঠামন নামে দুটি পুত্ৰ হ'ল।] এইদৰে মৰুত্-নন্দনৰ বয়স একুৰি চাৰি বছৰ হ'ল। পুত্ৰৰ এনে বিবাহ-যোগ্য বয়স দেখি মৰুত্-নন্দনৰ পিতৃদেৱ মধুৰীয়ে দেশ-দেশান্তৰে কন্যা বিচাৰিবলৈ ধৰিলে। মধুৰীৰ নিচিনা এজন দৰিদ্ৰৰ ঘৰত ছোৱালী দিবলৈ এজন মানুহও নোলাল। তেওঁ গাঁৱে গাঁৱে বোৱাৰী বুলি ছোৱালী বিচাৰি ফুৰিলে; কিন্তু তেওঁ বৰ দুখীয়া বুলি গম পাই তেনে দুখীয়াৰ ঘৰত ছোৱালী দিলে জানোচা ছোৱালীয়ে দুখ কষ্ট ভুগে, এনে আশংকা কৰি কোনেও তেওঁৰ ঘৰলৈ ছোৱালী নিদিলে।

## চতুৰা

এখন গাঁৱত তেওঁৰে নিচিনা চতুৰা নামে এজন বৰ দুখীয়া মানুহ বাস কৰিছিল। নিজৰ পৰিয়াল পোহ-পাল দিবলৈ নাইবা পেট প্ৰৱৰ্তাবলৈ তেওঁৰ একোৱেই নাছিল; আনকি খেতি কৰিবলৈ পথাৰ এদৰাও নাছিল। তেওঁ অ'ত-ত'ত ভিক্ষা কৰি খুজি-মাগি যি পাইছিল, তাৰে তেওঁ নিজৰ পৰিয়ালৰে সৈতে জীৱন যাপন কৰিছিল। সেইজন পুৰুষৰ এজনী ছোৱালী আছিল। সেই ছোৱালীজনী বিবাহ-যোগ্য হৈ আছিল।

## পাতই বা পাতৈ বা পাটৈ

সেই ছোৱালীজনীৰ নাম পাটৈ আছিল। এনে দুখীয়া দীন-দৰিদ্ৰ ঘৰৰ ছোৱালী বুলি চতুৰাৰ জীয়েক পাটৈ গাভৰুক খুজিবলৈ কোনো নোলাল। প্ৰায় ১৬৫৬ শকৰ পৰা মধুৰীয়ে এইদৰে দহ বছৰ ঘূৰি-ফুৰি কতো ছোৱালী নাপাই শেহত এই দুখীয়া চতুৰাৰ ঘৰ পালেহি। চতুৰাৰ ওচৰত মধুৰীয়ে তেওঁৰ পুতেক মৰুত্-নন্দনলৈ পাটৈ গাভৰুক পৰম শ্ৰদ্ধাৰে খুজিলে। চতুৰাই বং মনেৰে নিজৰ চেনেহৰ জীয়েক পাটৈক বোৱাৰী হিচাপে মধুৰীৰ হাতত দান কৰিবলৈ মান্তি হ'ল। এদিন শুভক্ষণ, শুভলগ্ন আৰু শুভ দিনত পাটৈ গাভৰুৰ সৈতে মৰুত্-নন্দনৰ বৰ দুখীয়াভাৱে শুভ বিবাহ পাতি মধুৰীৰ পুত্ৰৰ হাতত চেনেহৰ জীয়েকক চতুৰাই সম্প্ৰদান কৰিলে। তেতিয়া শক প্ৰায় ১৬৬৫। এইদৰে পাটৈ গাভৰুক লাভ কৰি মৰুত্-নন্দনে আনন্দ মনেৰে দিন নিয়াবলৈ ধৰিলে।

মৰুত্-নন্দন ঈশ্বৰৰ এজন ডাঙৰ ভক্ত আছিল। তেওঁ সদায় গোবিন্দৰ চৰণ সেৱা কৰি দিন নিয়াইছিল। মাধৱৰ সেৱাৰ বাহিৰে তেওঁ আন একো নাজানিছিল।

তেওঁ শয়ন-ভোজনৰ সময়ত সদায়—"কৃষ্ণ-বিষ্ণু-মাধৱ-গোবিন্দ-নাৰায়ণ। নিৰ্ব্বিকাৰ-নিৰাময়-দেৱ-সনাতন॥"—বুলি কৈ স্মৰণ কৰিছিল। কৃপাময় মাধৱৰ দয়াৰ গুণত মৰুক্ত-নন্দনৰ নিচিনা এজন পৰম ভকতৰ এটি সুন্দৰ পুত্ৰ জন্মিল। যেনেকৈ অৰণ্যৰ মাজত সুগন্ধী পুষ্পৰ সুৰভিত গোটেই বননি সুবাসিত হৈ সেই সুবাস গোটেই বননিত বিয়পি আমোদিত কৰে, তেনেকৈ সেই পুত্ৰৰ সুযশত মধুৰীৰ বংশ উজ্জ্বলিত হৈছিল, আৰু সেইজন পুত্ৰৰ সুখ্যাতি পিছত চাৰিওফালে বিয়পি পৰিছিল। এনে সু-পুত্ৰৰ পিতৃদেৱ সাধু, ভকত মৰুক্ত-নন্দনে নানান কষ্ট-যাতনা ভুঞ্জি, গোবিন্দ-মুৰতি ভজি দুখীয়া, দৰিদ্ৰভাৱে জীৱন-যাপন কৰিছিল। তেওঁ বছৰেপতি মায়ামৰা সত্ৰলৈ ছকুৰি গাঁৱৰ পৰা খোজ কাঢ়ি গৈ সেই সত্ৰৰ তেতিয়াৰ অধিকাৰ শ্ৰীচতুৰ্ভুজ দেৱৰ শ্ৰীচৰণ কমলত সেৱা জনাই সেই প্ৰভুৰ পৱিত্ৰ, দেৱসম মূৰ্তিৰ দৰ্শন লভি জীৱনৰ সকলো দুখ-তাপ পাহৰি নিজৰ গাঁৱলৈ পুনৰ উভতি আহিছিল। এনে সাধু, সন্ত, ভকত, মহন্ত, অল্পভাষী, স্বল্পাহাৰী, দীন, দৰিদ্ৰ, মগনীয়া মৰুক্ত-নন্দনৰ ১৬৬৫ শকত এটি সুপুত্ৰ জন্মিল। এই পুত্ৰৰ জন্ম-বৃত্তান্তৰ বিষয়ে বংশাৱলীত এটা অলৌকিক কাহিনীৰ উল্লেখ আছে—

## অলৌকিক কাহিনী

—"এদিন এটা শুভদিনত মৰুক্ত-নন্দনৰ ভাৰ্য্যা পাটৈ আইদেউৰ ঋতু-কাল উপস্থিত হ'ল। ঋতু-স্নান কৰিবলৈ তেওঁ নৈলৈ যাওঁতে, তেওঁৰ শিৰত কিবা এটা ঘন বিন্দুৰ পতন হ'ল। তেওঁৰ শিৰেদি সেই ঘন বিন্দু টোপাল তেওঁৰ গৰ্ভৰ অভ্যন্তৰত প্ৰৱেশ কৰি তেওঁৰ শৰীৰৰ প্ৰতি শিৰা-উপশিৰাইদি তেজৰ বোঁৱতী সোঁতৰ লগে লগে তেওঁৰ গোটেই সুন্দৰ তনুৰ প্ৰতি অংগতে, প্ৰতি প্ৰত্যংগতে বিয়পি পৰিল। তেওঁৰ গোটেই দেহা কঁপিবলৈ ধৰিলে। থৰক-বৰকৃকৈ কোনোমতে যেনেতেনে স্নান কৰি তত্তাতৈয়াকৈ ঘৰলৈ উভতি আহি তেওঁ শাহুৱেকক সেৱা কৰি কৰযোৰে সকলো কথা বৰ্ণনা কৰি ক'লে—"আই, আজি মই গা ধুবলৈ যাওঁতে নৈৰ পাৰত মোৰ শিৰত পখীৰ লাদৰ দৰে কিবা এটা পৰিল। পখীয়ে লাদিলে বুলি ওপৰলৈ চালোঁ,—আকাশ নিৰ্মল;—এচমকা ডাৱৰও নাই; এটি পখী চৰাইও নাই। চাৰিওফালে চালোঁ—একো নেদেখিলোঁ। মোৰ মনত বৰ ভয় লাগিছে; জানোচা মোৰ কিবা বিঘিনিয়েই হ'ব নে, কিবা অমংগলেই হ'ব—একো বুজিব পৰা নাই।" পাটৈ আইদেউৰ এনে খেদ আৰু বেজাৰ কৰা কথা শুনি, তেওঁৰ শাহুৱেক, মৰুক্ত-নন্দনৰ মাকৰ প্ৰাণত আনন্দত ঠাই নোহোৱা হ'ল। বোৱাৰীয়েকক নিশ্চিন্ত মনে থাকিবলৈ কৈ শাহুৱেকে তেওঁক বুজাই ক'লে—"বেজাৰ কৰিবলৈ একোৱেই নাই। সকলো শুভলক্ষণৰ চিন। আই তোমাৰ গৰ্ভত এটি পুত্ৰ জন্মিব। যি জন পুত্ৰ জন্মিব সেইজন প্ৰজা পালক হৈ ৰাজ্য চলাব। এনে কথা আনক নজনাবা; গুপুতে থবা।"—শাহুৱেকৰ এনে সান্ত্বনা-বাণী শুনি পাটৈ আইদেউৰ হিয়া খুলি খুলি খোৱা ভয় আৰু বেজাৰ আঁতৰ হ'ল; আৰু তেওঁৰ হৃদয়খনত আনন্দৰ ঠাই নোজোৱা হ'ল। তাৰ পিছত চতুৰাৰ জীয়েক মৰুক্তৰ ঘৰিণীয়েক পাটৈ আইদেউৰ গৰ্ভ-সঞ্চাৰ হ'ল।"

সেই সময়ত ১৬৬৫ শকৰ পুহত আকাশত নেজাল তৰা দেখা গৈছিল। পুহ, মাঘ আৰু ফাগুন এই তিনি মাহ তেনে নেজাল তৰা দেখি মানুহে ৰাজ্যত কিবা অমংগল হ'ব বুলি ভয় খাইছিল। এনে সময়তে মেজেঙাই তেওঁৰ মাতৃদেৱী পাটৈ আইদেউৰ পৱিত্ৰ গৰ্ভত থান্-থিত ল'লে। এই মেজেঙাই শেহত আহোম ৰাজ্যৰ অমংগলৰূপী কাল হ'ল।

## মেজেঙা

এইদৰে দহ মাহ গোপনভাৱে গৰ্ভৱতী হৈ থাকি শেষত মৰুক্ত-নন্দনৰ ভাৰ্য্যা পাটৈ আইদেৱে ১৬৬৬

শকত এটি সুন্দৰ পুত্ৰ প্ৰসৱ কৰিলে। লগে লগে আহোমৰ ৰাজ-কাৰেঙত অমংগলে দৰশন দিলে। সেই সময়ত আহোমৰ ৰাজ-সিংহাসন লৈ দদায়েক-ভতিজাৰ মাজত গৃহ-কন্দল লাগিল। এই ঘৰুৱা কন্দলৰ ভোটিতেই আহোম ৰাজ্যৰ পতনৰ সূচনা দেখা দিলে আৰু আহোম ৰাজকোঁৱৰসকলৰ হিয়াত অন্তৰ্বিপ্লৱৰ বীজ অংকুৰিত হ'ল।

সেই বছৰতে মহন্ত-নন্দনৰ পুত্ৰ মেজেৰাৰ জন্ম হোৱাৰ কালতে ১৬৬৫ শকৰ আহোণৰ দহ দিন যাওঁতে শুকুৰবাৰে চাৰিদণ্ড নিশা ৰুদ্ৰসিংহৰ জ্যেষ্ঠ পুত্ৰ শিৱসিংহ স্বৰ্গী হ'ল। শিৱসিংহৰ মৃত্যুত গভীৰ মাজনিশা ৰাজকাৰেং ভেদ কৰি শোকৰ কৰুণ বিননিৰ ৰোল উঠিল। বস্তিৰ ক্ষীণ পোহৰত বন্দী-বেটী, লিগিৰা-লিগিৰী, ৰান্ধনী-বিষয়া, কোঁৱৰ-কুঁৱৰীসকলৰ বেজাৰত বিয়াকুল হোৱা দৃশ্য বিবিৰিণ্ডি উঠিল। মৃত শিৱসিংহৰ মুখখন চাৰিংৰজা, ৰাটঘৰীয়া গোহাঁই, ভোৰোলা গোহাঁই আৰু কালশিলীয়া গোহাঁই এই চাৰিজন ভায়েকে শেহবাৰলৈ বেজাৰ মনেৰে হেপাহ পলুৱাই চালে। শিৱসিংহৰ পুতেক তিপাম ৰজা, উগ্ৰসিংহই অন্তৰ্জ্জলৰ গাতত পানী দি নিজৰ পিতৃদেৱ শিৱসিংহৰ চৰণৰ বৃদ্ধ অঙ্গুষ্ঠ ধাৰণ কৰি ৰ'ল। পুখুৰী-পৰীয়া বুঢ়াগোহাঁই, কালুগঞা বৰপাত্ৰ গোহাঁই, মাদুৰীয়াল সন্দাল গোহাঁই, সন্দাল গোহাঁইৰ ভায়েক বিৰাই ন-ফুকন, দদায়েক কথা-সোধা ফুকন, বকতিয়াল কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা,* লান-মাখ কৰ ভিতৰুৱাল ফুকন, দুৱৰা বৰফুকনৰ পুতেক অভয়াপুৰীয়া ফুকন, আন আন দুই-চাৰিজন চমুৱা বৰুৱা, সকলোৱে মৃত শিৱসিংহৰ চাৰিওকালে তেওঁলৈ শেহবাৰলৈ সন্মান জনাই থিয় দি ৰ'ল। মিৰি সন্দিকৈৰ দিহিঙীয়া ফুকনে যাদুৰ দুৱাৰত, হাতী-বৰুৱা ডেকা ফুকনে চ'ৰাৰ উজনি ফালৰ টুপত, আৰু বকতিয়াল ৰাজ-নেওগে চৰাৰ সোঁ-মাজতে ৰ'ল। কিন্তু ভিতৰে ভিতৰে কালুগঞা বৰপাত্ৰ গোহাঁই, দিহিঙীয়া বৰগোহাঁই আৰু দিহিঙীয়া নাওবৈচা ফুকন এই তিনিজনে ভিতৰুৱাল মানুহ আৰু লিগিৰা সকলেৰে সৈতে নট জাতৰ আহোমৰ বৰ ৰজা ফুলেশ্বৰী কুঁৱৰীৰ ভনীয়েক শিৱসিংহৰ পৰ্ব্বতীয়া কুঁৱৰীৰ পুতেক তিপাম ৰজা, উগ্ৰসিংহকহে** ৰজা পাতিবলৈ মনে মনে তলে তলে আলচি আছিল। তিপাম ৰজা উগ্ৰসিংহই নিজৰ পিতৃ ৰজাদেৱৰ চৰণ এৰি হঠাতে উঠি ভিতৰ চৰালৈ গৈ স্নান কৰি দা, বাৰুজ, বৰ্শা, যাঠী, কাণ্ড, ধনু লৈ লিগিৰাসকলেৰে সৈতে বিদ্ৰোহী বিপ্লৱী সাজত সাজি সাষ্টম হৈ ওলাল। এনেতে পুখুৰী পৰীয়া বুঢ়াগোহাঁই আৰু বকতিয়াল বৰুৱাই তিপাম ৰজাক ক'লে,—"ৰজাৰ ভায়েক ৰজা আছেই,—ৰজাৰ পোৱেক ৰজা আছেই। তোমালোকে ৰাজ সিংহাসনত নুঠিলে আন কোনোবাই উঠিব নেকি? যিহে লিগিৰা ল'ৰা-হঁতৰে সৈতে সাজি-কাচি ৰণুৱা বেশত সাষ্টম হৈ ওলাইছা, ক'ৰবাত ৰণ হ'ব নেকি? যদি ৰজা হ'বলৈ

* তুংখুঙীয়া বুৰঞ্জী মতে—ৰূপচন্দ্ৰ বৰবৰুৱাহে। কিন্তু ডাক্তৰ ৱেডৰ মতে কীৰ্ত্তিচন্দ্ৰ গেন্ধেলা বৰবৰুৱাহে। ডাক্তৰ ৱেডেই শুদ্ধ।

** আহোম বংশাৱলীত আছে,—"এনেতে বৰ ৰজা মৰিল। এবৎসৰ পাচত দুই পুতেকক গিৰিয়েক কৰা চেতিয়াৰ হাতত দি শিৱসিংহ ৰাজা দময়ন্তি মাহিক নি বৰকুঁৱৰী পাতিলে। বিবাহ কৰাই পাচে শিৱসিংহৰ বীৰ্য্যে এক পুত্ৰ হ'ল। তেওঁকে তিপামৰ ৰজা পাতিলে।"—আৰু এঠাইত আছে—"নাটিনী কুঁৱৰীৰ পুত্ৰ উগ্ৰসিংহ তিপমীয়া ৰজা হ'ল"।—কিন্তু "তুংখুঙীয়া ৰাজ-বংশাৱলীত" এইদৰেহে আছে—"দ্ৰৌপদী পৰ্ব্বতীয়া কুঁৱৰীও আত পাচে তেওঁৰে সৰু ভনীয়েকক দিছিল মিৰি সন্দিকৈৰ সন্দাল বৰগোহাঞিত। তেওঁৰে দুটা ল'ৰা হ'ল। এনেতে ৰজাদেৱে কাঢ়ি আনি পৰ্ব্বতীয়া কুঁৱৰী পাতিলে। এখেতৰো ল'ৰা এটা হ'ল, তিপাম ৰজা পাতিলে।"—"

ইয়াৰ মতে কুঁৱৰীৰ নাম দ্ৰৌপদীহে,—দময়ন্তী নহয়।....

মন মেলিছা, তেন্তে সম্প্ৰতি সেই আশা এৰা। কাৰণ, তিনিজন ডাঙৰীয়া, ফুকন, আৰু বৰুৱাই মিলি আলচি ৰজা পাতিলেহে ৰজা হ'ব পায়। লিগিৰা পোৱালী-ইঁতে জানো ৰজা পাতিব পায় ?" বুঢ়াগোহাঁইয়ে এইদৰে কৈয়েই চাৰিং ৰজাক ধপৰাই ক'লে,—"কি চাই আছা ? তিপাম-ৰজাৰ হাতখন ধৰা।"—বিজুলী সঞ্চাৰে তিপাম ৰজাৰ হাত ধৰিলে। "দা গুছা"—বুলি তিপাম ৰজাই আজোৰ মাৰিলে। বুঢ়াগোহাঁইয়ে ক'লে,—"দা এৰি নিদিবা।"—তিপাম ৰজাই ক'লে,—"মোৰ সৰু দাখন দে।"—বুঢ়াগোহাঞীয়ে ক'লে,—"যি জনে দা দিব, তাৰ পেটৰ পোৱালীকো ছিৰি কাটিম।"—বুঢ়াগোহাঁইৰ এনে ডবা-হকা পাই সকলোৱে কোঁচ খালে। উগ্ৰসিংহক কেৱে সহায় নকৰিলে। শেহত দময়ন্তী পৰ্বতীয়া কুঁৱৰীৰ পুতেক তিপাম ৰজাই চাৰিজন দদায়েকৰে সৈতে অকলে যুঁজি শিৱসিংহৰ মৃত শৰীৰ থকা চাঙৰ পৰা বাহিৰলৈ ওলাই আহিল। সিচাঙত ভিতৰুৱাল মানুহ কিছুমানে আগভেটি ধৰিলে। চাৰিজন কোঁৱৰৰ এনে দুৰৱস্থা দেখি বুঢ়াগোহাঁইয়ে বুলিলে,—"কি চাই আছ ? কাটিলেচোঁ।"—এনেতে হিন্দু জীক নিয়া ৰাই ধন নামে চাংমাই লিগিৰা এজনে এখন দা আনি বৰবৰুৱাক দিলে নি। বৰবৰুৱাই সেই দাখন টোৰাওঁতেই সেইটো ভাগি পৰিল। বিষাদৰ ওপৰত বিষাদ হ'ল। কুঁৱৰী টোলত, ভিতৰ চ'ৰাত কান্দোনৰ জাউৰি উঠিল। বৰবৰুৱাই নিৰুপায় হৈ বিনা অস্ত্ৰে বাটধৰ পালেহি। তাতে কিছুমানে তেওঁক আকৌ আগভেটি ধৰিলে। সিহঁতক কোনোমতে বঢ়াই বুজাই চতুৰ বৰবৰুৱা দোলাকাষৰীয়া চ'ৰালৈ গ'ল। তাতে লুখুৰাখনৰ চাৰিকুৰি বাৰুৱতীয়েৰে সৈতে বেঢ়ি তাৰে এজন দিহিঙীয়া নগা লিগিৰায়ে বৰবৰুৱাক ধৰিলে। বৰবৰুৱাই সকলোকে বঢ়াই-বুজাই সান্ত্বনা কৰি সেই অন্তৰ্বিপ্লৱৰ অগ্নি নুমালে। সেই জুই নুমালে হয়, কিন্তু তুঁহ-জুইৰ দৰে উমি উমি জ্বলিবলৈ ধৰিলে।

শেহত শিৱসিংহৰ ভায়েক, চাৰিং ৰজা চেংপৰু চুনেন্ফাক আনি বৰচ'ৰাত তুলি বুঢ়াগোহাঁই আৰু বৰবৰুৱাই প্ৰমত্ত সিংহ নাম দি আহোমৰ ৰজা পাতিলে। ৰজা পাতি বুঢ়াগোহাঁইয়ে শিৱসিংহৰ শটো ধুৱাই কাপোৰ জাপিবলৈ চাঙত উঠিল। মাঘৰ কুৰি দিন যোৱাত দেওবাৰে শিৱসিংহৰ মৃত শৰীৰ চৰাইদেও পৰ্বতলৈ নি মাটি দিয়া হ'ল। ১৬৬৭ শকত আহাৰৰ তৃতীয় দিনা শুকুৰবাৰে শিঙৰীঘৰত তুলি প্ৰমত্ত সিংহক আহোম ৰাজ্যৰ ৰজা পাতি মহাসমাৰোহেৰে অভিষেক কৰা হ'ল।

এইদৰে আহোমৰ ৰাজ-সিংহাসন লৈ যেতিয়া আত্মীয়-স্বজন কোঁৱৰসকলৰ মাজত বিদ্ৰোহৰ প্ৰথম অগ্নিৰ স্ফুলিঙ্গ জ্বলি উঠিছিল, তাৰ কেইদিনমানৰ আগতে সাধু, সন্ত, ভক্ত, মহন্ত, দীন, দৰিদ্ৰ মৰুন্ত-নন্দনৰ জীৰ্ণ, দীৰ্ণ, পৰ্ণ এটা ভগা কোঠালীত এটি পুত্ৰৰ জন্ম হ'ল। সিদিনা কিবা এটা তিথিৰ উপলক্ষে গোটেই ছকুৰি গাওঁত আনন্দৰ খলকনি উঠিল। ল'ৰা-টিৰ এনে শুভলক্ষণত ভূমিষ্ঠ হোৱাৰ লগে লগে গোটেই গাওঁজুৰি শংখ, ঘণ্টা, কাঁহ, ডবাৰ শব্দত মুখৰিত হ'ল। ভেৰী বাজিল ;—হিলৈ ফুটিল। ভক্ত মৰুন্ত নন্দনে পুত্ৰৰ জন্মৰ বাতৰি পাই আত্মহাৰা হ'ল। থিৰেৰে থাকিব নোৱাৰি মনৰ ৰঙত এখন্তেকো ৰ'ব নোৱাৰি মৰুন্ত-নন্দনে সেই অশৌচ লগা চেবাশলীয়া কোঠালীলৈ সোমাই লক্ষ্মীস্বৰূপা পাটৈ আইদেউৰ কোলাত শিশু-পুত্ৰটিক চাই চাই হেঁপাহ পলুৱালে। তেও তেওঁৰ হেঁপাহ নপলাল। এনেই দুখীয়া, খাবলৈ সুখাদ্য নাই, তাতে আকৌ মৰণতুল্য প্ৰসৱ বেদনাৰ ভীষণ কষ্ট-যাতনা, আৰু তাৰ উপৰি শক্তি-ক্ষয়কাৰী প্ৰসৱৰ ফলত পাটৈ আইদেউৰ শিশু-পুত্ৰটি তেনেই মেজেৰা হ'ল, এনে মেজেৰা, লেতেৰা, টেটেৰা আৰু বৰ খীণোৱা ল'ৰাটোক দেখি আনন্দত উৎফুল্ল হৈ মৰুন্ত-নন্দনে "মেজেৰা মেজেৰা" বুলি কৈ চিঞৰিবলৈ ধৰিলে। তেতিয়াৰ পৰা সেই কেচুৱা ল'ৰাটোৰ নাম মেজেৰা হ'ল।

## চতুৰ্ভুজদেৱৰ বৈকুণ্ঠ প্ৰয়াণ

মেজেৰাৰ জন্মৰ চাৰি বছৰৰ আৰু আহোম ৰজা প্ৰমত্ত সিংহৰ অভিষেকৰ তিনি বছৰৰ পিছতেই ১৬৭৩ শকত মায়ামৰা সত্ৰ খুটিয়া-পোতাত সকলো ভকতৰে সৈতে সুখেৰে ধৰ্ম আলোচনা কৰি থাকোঁতে চতুৰ্ভুজদেৱে নিজৰ দদাইদেৱেক ৰঘুনন্দনদেৱক মাতি আনি নিজৰ বৈকুণ্ঠ প্ৰয়াণৰ কাল ওচৰ চাপিল বুলি জনালে। মৃত্যুৰ কাল তেনেই ওচৰ বুলি গম পাই যেনেকৈ শ্ৰীকৃষ্ণই উদ্ধৱক সকলো তত্ত্বকথা কৈছিল, তেনেকৈ চতুৰ্ভুজদেৱেও ৰঘুনন্দনদেৱক সকলো তত্ত্বৰ কথা বিবৰণ কৰি ক'লে,—"দদাইদেউ, আজিৰ পৰা একুৰি এক দিনৰ অন্তৰত মোৰ এই কায়া এৰি মই স্বৰূপ দেশলৈ গুছি যাম।" দদায়েকে ভতিজাকৰ মুখত এনে দুখলগা কথা শুনি মৰ্মান্তিক বেজাৰ পালে। তেওঁ কোৱা মতে একুৰি এদিনৰ প্ৰান্তত সেই মৃত্যুৰ ক্ষণ আহি উপস্থিত হ'ল বুলি জানি, নিজৰ পুত্ৰ অষ্টভুজক ধৰ্ম্ম-নিৰ্মালি দি আৰু বহু বিধ সদুপদেশ দান কৰি নিজৰ পূজনীয় দদাইদেউক ৰঘুনন্দনদেৱৰ শ্ৰীচৰণত সেৱা জনাই সকলো আত্মীয়-স্বজনলৈ মৰম, চেনেহ আৰু আশীৰ্বাদ জ্ঞাপন কৰি সকলোৰে পৰা চিৰকাললৈ মেলানি মাগি ১৬৭৩ শকৰ, ৰহাগ মাহৰ শুকলা সপ্তমীত চতুৰ্ভুজদেৱে বৈকুণ্ঠ যাত্ৰা কৰিলে।

## আচাৰ্য্য অষ্টভুজদেৱ

বাৱন্ন (৫২) বছৰ ধৰ্ম প্ৰৱৰ্ত্তাই থকা চতুৰ্ভুজদেৱৰ ধৰ্ম আৰু নিৰ্মালি লাভ কৰি পিতৃদেৱৰ যথাবিধি মাহেকীয়া কাৰ্য্য সমাধা কৰি পূৰ্ব-ৰীতি অনুযায়ী ধৰ্মাচাৰ্য্য সত্ৰাধিকাৰ হৈ অষ্টভুজ প্ৰভুৱে তেৱাঁৰ ভকত-সকলক নানা প্ৰকাৰৰ উপদেশ দি, বিবিধ শাস্ত্ৰ, ধৰ্ম-পুথি আদি আলোচনা কৰি, জীৱসমস্তৰ ক্লেশ, তাপ, দূৰ কৰি পুৰণি পাম সত্ৰতে ৰহিল।

## যামিনী

কেইদিনমানৰ পিছতেই চতুৰাৰ জীয়েক, মৰুন্ত-নন্দনৰ ভাৰ্য্যা মেজেৰাৰ সতী-সাধ্বী মাতৃদেৱী পাটে আইদেৱে নিজৰ স্বামীৰ শ্ৰীচৰণ চিন্তি চুটীয়াকুল প্ৰদীপ মটক-মৰাণ-মায়ামৰীয়াৰ গৌৰৱ-ৰবি মেজেৰাক (পিছত সৰ্বানন্দ সিংহ) অকালতে আৰু শৈশৱ অৱস্থাতে, অনাথ, মাউৰা কৰি এৰি বৈকুণ্ঠ-যাত্ৰা কৰিলে। যথাবিধি প্ৰিয়তমা ভাৰ্য্যাৰ মৃতকৰ কৰ্ম সমাধা কৰি ভকত মৰুন্ত-নন্দনে একনিষ্ঠভাৱে বেছিকৈয়েহে গোবিন্দৰ নামত শৰণ লৈ নিজৰ পুত্ৰৰও মায়াজাল ফালি ঈশ্বৰৰ উপাসনাত কায়মনোবাক্যে লাগি গ'ল। মাতৃদেৱীৰ অভাৱত আৰু এনে উদাসীন ভকত পিতৃদেৱতাৰ অনাদৰত উপায় নাপাই নিজৰ ছকুৰি গাঁৱৰে* এনে এগৰাকী চেনেহী, সাদৰী স্বামী-পুত্ৰ থাকিও বিধৱা, পুত্ৰ-সন্তানহীনা মৰাণনী বুঢ়ীৰ আশ্ৰয় মেজেৰাই ললে।*** ইয়াৰ আগতে পাটে আইদেউৰ মৃত্যুত সেই ছকুৰি গাঁৱৰ এটা জুপুৰী ঘৰত থাকি ভক্ত, সাধু মৰুন্ত-নন্দনে অ'ত-ত'ত ভিক্ষা মাগি মেজেৰাক তুলি-তালি কোনোমতে ডাঙৰ-দীঘল কৰিছিল। পাছত বাপেকে তাকো নকৰাত মেজেৰা যামিনী নামে সেই-

---

* বৰ্ত্তমান ডুমডুমা ষ্টেচনৰ পৰা চাৰি মাইল আঁতৰত থকা ছাক্ৰেটিং বাগিছাখনেই পূৰ্বতে ছকুৰি গাওঁ বা ছকুৰি টিং আছিল।

*** এই যামিনী গৰাকী আছিল কৃষ্ণভুজৰ মাতৃদেৱী। এই কৃষ্ণভুজেই জিংগো পাতৰ তলত টিপুক সত্ৰ থাপিছিল। এই কৃষ্ণভুজেই ভৱানন্দ আৰু ভৱা-নন্দই ভাইনীগঞা কাঁচিনলীয়া ল'ৰা, নাম আৰু এটা আছিল। সেই নাম ছেৱাল বা ছৱাল আছিল। সেই কাৰণে টিপুক সত্ৰৰ শিষ্যসকলে ছেৱাগছ বুলিলে গুৰুৰ নাম লোৱা হয় বুলি ছেৱা গছ নোবোলে। এডলীয়া গছহে বোলে। এই যামিনী দৰাচলতে অষ্টভুজৰ ভাৰ্য্যা আছিল আৰু ছৱা বা ছৱাল বা ছেৱাল

মৰাণনী বুঢ়ীৰ ঘৰত থাকি তাতে খাই-বই-শুই তাইৰে গৰু-ম'হ চৰাই যি পাইছিল, তাৰে পেট প্ৰবৰ্ত্তাইছিল। সেই যামিনী এগৰাকী মাটিয়ে-বাৰীয়ে, ধানে-ধনে গৰুৱে-ম'হে বৰ চহকী তিৰোতা আছিল। মেজেৰাৰ

---

বা কাঁচিনলীয়া ল'ৰা বা ভৰানন্দ বা কৃষ্ণভূজৰ মাক আছিল। ছেৰালে অষ্টভূজ প্ৰভুৰ ঔৰসত আৰু যামিনী দেৱীৰ গৰ্ভত জন্ম গ্ৰহণ কৰিছিল। এনে গৰ্ভ সাল-সলনি বা বদলি কৰাত ছৰালৰ নাম বাদল হ'ল।***

এদিন এই যামিনী দেৱী যেতিয়া অকুমাৰী অৱস্থাত আছিল, তেতিয়া তাইক লৈ তাইৰ বাপেকে খুটীয়া পোটালৈ গৈ গুৰুৰ দৰ্শন লাভ কৰিবলৈ গৈছিল। তেতিয়া তাইৰ পিতৃদেৱ ঢুকাল। তেতিয়া পিতৃহীনা ছোৱালীজনীৰ ওপৰত দয়া ওপজাত অষ্টভূজ প্ৰভুৱে যামিনীক সেই খুটীয়াপোটা সত্ৰতে থ'লে। সেই সত্ৰতে তাই পুষ্পিতা হ'ল। যামিনী যুৱতী হ'ল। এই যুৱতীক দেখি চতুৰ্ভূজৰ পুত্ৰ অষ্টভূজৰ হৃদয়ত প্ৰণয় হ'ল, যামিনীক অষ্টভূজে নিজৰ ভাৰ্য্যা কৰি ল'লে। তেওঁ দৈৱশক্তিৰ বলত জানিলে যে যেতিয়া তেওঁৰ সন্তানসকলক আহোমবিলাকে ধ্বংস কৰিব, তেতিয়া এই যামিনীৰ গৰ্ভত ওপজা ল'ৰাইহে অষ্টভূজৰ বংশ ৰক্ষা কৰিব। শেহত সেই যামিনীৰ গৰ্ভত আৰু অষ্টভূজৰ ঔৰসত ডাইনী-গাঁৱত ছেৰালৰ জন্ম হ'ল। সেই ছেৰালক লৈ যামিনী দেৱী নিজ ঘৰ ছকুৰী গাঁওঁতে ৰ'ল।

শেহত সেই ছৰাল কৃষ্ণভূজেই তেতিয়া টিপুক সত্ৰৰ গোসাঁই হৈ টিপুক নৈৰ পাৰলৈ গ'ল, তেতিয়া যামিনী দেৱীৰ বয়স যথেষ্ট ভাটি দিলে। পুত্ৰ, স্বামী থাকিও যামিনীয়ে পুত্ৰহীনা, স্বামীহাৰা বিধবাৰ দৰে জীৱন-যাপন কৰিলে।

গোধা নামে এজন বৰ হিয়াৰ বান্ধৱ,—কুকুৰ জীউ, আদৰৰ লগৰীয়া আছিল। সেই গোধাইও মেজেৰাৰে সৈতে সেই যামিনী মৰাণনী বুঢ়ীৰ ঘৰৰ গৰু-ম'হ চৰাইছিল। সেই যামিনী বুঢ়ীয়েও এই দুটি ল'ৰাক নিজৰ প্ৰাণৰ পুতাইৰ নিচিনাকৈ মৰম-চেনেহ কৰিছিল। এই দুজন লগৰীয়াই—মেজেৰা আৰু গোধাই সদায় একেলগে ফুৰিছিল, একেলগে চৰাইছিল, একেলগে উৰলিছিল, একেলগে খেলিছিল, একেলগে খাইছিল, একেলগে সাঁতুৰিছিল, একেলগে শুইছিল। মুঠতে দুজনে নিজনক নেদেখি এতিলো থাকিব নোৱাৰিছিল। এদিন পথাৰত গৰু চৰাবলৈ যাওঁতে মেজেৰা আৰু গোধায়ে আন আন গৰখীয়া ল'ৰাহঁতৰে সৈতে ৰজা-মন্ত্ৰী খেলা খেলি আছিল। সেই খেলাত মেজেৰাই ৰজা আৰু গোধায়ে মন্ত্ৰী হৈছিল। গোধূলি বহু বেলিলৈকে গৰু-ম'হ নহা দেখি যামিনী-মৰাণনী বুঢ়ী গৰাকীয়ে পথাৰলৈ গৈ মেজেৰা আৰু গোধাক ৰজা-মন্ত্ৰী খেলা খেলি থকা দেখি সিহঁতৰ ওপৰত খঙত জ্বলি-পকি সিহঁতক গালি শপনি পাৰিবলৈ ধৰিলে ;—আৰু কলে,—"কটা দুখীয়া মৰুন্তৰ পো ;—সি আকৌ ৰজা হয়।"—এইদৰে কৈ বুঢ়ীয়ে অৱজ্ঞাৰে থু পেলাই দিলে। চেনেহী সাদৰী মাতৃসমা বুঢ়ী গৰাকীৰ এনে বিকৰ্ষণা আৰু গৰিহণা খাই মেজেৰাই প্ৰাণত মৰ্ম্মান্তিক

---

*** "শ্ৰীশ্ৰীঅনিৰুদ্ধ দেৱ চৰিত্ৰ"ত বদল ছৰালৰ বিষয়ে এইদৰে আছে :—বদল ছৰাল নামে নেওগ দুজন। হাতী ধৰি ৰাজাক সোধাৰে সৰ্বক্ষণ।।৮০৩ উজান ৰৰাণে থাকি ধৰি দিলা হাতী। নৱহতীয়া হস্তী দেখি হৰা মহা প্ৰীতি।। পৰম সন্তোষে ৰাজা বুলিলন্ত বাক। যিবা লাগে সত্যে দিবো তোৰা মোত মাগ।।৮০৪ নেওগ দুইজনে পাছে অৱনত ভাবে। কহিবে লাগিলা কথা নৃপতিৰ ঠাৱে।। কি কহিবো নৰপতি হামাৰ বিলাই। দাড়ি গোঁফ বাঢ়ি ভৈলো মচল পৰাই।।৮০৫ আজি চৈধ্য বৰ্ষ গুৰু বিহীন আমাৰ। এহি শোকাগ্নিয়ে হৃদি দহে সৱাকাৰ। যদি দিবে খোজা ৰাজা গুৰু গুৰুস্নান দিয়া। তেৱেসে আমাৰ হোৱা সন্তোষিত হিয়া।।৮০৬ এহিমতে বহু ভাৱে কৰিলা বিনতি। শুনি তাক মহাতুষ্ট নৃপতিৰ মতি। পুনু সত্য কৰি ৰাজা বুলিলা বচন। কৈত আছে আন তোৰা গুৰুৰ নন্দন।।৮০৭ অধিকাৰ পাতি দিবো নকৰিবা ভয়। হেন বাক্য শুনি দুয়েৰে সন্তোষ হৃদয়।"—এই বদল ছৰাল ভুল যেন লাগে।

ৰেজাৰ পালে ;—লগে লগে গোধাইও। তেতিয়াৰ পৰা মেজেৰাই মনে মনে ৰজা হবলৈ প্ৰতিজ্ঞা কৰিলে, আৰু সেই সময়ৰ পৰা অৰ্থাৎ এনে লৰালি অৱস্থাৰে পৰা মেজেৰাই গোধাৰ সৈতে ৰাজনীতিৰ বিষয়ে আলোচনা কৰিবলৈ ধৰিলে। এনে দুৰৱস্থাত বাঁধনী বুঢ়ীৰ ঘৰত সুখেৰে গোধাইৰ সৈতে থাকি মেজেৰাৰ দুখৰ দিন বিলাক যাবলৈ ধৰিলে।

১৬৭৩ শকৰ আহিনৰ ২৯ তাৰিখে কৃষ্ণা নৱমী তিথিত প্ৰমত্তসিংহ স্বৰ্গী হ'ল। তেওঁৰ মৃত্যুৰ পাছত গড়গঞা সন্দিকৈৰ ঘৰৰ জীয়াৰী, বৰগোহাঁইৰ জীয়েক আহোম ৰাজ-সিংহৰ পৰ্বতীয়া কুঁৱৰীৰ সৰু জন পুতেক,— শিৱসিংহ আৰু প্ৰমত্ত সিংহৰ কনিষ্ঠ সহোদৰ ভোবোলা গোহাঁই চুৰেম্ফাক ৰাজেশ্বৰ সিংহ নাম দি তিনিজন ডাঙৰীয়া, বৰুৱা, ৰৰফুকনে মিলি আহোম ৰাজ-পাটত বহুৱালে। ৰাজেশ্বৰ সিংহ আহোম ৰাজ্যৰ ৰজা হ'ল। ১৬৭৪ শকত তেওঁ শিঙৰী ঘৰঁত উঠিল আৰু ১৬৭৫ শকত তেওঁ পাটঘৰত সোমাল। ৰজা হৈয়েই তেওঁ তিনিজন পুতেকৰ ভিতৰত বৰজনক কান্দুৰা গোহাঁই পাতিলে, মাজুজনক চাৰিঙীয়া মেল আৰু সৰু জনক সৰু মেল দিলে। ৰাজপাটত উঠাৰ পাছত তেওঁৰ এটি পুত্ৰৰ জনম হোৱা কাৰণে সেই পুত্ৰক পাট-কোঁৱৰ বোলা হ'ল। কিছুদিনৰ পাছত জ্যেষ্ঠ পুত্ৰ কান্দুৰা গোহাঁই চুকাল। ভোগবাৰীত তেওঁৰ মৈদাম বন্ধা হ'ল। ৰাজেশ্বৰ সিংহৰ মৃত্যুৰ পিছত তেওঁৰ দুই পুত্ৰ এই মাজুজন গোহাঁই আৰু সৰুজনা গোহাঁইদেৱেই আহোম ৰজাৰ বিপক্ষে ৰাজদ্ৰোহী হৈ মায়ামৰীয়া মটকৰ বিদ্ৰোহী দলত যোগ দি সেই উমি উমি জ্বলা বিপ্লৱৰ তুঁহ জুইত ফুঁক দিছিল।

ৰাজেশ্বৰ সিংহৰ আৰু এজন ককায়েক আছিল। তেওঁ একে মাকৰ গৰ্ভত জন্মা সহোদৰ নাছিল। ৰাজেশ্বৰ সিংহতকৈ তেওঁ বয়সত ডাঙৰ আছিল। তেওঁৰ নাম মোহন মালা গোহাঁইদেউ আছিল। ৰুদ্ৰ-সিংহৰ ঔৰসত তেওঁ আন এগৰাকী কুঁৱৰী পানীফুকনৰ গৰ্ভত এই মোহনমালা গোহাঁইদেৱৰ জন্ম হৈছিল। তেওঁলোকৰ পিতৃদেৱ ৰুদ্ৰসিংহৰ মৃত্যুৰ সময়ত তেওঁ তেওঁৰ পাঁচজন পুতেকলৈ দিয়া শেষ উপদেশ অনুসৰি আৰু বয়স হিচাবে ডাঙৰ হোৱাত আহোম-ৰাজ-সিংহা-সনত ৰাজেশ্বৰ সিংহতকৈ আগেয়ে মোহনমালা দেৱহে বহিব লাগিছিল।

কিন্তু ক'লৈ গ'ল ৰুদ্ৰসিংহৰ সেই সাৰুৱা উপদেশ আৰু ক'লৈ গ'ল বয়সানুক্ৰমে ভাতৃসকলৰ আহোম-ৰাজ সিংহাসনত বহাৰ কথা বা চুক্তি ? শনিৰ অমঙ্গল দৃষ্টি পৰিলে এইদৰেই পৰে। বকতিয়ালৰ গেন্ধেলা ৰবৰুৱাৰ চক্ৰান্তত আৰু বল প্ৰয়োগত আহোম ৰাজ-সিংহাসনৰ পৰা মোহন মালা গোহাঁইদেউ চিৰকাললৈ বঞ্চিত হ'ল। মৃত্যুৰ সময়ত পাঁচজন পুতেকলৈ দিয়া ৰুদ্ৰসিংহৰ শেষ উপদেশ সুঁৱৰি আৰু ন্যায়তঃ উত্তৰাধিকাৰী হিচাবে প্ৰমত্তসিংহৰ পাছত মোহনমালা গোহাঁই দেৱেহে ৰজা হ'ব বুলি আহোমৰ সকলো প্ৰজাই আশা কৰি আছিল। কিন্তু চতুৰ গেন্ধেলা ৰবৰুৱাৰ লগুৱা-অনুচৰবিলাকে সেই বিচক্ষণ বৰ-বৰুৱাৰ নিৰ্দেশমতে মোহনমালা গোহাঁই দেৱক প্ৰমত্ত-সিংহ স্বৰ্গী হোৱাৰ লগে লগে গুপুতে ধৰি নি নামৰূপৰ গহীন হাবিত এৰি থৈ আহিল। শেহত প্ৰজাসকলৰ মনোৰঞ্জনাৰ্থে গেন্ধেলা (কীৰ্ত্তিচন্দ্ৰ) বৰবৰুৱাই ঘোষণা কৰি প্ৰচাৰ কৰিলে যে ৰাজবিধি মতে মোহনমালা গোহাঁইদেৱ ৰজা হ'বলৈ সম্পূৰ্ণ অনুপযুক্ত ; কাৰণ তেওঁৰ মুখখন ঘূণ লগা বসন্ত গুটিকা চিহ্নেৰে পৰিপূৰ্ণ। জ্বলা-জুইত ঘৃতাহুতি হ'ল। এই মোহন-মালা গোহাঁই-দেৱেই শেহত সেই বিদ্ৰোহী বিপ্লৱী মটক মায়ামৰীয়া দলৰ প্ৰধান নেতৃসকলৰ ভিতৰত এজন প্ৰসিদ্ধ নেতা হ'লগৈ। ইও এক অমঙ্গলৰ পাতনি হ'ল।

## গেন্ধেলা বা কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা

আগেয়ে এজন গজপুৰীয়া ফুকন আছিল। আগেয়ে সি শদিয়া অঞ্চলৰ হাতীচুঙী মৰাণৰ ঘৰত মাউতৰ কাম কৰিছিল আৰু তেনে কাম কৰি জীৱিকা নিৰ্বাহ কৰিছিলা।

## ৰূপচান্দ বা ৰূপচন্দ্ৰ ৰৰবৰুৱা

পাছত সি আহোম ৰজাৰ হেমদাং ধৰা লগুৱা হৈছিল। আচলতে, সি জাতত ভঁৰালী-চুতীয়া আছিল; শেষত সি কোচলৈ উঠিছিল। তাৰে পুত্ৰ ৰূপচান্দ; শেহত ৰূপচন্দ্ৰ নামে জনাজাত হ'ল।** শদিয়া অঞ্চলৰ মানুহ কাৰণে হাতীচুঙী ৰবাণৰ ঘৰত মাউত গজপুৰীয়া ফুকনক আৰু তাৰ পুতেক ৰূপচান্দ বকতিয়াল হৰিকণাই ৰজাদেৱৰ লগত লোৰা-খোৰা কৰিছিল। সেই ৰূপচান্দৰ বিশ্বাস পাই ৰুদ্ৰসিংহই তাক চোলা-ধৰা বৰুৱা পাতিলে। এইদৰে ৰূপচন্দ্ৰই লেতেৰী-লিগিৰা হৈ থকা দেখি সন্তুষ্ট হৈ আৰু বন-বাৰীত আপাহ পাই আহোম ৰজাই তাক বকতিয়াল ৰৰবৰুৱা পাতিলে। শিৱসিংহ ৰজাৰ সময়তো এই জাতত ভঁৰালী চুটীয়া আৰু বাবত চোলাধৰা বৰুৱা বকতিয়াল ৰূপচন্দ্ৰই

** আহোম বংশাৱলীত আছে,—"নানা প্ৰকাৰে বঙ্গাল-কচাৰী মাৰি আনা। পূৰ্ব্বে ভগনত বৰ চেতিয়া কচাৰীত হুঁমালে গৈ, তাৰে পুতেক নাতিয়েক আনিলে পাই। এই ঘৰ জাত বোলে কলিতা, বোলে কছাৰী জোৰা চেতিয়া—লিগিৰা খাটিছিলে। নাচনীয়াল ছোৱালীৰ লগত দিছিলে। সেই আপাহত বেটকটীয়া বৰুৱা পাতিলে। সেঙ্গদান ধৰাৰ পুতেক সদিয়লীয়া গোহাঁই। লোহিত-লিগিৰা হই খাটিছিল, বনবাৰিত আপাহ পাই সেই আপাহতে তাক বৰ বৰুৱা পাতিলে, সি জাতত ভঁৰালী চেতিয়া।"........

তাৰে এঠাইত আছে,—...."বকতিয়াল ৰূপচন্দ্ৰ হাৰকিনা (ৰুদ্ৰসিংহ) ৰজাদেৱৰ লগত লোৰা-জোৰা তাকে পাচে চোলা ধৰা বৰুৱা পাতিলে—জাতত ভৰালী চেতিয়া।" ........তাৰে আৰু এঠাইত আছে,...."গজপুৰীয়া ফুকন জাতত কোঁচ খেলি মাউট। পুতেক ডেকা চোলা ধৰা সিউ সেই, তাৰে সৰু পুতেক গেন্ধেলা,.......... তালৈকে নামৰূপীয়া গোহাঁইৰ ঝি-অৰী এজনা দিলে। সি ধৰা জোৰাই। সিউ জাতত সেই।"....

ৰৰবৰুৱা হৈ আছিল। সেই ৰূপচন্দ্ৰ বৰ-বৰুৱাৰ সৰু পুতেকজনৰ নাম গেন্ধেলা আছিল। সেই গেন্ধেলালৈ কালশিলীয়া নামৰূপীয়া গোহাঁইৰ (শেষত লক্ষ্মী সিংহ) জীয়াৰী এজনীক দিছিল। সেই হিচাবে গেন্ধেলা বা কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা আহোম ৰজা সকলৰ (শিৱ-সিংহ, প্ৰমত্ত সিংহ আৰু লক্ষ্মী সিংহৰ) জোঁৱায়েক আছিল। সম্বন্ধত ৰজাৰ জোঁৱায়েক হোৱাত গেন্ধেলা বৰ-বৰুৱাৰ ভাগ্যত শুভদৃষ্টিয়ে দেখা দিলে।

গেন্ধেলা ৰৰবৰুৱা যেনে চতুৰ আৰু বিচক্ষণ আছিল, তেনে বৰ খঙাল আৰু আত্মাভিমানীও আছিল, সামান্য কথাতেই বা কাৰণতেই তেওঁৰ টিকিচকৈ খং উঠিছিল।

গেন্ধেলা (বা কীৰ্ত্তিচন্দ্ৰৰ)ৰ বাপেক ৰূপচন্দ্ৰ বকতিয়াল বৰবৰুৱা বুঢ়া হোৱাত আৰু কাম কৰিবলৈ অসমৰ্থ যেন অনুমান কৰি আহোমৰ ৰজা শিৱসিংহই ৰূপচন্দ্ৰক এনে দায়িত্বপূৰ্ণ ৰৰবৰুৱাৰ কামৰ পৰা অৱসৰ লবলৈ প্ৰস্তাৱ কৰিলে আৰু অনুৰোধ জনালে। ৰূপ-চন্দ্ৰই তেওঁৰ বাকীছোৱা জীৱন এনে ডাঙৰ কাম চলাবলৈ তেতিয়াও সম্পূৰ্ণ সমৰ্থ বুলি ৰজাৰ ওচৰত ইচ্ছা প্ৰকাশ কৰিলে; আৰু তেওঁৰ পুত্ৰ গেন্ধেলাই এনে বৰ-বৰুৱাৰ ক্ষমতা পালে ৰাজ্যৰ যথেষ্ট ক্ষতি হব বুলি জনাই ৰজাৰ এনে ভাবত ৰূপচন্দ্ৰ ৰৰবৰুৱাই আপত্তি জনালে। শেহত ৰূপচন্দ্ৰৰ এনে আপত্তিত শিৱসিংহই ৰাজি হ'ল, আৰু কোঁচ খেলি মাউতৰ পুতেক গেন্ধেলাৰ বাপেক বকতিয়াল হাৰ-কিনা বুঢ়া-ৰৰবৰুৱা ৰূপচন্দ্ৰই এই ৰৰবৰুৱাৰ বাব আৰু দুবছৰ খাই স্বৰ্গী হ'ল। ৰূপচন্দ্ৰৰ মৃত্যুৰ পাছত কোঁচ-খেলি মাউত সদিয়লীয়া গোহাঁইৰ ঘৰৰ গজপুৰীয়া ফুকনৰ নাতিয়েক, বকতিয়াল হাৰকিনা চোলাধৰা বৰুৱা ৰূপচন্দ্ৰ ৰৰবৰুৱাৰ পুতেক আৰু কালশিলীয়া নামৰূপীয়া গোহাঁইদেৱৰ (শেহত লক্ষ্মীসিংহ) জোঁৱায়েক গেন্ধেলা আহোমৰ ৰৰবৰুৱা হ'ল। এই উগ্ৰ, চতুৰ, বিচক্ষণ, আত্মাভিমানী, ভীষণ প্ৰতিশোধপৰায়ণ আৰু ভঁৰালী চুটীয়া জাতৰ গেন্ধেলা

বৰবৰুৱাই তেওঁৰ বাপেক ৰূপচন্দ্ৰৰ ** ওপৰত সেই বৰবৰুৱাৰ...........(বাক্য অসম্পূৰ্ণ)।
মোহনমালা গোহাঁই দেৱ বয়সানুক্ৰমিকভাৱে প্ৰমত্ত সিংহৰ পাছত আহোম ৰাজ সিংহাসনৰ উত্তৰাধিকাৰী আছিল। কিন্তু প্ৰমত্ত সিংহই ৰোগশয্যাত পৰি থাকোঁতেই প্ৰমত্ত সিংহৰ নিৰ্দেশ মতে, এই গেন্ধেলা বৰবৰুৱাই লগুৱা অনুচৰ লগাই মোহনমালা গোহাঁইদেৱক নামৰূপৰ গহন হাবিলৈ খেদাই তাতে এৰি থৈ আহিল। আচলতে সতিনী মাকৰ পুতেক মোহনমালাক তেওঁৰ পাছত ৰজা পাতিবলৈ প্ৰমত্ত সিংহৰ ইচ্ছা নাছিল। তেওঁৰ ইচ্ছা আছিল তেওঁৰ আপোন সহোদৰ কনিষ্ঠ ভায়েক চুৰেম্‌ফা বা ৰাজেশ্বৰ সিংহক ৰাজ সিংহাসনত বহুৱাবলৈ। সুচতুৰ আৰু বিচক্ষণ বৰবৰুৱা কীৰ্ত্তিচন্দ্ৰ গেন্ধেলাৰ চক্ৰান্তত আৰু বল প্ৰয়োগত প্ৰমত্ত সিংহৰ মনৰ বাসনা পূৰ্ণ হ'ল। ১৬৭৩ শকৰ আহিনৰ ২৯ তাৰিখে কৃষ্ণানৱমী তিথিত প্ৰমত্ত সিংহ স্বৰ্গী হ'ল। এজন ডাঙৰ ককায়েক মোহনমালা গোহাঁইদেৱ থাকোঁতে চুৰেম্‌ফা ৰাজেশ্বৰ সিংহ আহোম ৰাজ সিংহাসনত বহিবলৈ অশান্তি হ'ল। গেন্ধেলা বৰবৰুৱাই বুজাই দিলে যে, সিংহাসন শুদাকৈ উকাকৈ খাকিব নোপায়। মোহনমালা গোহাঁইদেৱও নাই, তদুপৰি ৰুদ্ৰসিংহৰ ঔৰসত আৰু তেওঁৰ আন এগৰাকী কুঁৱৰী পানীফুকনৰ জীয়েকৰ গৰ্ভত ওপজা মোহনমালা গোহাঁইদেৱ ৰজা হব নোৱাৰে। কাৰণ তেওঁ ঘূণ লগা, তেওঁৰ মুখখন বসন্ত গুটিকা চিনেৰে ভৰা।

ঘূণ লগা কোঁৱৰ ৰজা হব নোৱাৰে। এইদৰে বঢ়াই-বুজাই তিনিজন গোহাঁই আৰু বিষয়াসকলক তেওঁলোকৰ অনিচ্ছা সত্বেও মান্তি কৰাই ৰাজেশ্বৰ সিংহক বলেৰে ছলেৰে ৰজা পাতি আহোম ৰাজসিংহাসনত গেন্ধেলা বৰবৰুৱাই বহুৱালে। ৰুদ্ৰসিংহৰ মৰণ কালত পাঁচোজন পুতেকলৈ দিয়া শেষ উপদেশ—"বন্ধুৰ দোলেৰে বান্ধ খাই থাকিবা, এজনৰ পাছত এজনকৈ তোমালোক ৰজা হবা—তোমালোকৰ নিজৰ ভিতৰত শত্ৰুৱালি সাধিলে একো সুফল নহব। তোমালোকৰ আনে কিবা ভাঙি-পাতি কিবা সাল-সলনি কৰিলে বা কৰিবলৈ চেষ্টা কৰিলে, তেনে চেষ্টাত বা কথাত মন-কাণ নিদিবা, একতাবদ্ধ হৈ থাকিবা,

---

**বুৰঞ্জীবিলাকৰ মতে এই বিষয়ে অলপ বেমেজালি দেখা যায়। কীৰ্ত্তিচন্দ্ৰ গেন্ধেলাই শিৱসিংহৰ সময়ত বৰবৰুৱা হৈছিল নে প্ৰমত্ত সিংহৰ সময়ত বৰবৰুৱা হৈছিল ভাবিব লগীয়া। ডাক্তৰ ৰেড্‌ চাহাবৰ বুৰঞ্জীত এইদৰে আছে,—"ৰজাই (শিৱসিংহ) তেওঁৰ (ৰূপচন্দ্ৰ বৰবৰুৱা) আপত্তিত মান্তি হ'ল; কিন্তু বুঢ়ামন্ত্ৰী (বৰবৰুৱা) দুবছৰ পাছত চুকাল আৰু তেওঁৰ বাব কীৰ্ত্তিচন্দ্ৰই পালে। পাছৰ জনে (কীৰ্ত্তিচন্দ্ৰই) এই বিষয় প্ৰায় দুবছৰ ভোগ কৰাৰ পিছত ১৬৬৬ শকত শিৱসিংহই প্ৰাণ ত্যাগ কৰে। বাব নৈ পিতায়েকৰ স্বাৰ্থপৰতা আৰু অসদ্ব্যৱহাৰত ইমান খং আৰু ইমান বেজাৰ পাইছিল যে তেওঁ তেওঁৰ বাপেকৰ মৃত্যুৰ সময়ত তেওঁৰ ওচৰকে নাচাপিছিল আৰু মৃতকৰ কৰ্ম নিজে নকৰিছিল; বৰং তেওঁ তেওঁৰ পুতেকহঁতকে হে সিহঁতৰ ককাদেউতাক ৰূপচন্দ্ৰৰ মৃত-কৰ্ম কৰিবলৈ অনুমতি দিছিল। এনে আত্মাভিমানী আৰু ক্ৰুদ্ধ স্বভাৱৰ মানুহ গেন্ধেলা বৰবৰুৱা আছিল। শিৱসিংহই প্ৰাণ ত্যাগ কৰিলে"—"The king acquisced in his refusal, but the old minister died at the expiration of two years and was succeeded in his honours by Keertisund. The latter enjoyed his appointment about two years when Seo Sing departed his life 1666"
কিন্তু তুংখুঙীয়া ৰাজ বংশাৱলীত শিৱসিংহৰ মৃত শৰীৰৰ কাষত আন আন আত্মীয়-স্বজন, আৰু বিষয়া পাৰিষদৰ লগত ৰূপচন্দ্ৰ বৰবৰুৱাই উপস্থিত আছিল বুলি উল্লেখ আছে। প্ৰমত্ত সিংহই আহোম ৰাজ-সিংহাসনত উঠিবৰ সময়ত যিজন বৰ বৰুৱাই বিদ্ৰোহী তিপাম ৰজাক আৰু তেওঁৰ বিপ্লৱী দলক দমন কৰিছিল সেইজন বৰবৰুৱা ডক্তৰ ৰেড্‌ৰ মতে কীৰ্ত্তিচন্দ্ৰ আৰু শ্ৰীনাথ দুৱৰাৰ তুংখুঙীয়া বুৰঞ্জীৰ মতে ৰূপচন্দ্ৰ যেন হে লাগে।

আগতে আমি দুই ভাই আছিলোঁ বৰং শতুৰুৰ কথা শুনি সৰুজনক খেদি দিলোঁ। এতিয়াহে মই মোৰ ভুল বুজিছোঁ গতিকে তোমালোকে মিলি-জুলি থাকিবা, সকলো বাসনা পূৰণ হব। তোমালোকে যদি শতুৰু প্ৰমাণ কৰা তেন্তে মিছা, বুঢ়াই হোৱা বা ডেকাই হোৱা তোমালোকে ক্ৰমানুয়ে ৰজা হবা..।" সকলো মিছা হ'ল, ৰাজেশ্বৰ সিংহ ৰজা হ'ল আৰু মোহনমালা গোহাঁইদেৱে নামৰূপ হাবিত কঠোৰ নিৰ্বাসন দণ্ড ভোগ কৰিলে। কীৰ্তিচন্দ্ৰ গেন্ধেলা বৰুৱাৰ চক্ৰান্তত আৰু বল প্ৰয়োগত অনিয়ম ঘটিল। প্ৰজা অসন্তুষ্ট হ'ল আৰু আহোমৰ বিশাল ৰাজ্য ধ্বংসৰ কৰাল মুখত তিলতিলকৈ পৰিবলৈ ধৰিলে। লাহে লাহে মটক মায়ামৰীয়া বিদ্ৰোহৰ সূত্ৰপাত হ'ল।

ইফালে চতুৰ, বিচক্ষণ, তাৰ উপৰি বহুদৰ্শী ৰাজনীতিজ্ঞ, তদুপৰি বৰবৰুৱা আৰু ৰজাৰ জোৱাঁয়েক আৰু সিফালে ৰাজেশ্বৰ সিংহক ছলেৰে বলেৰে ৰজা পতাত আহোমৰ ৰজা গেন্ধেলাৰ প্ৰতি কৃতজ্ঞ ; সেই কাৰণে কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ নিজ ইচ্ছামতে কাম কৰিবলৈ সম্পূৰ্ণ সুচল হ'ল।

১৬৭৮ শকত আহোমৰ ৰজা ৰাজেশ্বৰ সিংহই গুৱাহাটীৰ ফালে ফুৰিবলৈ ওলাওঁতে এই কীৰ্ত্তিচন্দ্ৰ গেন্ধেলা বৰবৰুৱাকে বাহৰ পাতিবলৈ আদেশ দিলে। ৰাজেশ্বৰ সিংহৰ এনে ৰাজ আজ্ঞা পাই কীৰ্ত্তিচন্দ্ৰই সোণাৰী নৈত, গজপুৰত, দেৱৰ গাৱঁত, জটিয়া ৰাজৰ বিশ্বনাথৰ পিনে এঠাইত, সৰিয়হ তলিত, ৰবদোৱাত, বেকীত, কাল শিলাত, বৰনদীৰ পাৰত আৰু হাজোত প্ৰত্যেকতে এখন এখনকৈ বাহৰ সাজি দিলে। এই বাহৰে বাহৰে থাকি পহু, মাছ, ম'হ আদি মাৰি বা মৰাই বা চিকাৰ কৰি এইদৰে প্ৰায় এবছৰ বং-ৰূপ কৰি ৰাজেশ্বৰ সিংহই আকৌ বাহৰে বাহৰে থাকি উভতি উজাই আহি—১৬৭৮ শকত চ'ত মাহত ৰাজধানী ৰংপুৰ পালে।

এইদৰে ৰাজেশ্বৰ সিংহৰ পৰম বিশ্বাস-ভাজন হৈ ৰংপুৰৰ ৰজনাথৰ ৰহাঘৰত গেন্ধেলা বৰবৰুৱাই বাস কৰিবলৈ ধৰিলে। ৰূপচন্দ্ৰ বৰবৰুৱাৰ বন্ধুসকলে ৰূপচন্দ্ৰ বৰবৰুৱাৰ মৃত্যুৰ সময়ত পুতেক গেন্ধেলাই তেওঁৰ পিতায়েকৰ আত্মাক আৰু মৃত দেহা অপমান কৰাত গেন্ধেলা বৰবৰুৱাক পেটে পেটে ভাল নাপাইছিল। কিছুমানে ৰুদ্ৰসিংহক দেৱতাৰ দৰে ভক্তি কৰিছিল আৰু তেওঁৰ বাণী সেয়ে কিছুমানৰ ওচৰত দেৱতুল্য আছিল। তেওঁৰ উপদেশ অনুসৰি প্ৰমত্ত সিংহৰ পাছত তেওঁৰ আন এজন ভায়েক ৰুদ্ৰসিংহৰ ঔৰসত আৰু তেওঁৰ আন এগৰাকী কুঁৱৰী পানীফুকনৰ জীয়েকৰ গৰ্ভত ওপজা, মুখত বসন্ত ৰোগৰ চিনেৰে ভৰা, মোহনমালা গোহাঁইদেৱক সেই কিছুমানে বংশানুক্ৰমে উত্তৰাধিকাৰী সূত্ৰত ৰজা পাতিবলৈ মন মেলিছিল ; কিন্তু গেন্ধেলাৰ চক্ৰান্তত আৰু বল প্ৰয়োগত মোহনমালাই ৰজা হব নোৱাৰিছিল, বৰং নামৰূপত তেওঁ নিৰ্বাসন দণ্ড ভোগ কৰিছিল। সেই কাৰণে সেই কিছুমানে গেন্ধেলাক ভাল নাপাইছিল। প্ৰমত্ত সিংহ আৰু ৰাজেশ্বৰ সিংহ এই দুয়োজনা আহোমৰ ৰজাই আন আন ডাডাঙৰীয়াক নাইবা বৰুৱা-বিষয়াক ইমান বিশ্বাস নকৰিছিল, গেন্ধেলাক হলে বৰ বিশ্বাস কৰিছিল। এই কথাই সেই ডাঙৰীয়া আৰু বৰুৱা-ফুকন আদি বিষয়াসকলৰ প্ৰাণত শেলে বিন্ধা দি বিন্ধিছিল। কিছুমানে গেন্ধেলাৰ বংশৰ আঁতি-গুৰি জানি সদিয়া ওদাল মৰাপাট নাইবা ফটাকানি ৰচা তৈয়াৰ কৰা অঞ্চল জলবত্তা সুবৰ, ভঁৰালী, চুতীয়া জাতৰ, হাতী চুঙী মৰাণৰ ঘৰত কাম কৰা কোঁচ-খেল মাউতৰ নাতিয়েক আৰু ৰজাৰ হেজদাং ধৰা, চোলা ধৰা বৰুৱা, শেহত ৰূপচন্দ্ৰ বৰবৰুৱাৰ পুতেক গেন্ধেলা বৰবৰুৱাৰ সকলো সত্য তথ্য আৱিষ্কাৰ কৰি প্ৰকাশ কৰিবলৈ নুমলি বৰগোহাঁইদেৱৰ হতুৱাই "চকৰী ফেটী" নামে বুৰঞ্জী এখন লিখাই প্ৰকাশ কৰিবলৈ যুগুত কৰিলে। গেন্ধেলাৰ বিষয়ে সকলো লিখি, নিজৰ আৰু আন আন বংশৰ নিষ্কলুষতা প্ৰমাণ কৰি নমলি বৰগোহাঁইয়ে লিখি প্ৰকাশ কৰিলে।

এইদৰে বুৰঞ্জীৰ প্ৰকাশ হ'ল। গেন্ধেলাই "চকৰী

কেটী বুৰঞ্জী" পালে। খঙত জলি-পকি তেওঁ ৰাজ-কাৰেঙলৈ গৈ খুটাবিলাকত সোকাৰে কোবাই চিঞৰিবলৈ ধৰিলে, "স্বৰ্গদেৱৰ সাত পুৰুষৰ চহী বুৰঞ্জী-বিলাকত আছেনে নাই ?" "স্বৰ্গদেৱে নাই।' "তেন্তে 'চকৰী ফেটী' বুৰঞ্জী কিয় লিখা হ'ল ? স্বৰ্গদেৱৰ বংশতো কাহানিবা চেকা পৰিব। বুৰঞ্জীবিলাক পোৰাই ভাল ?" ৰজাইও পুৰিবলৈ কলে। বৰবৰুৱাই বৰ অপমান বোধ কৰি সাতোটা জুইৰ ভাটী সজাই ৰাব ঘৰত যি বুৰঞ্জী আছিল সকলোবোৰ আনাই গোটাই লৈ জুইৰ ভাটীত জাপি ভালেমান লাগতীয়াল বুৰঞ্জী পুৰি ছাই কৰিলে। এই কাৰণে কিছুমানৰ খং পেচ সীমা পালেগৈ। এইবিলাক কাৰণে বকতিয়াল বৰবৰুৱাক হত্যা কৰিবলৈ ষড়যন্ত্ৰ কৰা হ'ল।

১৬৮৫ শকৰ কাতি মাহৰ এদিন গধূলি এদণ্ড নিশা যাওঁতে বৰবৰুৱাই সেই ৰহাঘৰৰ বৰ-দুৱাৰৰ ভিতৰত থাকোঁতে এজন চোৰে কেনেবাকৈ সেই ৰহা ঘৰৰ ভিতৰত সোমাই পাছফালৰ পৰা বৰবৰুৱাৰ ডিঙিত দাৰে ঘাপ মাৰি পলাল। বৰবৰুৱাৰ ডিঙি কথমপি নিছিগিল। গেন্ধেলা ৰক্ষা পৰিল। পাছে পলাই যাওঁতে সেই চোৰক আগচি টেকেলা বৰাই সাৰট মাৰি ধৰিলে। যাদৱ তামুলীৰ পুতেক ৰামকৃষ্ণয়ে এনে আহত অৱস্থাত সাৱট মাৰি ধৰি আন মানুহৰ সৈতে বৰবৰুৱাক পালী কোঠালিলৈ লৈ আনিলে। তাতে শুৱাই বৰবৰুৱাৰ ডিঙিৰ কটা ঘাত কাপোৰ বান্ধি সকলোৱে তেওঁৰ শুশ্ৰূষা কৰিবলৈ ধৰিলে। এনেতে এজনে ৰজাৰ চোলা ধৰা ভাণ্ডাৰলৈ গৈ বৰবৰুৱাৰ পুতেক চোলাধৰা ফুকনক বাপেকৰ দুৰ্ঘটনাৰ খাতৰি জনালে। বৰবৰুৱাৰ পুতেক চোলাধৰা ফুকনে এনে বাৰ্তা শুনি বিহ্বল হৈ ৰাজ চাঙলৈ গৈ ৰাজেশ্বৰ সিংহক সাষ্টাঙ্গে দণ্ডৱৎ-প্ৰণিপাত জনাই দুৰ্ঘটনা বৰ্ণনা কৰি কান্দি কান্দি কলে, "বৰদুৱাৰৰ ভিতৰ চ'ৰাত বহি থাকোঁতে স্বৰ্গদেৱৰ বন্দী মোৰ পিতৃদেৱ বৰবৰুৱাক কোনোবা চোৰে পাছ ফালৰ পৰা খৈয়ালে। পিছে খৈয়ালে বা কোনে বুজিব নোৱাৰি।" এনে আচম্বিত বাতৰি শুনি বিস্ময় মানি আহোম ৰজাই বুলিলে,— "বাৰু, ইয়াৰ বিচাৰ কৰা যাব। মই বিদ্যমানে থকাত মোৰ বৰবৰুৱাক কোনে খৈয়ালে বিচৰা যাব।" —এইদৰে কৈ ৰাজেশ্বৰ সিংহই চোলাধৰা ফুকনক বিদায় দিলে। বৰবৰুৱাৰ ৰহাঘৰ জনশূন্য কৰা হ'ল। সেই ঘৰৰ ফালে মুখ কৰি হিলৈ পাতি থোৱা হ'ল। বৰবৰুৱাক কেৱে গম নোপোৱাকৈ নিশাৰ এন্ধাৰত এটা কোঠালিত থৈ সেই ঘৰৰ চাৰিও ফালে পালী-পৰীয়াই উজাগৰে নিহপালি দি পৰ দি থাকিল। মিৰি সন্দিকৈৰ নাও-বৈচা ফুকন অসময়ত সেই শূন্য ৰহাঘৰত সোমাল। পাছে গড়ৰ ভিতৰত কটাকটি লাগিছে বুলি শুনি সেই নিশাই জোৰ নোহোৱাকৈ এন্ধাৰে মূদ্ধাৰে নগৰ সোমাল। ৰাতি পুৱালত গেন্ধেলা বৰবৰুৱাৰ ডিঙিত ঘাপ মৰা মানুহজনৰ বিচাৰ কৰা হ'ল। তাক সকলোৱে চিনি পালে। সি নাজিৰা হটীয়া গণক ৰতিকান্ত। ৰতিকান্তই সকলো কৈ কাঢ়িলে। সি তাৰ লগৰ মানুহ কেইজনৰ নামও কলে। সিহঁত চাওদাঙৰ চমুৱা এজন লুখুৰাসনৰ মণি নামৰ ঢেকীয়াল বৰুৱা এজন আৰু বৰবৰুৱাৰ ভাগিনিয়েক সন্দিকৈৰ দৈয়ঙীয়া ডেকা আছিল। শেহৰ কেইজনক বৰদুৱাৰৰ বিচাৰত দোষী সাব্যস্ত কৰা হ'ল। বৰদুৱাৰৰ মুখত পাছৰ কেইজনক হাতীশালত লো লগাই থলে। অসময়ত বৰবৰুৱাৰ শূন্য ঘৰত সোমোৱাৰ কাৰণে নাওবৈচা ফুকনকো বন্দীশালত বন্দী কৰি থলে। সন্দিকৈৰ দৈয়ঙীয়া ডেকাৰ বাপেক বাৰুকিয়াল বৰগোহাঁই পৰীয়া ঘৰফলীয়া বৰুৱা গেন্ধেলা বৰবৰুৱাৰ ভিনিহী আছিল। সেই ঘৰফলীয়া বৰুৱাই সেই নাওবৈচা ফুকনক বন্দী কৰি থোৱা বন্দীশালৰ কাষেদি যাওঁতে নাওবৈচা ফুকনে দেখিলে আৰু ক'লে—"পিছে বৰুৱা, হাচতি খন থৈ কলৈ ? মোৰ মূৰত হাচটি নাই। বৰুৱাৰ লগৰ হাচটি গছি দিলে সজ হয়।"—এনে হেন কথা শুনি ভৱিষ্যতলৈ একো নাভাবি গেন্ধেলাৰ ভিনিহীয়েক ঘৰফলীয়া বৰুৱাই নিজৰ হাচটি গছি বন্দী নাওবৈচা ফুকনক

উদাৰচিত্তে দিলে। ৰখীয়া টেকেলাই ধৰফলীয়া বৰুৱাই নাওবৈচা ফুকনক হাচটি গছি দিয়া দেখিলে। ৰজালৈ এই বাতৰি গ'ল। বিচাৰ হ'ল। বাৰুকিয়াল বৰগোহাঁই পৰীয়া ধৰফলীয়া বৰুৱাক ভাজি খেদিলে। ঢেকীয়াল বৰুৱা মণিক আৰু ভাগিনীয়েক সন্দিকৈ দৈয়ঙীয়া ডেকাক ভুৰত বান্ধি উটাই দিলে। নাওবৈচা ফুকনক নাক-কাণ কাটি তেওঁক নিবোকত পাতিলে। বৰবৰুৱাৰ ডিঙিত ধাপ মৰা চোৰ নাজিৰা হটীয়া গণক ৰতিকান্তক কুঠাৰেৰে ফালিলে। ৰতিকান্তই যি দাৰে বৰবৰুৱাক ঘৈয়াইছিল সেই মিত দাখন গঢ়োৱা কমাৰ জনৰ নাক-কাণ কাটি চকু কঢ়া হ'ল। এইদৰে দোষী কেইজনৰ লগত সম্বন্ধত থকা মানুহবোৰকো শাস্তি দিয়া হ'ল। তেতিয়াৰ পৰা আহোম ৰজাৰ আদেশ পাই বৰবৰুৱাই মানুহ কুৰিয়ে পতি একোডাল টাঙোন পালে আৰু লগত ললে। সেই সময়ৰে পৰা বৰবৰুৱাৰ বাৰ খোৱা মানুহে এইদৰে টাঙোন লবলগীয়া হ'ল। এনেকৈয়ে এনে নিয়ম চলিল।

## মগলু দেশ

আহোম ৰাজ্যৰ দক্ষিণে নগাৰ দেশ। তাৰো দক্ষিণে মণিপুৰ। অতীজতে এই মণিপুৰৰ কুঁৱৰী এগৰাকী চিত্ৰাঙ্গদাক তৃতীয় পাণ্ডৱ অৰ্জুনে বিবাহ কৰিছিল। তেওঁৰে ঔৰসত মহাবীৰ বভ্ৰুবাহন জন্মিছিল। অশ্বমেধ যজ্ঞৰ সময়ত এই বভ্ৰুবাহনৰ বীৰত্বৰ কীৰিতিৰ খিয়াতি থাকি গ'ল।

চীন আৰু মান দেশৰ মানুহে মণিপুৰ নুবুলিছিল। সিহঁতে "কা-ছে" আৰু "কা-থে" বুলিছিল। অতীজতে মণিপুৰৰ নাম "মেখলী" আছিল। সেই মেখলীৰ পৰা "মেথলী"; মেথলীৰ পৰা "মগলী"; মগলীৰ পৰা "মগলু" বা "মগলাই" হ'ল। এই মগলু দেশৰ মানুহে নিজৰ দেশক "মিতেই লাই পাক" বুলিছিল। "মিতেই" মানে মিহলি জাতি আৰু "লাই-পাক" মানে ঠাই; অৰ্থাৎ মিহলি জাতিৰ ঠাই।

মেজেৰাই যেতিয়া যামিনী মধ্যাপনী বুঢ়ীৰ ঘৰত গৰখীয়াৰ কাম কৰি আছিল, অষ্টভুজ প্ৰভুৱে যেতিয়া পুৰণি ভকতবিলাকক মায়ামৰা সত্ৰতে বহি ধৰ্ম বিলাই আছিল। আহোম ৰজা ৰাজেশ্বৰ সিংহই যেতিয়া ৰাজপাটত বহি ৰাজ খাই আছিল আৰু গেজেলাই যেতিয়া বৰবৰুৱা হৈ স্বেচ্ছাচাৰ আচৰণ চলাই আছিল, সেই সময়ত জয়সিংহ* নামে এজনে এই মণিপুৰ ৰাজ্যৰ মগলু দেশৰ ৰজা হৈ আছিল। মানদেশৰ ৰজাই এই জয়সিংহ ৰজাৰ মণিপুৰ ৰাজ্য আক্ৰমণ কৰিলে, আৰু মগলু দেশ অধিকাৰ কৰিলে। মিতেই লাইপাক ৰাজ্যখন মানৰ হাতত দখল হোৱাত মগলৌ ৰজা জয়সিংহ মগলৌ কুঁৱৰী, কোঁৱৰ যুঁৱৰাজ অনুপানন্দ আদি আত্মীয়-স্বজন-সৈন্য সামন্তৰে সৈতে এৰি পলাই কছাৰী ৰজা গাবাৰা মাদায় দাওয়েৰ ৰাজচ'ৰাত গৈ আশ্ৰয় ললে। তাতে আহোমৰ চৌকীদাৰ বৰুৱা এজনক লগ পোৱা হ'ল। বৰুৱাক জনোৱা হ'ল—"যদি বৰবৰুৱাই সকলো সমন্বিতে জয়সিংহ ৰজাক আহোমৰ ৰাজধানীলৈ নি ৰাজেশ্বৰ সিংহৰ ওচৰত ভেটাই দিব পাৰে, তেন্তে তেওঁলোকে আহোম ৰজাৰ শৰণাপন্ন হ'ব।" কছাৰী ৰজা গাবাৰা মাদাও দাওয়েও তেনেকৈয়ে কৈ পঠালে। চৌকীদাৰ বৰুৱাই গৈ ৰহাৰ ৰহীয়াল বৰুৱাত জনালে। ৰহীয়াল বৰুৱাইও গৈ ৰংপুৰত থকা বৰবৰুৱাত গোচৰ দিলে। গেজেলা বৰবৰুৱাইও সেইৰূপে আহোম ৰজালৈ জনাবলৈ আলচি বুলিলে,—চৌকীদাৰ বৰুৱাই গৈ ৰহীয়াল

* ডাক্তৰ ৰেড চাহাবৰ মতে সেই সময়ৰ মগলু দেশৰ ৰজাৰ নাম কৃষ্ণচন্দ্ৰহে আছিল।—
At this period, Krishna Sunder Prince of Manipur who had been defeated from his country by the Brahma Rajah, fled to the court of Csaree."
এই সময়ত ব্ৰহ্ম ৰজাই মণিপুৰ অধিকাৰ কৰিলে। ৰণত ঘাটি মণিপুৰৰ কোঁৱৰ কৃষ্ণচন্দ্ৰই কছাৰীৰ ৰাজ চ'ৰালৈ দেশ এৰি পলাই গ'ল....।

ৰবৰুৱাক জনাইছে আৰু ৰহীয়াল ৰবৰুৱাই এই বন্দীৰে কৈ পঠাইছে বোলে, মণিপুৰীয়া ৰজাই স্বৰ্গদেৱৰ শ্ৰীচৰণ শৰণাপন্ন হবৰ মনে আহিব খুজিছে। ইয়াকেহে স্বৰ্গদেৱলৈ বন্দীয়ে জনাইছে। লগতে কছাৰী কোঁৱৰ এজনো আহিব হেনো। যদি স্বৰ্গদেৱে বন্দীক আজ্ঞা কৰে, তেন্তে বন্দীয়ে স্বৰ্গদেৱৰ ৰাজচ'ৰাত দুয়োকো আনি স্বৰ্গদেৱৰ সাক্ষাৎ কৰাব পাৰে। আৰু কছাৰী আৰু মণিপুৰীয়া ৰজাইও বুলিছে, বোলে-- দুয়ো ৰজাক ৰবৰুৱাই আহি নিয়কহি। এতেকে সকলো বন্দীৰ ধাৰা স্বৰ্গদেৱত জনোৱা হ'ল।" ৰবৰুৱাৰ এনে প্ৰস্তাৱত ৰাজেশ্বৰ সিংহ মান্তি হ'ল আৰু দুয়োজন ৰজাক আনিবলৈ ৰবৰুৱাক আদেশ দিলে। ৰবৰুৱাইও এনে আদেশ পাই প্ৰাৰ্থনা কৰি বুলিলে,—"স্বৰ্গদেৱে বন্দীক আজ্ঞা কৰিছে যেতিয়া বন্দীয়ে নিশ্চয় যাব। পিছে, স্বৰ্গদেৱে বন্দীৰ পুতেক চোলধৰা ফুকনক ডেকা ৰবৰুৱাৰ বাবটি দিলে সজ হয় আৰু বন্দীৰো সহায় হব।" পাচে ৰবৰুৱাৰ এনে প্ৰাৰ্থনা শুনি স্বৰ্গদেৱে ক'লে,—"সজ, চোলধৰা ফুকনক ভোজ ৰবৰুৱা পতা হ'ল।"—পাচে চোলাধৰ ফুকনক ভোজ ৰবৰুৱা পতা হ'ল আৰু ৰবফুকনে ৰহা পুলিত তেওঁৰ আসন কৰা হ'ল। এইদৰে ৰবৰুৱাৰ প্ৰাৰ্থনামতে স্বৰ্গদেৱ অসঙ্কোচে কৰিলে। স্বৰ্গদেৱৰ এনে কাৰ্য্যত প্ৰীত হৈ ৰবৰুৱাইও উৎসাহেৰে ৰহালৈ বুলি যাত্ৰা কৰিলে।

ইফালে মেজেৰাই ১৬৮৬ শকত কুৰি বছৰীয়া ভৰ ডেকা হলত তেওঁৰ সুস্থ-সবল প্ৰিয়দৰ্শন যৌৱনপূৰ্ণ শৰীৰ চাই দৰ্শকে পৰম আনন্দ লাভ কৰিলে। যামিনী মৰাণনীৰ ঘৰতে গৰু ম'হ চৰাই হাল-কোৰ বাই ছকুৰি গাৱঁতে দুখে-সুখে তেওঁ থাকিল। পুত্ৰহেন মেজেৰাৰ মুখখন চাই যামিনী-মৰাণনীবুঢ়ী-গৰাকীয়ে নিজৰ পুতেক-জীয়েকৰ অভাৱ পাহৰিলে। বুঢ়ীৰ আদৰ, মৰম, চেনেহ যতন আৰু আশীৰ্বাদত মেজেৰাইও নিজৰ দাৰিদ্ৰ দুৰৱস্থাৰ কথা পাহৰিলে। গোধাইও মেজেৰাৰ লগ নেৰা হ'ল। গোধাইৰ সৈতে মেজেৰাই ধৰ্ম আদি ৰাজনীতিৰ বিষয়ে আলোচনা কৰিবলৈ ধৰিলে। কেনেকৈ আহোমৰ ৰবৰজা ফুলনচীয়ে মায়ামৰীয়া পুৰণি ভকতসকলৰ কপালত বলিৰ তেজৰ ফোঁট বলেৰে দিলে, কেনেকৈ সত্ৰাধিকাৰ চতুৰ্ভুজ মূৰ্ত্তিয়ে অলৌকিকভাৱে ফুলেশ্বৰী কুঁৱৰীৰ প্ৰসৱৰ ভৱিষ্যত ক'লে, কেনেকৈ তেৰাক নামদাঙৰ আলিলৈ নিধন কৰিবলৈ নিলে, কেনেকৈ প্ৰভুয়ে বঙাল গোসাঁইৰ যতনত ৰক্ষা পৰিল, কেনেকৈ মটকৰ এনে প্ৰতিশোধ বিহা হব—এইদৰে বিধে বিধে গোধাইৰ সৈতে মেজেৰাই আলচিলে। নিজৰ পিতৃদেৱ মৰুত-নন্দনৰ মুখে তেওঁলোক হেৰুৱা ৰাজ্য, ৰুক্মিণী, কুন্তভোজ, ৰম্ভা আদি শুনি মেজেৰাৰ সুপ্ত ৰাজসিক ৰক্ত, তপ্ত আৰু জাগ্ৰত হৈ উঠিল। মনে মনে মেজেৰাৰ 'ৰজা হম' বোলা প্ৰতিজ্ঞা আৰু প্ৰবল হ'ল।

উজনিৰ ফালে এদল শিষ্যই এবাৰ মায়ামৰা সত্ৰাধিকাৰ অষ্টভূজ প্ৰভুক চাবলৈ মায়ামৰীয়া ধাই সত্ৰ খুটীয়া পোতালৈ গ'ল। গুৰুজনৰ দৰ্শন লাভ কৰিবলৈ আন আন পুৰণি ভকতসকলৰ সৈতে মেজেৰাক লৈ ভক্ত মৰুত-নন্দনও ওলাল। মেজেৰাক চাই অষ্টভূজ গুৰুজনে ক'লে—"এই ডেকাজন ভৱিষ্যতে প্ৰজাৰ দুখ-কষ্ট দূৰ কৰি দেশ শাসন কৰিব। মেজেৰাৰ নাম গুৰুজনে সৰ্ব্বানন্দ দিলে। তেতিয়াৰ পৰা মেজেৰাক সৰ্ব্বানন্দ বুলি সকলোৱে চিনিলে। এই সৰ্ব্বানন্দই শেহত সৰ্ব্বানন্দ সিংহ নামে প্ৰখ্যাত হ'ল।*

## সৰ্ব্বানন্দ

যামিনী বুঢ়ী ঢুকাল। সৰ্ব্বানন্দৰ আলৈ-বিলৈ হ'ল। তেওঁ য'তে-ত'তে অনাই-বনাই ফুৰিবলৈ ধৰিলে। আকৌ তেওঁ মহাকষ্টত পৰিল। তেওঁৰ জীৱনত পুনৰ

* মটকৰ ৰাজবংশাৱলীত আছে,—"....ইষ্ট গুৰুজনে নাম দিলা দিলা সৰ্ব্বানন্দ॥ সকলোকে পালিবেক দুখ কৰি অন্ত। এতেকেসে দিলা গুৰু নাম সৰ্ব্বানন্দ॥"....

দাৰিদ্ৰ্য আহি দেখা দিলে। মাতৃহেন ৰবাণনী বুঢ়ীৰ অবিহনে মেজেৰাৰ সুখৰ দিন উকলি গ'ল। এনে চেনেহী-সাদৰী বুঢ়ীৰ অভাৱ তেওঁ ৰবকৈ অনুভৱ কৰিলে।

ছকুৰি গাৱঁত মেগেলা পাতেৰে চোৱা ফুটা চালেদি উকমা, তামুলৰ চকুৱাবে চকা ভগাবেৰৰ বিদ্ধায়েদি সৃকমৰ জিলিঙনি সোমোৱা দীৰ্ণ, জীৰ্ণ পঁজা ঘৰটোত কিছুকাল বাস কৰি আত্মীয় স্বজনক কন্দুৱাই একোটি মাথোন পুত্ৰ সৰ্ব্বানন্দক সুগভীৰ সংসাৰ সাগৰত অসহায় অৱস্থাত উটুৱাই সাধু, ভক্ত মহন্ত-নন্দন গোবিন্দৰ শ্ৰীচৰণ চিন্তি ১৬৮৬ শকত স্বৰ্গবাসী হ'ল।

## সুৰসেন

এনেই বিমুৰী ৰবাণনী বুঢ়ীৰ মৰণত সৰ্ব্বানন্দ উদাসীন হৈ আছিল, তাতে আকৌ পিতায়েকৰ মৃত্যু হোৱাত সৰ্ব্বানন্দ আৰু উদাসীন হ'ল। তেওঁ এইদৰে উদাসীনভাবে থান্-থিত্ নোহোৱাকৈ অ'ত-ত'ত ঘূৰিবলৈ ধৰিলে। এইদৰে য'তে-ত'তে কাম-বন কৰি যেনে-তেনে সৰ্ব্বানন্দই প্ৰাণ প্ৰবৰ্ত্তাবলৈ ধৰিলে। পাছত তেওঁৰ বিবাহৰ বয়স হলত তেওঁ নিজেই নিজৰ কাৰণে ছোৱালী বিচাৰিবলৈ ধৰিলে। কাম-বন নোহোৱা সৰ্ব্বানন্দৰ নিচিনা এজন দৰিদ্ৰ ভবডেকাক কোনেও ছোৱালী দিবলৈ ইচ্ছা নকৰিলে। এঠাইত সুৰসেন নামে এজন বৰ দুখীয়া মানুহ আছিল। সেই সুৰসেনৰ এজন বৰ ধুনীয়া ছোৱালী আছিল। সেই ছোৱালীজনী দুখীয়া বুলি কোনেও তাইক বিয়া কৰা নাছিল। ডেকা সৰ্ব্বানন্দক এনেদৰে অনাই-বনাই ফুৰা দেখি তেওঁক লগ ধৰি সুৰসেনে তেওঁক নিজৰ ছোৱালীজনী যাচি বুলিলে,—"পিছে মেজেৰা। তুমিও দুখীয়া মইও দুখীয়া। মোৰ এজনী পৰমা সুন্দৰী ছোৱালী আছে।

## সুলভি বা শুলভী

তাইও দুখীয়া। দুখীয়াক দুখীয়াই নাচালে, চাওঁতা আৰু নাই। সেই ছোৱালীজনীক তোমাকহে দিবলৈ মন মেলিছোঁ। যদি তুমি খোজা, মই দিওঁয়েই। কেৱল তুমি যি পাবা অলপ-অচৰপ বস্ত্ৰ-বাহানি কিনি নাইবা, যোগাব কৰি আনা। নিশ্চয় মই দিম।"—সুৰসেনৰ এনে বাণী শুনি সৰ্ব্বানন্দই অ'ত-ত'ত যি পাবে বস্ত্ৰ গোটাই আনি সুৰসেনক ৰঙেৰে গটাই দিলে। সুৰসেনে নিজৰ জীয়েক সুলভীক সৰ্ব্বানন্দৰ হাতত শুভক্ষণ চাই শুভলগনত সমৰ্পণ কৰি দিলে। অতি দুখীয়াভাবে সৰ্ব্বানন্দৰ সৈতে সুলভী আইদেউৰ বিয়া হৈ গ'ল।

## মাটিবৰ

কেইদিনমানৰ পাছত সুলভি আইদেউৰ গৰ্ভ সঞ্চাৰ হ'ল। দহমাহ দহদিন সম্পূৰ্ণ হোৱাত তেওঁ এটি সুন্দৰ সুলক্ষণ পুত্ৰ প্ৰসৱ কৰিলে। সেই সুন্দৰ পুত্ৰটোৰ নাম মাটিবৰ থোৱা হ'ল। দুবছৰ পিছত মাটিবৰ মাউৰা হ'ল। ১৬৮৯ শকত সুলভি আইদেউৰ মৃত্যু হ'ল। মাতৃ বিয়োগত মাটিবৰ অনাথ হ'ল। মাউৰা, অনাথ মাটিবৰে তেওঁৰ মাতৃদেৱীৰ মৃত্যুৰ পাছৰ পৰা তেওঁৰ পিতৃদেৱ সৰ্ব্বানন্দৰ লগ লেবা হ'ল। সদায় সি বাপেকৰ লগতে থাকিল। গোধায়ে যি পাৰে সৰ্ব্বা-নন্দক আৰু তেওঁৰ শিশু পুত্ৰটিক যথেষ্ট সহায় কৰিলে। এনেদৰে সেই ১৬৮৬ শকত উজনিৰ বাৰজন মৰাণ-মটকে খুটীয়া পোতালৈ গৈ মায়ামৰা সত্ৰাধিকাৰ শ্ৰীশ্ৰী অষ্টভুজ দেৱৰ শ্ৰীচৰণত শৰণ ললে। গুৰুদেৱৰ আশী-ৰ্ব্বাদ নিৰ্ম্মালি পাই ছজনে ধৰ্ম্মভাব আৰু ছজনে কৰ্ম্ম-ভাৱ লাভ কৰিলে। সেই বাৰজনৰ ছজনে কছাৰী গঞা, আহোম গঞা, মুদৈ গঞা, খাটোৱালীয়া আৰু আলমৰীয়া এই পাঁচজনে ধৰ্ম্ম শিক্ষা দিয়া ভাঙৰীয়াৰ বাৰ পালে আৰু ডাইনী-গঞা, কাঁচিনলীয়া ভৱানন্দই শেষত কৃষ্ণভুজ নাম লৈ টিপুক সত্ৰ পাতি সেই সত্ৰৰে অধিকাৰ বাব পালে।

গোসাঁই প্ৰভুৱে বাকী ছজনক উপযুক্ততা অনুসৰি কৰ্ম্মভাৱ দি ৰাজ্য চলাবলৈ দিলে। তেৱাই ৰাঘৱক

গয়াপাণি *(গইপানি) নাম দি মটক মৰাণৰ শাসন কাৰ্য্য চলাবলৈ ভাৰ দিলে। লক্ষীমপুৰ কলীয়া জাপৰিভেটিৰ তাঁতিক হৰিহৰ নাম দি লক্ষীমপুৰ ৰাজ্যৰ মটক-মৰাণৰ শাসন কাৰ্য্য তেৰাই পাতি দিলে। অষ্টভূজ মূৰ্ত্তিয়ে হাউহাক হৰিচৰণ নাম দি মাজুলী খণ্ডৰ শাসক বুলি পাতিলে। গোধাক চতুৰ আৰু পৰাক্ৰমী দেখি প্ৰভুয়ে গোপীনাথ নাম দি বৰবৰুৱা সেনাপতিৰ বাব দিলে। ৰাঘৱৰ ভাগিনীয়েক নাহৰক ৰমাকান্ত বা ৰমানন্দ নাম দি গয়াপাণিৰ প্ৰধান সহায় বুলি তেৰাই ৰাঘৱক দান কৰিলে।

মেজেৰাক লৈ মৰন্ত-নন্দনেও অষ্টভূজ প্ৰভুৰ শ্ৰীচৰণত সেৱা জনাই শৰণ ললে। মেজেৰাৰ সুস্থ, বলিষ্ঠ, সুন্দৰ, যৌৱনপূৰ্ণ শৰীৰ দেখি গুৰুজনে কলে,—বোলে,—এই ডেকাজনে ভৱিষ্যতে প্ৰজাৰ দুখ-কষ্ট দূৰ কৰি দেশ পালন কৰিব। মেজেৰাৰ নাম ডেকাজনে সৰ্ব্বানন্দ দিলে। তেতিয়াৰ পৰা সৰ্ব্বানন্দক সকলোৱে সৰ্ব্বানন্দ বুলি চিনিলে। এই সৰ্ব্বানন্দক সোমাৰ অঞ্চলৰ ৰজা বুলি উজনি অঞ্চলত প্ৰভু অষ্টভূজে চিনিলে।

শ্ৰীশ্ৰীঅষ্টভূজ দেৱতাৰ গুণ-মহিমাৰ কথা বিয়পি পৰিল। সদিয়াৰ পৰা মানাহালৈকে তেৰাৰ গৰিমা সকলো বাইজৰ মুখে মুখে হ'ল। বহুতো লোকে তেৰাৰ দৰশন লাভ কৰিবলৈ গ'ল। ১৬৭৩ শকত এদিন উজনি অঞ্চলৰ নৰখনা খোলা ছকুৰি, বাৰেকুৰি, ষোলেকুৰি খলৰ এজুম মানুহে, ভাৰ-ভেটি লৈ ওলাল। সেই দলতে যামিনী নামে মৰাণ জতুৱা অকুমাৰী পাটগাভৰু এজনীও আছিল। গুৰুজনে সবাকে ধৰ্ম্ম, শৰণ, মন্ত্ৰ দিলে। এদিন সবে গোসাঁইৰ পৰা বিদায় মাগিলে। উজনি অঞ্চলৰ ভকতসৱে ভক্তিৰে বিদায় ললে। যাত্ৰাৰ সময় আহিল। যামিনী দেৱীয়ে সেহি সময়ত পুষ্পিতা হৈ থাকিল। যাত্ৰা কালত যাত্ৰীকাৰীক বাধা দিয়া অন্যায় বুলি ভাবি গোসাঁয়ে শিষ্যসৱক যাত্ৰাৰ আজ্ঞা দিলে। পুষ্পিতা কুমাৰী শান্তি হোৱা যামিনী দেৱীৰ পিতৃক আদেশ দিলে,—বোলে,—"অহা বছৰত আহি বাপেকে জীয়েকক লৈ যাব। গোটেই বছৰ শান্তিৰে এই খানতেই বাস হব।"....প্ৰভুৰ আজ্ঞা-আদেশ শুনি ভকতসকলে সেৱা জনাই গ'ল। যামিনী দেৱীয়ে খুটায়াপোতা সত্ৰতেই ৰ'ল। অন্তৰ্য্যামী অষ্টভূজৰ মনত সংশয় হ'ল,—"জানোচা মুলুঙ ৰজাই মায়ামৰীয়া গোসাঁইৰ বংশ ধ্বংস কৰি পেলায়।"—এই সংশয় আৰু বিশ্বাসে তেৰাৰ প্ৰাণত উগুল-থুগুল লগালে। শেহত তেৰাই উপায় এটি পাঙিলে। গোপনে তেৰাই যামিনী দেৱীক ভাৰ্য্যা কৰি ললে। সেই কনিষ্ঠা ভাৰ্য্যা শান্তি মৰাণনী ছোৱালীৰ গৰ্ভত গোসাঁইৰ বীৰ্য্য বাৰকৈ থিতি ললে। গৰ্ভাৱস্থাত এনে গৰ্ভ বদলি হোৱাত ঈশ্বৰে নিজেই সন্তানৰ নাম বদন বুলি থলে। সকলো কথা গোপনে গুপুতে থাকিল।

* ডাক্তৰ বেডৰ মতে—Gaipawnee his second son was also seized." তেওঁ (অষ্টভূজ)ৰ দ্বিতীয় পত্ৰ গয়পানিয়েও ধৰা খালে

## ছোৱাল কাঁচিনলীয়া লৰা

এবছৰৰ পিছত অৰ্থাৎ ১৬৭৪ শকত আকৌ উজনি অঞ্চলৰ মটক-মৰাণ শিষ্যসকলে খুটিযাপোতা সত্ৰলৈ প্ৰভুৰ আজ্ঞা নিৰ্দ্দেশমতে আহিল। সেই দলতে যামিনী দেৱীৰ মৰাণ বাপেকও আছিল। সেই সময়ত যামিনীদেৱীৰ গৰ্ভকাল পাঁচ মাহহে মাথোন হৈছিল। গৰ্ভৱতী যামিনী-দেৱীক প্ৰভুয়ে শিষ্য সমন্বিতে দেৱীৰ পিতৃদেৱক অৰ্পণ কৰিলে। অৰ্পণ কৰি গোসাঁই ঈশ্বৰে কলে,—বোলে,—"গোসাঁই দেৱৰ বংশ এই যামিনী দেৱীৰ গৰ্ভত থোৱা হ'ল। এই যামিনীৰ চেনেহ-যতন লবা। লৰা হলে সেই সন্তানৰ 'ছোৱাল' নাও থবা। ছোৱালী হলে 'কাঁচিনাল' ৰাখিবা। —সন্তানটিক যতন কৰি ডাঙৰ দীঘল কৰিবা।" এই বুলি কৈ যামিনী দেৱীক সকলো ভকতৰ মাজত ঈশ্বৰে নিজেই দেৱীৰ পিতৃদেৱক

সমৰ্পণ কৰি দিলে। আই মাতৃক গ্ৰহণ কৰি সৱ ভকতে যতনেৰে সৌমাৰলৈ নিজ থানলৈ নিলে। যামিনী দেৱীৰ চেনেহ-যতনৰ টুটা ক্ৰটি নহ'ল। পাঁচ মাহৰ পিছত এদিন শুভক্ষণত পুত্ৰ এটি জন্মিল। গুৰুৰ আজ্ঞামতে পুত্ৰৰ "ছোৱাল" নাও হ'ল। সেই কাৰণে উজনি অঞ্চলৰ শিষ্যই ছোৱা-তামোলৰ গছ নোবোলে, —এডলীয়া গছ বুলিহে কয়। গোসাঁয়ে দিয়া নাওৰ কাৰণে "ছোৱাল" নুবুলি ভকত সকলে ছোৱালীৰ নাও হবলগীয়া 'কাঁচি-নলীয়া লৰা' বুলিহে কলে। জোনৰ দৰে লাহে লাহে কাঁচিনলীয়া-লৰা ডাঙৰ হ'ল। কাঁচিৰ দৰে বদল বাপুৰ ককাল সৰু আছিল। কাঁচিনলীয়া নাও তেওঁৰ খাপে খাপে মিলিল। সেই নামে তেওঁ প্ৰসিদ্ধ হৈ উঠিল।

কাঁচিনলীয়া লৰাৰ বয়স তেতিয়া বাৰ বছৰত পৰিল, সেই ১৬৮৬ শকত আকৌ বাৰজন মায়ামৰীয়া ভকত খুটীয়া পোতাত প্ৰভুৰ দৰ্শন লভিবলৈ ওলাল। কছাৰী গঞা, আহোম গঞা, মুদৈ গঞা, খাটোৱালীয়, আলুমূৰীয়া, বৰ ছকুৰি-গঞা (মেজেৰা), সৰু ছকুৰি গঞা (গোবা গোপীনাথ), গোবৰ গঞা (ৰাঘৱ গয়পানি), নাহৰখেলীয়া, জাপৰি-ভিটিয়া (তাঁতি হৰিহৰ) আৰু মাজুলীয়া (হাওলা হৰিচৰণ) আৰু মেজেৰাক লৈ বৰ ছকুৰি গাৱঁৰ পৰম ভকত মৰুত-নন্দনও গ'ল।

এই এঘাৰজন ভকতৰ লগত খুটীয়া বাৰ বছৰীয়া কাঁচি-নলীয়া লৰাও সাজি ওলাল। বদল বাপুক পিতৃৰ লগত ভেটাবলৈ ৰাঘৱ-গয়পানি মৰাণেও যতনে লগত দলত আদৰি ললে। সৱে উলাহেৰে যাত্ৰা কৰিলে। সকলোৱে অষ্টভূজ গুৰুৰ দৰশন লভি গুৰুজনাৰ শ্ৰীচৰণত অভিপ্ৰায় জনাই কলে,—বোলে,— "ঈশ্বৰৰ এই দাসসকল হ'ল অনাথ, দয়াময় প্ৰভু ঈশ্বৰে প্ৰভুৰ এই উজনি আৰু নামনি অঞ্চলৰ মটক মৰাণ শিষ্যসকলক প্ৰভুৰ শ্ৰীচৰণ কমলত কৃপা কৰি যদি আশ্ৰয় দিয়ে।"—মটক মৰাণ সকলৰ এনে বিনয় বচন শুনি অষ্টভূজ মূৰতিৰ দয়া উপজিল। তেৰাই সকলো মটক-মৰাণকে চেনেহেৰে আশীষ দিলে।

যথাসময়ত এই দলে খুটীয়াপোতা সত্ৰ পালে। নিজৰ পুত্ৰ বদল বাপু অহা শুনি গোসাঁই প্ৰভুৰ আনন্দতে ঠাই নোজোৰা হ'ল। গায়ন-বায়ন লগাই প্ৰভুয়ে কাঁচিনলীয়া লৰাক সাদৰি আগবঢ়াই আনিলে। ভকত সমন্বিতে সৱে নামঘৰত গোট খালে। একে একে মহাজনক সেৱা কৰা হ'ল।* মহাজনেও গুৱা-পাণ দি ভকতসৱক আদৰ-সাদৰ কৰিলে। ভাগে ভাগে সিধা দিয়া হ'ল। নৈৰ পাৰত পাক-ৰন্ধন চলিল। গোসাঁয়ে নিজেই ভকতসৱৰ আলপৈচান ধৰিলে। নিজৰ পুত্ৰৰ মুখৰফালে চাই প্ৰভুয়ে কলে,—বোলে,— "এই লৰাটি মোৰ ঠাইতে থাকক। গোসাঁইৰ লগত অন্ন-প্ৰসাদ লব।"—এই বুলি কৈ কাঁচিনলীয়া লৰাক প্ৰভুই নিজ থানলৈ নিলে। নিজ ঘৰলৈ গৈ গোসাঁয়ে জগত মাতৃক কলে,—বোলে,—"মোৰ সমীপত বালকক অন্ন-প্ৰসাদ দিবা।"—মাতৃদেৱীয়ে যথাসময়ত ৰন্ধন কৰি ঈশ্বৰত জান দিলে,—বোলে,—"ভোজনৰ কাল হ'ল।" মাতৃৰ তেনে নিৰ্দ্দেশ পাই প্ৰভু-ঈশ্বৰে মজিয়ালৈ গ'ল। পাক ঘৰৰ ভিতৰলৈ গৈ তেৰাই যেতিয়া দেখিলে যে তাত ঠাই দুখন আছে, তেতিয়া অষ্টভূজ প্ৰভুয়ে কলে,—বোলে,—"এখন আসন মোৰ,—আৰু সিখন বা কাৰ?"—জগত-মাতৃয়ে কলে,—বোলে,— "মৰাণ লৰাৰ কাৰণে সিঠাইত অন্ন বাটি থৈছোঁ।" —পুতেকক বেলেগ অন্ন দিয়াত মহাজনৰ খং চুলিৰ আগ পালে। অন্ন নুছুই প্ৰভুয়ে আঁতৰি যাবৰ যো-জা কৰিলে। স্বামীদেৱৰ ক্ৰোধাগ্নি মূৰতি দেখি মাতৃ দায়-দোষ স্বীকাৰ কৰিলে। তথাপি দেৱৰ ক্ৰোধ-খং নগ'ল। প্ৰভুয়ে এনে খং কৰা দেখি ভকত সৱেও নখন শৰাই আগ কৰি লৈ প্ৰভুৰ চৰণত পৰি কাকুতি-মিনতি কৰি থাকিল। ভকত-সৱৰ মিনতি শুনি প্ৰভুৰ হিয়া পমিল। অন্ন গ্ৰহণ কৰিবলৈ ঈশ্বৰ আকৌ চলিল। প্ৰভুৰ লগত কাঁচিনলীয়া মৰাণ ল'ৰাও গ'ল। যোৱাৰ আগত গোসাঁয়ে কৈ গ'ল,—বোলে,— "এদিন অন্ন গ্ৰহণ কৰাত ইমান বেমেজালি যেতিয়া বাৰ বৰষ মায়া-মৰীয়াৰ অন্ন-কষ্ট হব। বাৰ-বছৰ

মটক মৰাণ অঞ্চল থলত অকালে দেখা দিব। কলিত গোসাঁইৰ এনে বাণীৰ সত্যতাৰ যশ ৰব।"— এই বুলি কৈ অষ্টভূজে ভিতৰলৈ সোমাই গ'ল। গোসাঁইৰ বাণী মায়ামৰীয়া অভিশাপ যেন হ'ল। এনে বাণীৰ খণ্ডন আৰু নহ'ল। সেই অভিশাপ অৱশেষত ফলিল।

এখন থালিত অষ্টভূজ আৰু বাদলৰাপু-ছোৱালে ভাত খালে। আঞ্জা অলপ দিবলৈ যাওঁতে স্বামীৰ সৈতে মৰাণ লৰাক একেলগে একে থালিতে খোৱাৰ দৃশ্য মাতৃআয়ে নিজ চকুৰে দেখিলে। উভটি আহি আঞ্জাৰ বাটি আকালি তেওঁ পেলালে। পুতেকসৱৰক মাতি দেৱীয়ে কলে,—বোলে,—"বৃথাই জন্ম ললা। মোৰ গৰ্ভ তেনেই মিছা হ'ল। তোমালোকৰ সৈতে জানো তোমালোকৰ পিতৃদেৱে কাহানিবা একেলগে অন্ন ভুঞ্জিছিলে? সৌ কোঠালিত তোমালোকে গৈ চোৱা। ক'ৰনো মৰাণ ল'ৰা সেইটো; তাৰ লগতে বহি একে থালিত অন্ন গোসাঁই প্ৰভুয়ে লৈছে।— চৰৱা (?) আতাই (?) মাতৃৰ মূৰ খালে। গোসাঁই প্ৰভুই তাম্ৰাক্ষৰ শাস্ত্ৰখন নিশ্চয় সেই মৰাণ লৰাক দিব।"—এই বুলি কৈ আই মাতৃয়ে হিয়া ধাকুৰাই কান্দিলে। পেৰাৰ পৰা তাম্ৰাক্ষৰ শাস্ত্ৰখন উলিয়াই তেও জ্বালিবলৈ অগ্নিত পেলাই দিলে। এনে সময়ত গোসাঁই প্ৰভুৰ ভোজন শেষ হ'ল। সেই কোঠালিলৈ আহি প্ৰভুই অগ্নিকুণ্ডৰ মাজত এখন পুথি দেখি সেই পুথিখন তুলি দেখিলে—"তাম্ৰাক্ষৰ"-শাস্ত্ৰ। পুথিখনৰ মাটি-ধূলি-ছাই গুছাই প্ৰভুই চাক্-চিকুণকৈ ললে। শিষ্য ভকতসকলক মতা হ'ল। ভকতসকলেও আহি গোসাঁই ঈশ্বৰে যাদুৰত বহিলগৈ। প্ৰভুই গুৰু-গম্ভীৰ শব্দে কলে,—বোলে,—"এই শাস্ত্ৰ অজ্ঞাত কৰা হ'ল। আন কোনেও নাপায়। এইখন শাস্ত্ৰ গুপুতে থোৱা হব।"—এই বুলি কৈ গোসাঁয়ে মাতৃ-দেৱীৰ ফালে চাই ক'লে,—বোলে,—"শুনা সতী। —তোমাৰ পুত্ৰসকলে কি কৰিব? কি কাৰণে পুত্ৰগণে নিজৰ মূৰ খাব?—জন্ম কালত যাৰ কপালত যি বিধিৰ লিখন আছে, সেই লিখননো কোনে খণ্ডাব পাৰে। স্বয়ং প্ৰভু শ্ৰীকৃষ্ণইও ব্যাধৰ হাতত নিজ প্ৰাণ হেৰুৱালে। সেইদৰে এই চৰৱা আতাৰ খাণ্ডা-মাৰাত শিৰচ্ছেদ হব। হাড়ে হাড়ে জানিবা। মোৰ বংশৰ চৰৱা আতাৰ কোনেও ইযাত নৰব। গোসাঁয়ে প্ৰভুৰ নিজ কলেবৰ বিমানত তুলি থব। সৰ্ব্বানন্দৰ পৰিনাতি সৰুময় (?) (হৰিময়) মাথোঁ ৰব। এইজনে নিজ কামত থাকি বংশৰ চিনাকি দিব আৰু ডিব্ৰু অঞ্চলত বিহাৰ পাতি অনাথ জীৱক নিস্তাৰ কৰি ৰব। আৰু এইজন যে বাৰ বছৰীয়া সৰু মৰাণ লৰাজনক দেখিছা, এই লৰাজন বদল নাইবা ছোৱাল; এই বিলাক হল গোসাঁয়ে দিয়া নাও আৰু ভবানন্দ হ'ল নাম। এই ভবানন্দ ডেকাজনে কৃষ্ণভূজ নাম লৈ উজানত সত্ৰ পাতি গোসাঁইৰ নাম উজলাব। বংশৰ আদি অনিৰুদ্ধদেৱৰ প্ৰথম পুত্ৰ মায়ামৰীয়াৰ দ্বিতীয়জন অধিকাৰ কৃষ্ণনন্দই এই কৃষ্ণভূজ গোসাঁইৰ দেহাত অ তাৰ হৈ থাকিব। তেহে তেৰাৰ পুৰ্ব্বৰ অভিলাষ বাসনা পূৰণ হব আৰু উজনিত ধৰ্ম্ম প্ৰচাৰ কৰি কৃষ্ণভূজ হৈ ৰব।" এই বুলি কৈ অষ্টভূজে বাণীৰ সঁফুৰা মেলিলে। এই আঠজন ভকত শিষ্যই সেই থানতে কেইদিনমান থাকিল। সবাকে শৰণ-ভজন দিয়া হ'ল। এদিন সৱে গোসাঁই প্ৰভুক সেৱা জনাই বিদায় মেলানি মাগিলে। প্ৰভুদেৱে কলে,—বোলে,—"কিছুদিনৰ পিছত মৰাণ লৰাক পঠোৱা হব।" প্ৰভুৰ এনে বাক্য শুনি ৰাঘৱ ভকতে কলে,—বোলে,—"নিৰাকাৰ দেৱে ভক্তৰ কথা শুনক। এই বালকৰ মাতৃয়ে এই বন্দীক এনেকৈ কৈছিল,—'পিছে মোৰ লৰাটিক নিয়া। ,এই ছৱালক স্বামী প্ৰভুৰ চৰণ দৰ্শাই আনিবা। এতিলমানো ইয়াৰ সঙ্গ নেৰিবা। সদায় লগত ৰাখিবা। তোমাৰ সঙ্গত যতনেৰে লবা। এই পুত্ৰক সঙ্কেততে গুৰুত ভেটাই দিবা। প্ৰভু চৰণত ভেটাই পুনৰ লগতে লৈ আনিবা। মোৰ পোনাটিয়ে সুস্থভাবে যাতে ফিৰি আহে,—তাকে চাবা। অৱাৰতে এই দুখুনীক কষ্ট-বেজাৰ নিদিবা।' —এই বুলি কৈ আই মাতৃয়ে এই পোনাটিক এই দাসক সঁপি দিলে। যদি ইঠাইত কাঁচিনলীয়া লৰাক এৰি

বন্দীয়ে গুচি য'ম, তেন্তে এই লৰাটিৰ মাতৃয়ে বন্দীক গালি শপনি দিব। আৰু হিয়া ধাকুবিয়াই বিলাপ কৰি চকুৰ লোতক পেলাব। সেই কৰুণ দৃশ্য চাই চাওঁতা আৰু শুনোতা সকলৰ প্ৰাণত শোকে-তাপে আবৰি বেজাৰ বিষাদ দিব। গতিকে প্ৰভুয়ে লৰাটিক দাস সকলৰ সৈতে পঠাই নিজ ঠাইলৈ ফিৰাই দিয়াই সজ।''—তেতিয়া প্ৰভুয়ে সকলোকে আৰু কিছুদিন ৰবলৈ নিৰ্দ্দেশ দিলে। সব ভকতে সেই সত্ৰতে ৰ'ল। কেদিনমানৰ পাছত সব ভকতক বিদায় মেলানি দিয়া হ'ল। সকলোৱে গ'ল। কাঁচিনলীয়া ৰ'ল। অষ্টভূজেও বহু প্ৰপঞ্চি পুত্ৰক লগত ললে। নিজান ঠাইত পিতা-পুত্ৰ ৰহিল। তেৰাই পুত্ৰক শাস্ত্ৰমত লৈ ৰাজনীতি পাঠ দিলে, বিধ-বিধ আসন শিকালে, অবিধিৰূপে বচন আদি কলে, বিধিৰূপ বচন আদি লিখিলে আৰু যিটো বাক্য-বিধি নীতিৰ লিখন কদাপি নাযায়, সেই বাক্য নিজ মুখেৰে বুলিলে, সন্ত-মহন্তৰ আচাৰ-নীতি বুজালে; শিষ্যৰ গ্ৰহণ-মন্ত্ৰ-শৰণ ইত্যাদি দান কৰিলে, সৃজন, পালন, সংহাৰণ আৰু উদ্ধাৰণ এই চাৰিগুণ ব্যক্ত কৰি দিলে আৰু তাম্ৰাক্ষৰ শাস্ত্ৰত যত বীজ মন্ত্ৰ আছিল সোপাকে লিখি দি কলে,—বোলে,—''মোৰ বাপ! এই তাম্ৰাক্ষৰ শাস্ত্ৰখন লিখি দিলোঁ। যেয়ে যিবা বাঞ্ছা কৰে ইয়াৰ বিষ্ণু মন্ত্ৰৰ জ্ঞান থাকিলে তাৰ সিদ্ধ হব। বিষ্ণু আদি দেৱ-দেৱীক সবাকে সি পাব। সেই কাৰণে এই শাস্ত্ৰক 'কল্পতৰু'হে বোলে।''*

* কিছুমানৰ মতে এই ঘটনা ১৬৮৯ শকৰহে। যেনে:—''অষ্টভূজে কল্পতৰু শাস্ত্ৰক লিখিয়া। কৃষ্ণভূজ পুত্ৰৰ হাতত দিলা নিয়া॥ আদ্য ঈশ্বৰৰ ধৰ্ম্ম চমজাই দিয়া। আপোনাৰ দেহ প্ৰাণ পুত্ৰে সমৰ্পিয়া॥ শশীৰষৰসু-গ্ৰহ শকে যে ভাদ্ৰত। কৃষ্ণভূজ নাম দিয়া বিমান ৰথত॥ দুইদিন পৰে পুত্ৰ দিলন্ত পথায়। আৰপৰ দিনা ভক্তসবে আশি পায়॥—চাকচকী স্থানে সবে ভক্তে চলি জায়। কৃষ্ণভূজে দেখি সবে বিগ্যাসিয়া চায়॥

এই বুলি কৈ অষ্টভূজে নিজৰ পুত্ৰক দীক্ষা-শিক্ষা দিলে। বদলে বাপু সন্ত-মহন্ত হল। বদল বাপুৰ

কৃষ্ণভূজে চাকচকীতে কিছুমান দিন ৰল। ভৱানন্দই বিদায় লোৱাৰ পাচদিনাখন এজন (মানুহে) কৃষ্ণভূজক নাপাই সবে তেৰাৰ বিচাৰ কৰিল। বিচাৰি গৈ তেৰাক সবে চাকচকীতে পালে। কৃষ্ণভূজক আহোম ৰজা ৰাজেশ্বৰ সিংহৰ দিনতেই কৃষ্ণই অৱতাৰ হৈ চতুৰ্ভুজ প্ৰভুৰ গৃহত জ্যেষ্ঠ পুত্ৰৰূপে অষ্টভুজ প্ৰভুৱে খুটীয়া পোতাত মায়ামৰা সত্ৰৰ অধিকাৰ হয়। সেই সত্ৰতে অষ্টভূজদেৱে সৃজন, পালন, সংহাৰণ আৰু উদ্ধাৰণ এই চাৰিগুণ ব্যক্ত কৰি আছিল, অষ্টভূজৰূপে অৱতাৰ হৈ প্ৰভয়ে শ্ৰৱণ কীৰ্ত্তন আদি নৱ-বিধ দুৰ্লভ ভকতি পথ প্ৰচাৰ কৰিছিল; আৰু এইদৰে প্ৰপঞ্চি ভকতত বিদিত কৰাইছিল। তেওঁৰ দ্বাৰা সংসাৰ সাগৰৰ জীৱন কালৰ তাৰণ হ'ল। আৰু তেও তেওঁৰ নিজ গুণে জগতক সুখী কৰিলে। তেওঁৰ যশ-গুণ চাৰিওফালে ব্যাপ্ত হ'ল। শদিয়াৰ পৰা মানাহলৈকে অগণন লোকে আহি তেওঁৰ চৰণত শৰণ ভজন কৰি কৃতকাৰ্য্য হৈ ৰ'ল। এইদৰে অষ্টভূজ দেৱতাৰ যশ-গুণ নৈৰ দৰে দশোদিশে ৰবলৈ ধৰিলে। ১৬৮৫ শকত উজনি-নামনি অঞ্চলৰ মটক-মৰাণ বিলাকেও গুৰু ভজিবলৈ আলোচিলে। ৰাধৰ, নাহৰ, খোঁৰা আদি বাৰজন উজনিৰ আৰু নামনিৰ মটক-মৰাণে ওলাই এদিন জুম বান্ধি ভাৰ-ভেটি লৈ খুটীয়া পোতাত ওলাল। সেইদৰে লগতে মেজেৰাক লৈ ভকত মকত নন্দনও গ'ল। সকলোৱে অষ্টভূজ-গুৰুৰ দৰশন লভি গুৰুজনৰ শ্ৰীচৰণত অভিপ্ৰায় জনাই কলে, বোলে,—ঈশ্বৰৰ দাস-সকল অনাথ। দয়াময় প্ৰভু ঈশ্বৰে প্ৰভুৰ সেই উজনি নামনি অঞ্চলৰ মটক-মৰাণ শিষ্য সকলক প্ৰভুৰ শ্ৰীচৰণ কমলত কৃপা কৰি যদি আশ্ৰয় দিয়ে। মটক-মৰাণ সকলৰ এনে বিনয় বচন শুনি অষ্টভূজে মুৰতিৰ দয়া উপজিল। তেৰাই সকলো মটক-মৰাণকে শিষ্য কৰি শৰণ-মন্ত্ৰ দি সদাচাৰ ৰীতি-নীতি শিক্ষা দিলে।....এইদৰে কিছুদিন যানে সেই খুটীয়া-পোতাত

অধিকাৰ নাম কৃষ্ণভূজহে হল। আলৃধৰা মানুহ কিছুমান লগতে দি কৃষ্ণভূজক দুদিন পাছত বিদায় দিয়া হ'ল।

১৬৮৮ শক। আহিন মাহ। শক্তি পূজা দুৰ্গোৎসৱ। গোটেই ৰংপুৰ নগৰত উলহ-মালহ; উখল-মাখল; ৰঙত উলাহত ল'ৰা-ছোৱালী, ডেকা-

থাকি নাহৰ, ৰাঘৱ আদি মটক-মৰাণ সকলে মেলানি মাগি প্ৰভুৰ আশীষ-নিৰ্মালি লৈ আপোন গ্ৰামলৈ উজাই গমন কৰিবলৈ যাত্ৰাৰ যো-জা কৰিলে। ছকুৰি গঞা নাহৰ, ৰাঘৱ কছাৰী গঞা, মুদৈ গঞা, সেই সকলৰ মাজত ডাইনী গঞা আছিল কাৰণে, তেওঁক অষ্টভুজ প্ৰভুৱে কাঁচি-নলীয়া লৰা বুলিছিল। কছাৰী গঞা, মুদৈ গঞা, আহোম গঞা, গোবৰ গঞা ছকুৰি গঞা, মাজুলীয়া জাপাৰ ভেটীয়া, খাটোৱালীয়া, আলোমোৰীয়া নাহৰ, মেজেৰা আৰু ডাইনী গঞা এই বাৰ খেলৰ মানুহ সেই উজনীয়া-নামনি মৰাণ শিষ্যসকলৰ মাজত আছিল। কাঁচিনলীয়া লৰাজনক প্ৰভু গুৰুৱে এটা অনুপম নাম দিছিল। সেই নাম ভবানন্দ আছিল। ৰাঘৱ নেওগ, নাহৰ নেওগ, ডাইনী গঞা ভবানন্দ আৰু এজন এই চাৰিজন শিষ্যৰ বাহিৰে সকলো উজনীয়া মৰাণ শিষ্যসকলক অষ্টভুজ প্ৰভুৱে বিদায় দিলে। এই চাৰিজন শিষ্যই গুৰুক উপাসনা কৰি খুটীয়াপোতাতে ৰ'ল। এই চাৰিজনৰ ভিতৰত ডাইনী গঞা ভবানন্দই শ্ৰেষ্ঠ ভকত আছিল। তেওঁৰ ভক্তিত সন্তুষ্ট হৈ অষ্টভুজ প্ৰভুৱে তেওঁক বিশেষকৈ স্নেহ-আদৰ কৰিছিল। এইদৰে খুটীয়া পোতাতে কেইদিন-মান ঈশ্বৰৰ নাম-কীৰ্ত্তন কৰি আৰু গুৰুৰ চৰণ কমল সেৱি এই চাৰিজন ভকতে গুৰুজনৰ পৰা বিদায় মাগিলে। গুৰুৱেও চাৰিজন শিষ্যক গৃহলৈ যাবলৈ অনুমতি দিলে। এইদৰে নিজ নিজ ঘৰলৈ আহি আন আন মানুহৰ সৈতে খেতি-বাতি কৰি এবছৰমান থাকিল। গুৰুৰ স্নেহ-আদৰত তেওঁলোক মুগ্ধ হৈ আছিল। কৃষি কৰি শষ্যাদি গোটাই এদিন কেইজন ভকতে পুনৰ গুৰুৰ দৰ্শন লাভ কৰিবলৈ মন মেলিলে। ন-চাউল, ন-শাক আদি দ্ৰব্য-বস্তু চৌপোলা বান্ধি যথা-শক্তি ভাৰ-ভেটী লৈ এই কেইজনে আকৌ মায়ামৰীয়া সত্ৰ বুলি ওলাল। এইদৰে গৈ গৈ তেওঁলোক টানি-

চৌপোলা কান্ধত লৈ সত্ৰত প্ৰবেশ কৰি অষ্টভুজৰ শ্ৰীচৰণত সেৱা জনাই সেই ভাৰবিলাক ১৬৮৭ শকত ভেটিলে। গুৰুজনেও সাদৰে সেইলিাক গ্ৰহণ কৰি তেওঁলোকক সিধা বস্তু দি সোধ-পোছ কৰিবলৈ মানুহ পাছিলে। অন্ন-জল আদি খাই-বৈ তেওঁলোকৰ মন তুষ্ট হ'ল। এইদৰে হৰিনাম কীৰ্ত্তন ভজি গুৰুজনৰ চৰণ সেৱি এদিন তেওঁলোকে তেওঁলোকৰ নিজ নিজ ঘৰলৈ যাবলৈ ওলাল। গুৰুৰ পাৱত সেৱা জনাই বিদায় মাগি কলে বোলে,— পিচে গুৰু-ঈশ্বৰে অধম-সকলৰ ঠাইবিলাকত মূৰ্ত্তিৰ চৰণ ছাব পেলালে বৰ সজ হ'লহেঁতেন। বাইজেও সেই বুলি আশা কৰি আছে।—তেওঁলোকৰ এনে প্ৰাৰ্থনা-বচন শুনি অষ্টভুজ প্ৰভু ঈশ্বৰে কলে,—বোলে,—"বাটপথ বৰ দূৰ; তাতে আকৌ দুৰ্গম। যাওঁ কেনেকৈ? সেই কাৰণে জানিবা সিফালে যাবলৈ নোৱাৰো আৰু নোৱাৰিম। পিছে, শুনা মই মনত এটা যুগুতি কৰি থৈছোঁ। যুগুতিটো এই,—তোমালোকৰ মাজত এই যে এজন কাঁচিনলীয়া ডেকা আছে। তাৰ নাম ভৱানন্দ। সি গুণত শ্ৰেষ্ঠ। তাক তোমালোকে চাউল কঠা দি যতনে সেৱা-শুশ্ৰূষা কৰিবা। তিনিজন জীৱক সংসাৰ সাগৰ আৰু মায়া সমুদ্ৰ পাৰ কৰাবলৈ এই ভবানন্দৰ যথেষ্ট শক্তি আছে। তাৰে পৰা সদাচাৰ ৰীতি-নীতি শিক্ষা কৰি ঈশ্বৰৰ নাম-গুণ-কীৰ্ত্তন কৰি ধৰ্ম্ম শাস্ত্ৰ আলোচনা কৰিবা। তাকে মই সকলো দিছোঁ। তাৰেপৰা গ্ৰহণ কৰিবা। মোৰ যাবা আৰু সিফালে যোৱা নহৰ।"—এই বুলি উজনিৰ শিষ্য সকলক বিদায় দিলে। আগৰ সেই কছাৰী গঞা, আহোম গঞা মুদৈ গঞা আৰু ডাইনী গঞা এই চাৰিখেলৰ চাৰিজন ভকতে অষ্টভুজ প্ৰভুৰ উপদেশ অনুসৰি কাম কৰিবলৈ গা-পাতি লৈ ঘৰমুৱা হ'ল। কোৱা বাহুল্য যে, এই চাৰিজন ভকতৰ লগত ৰাঘৱ আৰু নাহৰ এই দুয়ো

গাভৰু, মুনিহ-তিৰোতা, বুঢ়া-বুঢ়ী-আদহীয়াৰে ভৰপূৰ। কেওপিনে দলদোপ্-হেন্দোলদোপ্। আহোমৰ ৰাজধানীত ডাঙৰ মেলা। নানান ঠাইৰ নানান খোলা; ৰকম ৰকম গায়ন-বায়ন; বিবিধ-বিবিধ বাজনা। সিবিলাকৰ বাদ্য-গীতেৰে গোটেই নগৰ মুখৰিত। তাৰ পিছত বিজয়া দশমীৰ বিসৰ্জ্জন।

এনে আহিন মাহৰ বিজয়া দশমীৰ দিনা অনেক প্ৰজা, সৈন্য-সামন্ত, হাতী-ঘোঁৰা, আহিলা-পাতিৰে সৈতে ৰৰৰূৰাই যাত্ৰা কৰিলে। ক্ৰমে গৈ সকলোৱে নিৰ্ব্বিঘ্নে ৰহাৰ চৌকী পালে। কছাৰী ৰজা ৰমা গাবাৰা মাদায় ডাওৰ ৰাজ-চৰালে কটকী পঠোৱা হ'ল। কছাৰী-

---

আছিল। এইদৰে নিজ গাওঁলৈ আহিডাইনী গঞা, কাঁচিনলীয়া ডেকা ভবানন্দ ভকতৰ পৰা উজনিৰ মায়ামৰীয়া শিষ্যসকলে গুৰুজনৰ উপদেশ অনুসৰি উজনি অঞ্চলতে থাকি সদাচাৰ ৰীতি-নীতি শিক্ষা কৰি ঈশ্বৰৰ নাম-গুণ—কীৰ্ত্তন-ভজন গাই ধৰ্ম্ম শাস্ত্ৰ আলোচনা কৰিবলৈ ধৰিলে। এইদৰে নিকাল থাকি অষ্টভূজ প্ৰভূৰ নিৰ্দ্দেশমতে ভবানন্দই উজনি অঞ্চলৰ মায়ামৰীয়া পুৰণি ভকত-শিষ্যসকলৰ মহন্ত হ'ল। সেই মহন্ত হোৱা দিনৰে পৰা ভবানন্দৰ নাম হ'ল—কৃষ্ণভূজ।

## টিপুক সত্ৰ

উজনিৰ শিষ্যসকলে মিলি টিপুক নৈৰ পাৰতে এখন মায়ামৰীয়া সত্ৰ পাতিলে। তেতিয়াৰ পৰা উজনিৰ মৰাণসকলৰ এই সত্ৰ মায়ামৰীয়া মৰাণসকলৰ টিপুক সত্ৰ হ'ল। ভবানন্দ কৃষ্ণভূজক মহন্ত পাতিবৰ সময়ত অষ্টভূজে যেতিয়া তেওঁক সত্ৰ পাতিবলৈ ক্ষমতা দিছিল তেতিয়া এই নিৰ্দ্দেশও কৰিছিল যে,—"যেতিয়া ওপৰত জেজুৰ গছ পাবা, আৰু সেই জেজুপাতৰ ছাঁৰ তলত আসন পাৰা দেখিবা তাতেই সত্ৰ পাতিবা।" এনে ঠাই বিচাৰি বিচাৰি শিষ্য-ভকতসকলে টিপুক নৈৰ পাৰৰ এখন ঠাইত জেজুপাতৰ ছাঁৰ তলত এখন আসন পৰা দেখিলে। সেই ঠাইডোখৰ বাছি চাফ-চিকুন কৰি নামঘৰ আদি সাজি তাতে উজনিৰ মৰাণ সকলৰ আৰু মটক সকলৰ মায়ামৰীয়া টিপুক সত্ৰ পতা হ'ল। সেই টিপুক সত্ৰতে ভক্ত-শ্ৰেষ্ঠ কাঁচিনলীয়া ডেকা ডাইনী গঞা ভবানন্দই ১৬৮৭ শকত কৃষ্ণভূজ নামেৰে সত্ৰাধিকাৰ হ'ল।

ব্ৰহ্মাৰ বীৰ্য্যত আৰু অমোঘা দেৱীৰ গৰ্ভত ওপজা শান্তনু কুলৰ নন্দন ব্ৰহ্মপুত্ৰ মহাভাগ লোহিত নদে গৰা খহাই খহাই দক্ষিণৰ ফালে ঠেলিবলৈ ধৰিলে। ব্ৰহ্মপুত্ৰ নৈয়ে এইদৰে খুটীয়াপোতা সত্ৰৰ ভেটি খহাই খহাই প্ৰায় শেষেই কৰিলে। কেৱল নামঘৰটো হে ৰল। উপায়ান্তৰ নাপাই অষ্টভূজ প্ৰভুৱে ভকতসকলক কলে,—বোলে—"লুইতে খহাই খহাই আমাৰ থানৰ প্ৰায় সকলো নিঃশেষ কৰিলে। শেষ ফুলাম নামঘৰ সত্ৰ বৈ গ'ল। পিছে, নামঘৰ ভাঙি কাষ্ঠ-সৰ গোটাই অন্য ঠাইত যতন কৰি ৰখা হওক।"—ঈশ্বৰৰ এনে ভকতসৱক সাদৰি বোলা বাক্য শুনি সকলো শিষ্যই মিলি নামঘৰ ভাঙি খুটা, চাটি সকলো আনি এঠাইত গোটাই বৰষুণত ভিজি নষ্ট নোহোৱাকৈ ওপৰত ছাল বান্ধি যতনে থলে। পূৰ্ব্বস্থান শিঙিয়াজানৰ কাষৰ পৰা তাৰ কিছু উজনিত শিঙিয়াৰ পাৰত সমীপতে আঁৰ মাৰি থলে। তাতে নতুন খুটীয়া-পোতা মায়ামৰীয়া নৱ-সত্ৰ পতা হ'ল। কিছুদিন আগতে সেই শিঙিয়াজানৰ নাম পাৰতে ঘৰ আদি সজা হ'ল। শিষ্য ভকতসকলে চাৰি চাপ মাৰি তাতে ভাল বৃক্ষ ৰুলে। অষ্টভূজ অন্তৰ্য্যামী প্ৰভুৱে ধ্যানত সকলো কাৰ্য্য জানি শিষ্যসকলে এনেকৈ সজাই লৈ যতন কৰা দেখি নিষেধ কৰি কলে, বোলে —"আৰ যত্ন নুযুৱায়। ইটো ঠাই বহুদিন নাথাকিব।" পাছে ওচৰতে ভাল ওখ মাটি চাই শিষ্য-ভকতসকলে ১৬৮৮ শকত এটা সুন্দৰ-ধুনীয়া নামঘৰ আদি সাজি ফল-ফুল গছেৰে পৰিপূৰ্ণ কৰি যতনেৰে ৰলে। এইটোৱেই পাছত মায়ামৰীয়া নৱসত্ৰ হ'ল। এই নৱসত্ৰই নৱ-পাম সত্ৰতে চাৰি বছৰ অষ্টভূজ নামধাৰী দেৱহৰিয়ে মানুহৰূপে নানা লীলা কৰি সমস্তকে ৰক্ষি ৰল।

ৰজাৰ ৰাজ চৰালৈ গৈ মণিপুৰীয়া ৰজাক লগ পাই উভয় ৰজাক সেৱা জনাই কটকীয়ে কলে,—বন্দীৰ সন্মুখত স্বস্তি শ্ৰীচতুৰ্মুখ প্ৰমুখ বিন্দাৰক বৃন্দ বান্দত শ্ৰীমদীশ্বৰী চৰণ মহোৎপল পৰাগ ৰাগীকৃত চিত্ত মধুব্ৰত শ্ৰীল শ্ৰীযুক্ত শ্ৰীশ্ৰীশ্ৰীহৈড়ম্বেশ্বৰ ভূপাতীপ আৰু শ্ৰীল শ্ৰীযুক্ত শ্ৰীশ্ৰীশ্ৰী হৈড়ম্বেশ্বৰ তৎচ্ছায়াশ্ৰিত শ্ৰীল শ্ৰীযুক্ত শ্ৰীশ্ৰীশ্ৰী মণিপুৰেশ্বৰ। উভয় ঈশ্বৰৰ অনুৰোধত বৰবৰুৱাক সকলো জনোৱা হ'ল। পিছে পৰে বৰবৰুৱাই গৈ স্বৰ্গদেও ঈশ্বৰৰ শ্ৰীচৰণত সন্দেশ পেৰা দিলে। সেই আজ্ঞা পাই বৰবৰুৱা ডাঙৰীয়া দুয়ো ৰজা ঈশ্বৰক আগবঢ়াই লৈ যাবলৈ ৰহাৰ চৌকীত সম্প্ৰতি ৰহি আছে। পলম নকৰি বন্দীৰ সৈতে লগতে যাবলৈ শীঘ্ৰে ওলালেই সজ।" কটকীৰ মুখে এইৰূপে বাণী শুনি মণিপুৰী ৰজা জয়সিংহই, পুতেক কোঁৱৰ অনুপানন্দ, কছাৰীৰ ডেকা-ৰজা সন্দিকাৰী মাদায় ডাও আৰু আত্মীয় স্বজন সৈন্য সামন্ত আদিক লগত লৈ আহোম ৰজাৰ কটকীৰ সৈতে ৰহালৈ বুলি ওলাল। ১৬৮৯ শকৰ জেঠ মাহত সকলোৱে গৈ ৰহাৰ চৌকী পালে। মণিপুৰৰ ৰজা জয়সিংহ মগলৌ কুঁৱৰ অনুপানন্দ, আৰু কছাৰীৰ ডেকা ৰজা সন্দিকাৰী মাদায় ডাও সকলোৱে বৰবৰুৱাক সসন্মানে সম্ভাষণ জনালে। বৰবৰুৱাইও দুই দেশৰ ৰজাসকলক দেখি হৰ্ষোৎফুল্ল হৈ সাত জাই হিলৈ মাৰিলে। লগে লগে গোটেই নিশা অনেক উৎসৱ পাতিলে।

পাচে সেই মাহতে কলঙৰ পৰা লুইতলৈ মগ্‌লৌ কুঁৱৰী কুৰঙ্গনয়নীক বৰবৰুৱাই ধৰম-জীয়েক কৰি ললে। বৰবৰুৱালৈ মণিপুৰৰ ৰজা জয়সিংহৰ অনুৰোধ হ'ল। বৰবৰুৱাইও সন্মত হ'ল। জান এটা খন্দালে। সেই জানেদি নাওঁত উঠি দুয়ো ৰজা, কোঁৱৰ অনুপানন্দ, আত্মীয় স্বজন সৈন্য-সামন্ত সকলোকে লগত লৈ গেছেলা বৰবৰুৱাই উজাই গৈ লুইত ওলাই লুইতেদি দিখৌ পাই দিখৌৱেদি ৰংপুৰ পালেহি। বাটতে হাবিৰ মাজত পৰ্ব্বতত হৰ-গৌৰীৰ ধুনীয়া মূৰ্ত্তি এটা পাই তাকো ৰকতিয়াল বৰবৰুৱাই নাৱত তুলি ললে। ৰংপুৰ পাই বৰবৰুৱাই বৰ-দুৱাৰৰ মুখত থকা ৰঙ্গনাথ ঘৰত ৰল। পাচশমান মানুহ সহিতে ৰাজ আলহী সকলোকে মতাই মৰাত থোৱা হ'ল। পাচে বৰবৰুৱাই গৈ ৰজাৰ চ'ৰাৰ দুৱাৰমুখ পালে। আনৰ মুখে ৰাজেশ্বৰ সিংহলৈ জনাই পঠালে—"স্বৰ্গদেৱৰ পূণ্য-প্ৰতাপৰ বলত স্বৰ্গদেৱৰ বন্দীৰ-দ্বাৰা দুয়োজনা ৰজাৰ সৈতে লগতে লৈ ৰংপুৰলৈ অনা হ'ল।"—আহোম ৰজাই সন্তুষ্ট হৈ বৰবৰুৱাক চ'ৰাৰ ভিতৰলৈ মতাই নিলে। বৰবৰুৱাই সোমাল। চ'ৰাৰ ভিতৰত বৰবৰুৱাই তিনিজন ডাঙৰীয়া প্ৰমুখ্যে আন আন ফুকন-বৰুৱা বিষয়বৰীয়াও দেখিলে। পাছত, ৰাজেশ্বৰ সিংহই তিনিজনা ডাঙৰীয়াৰ সৈতে বৰবৰুৱাক চাওলৈকে নিয়ালে। তাতে বৰবৰুৱাই দণ্ডৱৎ হৈ প্ৰণাম জনাই ৰাজেশ্বৰ সিংহক সেৱা জনাই নিজ আসনত বহিল। পাচে ৰজাই সুধিলে,—"বৰবৰুৱা যি কাৰ্য্যে যোৱা হৈছিল,—সেই কাৰ্য্যৰ সিদ্ধি হ'লনে?"—বৰবৰুৱাই ক'লে,—"হ'ল। ৰাজ-অতিথি ৰংপুৰ পাই দিখৌ পাৰৰ মতাই মৰাত আছে।"—ৰজাই আকৌ ক'লে,—"পথ প্ৰবাসত ভয়-ভ্ৰান্তি কিমান পোৱা হ'ল?" —"এতিলও নাই।" ৰজাই ক'লে,—"সজ এটি প্ৰাণীৰও নাই।"—তুষ্ট হৈ ৰজাই কলে,—"অনা হ'ল বা কিমান দিলে?"—বৰবৰুৱাই উত্তৰ দিলে,—"এসপ্তাহ মাথোঁ।"—আহোম ৰজাই বুলিলে,—"বাৰু ইঠাই পাৰৰ কিমান বেলি হ'ল?"—বৰবৰুৱাই সেৱা কৰি কলে,— "এক কাণ্ড হ'ল।"—আৰু কলে,—"কছাৰীৰ ডেকা ৰজা সন্দিকাৰীক আৰু বাটত পৰ্ব্বতত পোৱা ধুনীয়া হৰ-গৌৰীৰ মূৰ্ত্তি এখনও লগতে অনা হৈছে।"—দুখন দেশৰ দুজন ৰজা অহা শুনি আহোম ৰজাই আনন্দতে

---

শৈশৱৰ লগৰীয়া, ল'ৰাকালৰ বন্ধু গৰখীয়া আৰু ৰংকা কালত ৰবাণনী-বুঢ়ীৰ ঘৰত একেলগে থকা সখি-হালোৱা গাধাইৰ শত কাকুতি মিনতিত ভোল নগৈ ভাৰ্য্যাৰ অবিহনে সৰ্ব্বানন্দই তেওঁৰ শিশু পুত্ৰ কেচুৱা মাটি-বৰক লগত লৈ ছকুৰি গাওঁ এৰি দেশ-দেশান্তৰে উদাসীনভাৱে অনাই-বনাই ফুৰিবলৈ ধৰিলে।

## কীৰ্তিচন্দ্ৰ বৰবৰুৱা

উৎফুল্ল হ'ল। ৰজাৰ মুখত বৰবৰুৱাৰ কীৰ্তি-খ্যাতি আৰু নধৰা হ'ল। তেতিয়াৰে পৰা কোচ খেলি মাউত সদীয়াল গোহাঁইৰ ঘৰৰ গজফুকনৰ নাতিয়েক, চোলা-ধৰা বৰুৱা শেহত বৰকতিয়াল হাৰ্বকিনা বুঢ়া বৰবৰুৱা ৰূপচন্দ্ৰৰ পুতেক, কালশিলীয়া নামৰূপীয়া শেহত লক্ষ্মীসিংহ আহোম ৰজাৰ জোৱাঁয়েক উগ্ৰ, চতুৰ বিচক্ষণ, আত্মাভিমানী ৰাজনীতিজ্ঞ, ভীষণ প্ৰতি-শোধপৰায়ণ ভঁৰালী চুটীয়া গেন্ধেলা বৰবৰুৱাৰ নাম কীৰ্তি চন্দ্ৰ হ'ল।

ইয়াৰ পাছত সেই চাঙতে বহি আহোম ৰজাই ডাঙৰীয়া সকলোকে সভা ভাঙি বিদায় দিলে। বিদায় দিয়াৰ আগতে আদেশ শুনাই দিলে বোলে,—"সকলোৱে মূৰত পাগ মাৰি গাত ভাল জামা পিন্ধি ৰবচ'ৰাৰ সভা শুৱাই বহক। সেই তাতে ৰবচ'ৰাতে কছাৰী আৰু মণিপুৰীয়া দুয়ো ৰজাক সসন্মানে সম্ভাষণ জনোৱা হ'ব।"—সকলো ডা-ডাঙৰীয়াই ৰাজেশ্বৰ সিংহলৈ সেৱা জনাই উলাহেৰে মেলানি মাগিলে। সকলোৱে ৰাজ-কাৰেঙৰ চাঙ চ'ৰা এৰি আঁতৰি গুচি গ'ল। মাথোন ৰাজেশ্বৰ সিংহ আৰু তেওঁৰ জোৱাঁয়েক কীৰ্তিচন্দ্ৰ বৰবৰুৱা ৰ'ল। আলধৰাই ৰজা আৰু বৰবৰুৱাৰ আলপৈচান ধৰিলে। চাংমায়ে নদ্ধা ভাল সাজিৰে সতে চোকা সাজও আহিল। ৰং মনেৰে উভয়ে খাই-লৈ ভিতৰ চ'ৰাত বহিল। শুনামতে বৰ-বৰুৱাৰ ধৰম জীয়েক কুৰঙ্গনয়নীৰ কথা কীৰ্তিচন্দ্ৰই ৰজাৰ আগত বৰ্ণনা কৰি গালে। মগলৌ কুঁৱৰীৰ ৰূপ-লাৱণ্যৰ কথা শুনি ৰাজেশ্বৰ সিংহই নেদেখিয়েই মুগ্ধ হ'ল। পিচে ৰবচ'ৰাৰ সভালৈ যাবৰ পৰ হ'ল। চোলা-ধৰা বৰুৱাই চোলা-পোছাক শিৰৰ ফুলাম পাগ আনি ৰজাক দিলে। সেইবিলাক পিন্ধি সাজি-কাচি ৰবচ'ৰাৰ সভালৈ যাবলৈ ৰাজেশ্বৰ সিংহ ওলাল। বৰবৰুৱাইও সঙ্গ ললে। মৃদং-খোলৰ বুলনি ছেও বজোৱা বায়ন দলৰ পাছে পাছে ৰাজেশ্বৰ সিংহ আৰু বৰবৰুৱাই সোণৰ চুলাৰে বালিচন্দাৰে জিলিকি থকা সৰ্বদৈ ৰব-জাপি ফুলাম আবোৱানৰ শীতল ছয়া লৈ ৰবচ'ৰাৰ সভালৈ গৈ নিজ নিজ আসনত বহিল। গোটেই পাৰিষদবৰ্গই ৰাজেশ্বৰ সিংহক সন্মান জনালে। কছাৰীৰ ডেকা ৰজা সন্দিকাৰী মাদাই ডাও আৰু মগলৌ মণিপুৰেশ্বৰ জয়-সিংহই আহোম ৰজালৈ সসন্মানে সম্ভাষণ দিলে। সেই সভাসন পাই আহোম ৰজা প্ৰীত হ'ল। সেই সভা গায়ন-বায়ন-নটুৱাৰ গীত-বাদ্য-নৃত্যৰ সম্ভাৰেৰে অতিশয় বিচিত্ৰ হৈছিল। জয়ানন্দ ওস্তাদৰ জোনাই গীত গাই শ্ৰোতৃ-বৰ্গক মোহিত কৰিছিল। লগতে পাখোৱাজও বজোৱা হৈছিল। এইবোৰ বিচিত্ৰ নৃত্য-গীত-বাদ্য আৰু সভাৰ নিয়ম-নীতি দেখি-শুনি উভয় ৰজাই বিস্মিত হ'ল। কীৰ্তি-চন্দ্ৰৰ এনে জাউতীযুগীয়া কীৰ্তিৰ কাৰণে ৰাজেশ্বৰ সিংহই একচেতীয়া মখমলৰ এখন দলিচা আৰু সোণৰ জাপিৰ চুলা এটা বঁটা দি ৰবদুৱাৰৰ মুখৰপৰা ৰজনাথ ঘৰৰ বহা ঘৰলৈকে বৰবৰুৱাই অহা-যোৱাৰ সময়ত তাল, কালি, মৃদঙ্গ বজাই গাব-বাবলৈ গায়ন-বায়ন দি বকতিয়াল বৰবৰুৱাক জঙ্গৰ মৰ্যাদা দিলে। এনে মৰ্য্যদা লাভত বৰবৰুৱাই ৰৰ ৰং পালে। এনে মৰ্য্যা-দাৰ প্ৰতিদান দিবলৈ আৰু ৰজাৰ প্ৰতি কৃতজ্ঞতা জনাবলৈ উপায় পাঙি কীৰ্তিচন্দ্ৰ বৰবৰুৱাই থিৰাং কৰি ক'লে,—বোলে—"স্বৰ্গদেৱে বন্দীক মৰ্য্যাদা দিলে হয় কিন্তু বন্দীয়ে কি দিব?—পিছে মণিপুৰৰ মগলৌ ৰজা জয়সিংহ আছে। তেওঁৰে এগৰাকী জীয়েক আছে। সেই মগ্‌লৌ কুঁৱৰীজনীও ধৰম জীয়েকহে। তেওঁলোক জাতত ক্ষত্ৰিয়। অৰ্জুনৰ পুত্ৰ বভ্ৰুবাহনৰ বংশধৰ। কটকীৰ মুখে শুনা হ'ল, বোলে, ৰূপে-গুণে-লাৱণ্যই তাই চনা। শুনিয়েই বন্দীয়ে ভাল পালে। মণিপুৰৰ ৰজাৰ অনুৰোধ মতে তাইক বন্দীৰেই ধৰম জীয়েক কৰা হ'ল। নামও তাইৰ ভাল,—কুৰঙ্গ নয়নী। সেই কুৰঙ্গ নয়নীকেই বন্দীৰ মৰ্য্যাদাৰ প্ৰতিদান বুলি বন্দীয়ে স্বৰ্গদেৱলৈ সন্মানেৰে দিবলৈ খোজে। স্বৰ্গদেৱে সেই কুৰঙ্গ নয়নীকেই বিবাহ কৰিলে সজও হয়।

স্বৰ্গদেৱৰ মতেই এতিয়া মত।"—পাচে বৰবৰুৱাৰ কথা শুনি ৰাজেশ্বৰ সিংহই ক'লে—বোলে—"ভাল, বৰবৰুৱাই যি জনাইছে সি কিয় নহব?—বাৰু বিবাহ কৰা হ'ব।" "পিছে স্বৰ্গদেৱে সেই মগলো কুঁৱৰী গৰাকীক এবাৰ চালে জানো বেয়া?"—পাচত এইদৰে বুজা-বুজি হৈ ৰীতিমতে ৰবচ'ৰাৰ এনে সভা ভাঙিল। বৰবৰুৱাই খণ্ডীয়া ফুকন আৰু দিহিঙীয়াৰ ধমুৰীয়া দুৱৰীয়া ফুকনক কছাৰী ৰাজ্যলৈ পঠালে। সেই কছাৰী ৰাজ্যতে মগ্লো কুঁৱৰী, জয়সিংহৰ মাক, ভায়েক আৰু এজন পুতেক আছিল। দুয়ো কছাৰী ৰাজ্যলৈ গৈ কেইদিনমানৰ পিছতেই সেই ৰাজ্যৰ পৰা আটাইকেইজনৰ সৈতে মগ্লো কুঁৱৰী কুৰঙ্গনয়নীকো * ৰংপুৰলৈ লৈ আনিলে। লগতে চাৰেতিনি হেজাৰ মানুহও আহিল। আৰু লগত ঘোৰা-কাপোৰ, ধন-সোণও অনা হ'ল। ৰংপুৰ নগৰ পোৱা দিনা ১৬৮৯ শকৰ আঘোণ মাহৰ ষোল তাৰিখ আছিল।

কুৰঙ্গনয়নীৰ ৰূপ-লাৱণ্যৰ কথা কাণ-বাগৰি ৰংপুৰ নগৰত বিয়পি গোটেই ৰাজ্যতে প্ৰচাৰ হ'ল। ৰাজেশ্বৰ সিংহৰ আৰু সহ্য নহ'ল। দুজন কটকীক পঠাই সকলোকে মতাই ৰবচ'ৰাতে আকৌ মহা-সমাৰোহেৰে সভা পতা হ'ল। ৰজাৰে সৈতে ডা-ডাঙৰীয়া প্ৰমুখ্যে সকলোৱে সেই সভাত উপস্থিত হ'ল। পিছে মণিপুৰীয়া ৰজা জয়সিংহই কুৰিটা ঘোঁৰা, ৰূপ ছয়হাজাৰ আৰু মণিপুৰত তৈয়াৰী ভাল ভাল কাপোৰ মান দি সেৱা জনাই কলে বোলে,—"স্বৰ্গদেৱৰ খ্যাতি আগেয়ে শুনা হৈছিল। স্বৰ্গদেৱৰ পূৰ্বৰ ফালৰ বৰ প্ৰতাপী ৰজা সেই আশাতে শৰণাগতে সেই সিংহাসন পুনৰ লাভ কৰিবলৈ বাসনা কৰে। পিছে এতিয়া স্বৰ্গদেৱৰ সহায় হলেই হয় আৰু ৰাজ্য হেকস্ব। ৰজাইনো আৰু সৰ্গদেৱক কি দিব? মগলু-ৰজাৰ এগৰাকী জীয়েক মগ্লো কুঁৱৰী আছে, সেই মগ্লো কুঁৱৰী কুৰঙ্গনয়নীক সৰ্গদেৱৰ চৰণ কমলত অৰ্পিবলৈ ইচ্ছা হয়। পিছে সৰ্গদেৱে সজ নকৰিলেও সজ গ্ৰহণ কৰিলে।" সভাৰ মাজত কুৰঙ্গনয়নীৰ ৰূপ-লাৱণ্য দেখি ৰাজেশ্বৰ সিংহ ভোল গ'ল,—পাছত সহায় আৰু বিয়া কৰাবলৈ মান্তি হ'ল। সভা ভাঙিল। মণিপুৰীয়া ৰজা আৰু মগ্লো কুঁৱৰী সকলোৰে সৈতে চাৰি হেজাৰ মগলো দিখৌৰ পাৰত গৌৰী সাগৰৰ পিনে ৰ'ল।

প্ৰায় ছমাহৰ পাছত ১৬৯০ শকৰ বহাগ মাহত আহোম ৰজা ৰাজেশ্বৰ সিংহৰ লগত মগ্লো কুঁৱৰী কুৰঙ্গনয়নীৰ বাইলুঙৰ দ্বাৰা সোনাই নৈৰ পাৰতে জাক-জমকেৰে চকলং বিয়া পতা হ'ল। সেই বিয়াত কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই কইনা কুৰঙ্গনয়নীৰ ধৰম বাপেক হ'ল। সোণৰ অলঙ্কাৰ-পাতি, খোৰা-বোৰা সঁজুলি, আৰু সকলো যৌতুকী দ্ৰব্য বস্তু বৰবৰুৱাই ঘৰৰ পৰাই দি নিজৰ ধৰম কন্যা মগ্লো কুঁৱৰী কুৰঙ্গনয়নীক আহোম ৰজা ৰাজেশ্বৰ সিংহৰ কৰ কমলত শুভক্ষণত সম্প্ৰদান কৰিলে। এইদৰে সমাৰোহেৰে ৰজা আৰু মগ্লো কুঁৱৰীৰ চক্লং বিয়া হৈ গ'ল। মগলু ৰজা জয়সিংহই যিবিলাক মগলু মানুহ কন্যাৰ বিবাহত যৌতুক দান দিছিল - সিহঁতক দিচৈ নৈৰ নামদফালে সৰুচৰাই হাবিত মনাই মাজি গাঁৱত মগলো খাট পাতি তাতে ৰখা হ'ল। সেই কুৰঙ্গনয়নীৰ ৰূপে-গুণে মাতে-কথাই ৰাজেশ্বৰ সিংহ বৰ সন্তুষ্ট হ'ল। ৰীতিমতে বিধিমতে ৰাজেশ্বৰ সিংহই সেই মগলো কুঁৱৰী কুৰঙ্গনয়নীক আহোম ৰাজ্যৰ বৰ-কুঁৱৰী পাতিলে। পিছে প্ৰিয়তমা ভাৰ্য্যাৰ নাম মুদ্ৰাত অঙ্কিত কৰা শিৱসিংহৰ নিচিনাকৈ তেওঁ নিজৰ বৰকুঁৱৰী কুঁৰঙ্গনয়নীৰ নাম আহোম ৰাজ্যৰ মুদ্ৰাত অঙ্কিত কৰিবলৈ ইচ্ছা নকৰিলে, আৰু সেই বৰকুঁৱৰীৰ নামও মুদ্ৰাত অঙ্কিত আৰু নহল।

* ডাক্তৰ ৱেড চাহাবৰ বুৰঞ্জীত কুৰঙ্গনয়নীৰ নাম নাই। এঠাইত আছে,—Bhubaneswaree the daughter of the Prince of Muggulo and Rupabawatee partieipated the priviledges of Royal couch—ৰাজচ'ৰাৰ" সুবিধাবিলাক মগ্লো কোঁৱৰৰ জীয়েক ভুবনেশ্বৰী আৰু ৰূপাৱতীয়ে সমানে ভাগ পাইছিল।

সেই ১৬৯০ শকতে ৰবকুঁৱৰী কুৰঙ্গনয়নীয়ে পুখুৰী খনাবলৈ মন মেলিলে। আহোম ৰজা ৰাজেশ্বৰ সিংহই সেই কথামতে পুখুৰী খানিবলৈ মানুহ ধৰাই অনাবলৈ বিষয়াসকলক পাচিলে। বিষয়াসকলেও মানুহ বিচাৰিবলৈ দিহিঙে-দিপাঙে গ'ল। সিহঁতেও অ'ত-ত'ত মানুহ বিচাৰি ধৰি আনিলে। পুখুৰী খনা আৰম্ভ হ'ল। নিজৰ পুতেক কেচুৱা মাটিবৰৰ সৈতে সৰ্বানন্দকো বিষয়া সকলে ধৰি আনিলে। আন আন প্ৰজাৰে সৈতে সৰ্বানন্দইও পুতেক মাটিবৰক পিঠিত বোকোচা বান্ধি লৈ পুখুৰী খনাত লাগিল। এদিন আহোমৰ ৰজা ৰাজেশ্বৰ সিংহই পুখুৰী খনা পৰিদৰ্শন কৰিবলৈ ওলাল। পিঠিত লৰাটোক বোকোচা লৈ সৰ্বানন্দক কাম কৰা দেখি ৰাজেশ্বৰ সিংহই কলে —বোলে,—"পিঠিত লৰাটোক বোকোচা লৈ কাম কৰা সোজনী তিৰোতা কোন আৰু ক'ৰ ?....নাৰীকো এইদৰে খটায়নে? ই বৰ অন্যায়। তাইৰ সৈতে সকলো বনুৱাকে মোৰ ওচৰলৈ আনা।"—ৰাজ আজ্ঞা মতে সৰ্ব্বানন্দকো ৰজাৰ আগত ধৰি অনা হ'ল। সৰ্ব্বানন্দ আৰু তেওঁৰ শিশু পুত্ৰটোক দেখি ৰাজেশ্বৰ সিংহৰ দয়া উপজিল। সেইদিনাৰ পৰা মাউৰা পুত্ৰৰে সৈতে মেজেৰা সৰ্ব্বানন্দক মুক্তি দি ৰজাই কলে—বোলে—"এই মানুহজন সামান্য মানুহ নহয়। নিশ্চয় কোনোবা নৰৰূপী মায়াৱী দেৱতাই প্ৰজাৰ কল্যাণৰ অৰ্থে আহিছে। এই বালকৰ শৰীৰতো সেই লক্ষণেই বিৰাজ কৰিছে। আজিৰ পৰা এওঁলোক পিতা-পুত্ৰ দুয়ো মুক্ত হ'ল।"--এইদৰে কৈ ৰাজেশ্বৰ সিংহই সৰ্ব্বানন্দক পুত্ৰৰে সৈতে মুক্তি দি বিদায় দিলে।

নিজৰ পুত্ৰ-কেচুৱা মাটিবৰক লৈ সৰ্ব্বানন্দই নিজৰ দেশ ছকুৰি গাওঁলৈ উলটি আহিল। পুৰণি সখা, সৰুকালৰ লগৰীয়া প্ৰাণৰ বান্ধৈ গোধাইক পুনৰ লগপাই সৰ্ব্বানন্দৰ উলাহত ঠাই নোহোৱা হ'ল। গোপীনাথ আদি বন্ধু সকলেও সৰ্ব্বানন্দৰ লগ ললে। ৰাজেশ্বৰ সিংহই মেজেৰাক মুক্তি দিবৰ সময়ত সৰ্ব্বানন্দৰ বিষয়ে দিয়া ভবিষ্যৎ বাণী প্ৰচাৰিত হোৱা শুনি বহুতো মটক মৰাণ ছকুৰি গাঁৱত গোট খালে। সৰ্ব্বানন্দৰ লগত আহোম ৰাজ্যৰ পৰা তেওঁলোকৰ আগৰ পূৰ্ব্বৰ চাৰি দেৱতাও আহিল। পূৰ্ব্বতে কুন্তভূজৰ এই বাণী আছিল বোলে—"কলিৰ শেহত মোৰ বংশই আকৌ উঠি প্ৰজা-পালন কৰিব।"—কুন্তভূজৰ তেনে বাণী সফল হোৱা যেন হ'ল। বস্তা আইদেউক কুচুলাই আহোম ৰজা চুহুকাই নিয়া সেই আগৰ চেং, চোম, কাচাখাইতী, আৰু কলীয়া হমতা—এই চাৰি দেৱতাই আহোম ৰাজ্য এৰি সৰ্ব্বানন্দ-মেজেৰাৰ সৈতে লগতে আহিল। এই চাৰি দেৱতাই সৰ্ব্বানন্দৰ লগ লোৱাৰে পৰা আহোম ৰাজ্যত অমঙ্গলে দেখা দিলে।

## বাৰণ-বধ ভাওনা

সেই বছৰতে ১৬৯০ শকত মগলৌ ৰজা জয়সিংহ আৰু কছাৰী ডেকা ৰজা সন্দিকাৰী মাদায় ডাওক আহোম ৰাজ্যৰ নাট, "বাৰণ বধ" ভাওনা দেখুৱাবলৈ যো-জা কৰা হ'ল। সেই ভাৱনাৰ পৰিচালনাৰ ভাৰ কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ পুতেক ন-কৈ পতা ডেকা বৰবৰুৱাই লৈছিল। এই ডেকা বৰবৰুৱাই বৰ-বায়ন হৈছিল। সেই ভাওনাৰ প্ৰায় সাতশ মানুহে ভাও লৈছিল। ভাওনাও বিচিত্ৰ হৈছিল। মণিপুৰীয়া ৰজা আৰু কছাৰীৰ ডেকা ৰজাই (চোৱা) এই ডেকা বৰবৰুৱাৰ দ্বাৰা আটোমটোকাৰীকৈ পতা বাৰণ বধ ভাওনা অতি চমৎকাৰ হৈছিল। বিশেষকৈ বৰ খেমালি, সৰু খেমালি, ঘোষা খেমালি, মুখনি সূত্ৰধাৰ, নটুৱা। ফুকানৰ খুটাৰ তলৰ আসনটো শ্ৰেষ্ঠ বিষয়াৰ কাৰণে পতা হৈছিল। সেই আসনত ৰকতিয়ালৰ কীৰ্ত্তিচন্দ্ৰ গেন্ধেলাই বহিছিল। বৰফুকনকে মুখ্য কৰি ফুকন সকলেও নিজ নিজ আসনত সভা-শুৱাই বহিছিল।* এনে বিচিত্ৰ ভাওনা শেষ হোৱাৰ পাছত সেই ভাওনা পতা চ'ৰাঘৰতে সভা হ'ল। বৰবৰুৱাই সেৱা জনাই

* ৰাজসিংহাসনত কুৰঙ্গ নয়নী কুঁৱৰীৰে সৈতে ৰাজেশ্বৰ সিংহইও প্ৰীতিৰে ভাওনা চালে।

কলে,—বোলে—"এই মণিপুৰীয়া মগ্‌লৌ ৰজা ব্ৰহ্ম ৰজাৰ খেদাত আহি সৰ্গদেওৰ শৰণাপন্ন হৈছেহি। ইমান দিনে নানা লীলা কৰি থকা হ'ল। তদুপৰি মণিপুৰীয়া ৰজাই নিজ ৰাজ্যলৈ যোৱাই সজ। শাস্ত্ৰত আছে বোলে—শৰণাগতক এৰিব নাপায়। পিছে নিজৰ ৰাজ্যলৈ যাবলৈ মন মেলিছে হয়; সেই ৰাজ্য মানৰ হাতত। এতেকে সেই মণিপুৰ দেশত ৰজাক সংস্থাপন কৰি থলে সৰ্গদেৱৰ যশ-ধৰ্ম দুয়ো জাউতিযুগীয়া হয়।" —কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই কোৱা এনে উপদেশপূৰ্ণ বাণী শুনি ৰাজেশ্বৰ সিংহ সন্তুষ্ট হ'ল, আৰু কলে, বোলে—"সজ—তিনিজনা ডাঙৰীয়াকো অনা হওক—ডাঙৰীয়া বোৰকো সোধা হওক।"—কটকী পঠাই তিনিজনা ডাঙৰীয়াক মাতি অনা হ'ল। বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰ গোহাঁই—এই তিনিজন ডাঙৰীয়া আহিল। পিচে ৰাজেশ্বৰ সিংহই এই তিনিজন ডাঙৰীয়া আৰু বৰবৰুৱাক চাঙলৈ নিলে। সেই ৰাজ-চাঙতে আহোম ৰজাই ডাঙৰীয়াবোৰক সুধিলে,-বোলে "এই মণিপুৰীয়া ৰজা যে ব্ৰহ্মাৰ খেদাত আহি আমাৰ বৰবৰুৱাই সেই মগ্‌লু ৰজাক আমাত শৰণাপন্ন কৰিলেহি। তোমালোকে কি বোলা?—কাৰণ মণিপুৰ মানৰ হাতত। পিছে এই বিষয়ে কাৰ মনে বা কি চুৱে?"—ৰজাৰ এনে যুক্তিপূৰ্ণ আলোচনা শুনি বৰবৰুৱাৰে সৈতে ডাঙৰীয়া সকলে কলে,—বোলে—"সৰ্গদেৱে মণিপুৰীয়া মগলৌ ৰজাক স্বদেশত মগলৌ দেশত সংস্থাপন কৰিলে সৰ্গদেৱৰ যশ-ধৰম আৰু কীৰিতি দেশ-দেশান্তৰে বিয়পিব। এনে যুক্তি অতি সজ।"—ডাঙৰীয়া সকলৰ এনে সন্মতি পাই ৰাজেশ্বৰ সিংহই বৰুৱা, মানুহ, আহিলা-পাতি, খাৰ-বাখৰ, গুৱাহাটীয়া গড়গঞা সকলৰো দোৱাল মানুহ তুলিবলৈ আজ্ঞা কৰিলে। পাচে আহোম ৰজাৰ এনে আজ্ঞা আদেশ শুনি বৰবৰুৱাইও ৰজাক প্ৰাৰ্থনা কৰি জনালে,—বোলে,—"সৰ্গদেৱে যি আজ্ঞা কৰিছে, সেই সকলো কৰা হব। কাৰণ সকলো সৰ্গদেৱৰ পুণ্য প্ৰতাপৰ বলতেই হয় বা হব। এই অধমৰ নিচিনা বন্দী-বেটাৰ পৰা জানো কিবা হব?"—বৰবৰুৱাৰ এনে প্ৰশংসা শুনি ৰজা সন্তুষ্ট হ'ল। তেওঁ ডাঙৰীয়া সকলক তামোলৰ বটা দিলে। বৰবৰুৱাকো তামোল-পাণ দিলে। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই মূৰৰ হাচটি-খন গুচাই সেই হাচটিখন পাতি ৰজাই নিজে দিয়া তামোল-পাণ অতি সন্মানেৰে ললে, আৰু সেৱা জনালে। এইদৰে ডা-ডাঙৰীয়া আৰু বৰবৰুৱাৰ আলচ মেল ভাগিল। সকলোৱে চাং এৰি কাৰেং এৰি ঘৰা-ঘৰি গ'ল

বৰবৰুৱাই ৰাজ-আজ্ঞা পাই বৰুৱা, মানুহ, আহিলা-পাতি, খাৰ-বাখৰ, অস্ত্ৰ-শস্ত্ৰ সকলো যোগাৰ আৰু তৈয়াৰ কৰিবলৈ লাগি গ'ল আৰু কাতি মাহত গড়গঞা গুৱাহাটীয়া সকলোৰে দোৱাল মানুহ গোটাবলৈ আদেশ দিলে। সেই আদেশ মতে দোৱাল মানুহ তুলি গোটোৱা হ'ল। আঘোণত ৰজাই আদাবৰীয়া বাহৰ সন্দিকৈৰ ডেকাফুকন আৰু লাহনৰ বাহৰ ভিতৰুৱাল ফুকনক সৈন্যৰ লগত যাবলৈ আদেশ দিলে। ডেকা ফুকন আৰু ভিতৰুৱাল ফুকনৰ অসুখ হ'ল। এজনৰ নৰিয়া হ'ল আৰু পাছৰ জনৰ পেট চলিল। দুয়ো মণিপুৰ যাৰ দখলত সেই মানৰ সৈতে যুঁজিবলৈ যাবলৈ দুয়ো নোৱাৰা হ'ল। গজপুৰীয়া হাতীবৰুৱাৰ বাহৰ এজনক ডেকাফুকন পতা হ'ল। আৰু দুৱৰা বাহৰ বৰফুকনৰ হৰনাথ দুৱলীয়া ফুকনক ফুলাম সোণৰ হাতল থকা এটা হেম্‌দাং দি সকলোৰে ওপৰত সেনাপতি পাতিলে। গড়গঞা গুৱাহাটীয়া মূলে দোৱালে তেৱালে আৰু ভাগিয়ে ভাগিয়ে (খেল বা শ্ৰেণী) আন আন মেল-ভগীয়া মানুহ গোটাই চল্লিচ হেজাৰ সৈন্য হ'ল। এই চল্লিচ হেজাৰ আহোম ৰজাৰ সৈন্য মণিপুৰীয়া ৰজা জয়সিংহ, মগলৌ কোঁৱৰ অনুপানন্দ, কছাৰীৰ ডেকাৰজা সন্দিকাৰী মাদায় ডাতে আদিৰে ওপৰত আহোমৰ অভিযানকাৰী সৈন্য-বাহিনীৰ মূল সেনাপতি হৰনাথ দুৱলীয়া ফুকন হ'ল।

## লেচেৰিঙ্গাল

সকলোৱে সাজু হ'লত সোণাই নৈৰ বাহৰৰ বৰ

চ'ৰাত মণিপুৰীয়া ৰজা আৰু কছাৰীৰ ডেকা-ৰজাক বিদায় দিয়া হ'ল। আৰু বিদায় পৰত ৰাজেশ্বৰ সিংহৰ নির্দ্দেশমতে তিনিজন ডাঙৰীয়া আৰু ফুকনসকলে মগলৌ ৰজা জয়সিংহক নানান ভাবে বৰালে বুজালে। আৰু তিনিজন ডাঙৰীয়াৰে এজন বৰপাত্ৰগোহাঞিয়ে বিদায় দি কলে, বোলে—"মণিপুৰীয়া ৰজা,— আপোনাৰ মগলু দেশ মানৰ ব্ৰহ্মৰজাই নিলত আপুনি ৰক্ষা নাপাই পলাই কছাৰী ৰাজ্যৰ ৰাজধানী খাচপুৰত আশ্ৰয় ললেহি। কটকীৰে ৰংপুৰত বৰবৰুৱাক জনোৱা হ'ল। বৰবৰুৱাই সৰ্গদেৱ ঈশ্বৰত জনালে। সৰ্গদেৱেও মান্তি হ'ল। বৰবৰুৱাক আপোনাক আগবঢ়াবলৈ পঠোৱা হ'ল। ইয়াতে সৰ্গদেৱৰ আশ্ৰয়ত আপুনি শৰণাপন্ন হ'ল। আপোনাৰ জীয়েক মগলৌ কুৱৰী কুৰঙ্গনয়নীক সৰ্গদেৱৰ হাতত সমৰ্পন কৰা হ'ল। কুঁৱৰীক সৰ্গদেৱে বিবাহ কৰি বৰকুঁৱৰী পাতিলে। সেই কাৰণে আপোনাক ডাঙৰ সন্মান দি আপোনাক আকৌ মগলৌ ৰাজ-সিংহাসনত সংস্থাপন কৰিবলৈ সৰ্গদেৱে সৰ্গদেৱৰ সৈন্য-সামন্ত বন্দী-বেটা দিছে। জয় নিশ্চয় হ'ব। আপুনিও আপোনাৰ দেশ ফিৰাই পাই আগৰ পুৰণি মন্ত্ৰী বিষয়া সকলক চপাই লৈ সুকলমে ৰাজ্য চলাব। দোষীৰ অপকাৰ পাইও তাৰ কাৰ্য্য অৱলোচন কৰি ক্ষমা দি চপাই লব। আৰু সৰ্গদেৱে আজ্ঞা কৰিছে বোলে—ঈশ্বৰ-ঈশ্বৰীয়ে আপোনাক নিশ্চয় আগ্ৰহ কৰিব। ৰাজ্য পুনৰ পাই সেইবুলি সৰ্গদেৱলৈ পিঠি নিদিব। অমঙ্গল হব। বৰবৰুৱাৰ দ্বাৰাই সৰ্গদেৱলৈ উকীল পত্ৰ পঠাই ৰাজ্য আৰু ৰজাৰ কুশল-মঙ্গলাদি লৈ মাজে মাজে সুঁৱৰি থাকিবা।"

বৰপাত্ৰ-গোহাঞিৰ এনে উপদেশৰ পাছত বুঢ়া-গোহাঁই, বৰগোহাঁই আৰু আন আন ফুকন সকলেও মণিপুৰীয়া ৰজাক শিকালে-বুজালে। সকলোৰে এনে সদুপদেশ শুনি মণিপুৰীয়া ৰজা জয়সিংহই কলে,— বোলে—"আমাত ডা-ডাঙৰীয়া সকলেযে কৈছে, উত্তম কৈছে। ৰাজ্যনাশ ৰনে বাস, এই কথা আমাত ঠিক মিলিছে। আৰু কোনো গৃহস্থই আম্ৰবৃক্ষ ৰোপন কৰে আৰু তাৰে বৃদ্ধিৰ কাৰণে তাতে জল ক্ষেপণ কৰে। যদি দৈবাৎ ফল নধৰে তেন্তে সেই বৃক্ষক আনি গৃহস্থই কোনো কাৰ্য্যত নিয়োজন কৰে। আমি হেন আম্ৰ-বৃক্ষক মগলৌ মাটিত সৰ্গদেৱে ৰোপন কৰিব। ফল হলে সৰ্গদেৱে ভুঞ্জিব। গুটি নহলে আমাক আনি সৰ্গদেৱে কোনো কাৰ্য্যত নিয়োজন কৰিব। মুঠতে আমাৰ দ্বাৰাই এটা কাৰ্য্য হব। আৰু বৰবৰুৱা আছেই। তেখেতৰ দ্বাৰাই আমি সৰ্গদেৱৰ শৰণাগত হৈ সহায় পাইছো। তদুপৰি তেওঁ আমাৰ কন্যা কুৰঙ্গ-নয়নীৰ ধৰম পিতা, আৰু আমাৰ পিতৃ তুল্য বন্ধু। এনে ঈশ্বৰ প্ৰায় সৰ্গদেৱ সেই সৰ্গদেৱে আৰু আপোনা-সকল আৰু এনে ৰংপুৰ নগৰ পাহৰিব পাৰোনে? তাৰে উপৰি আমাৰ সিংহাসনত আমাক পুনৰ সংস্থাপন কৰিলে সৰ্গদেৱৰ যশ ধৰ্ম চন্দ্ৰ-সূৰ্য্যাই যেনেকৈ আকাশত নিজকে প্ৰকাশ কৰিছে সেইৰূপে সৰ্গদেৱৰ যশস্যা ভুমণ্ডলত থাকিব।"—মণিপুৰী ৰজাৰ এনে বিদায় কালৰ বাণী ৰাজেশ্বৰ সিংহ আৰু পাত্ৰ-মন্ত্ৰী সকলোৱে শুনিলে আৰু সন্তোষ পালে।

মণিপুৰীয়া ৰজা জয়সিংহৰ কথা শেষ হোৱাত লেচেঙিয়াল বৰপাত্ৰ গোহাঁইয়ে সেনাপতি হৰনাথ দৰলীয়া ফুকনক কলে, বোলে—"ফুকন তুমি দুৱৰাৰ ঘৰৰ ল'ৰা; তোমাৰ ঘৰ প্ৰাচীন; এদিনীয়া নহয়। এতেকে তোমাক এই মণিপুৰীয়া ৰজাক মণিপুৰ ৰাজ্যত সংস্থাপন কৰিবৰ নিমিত্তে সৰ্গদেৱে বিশেষ আজ্ঞা কৰিছে, আৰু সৰ্গদেৱৰ অনেক ভাগিয়ে ভাগিয়ে মূলে, দুৱালে, তেৰালে বন্দী-বেটা দিছে আৰু আহিলা-পাতিও দিছে। এতেকে তুমি সৰ্গদেৱৰ এই সৈন্য সামন্ত সমন্বিতে পথে প্ৰবাসে দুঃখ নোপোৱাকৈ হানি নোহোৱাকৈ যাবা। মণিপুৰ দেশ পাই তুমি উপাই মন্ত্ৰণাৰে বা যুদ্ধেৰে বা যিৰূপে এই মণিপৰীয়া ৰজাক স্বদেশত সংস্থাপন কৰিব পাৰিবা তাকে প্ৰাণ পৰিশ্ৰমে চিন্তিবা।"—এইদৰে কৈ লেচে-ঙিয়াল বৰপাত্ৰগোহাঁই নীৰৱ হ'ল। ৰাজেশ্বৰ সিংহই বৰবৰুৱাক সেনাপতিলৈ উপদেশ দিবলৈ কলে। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাইও ৰজাৰ আজ্ঞাৰে হৰনাথ ফুকনক শিকালে। পাচে সেনাপতি হৰনাথ ফুকনে সকলো

সাৰ উপদেশ শুনি কলে,—বোলে—"সৰ্গদেৱে যিৰূপ আজ্ঞা কৰিছে, ডাঙৰীয়াসকলে শিকাইছে, যুক্তিহে শিকাইছে। তথাপি মোৰপৰা কোন কাৰ্য্য হব ? ঈশ্বৰ ঈশ্বৰীৰ অনুগ্ৰহত সৰ্গদেৱৰ পূৰ্ণ প্ৰতাপৰ বলে যি হয় সেইহে হব। এতেকে মই যি প্ৰাৰ্থনা কৰিম। সৰ্গদেৱেও আশীৰ্ব্বাদ কৰিব। দেওবাৰেও আশীৰ্ব্বাদ কৰিব, তেহে সকলো কাৰ্য্য সিদ্ধি হ'ব।"—সকলোৱে হৰিধ্বনি দিলে। সোনাৰী ৰাজেশ্বৰ সিংহই জপৰ-জলৰ বাহৰ বৰচেটীয়া মৰঙী-খোৱাক আদেশ কৰিছিল। পিছে তেওঁ কৰলৈ নোৱাৰাত আহোম ৰজাই মৰঙী-খোৱাক ভাঙিলে। এইদৰে সন্মানেৰে পতা বিদায় সভাৰ সামৰণি পৰিল। মণিপুৰ-উদ্ধাৰৰ যুদ্ধ যাত্ৰা আৰম্ভ হ'ল।

ৰহায়েদি কছাৰী ৰাজ্যৰ মাজেদি ব্ৰহ্ম অধিকাৰত থকা মণিপুৰ আক্ৰমণ কৰিলে বৰ দুৰ্ণিবটীয়া হব বুলি ভাবি সেনাপতি হৰনাথ দুৱৰা ফুকনে মগ্লো ৰাজকোঁৱৰ আদিৰে সৈতে সৈন্য-সামন্ত লগত লৈ ধনশ্ৰী আৰু দিয়ঙ নৈৰ মুখে সোমাই খনদিয়েক পৰ্ব্বত দেই তাতে বাটৰ দিওমাহ হৈ উজাই গৈ চৰাইদেউ পৰ্ব্বতৰ পোন পালেগৈ ।

মণিপুৰ দেশৰ একোপাধ্য পথ নাপাই হাবিৰ লতা গছ বাঁহ জেং কাটি ফুৰোঁতে মানুহৰ আঠু-মুৰ ডাঙৰ হ'ল। পানী নাপাই মানুহে বন কল কাটি তাৰ পানী পিলে। চাউল মহঙা হ'ল। টেমীমুৰত চাউলৰ দৰ ৰূপ এটকা হ'ল। ইফালৰ পৰা আহাৰ যোগনীয়া সমলীয়াইঁতেও গৈ নাপালে। বাটতে নগাই সিহঁতক কাটিলে। সৈন্য-সামন্তৰ হাবি-লতা কটাত বাধা পৰিল। পথ নিদি নগাই বিস্তৰ মানহ কাটিলে। অনেক লোকে জ্বৰ গ্ৰহণীত ভুগি মৰিল। বাট পোনাই নিম বোলা মণিপৰীয়া ৰজা জয়সিংহৰ গৰ্ব্ব খৰ্ব্ব হ'ল। হাবিত সোমাই তেওঁৰো ভূ-হৰাল। এইদৰে আহোম ৰাজ্যৰ সৈন্য-সামন্ত সকলৰ আলে-বিলৈ হ'ল। হেজাৰ হেজাৰ মানুহ মৰিল। গজপুৰীয়া হাতীবৰুৱাৰ বাহৰ ডেকা-ফুকন আদি দায়িত্বপূৰ্ণ বিষয়াসকলেৰে সৈতে আলোচনা কৰি কোনো উপায়েই দিশ-বিদিশ নাপাই সেনাপতি ফুকনে ৰজালৈ জনাবলৈ বৰবৰুৱাৰ ওচৰত কটকী পঠাই সন্দেশ জনালে,—বোলে "অন্নৰও বিকল ; জ্বৰ গ্ৰহণীৰো প্ৰকোপ ; আৰু নগাৰও অত্যাচাৰ। ক'তো নিস্তাৰ নাই। বহুতো মৰিল। আমি বন্দীহঁতে উপায় নাপাইহে সৰ্গদেৱলৈ জনাইছো।"—কটকীয়ে বৰবৰুৱাত কলে—বৰবৰুৱাই ৰজাত জনালে। তেতিয়া জেঠ মাহ। ৰাজেশ্বৰ সিংহই নিজৰ সৈন্য-সামন্তৰ এনে বিলৈ শুনি সহিব নোৱাৰি সকলোকে হাবিৰ পৰা উভতাই আনিবলৈ বৰবৰুৱাক আদেশ দিলে। বৰবৰুৱাই সেই আদেশ লুকুৱাই বৰং আগ-বাঢ়িবলৈকেহে কটকীৰ মুখে আদেশ পঠালে। হৰনাথে এনে আদেশ পাই আগবাঢ়িবলৈ চেষ্টা কৰিলে। কিন্তু বিস্তৰ মানুহ মৰিল। ৰজাৰ কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ এনে বিশ্বাসঘাতকতাত ভীষণ খং উঠিল। বৰবৰুৱাৰ জৰিয়তে সিংহাসন পোৱাত বৰবৰুৱাৰ প্ৰতি কৃতজ্ঞতা সূত্ৰত আবদ্ধ হৈ ৰাজেশ্বৰ সিংহই সেই ক্ৰোধ দমন কৰি (ক্ৰোধান্বিত হৈ) বৰবৰুৱাক কঠোৰ আদেশ দিলে এই বুলি, বোলে—"মোৰ সৈন্য এই মাহতে উভতিবই লাগিব।" ৰজাৰ সেই আদেশ কটকীৰ জৰীয়তে বৰবৰুৱাই তাৰ মখে সেনাপতি হৰনাথ দুলীয়াল ফুকনক জনালে। সেনাপতিও আদেশ পাই সৈন্য-সামন্ত আদি লৈ উভতি আহাৰত ৰংপুৰ পালে। মানুহ, আহিলা-পাতি দুভাগমান হানি হ'ল আৰু এভাগ ৰক্ষা পৰিল। আহিবৰ সময়ত সুন্দৰ ডাঙৰ টনকীয়াল ভুৰ এটা সাজি মণিপুৰীয়া ৰজা, কোঁৱৰ আদিক বৰাক নৈখন পাৰ কৰাই থৈ আহিল। সেনাপতি ৰংপৰ পোৱাত তেওঁক বৰদুৱাৰৰ মুখৰ হাতী শালত ৰখা হ'ল। পাছত সেনাপতি হৰনাথ দুৱলীয়া ফুকনৰ এনে অপৰাধৰ বিচাৰ হ'ল। বৰদুৱাৰৰ মুখৰ হাতীশালৰ পৰা সেনাপতিক মতা হ'ল। সেনাপতিয়ে আহিলত ৰাজেশ্বৰ সিংহ ৰজাৰ আদেশমতে সেনাপতি ফুকনৰ দায় ধৰি সোধা হ'ল—বোলে "সেনাপতি হৰনাথ দুৱলীয়া ফুকনে সৰ্গদেৱৰ ইমানখিনি মানুহ, আহিলা-পাতি হানি কিয় কৰিলে ? পৰ্ব্বতীয়া অজলা নগাকো মাৰি কাটি বাট

উলিয়াব নোৱাৰিলেনে? সৰ্গদেৱৰ কাৰ্য্যত সি হেলা কৰিলে।" এনে দোষ সাব্যস্ত হোৱাত দোষী সেনাপতিয়ে ৰজালৈ প্ৰাৰ্থনা জনাই কলে,—বোলে "সৰ্গদেৱে যে বন্দীক দায় ধৰিছে,—বন্দীয়ে নিশ্চয় দায়ী। যেতিয়া বন্দীৰ পিতৃ-পিতামহ সকলেও সৰ্গদেউসকলৰ বিচাৰত সাৰি যাব পৰা নাই, তেন্তে বন্দীয়েই বা কেনেকৈ এৰাব? পিছে এটা কথা—চমু বাট দেখুৱাই মণিপুৰীয়া ৰজাই নিম বুলি কোৱাতহে বন্দীয়ে সেনাপতি হৈ সৰ্গদেৱৰ সৈন্য-বাহিনী লৈ সেই চমু বাটেদি গ'ল। পাছে, হাবিত সোমাই কোনো ৰূপেই বাট-পথ পোৱা নগল। বাটত জাকে জাকে নগা পোৱা হ'ল। নগায়ে বাট নিদিলে। সিহঁতে পৰ্ব্বতৰ পৰা শিল বগৰাই বাট বন্ধ কৰিলে। আহোমৰ বহুতো মানুহক মাৰিলে আৰু কাটিলে। ইফালৰ পৰা সমল নিয়াইও সমল নিব নোৱাৰিলে। সমল নিয়াক অকলে পাই নগাই কাটি সমল কাঢ়ি নিলে। মানুহে জৰ, গ্ৰহণীত ভুগি মৰিল। চাউল আহাৰৰ অভাৱত খাবলৈ নাপাই মানুহ বহুতো লঘোনত মৰিল। তেও অতি কষ্টেৰে সৰ্গদেৱৰ সৈন্যই হাবি লতা কাটি আগবাঢ়ি গ'ল। তথাপি বাট-পথৰ একো উৱাদিহ নোপোৱা হ'ল। যদি তাতো বন্দীৰেই দোষ, তেন্তে এই বন্দীয়ে নিশ্চয় দায়ী। যদি বাট দেখাই দিওঁতা থাকিও বন্দীয়ে নগ'লহেঁতেন তেন্তে কাৰ্য্য অৱহেলাত বন্দী দায়ৰ ভিতৰতেই। সমল নিয়াই যদি কোনোৰূপে চাউল পাত আদি সোধাব পাৰিলেহেঁতেন, তেন্তে ইমান ক্ষতি নহ'লহেঁতেন। যি কি নহওক সৰ্গদেৱে যেতিয়া বন্দীৰ দায়েই ধৰিছে, তেন্তে বন্দী নিৰুপায়। বন্দীয়ে সৰ্গদেৱৰ দায়-অপৰাধ এৰাব কেনেকৈ? সেই হিচাবে বিচাৰত বন্দীয়ে নিশ্চয় দণ্ডৰ ভিতৰত।" ফুকনে এইদৰে আহোম ৰজাত প্ৰাৰ্থনা কৰি জনালত ৰাজেশ্বৰ সিংহই ফুকনৰ সকলো দায় অপৰাধ ক্ষমা কৰি সেনাপতিক ঘৰা ঘৰলৈ যাবলৈ দিলে। সেনাপতিও গ'ল। পাছে ৰজাই কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাক সৈন্য-সামন্ত লৈ মণিপুৰীয়া ৰজাক সহায় কৰিবলৈ নতুন সৈন্য বাহিনী পৰিচালনা কৰি যাবলৈ কলে।

কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই গড়গঞা, গুৱাহাটীয়া আদিৰ নতুন নতুন মূলে-দোৱালে-তেৱালে মানুহ ভাগিয়ে ভাগিয়ে মেল ভগীয়া সৈন্য, নতুন আহিলা-পাতি, বহুতো খাৰ-বাৰুদ, হিলৈ-কামান-বন্দুক আৰু বিধে বিধে অস্ত্ৰ-শস্ত্ৰ লৈ যাত্ৰা কৰি ৰহাত বল। ৰহায়েদি আৰু কছাৰী ৰাজ্যইদি এই নতুন বাহিনীৰ দুদল সৈন্য পঠোৱা হ'ল। ৰহাত থাই দলটো ৰ'ল। বৰাক নৈৰ সিপাৰে মিৰাপ নৈৰ কাষতে জয়সিংহক লগ ধৰিবলৈ দহ-হেজাৰ আহোম সৈন্য গ'ল। ইফালে ব্ৰহ্মদেশৰ মানবিলাকে অসমৰ পৰা অসংখ্য সৈন্য আহিছে বুলি বাতৰি পাই ভয়ত মণিপুৰ ৰাজ্য এৰি পলাল। জয়সিংহ ৰজাই এদল নগা সৈন্যক বশ কৰি সিবিলাকৰ সহায়ত মানে এৰা মণিপুৰ অধিকাৰ কৰি মগলৌ ৰাজ সিংহাসনত বহিল। মণিপুৰৰ মানৰজা বৈৰঙক বন্দী কৰি শেহত হত্যা কৰা হ'ল। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ আৰু* আহোমৰ সৈন্য বাহিনীৰ মণিপুৰলৈ গৈ যুঁজ কৰিব লগীয়া আৰু নহ'ল। বিনা যুঁজত কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ জয় হ'ল। কীৰ্ত্তিচন্দ্ৰৰ শত কীৰ্ত্তিৰ লগত এই কীৰ্ত্তিও লগ লাগিল।

সেই ৰহাতে থাকোতে জয়ন্তীয়াৰ সাধু ৰজা বৰ গোহাঁয়েও মানহ আহিলা-পাতি লৈ যুঁজ কৰিবলৈ

---

* গেইট চাহাবে তেওঁৰ অসমৰ বুৰঞ্জীত লিখিছে, —'Jai Singh raised a force of Nagas and drove out the usurper Kelemba, who had been placed on the Manipur throne by the Burmese. জয়সিংহই এদল নগাক তুলিলে,—মান বিলাকৰ দ্বাৰাই মণিপুৰ সিংহাসনত বহুৱা কেলেম্বাক খেদিলে।"—এইমতে কেলেম্বাহে। আকৌ তাৰে Foot-note ত তেওঁ লিখিছে,-"This is the story told by Mr. Brown in his Statistical Account of Manipur. According to chronicles of the Ahoms the usurper's name was Bairang and he was put to death". ডাক্তৰ ব্ৰউনে তেওঁৰ ষ্টেটিচটিকেল একাউট অফ্ মণিপৰত এই গল্পটো কৈছিল। আহোম বংশাৱলীৰ মতে আক্ৰমণকাৰীৰ নাম বৈৰ আছিল। তাক নিহত কৰা হৈছিল।

সীমান্তত আছিল। পিছে কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ ক্ষমতা-শালী সৈন্যবল জানিব পাৰি তেনে বিপদ-সঙ্কুল কামৰ পৰা বিৰত হ'ল।

বৰকুঁৱৰী কুৰঙ্গনয়নীৰ সৈতে আহোমৰ ৰজা ৰাজেশ্বৰ সিংহ দেশ ভ্ৰমণ কৰিবলৈ ওলাল। ঠায়ে ঠায়ে বাহৰে বাহৰে মান-সন্মানাদি পাই আৰু দান-দক্ষিণাদি প্ৰদান কৰি সপৰিবাৰে ৰাজেশ্বৰ সিংহ উভতি দেৰগাৱঁত থাকিল। আৰু মন্দিৰ বলি বুলি ৰূপ এহেজাৰ, সোণ শতোলা, সোণৰ শৰাই এটা আৰু দুই-জপা ভাল ভাল কাপোৰ দান কৰিলে।

সেই দেৰৰ গাওঁতে ৰাজেশ্বৰ সিংহ নৰিয়াত পৰিল। ৰজাৰ বাচিবৰ আশা নোহোৱা হ'লত ডা-ডাঙৰীয়া, আন আন বিষয়াসকলে নিজৰ নিজৰ ইচ্ছানুসৰি যেই সেই এজনক ৰজা পাতিবলৈ সকলে মনত পাঙিলে। এইদৰে ৰজা পতা লৈ সকলোৰে মতান্তৰ আৰু মনোমালিন্য হ'ল। ৰহাৰ চৌকীত কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই ৰজাৰ টান নৰিয়া আৰু ডাঙৰীয়া সকলৰ ভিতৰি ভিতৰি ষড়যন্ত্ৰৰ বাতৰি পাই ততালিকে ৰহাৰ পৰা দেৰৰ গাওঁলৈ বুলি যাত্ৰা কৰিলে। যথাসময়ত বৰবৰুৱাই দেৰৰ গাওঁ পালে। প্ৰায় কুৰি দিন নৰিয়াত ভুগি আহোমৰ ৰজা ৰাজেশ্বৰ সিংহই সেই দেৰৰ গাওঁতে ১৬৯১ শকৰ জেঠত স্বৰ্গী হ'ল।* কটকীক পঠাই বৰখোলাৰ পৰা লক্ষ্মী-সিংহক মতাই অনা হ'ল। পাচে ৰজাৰ শ' চৰাইদেৱ পৰ্ব্বতলৈ নিবলৈ ব্ৰহ্মপুত্ৰয়েদি উজাই নিলে। পাচে সোণাই নৈৰ বাহৰৰ ব্ৰহ্মপত্ৰ নদৰ পাৰত বৰশিমলুৰ গুৰিতে পাত্ৰ-মন্ত্ৰী সকলে আলোচনা কৰি তাতে ৰাজেশ্বৰ সিংহৰ শৰৰ কাষ্ঠ-সংস্কাৰ কৰিলে। আহোম ৰজাৰ এয়েই প্ৰথম বামুণীয়ামতে কৰ্ম হ'ল আৰু কাষ্ঠ-সংস্কাৰ কৰা হ'ল। বহু মন্দিৰ গঢ়াওঁতা, বহু ব্ৰাহ্মণ-মহন্তক ব্ৰহ্মোত্তৰ মাটি দান কৰোঁতা, নিজৰ ৰাজ্যৰ প্ৰধান প্ৰধান তীৰ্থক্ষেত্ৰ পৰিদৰ্শন লওঁতা, প্ৰজাসকলক পুত্ৰৰূপে স্নেহেৰে পালোঁতা, বিদ্বান-পণ্ডিত-সকলক বিদ্যাচৰ্চাত উৎসাহ দিওঁতা, বহুতো ধৰ্মৰ বিষয়ক গীতাৱলী আদি

* ডাক্তৰ ৱেডৰ মতে—"On the 4th day of Assan"

ৰচোঁতা আৰু পৰ্বতীয়া গোসাঁইৰ সম্বন্ধৰ এজনক নাতি-গোসাঁই নাম দি তেওঁৰে শিষ্যত্ব লওঁতা, বহু দৌল-কাৰেঙ নিৰ্মাণ কৰোঁতা ৰাজেশ্বৰ সিংহৰ শাসন বৰ শান্তিপূৰ্ণ। আহোমে ৰণশক্তিৰ অনভ্যাসত ক্ৰমানুয়ে হ্ৰাস হৈ আহিল। ডাঙৰ ডাঙৰ বিষয়া সকলে দায়িত্বপূৰ্ণ কাম গাত ল'বলৈ মন নকৰা হ'ল। গোসাঁই, মহন্ত সকলে নিজৰ নিজৰ প্ৰভুত্ব স্থাপন কৰাত লাগিল, প্ৰজা-সকলে গোসাঁই-মহন্ত আদিক নমনা হ'ল। আহোমৰ ৰজা সকলৰও গুৰু আদি সকলো সলনি হ'ল—ৰজাই নিজৰ আহোম ধৰ্ম পাহৰি বামুণীয়া ৰীতিত চলিল। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ স্বেচ্ছাচাৰিতা বাঢ়িল, ডাঙৰীয়া সকলৰ অসন্তুষ্টি সৃষ্টি হ'ল; কোঁৱৰসকলৰ অন্যায়ভাৱে নিৰ্বাসন দণ্ড হ'ল; পূৰ্বৰ গোসাঁই-প্ৰভুৰ অপমানত মায়ামৰীয়া মটক মৰাণৰ প্ৰাপ্য বিদ্ৰোহৰ জুই জ্বলি উঠিল। গুপ্তভাৱে আহোমৰ বিপক্ষে ষড়যন্ত্ৰ চলিল, নিৰ্বাসিত কোঁৱৰ দুৰ্ভগীয়া মোহনমালা গোহাঁইদেৱে সিংহাসনৰ পৰা বঞ্চিত হৈ সেই মটক-মৰাণৰ ষড়যন্ত্ৰৰ জুইত নিজেই ধৰি এডাল দিলে।

এনে সঙ্কটময় অৱস্থাত ১৬৯১ শকৰ জেঠ মাহৰ একৈচ্ দিন যোৱাত ৰাজেশ্বৰ সিংহৰ ভায়েক কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ শত্ৰুৱেক কালশিলীয়া নামৰূপীয়া গোহাঁইদেৱ চুন্যেউফাক—লেচেঙিয়াল বৰপাত্ৰ গোসাঁই, আৰু বৰ-তিয়ালৰ ধৰত গেন্ধেলা কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই দিহিঙীয়া ধৰৰ ঢোলপেটা নাওবৈচা ফুকন, দুৱৰাৰ ধৰৰ ৰঙ্গৰঙ্গীয়া ভিতৰুৱাল ফুকন, পুথাও ডেকাফুকন, ৰূপসন্দিকৈৰ ধৰৰ দিহিঙীয়া ফুকন, মাদুৰিয়ালৰ ধৰৰ বলিয়া ন-ফুকন, বৰতিয়ালৰ ধৰৰ ৰাজ-নেওগ এই পাত্ৰ-মন্ত্ৰী সকলে সমালোচনা কৰি দেৰৰ গাওঁৰ বাহৰতে লক্ষ্মীসিংহ নাম দি ৰজা পাতিলে।

## ন-গোহাঁই

দৰাচলতে লক্ষ্মীসিংহক ৰজা পাতিবলৈ ডাঙৰীয়া-সকলৰ ইচ্ছা নাছিল। কিছুমানে নামৰূপৰ পৰা আনি

মোহনমালা গোহাঁইদেৱক আৰু কিছুমানে ৰাজেশ্বৰ সিংহৰ মাজুপুতেক চাৰিঙীয়া মেল খোৱা মাজুজনা গোহাঁইদেৱকহে ৰজা পাতিবলৈ আলচি আছিল। সেই স্বেচ্ছাচাৰী কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ চক্ৰান্তত আৰু বল-প্ৰয়োগত তেওঁৰ শহুৰেক লক্ষ্মীসিংহইহে ৰজা হ'ব পাৰিলে। কাৰণ ৰাজেশ্বৰ সিংহৰ মৃত্যুৰ সময়ত লক্ষ্মী-সিংহ বৰখোলাত আছিল। বৰবৰুৱাই লক্ষ্মী সিংহক কটকীক পঠাই তত্তালিকে মতাই অনালে। লক্ষ্মী-সিংহ আহিল। সকলোৱে মিলি বৰবৰুৱাৰ নিৰ্দেশমতে তেওঁক আহোমৰ শূন্য ৰাজপাটত বহুৱালে। লক্ষ্মী-সিংহৰ জন্ম-বৃত্তান্ত লৈ বহুতৰ সন্দেহ আছিল কাৰণে বিশেষকৈ এই জন্ম-ৰহস্য লৈ পাত্ৰ-মন্ত্ৰীসকলে লক্ষ্মী-সিংহক ৰজা পাতিবলৈ আপত্তি কৰিছিল। যেতিয়া ৰুদ্ৰসিংহই তেওঁৰ কৰতোৱা নৈলৈকে বহল অসম বঢ়াবলৈ আয়োজন কৰি আছিল, আৰু সেই সময়তে ১৬৩৬ শকৰ ভাদ মাহৰ তেৰ তাৰিখে কৃষ্ণা দ্বিতীয়া দেওবাৰে এপৰ বেলা থাকোঁতেই ৰুদ্ৰসিংহ স্বৰ্গী হৈছিল; তেতিয়া তেওঁৰ আন এগৰাকী কুঁৱৰী সন্দিকৈৰ বৰফুকনৰ আন এজনী জীয়েক * সৰুমাহী কুঁৱৰীৰ গৰ্ভ-সঞ্চাৰ হৈছিল, তদুপৰি লক্ষ্মীসিংহৰ চেহেৰা-পাতি-গঠনত আৰু বৰণত ৰুদ্ৰসিংহৰ লগত তেনেই অমিল আছিল। সেইকাৰণে ককায়েকহঁতৰ আৰু ডা-ডাঙৰীয়াসকলৰ পৰা অনাদৰ পাই লক্ষ্মীসিংহই সৰুৰে পৰা ৰামানন্দ ভট্টাচাৰ্য্য নামে এজন অধ্যাপকৰ যত্নত ডাঙৰ-দীঘল হৈছিল।

## ন-গোঁসাই

যেতিয়া তেওঁৰ ৰহস্যমূলক জন্ম-বৃত্তান্তত সন্দেহ-থকাত পৰ্বতীয়া গোসাঁই নাইবা সেই বংশৰে ৰাজগুৰু নাতি গোসাঁয়ে তেওঁক শৰণ নিদিলে, তেতিয়া লক্ষ্মীসিংহই এই ৰামানন্দ ভট্টাচাৰ্য্য অধ্যাপককে নতুনকৈ ৰাজগুৰু পাতি ন-গোসাঁই নাম দি তেওঁৰ শিষ্য হ'ল। এনে অন্যায়ভাৱে লক্ষ্মীসিংহক আহোম ৰাজসিংহাসনত বহোৱাত প্ৰবল-প্ৰতাপী কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ কাণত আপত্তি বা ব্যাঘাত জন্মাবলৈ কোনো ডাঙৰীয়াৰে সাহ নহ'ল। অনিচ্ছাসত্ত্বেও সকলোৱে ভয়তে কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ কামত বা মতত হয়ভৰ দিলে। কিন্তু বিদ্ৰোহৰ জুই তলে তলে জলিবলৈ ধৰিলে।

অতপৰে জোঁৱায়েক কীৰ্ত্তিচন্দ্ৰ গোহ্বেলা বৰবৰুৱাৰ নিৰ্দেশমতে শহুৰেক লক্ষ্মীসিংহই আদেশ দিলে বোলে,—"তিপামৰ ৰজা আৰু হওক।" ৰজাৰ আজ্ঞা পাই চাৰিঙৰ আৰু তিপামৰ মেল খোৱা ৰাজেশ্বৰ সিংহৰ দুয়োজন পুতেক মাজুজনা গোহাঁইদেৱ আৰু সৰুজনা গোহাঁইদেৱক সপৰিয়ালে নামৰূপলৈ খেদি নি সেই নামৰূপতে হত্যা কৰিবলৈ দিহা বিহা হ'ল। কিন্তু তাতে তেওঁলোকক প্ৰাণে নামাৰি এনিহে দিয়া হ'ল। পাটকোঁৱৰক বৰখোলাত থোৱা হ'ল। আৰু প্ৰমত্ত-সিংহক পুতেক এজনক তিপামৰ মেল দি ৰজাৰ লগতে ৰখা হ'ল। পাচে লক্ষ্মীসিংহই পাত্ৰ-মন্ত্ৰী সমান্বিতে উজাই গৈ ৰংপুৰতে ৰ'ল।

সিফালে ৰাজেশ্বৰ সিংহৰ এইজন পুতেক মাজুজনা আৰু সৰুজনা গোহাঁইদেৱে সপৰিয়ালে নামৰূপতে তেওঁ-লোকৰ বৰদেউতাক মোহনমালাৰ লগ ল'লে। মোহন-মালাইও পৰিয়ালৰ সৈতে এই দুজন ভতিজাকক আদৰি আশ্ৰয় দিলে। ভতিজাকহঁতৰ এনে আলৈ-বিলৈ দেখি তেওঁৰ অন্তৰত জ্বলা বিদ্ৰোহ জুইত ঘিউ পৰিল, অগনি বেচিকৈয়ে জ্বলিল। লাহে লাহে এই লক্ষ্মীসিংহই সিংহাসনত আৰোহণ কৰাৰ লগে লগে বিদ্ৰোহৰ জুই ক্ৰমান্বয়ে ভীষণ হ'ল। সেই জুইয়ে পাছত আহোম ৰাজ্য ছাৰখাৰ কৰিলে।

লক্ষ্মীসিংহ যেতিয়া ৰাজপাটত বহিছিল, তেতিয়া তেওঁৰ বয়স * পাচপাৰনু (৫৫) বছৰ আছিল। এনে

* সন্দিকৈৰ বৰফুকনৰ ঝি বৰকুঁৱৰী তেওঁৰে ভনীয়েক, সৰু মাহীকুঁৱৰী, তেওঁৰে ভনীয়েকৰ পুতেক কালশিলা গোহাঁঞি।

—আহোম বংশাৱলী—

* গেইট চাহাবৰ মতে তেপাৰন (৫৩ বছৰহে) —Laksmi Singh was already fifty three years of age when he became King" তেও যেতিয়া ৰজা হ'ল, তেতিয়া লক্ষীসিংহৰ বয়স ৫৩ বছৰ হলেই।'

ভাটি বয়সত ৰাজকাৰ্য্য চলাবলৈ এলাহ লগাত যিজনে তেওঁক সিংহাসনত বহুৱাইছিল, যিজন তেওঁক অতি প্ৰিয়তম আৰু বিশ্বাসৰ পাত্ৰ জোঁৱায়েক আছিল, সেই বকতিয়ালৰ কীৰ্ত্তিচন্দ্ৰ গেন্ধেলা বৰবৰুৱাক তেওঁ ৰাজ-কাৰ্য্যৰ ভাৰ দিলে। ৰাজ্যভাৰ পাই ক্ষমতাশালী বৰ-বৰুৱাৰ ক্ষমতা আৰু বেছিকৈহে অপৰিমিতকৈ বাঢ়িল। তেওঁৰ স্বেচ্ছাচাৰিতাৰ মাত্ৰাও চৰিল। অলপ কথাতে তেওঁ খুত ধৰি মানুহৰ ওপৰত নানান প্ৰকাৰে অত্যাচাৰ নিৰ্য্যাতন, কৰিবলৈ ধৰিলে। তেওঁ দৰাচলতে উঠিৰজা হ'ল আৰু লক্ষ্মীসিংহ বহিৰজা হ'ল। তেতিয়াৰ পৰা প্ৰমত্ত সিংহ আৰু ৰাজেশ্বৰ সিংহৰ শাসন কালত শান্তিৰে থকা প্ৰজাসকলৰ অশান্তিৰ দিন আহিল।

## মায়ামৰীয়া বিদ্ৰোহ

দেৱৰ গাৱঁৰ বাহৰতে ৰজা হৈ লক্ষ্মীসিংহই পাত্ৰ-মন্ত্ৰী সমন্বিতে নৌ-বাহিনী লৈ লুইতেদি উজাই আহোমৰ ৰাজধানী ৰংপুৰ বুলি যাত্ৰা কৰিলে। এখন গাঁওত ৰজাই নিজেই কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাক লগত লৈ লিগিৰা-লিকচৌ সৈতে গ'ল। বাটতে লুইতৰ পাৰতে শিঙৰীয়াজানৰ অলপ উজানত ন-কৈ পতা মায়া-মৰীয়া নৱ-পাম খুটীয়া পোতা সত্ৰ পালে। নাওবোৰ পাৰত চাপিল। ন-ৰজা অহা গম পাই সত্ৰাধিকাৰ অষ্টভূজদেৱ মূৰ্ত্তিয়ে শিষ্য ভকত মহন্তসকলক লগত লৈ ৰাজদৰ্শন কৰিবলৈ গ'ল। ৰজাক সিধা-পাতি দি প্ৰভুয়ে সাদৰ-সম্ভাষণ কৰিলে, আৰু নমস্কাৰ দি ৰজাক আশীৰ্বাদ-নিৰ্মালি দিলে। কিন্তু ৰজাৰ লগত থকা কীৰ্ত্তিচন্দ্ৰক প্ৰভুয়ে সাদৰ সম্ভাষণ নজনালে। সেয়ে দোষ। এনে অপমানত অপমানিত হৈ খঙত জলি-পকি কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা উঠিৰজাই অষ্টভূজ প্ৰভুক পাৰে মানে নানা ৰকমে গালি-শপনি পাৰিলে। বহিৰজা গ'ল, কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা উঠি ৰজাও লগতে চলিলে আৰু নানান লিগিৰা-লিকচৌ সৈন্য-সামন্ত সমন্বিতে ডা-ডাঙৰীয়া সকলেও উজালে। ৰজাৰ নৌ-বাহিনী অদৃশ্য হ'ল। এজন খেলি মাউতৰ নাতিয়েক ৰজাৰ ডাঙৰ বিষয়া কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই অধিকাৰ প্ৰভুক এনে অপমান কৰাত মায়ামৰীয়া মটক মৰাণ শিষ্য-ভকতসকল খঙত জলি-পকি উঠিল। পিচে শান্তমূৰ্ত্তি অষ্টভূজ প্ৰভুৰ নিৰ্দেশমতে সেই বিপ্লৱৰ অগ্নি শান্ত হ'ল। কিন্তু প্ৰভুৰ পুত্ৰ অষ্টভূজ গাগিনী ডেকাৰ ক্ৰোধ আৰু সম্বৰণ নহ'ল। পিতৃৰ অপমানত উগ্ৰ কৰাল মূৰ্ত্তি ধৰি গাগিনী ডেকাৰ যৌৱনৰ তেজ তপত হ'ল। পিতৃৰ নিষেধ বাক্য তেওঁ নুশুনিলে। অসম জুৰি বিদ্ৰোহৰ জুই জলাবলৈ সেই খুটীয়া পোতা নৱপাম সত্ৰ এৰি তেওঁ বিপ্লৱৰ অগ্নি-যজ্ঞ পাতিবলৈ ওলাল আৰু লক্ষ্মীসিংহই উঠিৰজা সক-লোৰে সৈতে উজাই দিখৌ নদীয়েদি গৈ সেই সেই অগ্নিযজ্ঞৰ শিখানলত পতঙ্গৰ দৰে জাঁপ দি মৰিবলৈ ৰংপুৰৰ ৰংঘৰ পালেগৈ। ৰজা কাৰেংত উঠিল ; আৰু বৰবৰুৱাই বৰদুৱাৰৰ মুখৰ ৰঙনাথ ঘৰত ৰ'ল।

ইফালে অষ্টভূজ প্ৰভুদেৱেও বৰবৰুৱাৰ গালি খাই অপমান বোধ কৰিলে। পিতৃদেৱৰ এনে অপমানত তেওঁৰ পুতেক বনগাঁ গাগিনী ডেকা সপ্তভূজ খঙত জলি পকি আছিল। আন আন ভকতসকলেও গুৰুজনাৰ অপমানত মৰ্মান্তিক বেজাৰ পালে। অষ্টভূজদেৱে চিন্তা কৰি ভাবিলে—"গো-ব্ৰাহ্মণক হিংসা কৰি যেনেকৈ কংসৰ সবান্ধৱে ধ্বংস হ'ল, তেনেকৈ আহোম ৰজাৰও তেওঁৰ ৰাজ্যত এনে নিৰ্য্যাতন, অত্যাচাৰ আৰু অবিচাৰ হোৱাত দণ্ডপাট নষ্ট হ'ব। যেনেকৈ দিনে দিনে সন্ত-মহন্তসকলৰ ওপৰত অত্যাচাৰ আৰম্ভ হ'বলৈ ধৰিছে জানোচা মায়ামৰীয়া সত্ৰৰ কোনো চিন-চাব নাথাকেই। গতিকে কিবা এটা চিহ্ন থৈ মৃত্যুকো আকোঁৱালি ল'ব লাগিব। যেনেকৈ ৰুক্মিণী আইৰ মন্দিৰ আজিও জিলিকি আছে, তেনেকৈ মায়ামৰীয়া কীৰ্ত্তন-ভেটিৰও এটা জাতি-যুগীয়া কীৰিতি থাপন কৰিব লাগিব।" এইদৰে চিন্তা কৰি তেওঁ আন আন গাগিনী ডেকা প্ৰমুখ্যে ভকতকেইজনৰ লগত আলোচনা কৰি কলে বোলে—"যেনেকৈ ৰাজ্যত অনাচাৰ অবিচাৰ হ'বলৈ ধৰিছে, নিশ্চয় এই ৰাজ্য আৰু নাথাকে। উলুৰ লগত

ৰগৰীও সৰিব। নিৰীহ মায়ামৰীয়া ভকত সকলেও যে ৰক্ষা পাব এনে নহয়। সিহঁতৰও ধ্বংস হ'ব। গতিকে চিনছাব নোহোৱাকৈ ধ্বংস হোৱাতকৈ জগতত এটা কীৰ্ত্তি খ্যাতি ৰাখি ধ্বংস হোৱাই ভাল। সেই কাৰণে এখন বৰ ডাঙৰ কীৰ্ত্তন ঘৰ সাজিবলৈ বাসনা হৈছে। সেই কীৰ্ত্তন ঘৰৰ থাপনা কোবোকনিৰ উত্তৰৰ মালৌ-পথাৰতে পতা হ'ব। এইয়েই ঈশ্বৰৰ ইচ্ছা। এতিয়া সকলো ভকতসকলৰ ওপৰতে ভৰসা।"—এই বুলি কৈ ঈশ্বৰে ভকত শিষ্য সকলক এটা থান চাবলৈ পাচিলে। শদিয়াৰপৰা মানাহ নৈলৈকে সকলো মায়ামৰীয়া শিষ্যকে জাননী দিয়া হ'ল। গুৰুজনাৰ আদেশ পালন কৰিবলৈ ওলাল। মালৌ পথাৰৰ যিখিনি ঠাইত ভেটি তুলিবলৈ মন কৰা হৈছিল—সেই ঠাই চোৱা হ'ল বাৰিষাৰ পানীৰে ভৰপূৰ। জোখা হ'ল চৌবিচ হাত দহ। এইদৰে যো-জা কৰোঁতে আৰু শদিয়াৰ পৰা মানাহলৈকে মায়ামৰীয়া শিষ্যসকলে খুটীয়া পোতা সত্ৰ পাওঁতে বৰ্ষা গৈ শৰত আহিল। বাৰিষাৰ পানী শুকাল। জীৱনাথ অষ্টভূজ মূৰ্ত্তিৰ নিৰ্দেশমতে সেই সত্ৰজুৰি প্ৰায় আঠলাখ শিষ্য আহি একত্ৰিত হৈ গোট খালে। পাছত গোসাঁই ঈশ্বৰে ভক্তগণ লৈ সেই মালৌ পথাৰতে কীৰ্ত্তনঘৰৰ ভেঁটি তুলিবলৈ ওলাল। পূজা-পাতল থকাৰ ঢোল-তাল-মৃদং বাজি উঠিল। লগে লগে গায়ন-বায়ন আৰু ভকতসকলৰ হৰিনাম কীৰ্ত্তন আৰম্ভ হ'ল। ভক্ত শিৰোমণি অষ্টভূজ প্ৰভুৰ ৰৰাৰ পদ্ম-মুখত ৰাম-কৃষ্ণৰ বাণী উচ্চাৰণ কৰি একদল মাটি তুলিলে। লগে লগে শংখ, ঘণ্টা, কাঁহ বাজি উঠিল, মঙ্গল উৰুলি জোঁকাৰি উঠিল। এইদৰে গাগিনী ডেকাইও হৰিনাম বখানি এচপৰা মাটি তুলিলে। এইদৰে সেই অষ্ট-লাখ মায়ামৰীয়া ভকত প্ৰতিজনে হৰিনাম উচ্চাৰণ কৰি এচাব, একোৰ, এচপৰা মাটি দি কীৰ্ত্তন ঘৰৰ ভেটি তুলিলে। কীৰ্ত্তন ঘৰৰ ভেটিয়েই প্ৰায় ষাঠি-হাত ওখ হ'ল আৰু যি ঠাইৰ পৰা মাটি অনা হৈছিল সেই ঠাইত দুটা প্ৰকাণ্ড সৰোবৰ হ'ল। এই ষাঠি হাত ওখ, ত্ৰিচ-নল দীঘল আৰু পথালিয়ে দহ নলৰ ভেটি মলিগিৰি পৰ্ব্বতৰ দৰে প্ৰকাশিত হ'ল।

# ভেটি

ভেটি চাই অষ্টভূজ প্ৰভুৰ আনন্দ হ'ল। এনেতে আহোম ৰজাৰ ফুকন এজনে এদল মাটি দি ভেটি আকৌ তুলিলে। সেই ষাঠিহাত ভেটি সাত হাত উঠিল। তেতিয়া প্ৰভুৱে নাম নোহোৱা লোকৰ মাটি কাটি গুচালে। সেই কাৰণে সেই ভেটি খলা-বমা হ'ল। পাছে এইদৰে বৰ খুটা পোতা হ'ল। শিষ্য ভকতসকলৰ প্ৰতিজনে নাম-মুৰে খেৰ একোটা, নাম মুৰে বেত-সূত এডাল, নাম মুৰে কামি এটা এই নিচিনাকৈ সেই খুটি পোতাত মালৌ পথাৰত বৰ ভেটি বান্ধি এটা প্ৰকাণ্ড কীৰ্ত্তন ঘৰ সাজিলে। অতীজতে অগস্ত্য মুনি প্ৰভৃতি ঋষি-মুনিসকলেও এনে মহা দিব্য ভেটি কৰা নাছিল। এইদৰে মায়মৰীয়া পক্ষৰ জনশক্তিৰ পৰীক্ষা হ'ল। মায়ামৰীয়াৰ জনশক্তিৰ গম পাই আহোম ৰজাক গুচাই মায়ামৰীয়া ভকত সকলে এজনক ৰজা পাতিবলৈ আলচিলে।

কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ অভয় ভৰালীৰ পুতেক অম্বৰীষে আৰু লক্ষ্মীসিংহৰ দুই চাৰিজন পাচনি খটা লিগিৰাইও সেই খুটীয়াপোতা সত্ৰলৈ গৈ গুপুতে গুৰুজনক কলে যে গুৰুজনে ৰাধৰক কলে, আৰু ৰাধৰ-গঞা পাণি মৰাণে অষ্টভূজ প্ৰভুৰ পৰা বীজ-মন্ত্ৰ লৈ শদিয়ালৈ বুলি যাত্ৰা কৰিলে আৰু সপ্তভূজ বনগঞা গাগিনী ডেকাই হিয়াত দাহিকা শক্তি লৈ খাণ্ডব-দাহ জলাবলৈ শিষ্য-ভকত সকলক পৰিচালনা কৰি নামৰূপলৈ গ'ল।*

---

* এই বৰ ভেটি তোলাৰ বিষয়ে আৰু কালৰ সম্পৰ্কে নানা-মুনিৰ নানা মত। ডাক্তৰ ৱেডৰ মতে অষ্টভূজ নহয়, চতুৰ্ভুজেহে বৰভেটি বান্ধিছিল। Sotoorbuj (High Priest) of the Moamarias had assembled his people to erect a namghur at Kho teaputee, মোৱামৰীয়াৰ বৰ মহন্ত চতুৰ্ভুজে খুটা পোটাত নামঘৰ সাজিবলৈ মানুহ গোটালে।

শ্ৰীযুত পদ্মনাথ গোহাঞি বৰুৱাদেৱে লিখিছে,—"মোৱামৰীয়া মহন্তই মালৌ পথাৰত আৰু নেঘেৰিটিঙৰ

ডা-ডাঙৰীয়া—বৰবৰুৱা, বৰফুকন-ফুকন সমন্বিতে লক্ষ্মীসিংহ ৰজা ৰংপুৰ পালে। হাতীত তুলি—আৰোৱান দি ৰজাক অনা হ'ল। ধুনীয়া ডেকা নাহৰ খোৱাই হাতী চলাই গ'ল। জেঠমহীয়া ৰদৰ পোহৰ তেওঁৰ মুখত পৰিল। নাহৰ খোৱাৰ দীঘল চুলি বতাহত উৰি চউ খেলিলে। নাহৰ ফুলৰ নিচিনা তেওঁৰ গুৰনী মুখ সোলেঙৰ দৰে ৰঙচুৱা হ'ল। শোভাযাত্ৰাৰ মাজত খোৱা সকলোতকৈ আগত থাকি জাকত-জিলিকা হ'ল। চাওতাসবৰ নয়ন জুৰাই গ'ল। ৰামানন্দৰ ৰূপৰ কথা সবাৰ মুখত ৰল। কাণ বাগৰি লিগিৰীহঁতৰ কাণ-কুহৰত পৰিলে। তাইহঁতৰ মুখে মুখে নাহৰৰ কথা চলিল। সেই কথা অৱশেষত কুঁৱৰী টোল পালে। কুঁৱৰীহঁতে খিৰিকীয়েদি জুমি জুমি চালে। ফুলত বাৰী মগলু-জীয়ৰী, কুঁৱৰী কুৰঙ্গনয়নী গাভৰুৱেও খিৰিকীয়েদি ডিঙ্গি উলিয়াই নয়ন জুৰাই নাহৰ খোৱাক চালে। চাই চাই তেও আপোন পাহৰি গ'ল।

শোভাযাত্ৰা কাৰেঙৰ মুখত ৰল। কীৰ্ত্তিচন্দ্ৰই ওপৰৰ ফালে চালে। খিৰিকীবোৰত বৰবৰুৱাৰ শেন দৃষ্টি কাঁড়ৰ নিচিনা বিন্ধিলে। আত্মহাৰা ধৰম জীয়েকক ৰ-লাগি চাই থকাত তেওঁৰ টিঙিচকৈ খং উঠিল। সেই খং অগনিৰ ফিৰিঙতি নাহৰৰ শিৰত পৰিলে নাহৰ-খোৱাৰ মোমায়েক ৰাঘৱ মৰাণৰ মূৰত জ্বলিল, মটক মৰাণৰ বিদ্ৰোহ-ভাটিত অগণি জ্বলাই দিলে। হিলৈ কেইজাই ফুটিল। কুৰঙ্গনয়নীয়ে উচপ খাই উঠিল। নাহৰ খোৱাৰ হিয়া আমঠু কঁপিল।

এদিন সেই শকতে ৰজাৰ কাৰেঙত সাত নাও খৰি শোধাবলৈ ৰাঘৱ মৰাণৰ গাত ভাৰ পৰিল। হাবিত খৰি কটাই ৰাঘৱে সাত নাও খৰি গোটাই দিখৌ নৈয়েদি ৰংপুৰ ওলাল। মানুহ লগাই সেই সাত নাও খৰি ভাৰ

সকলো শিষ্য সামন্ত গোটাই লৈ স্বাধীনভাৱে সত্ৰ পাতিবৰ অৰ্থে ৰৰভেটী বন্ধায় আৰু তাতে এটা ভয়ঙ্কৰ বিদ্ৰোহৰ কাৰণে সিবিলাকে সকলো আয়োজন কৰি লয়। এনে সময়তে........ৰাজেশ্বৰ সিংহ স্বৰ্গী হয়। ........এওঁৰ মতে ৰাজেশ্বৰ সিংহৰ সময়তে বৰ-ভেটি বন্ধোৱা হৈছিল।

বান্ধি ৰজাৰ কাৰেঙৰ ঘৰৰ ফালে ৰাঘৱ মৰাণ গ'ল। তেতিয়া সেই বৰ দুৱাৰৰ মুখৰ ৰঙনাথ ঘৰৰ বহা চ'ৰাত কীৰ্ত্তিচন্দ্ৰ বহি আছিল। সেই বৰ দুৱাৰেদি সোমাই উঠিৰজা বৰবৰুৱাও যোৱা (কাৰণে) সন্মান নজনাই মান ভেটি নিদি ৰজাৰ ঘৰত সোধাবলৈ সেইদৰে দণ্ডে দণ্ডে সাত নাও খৰি ভাৰ বান্ধি লৈ ভাৰবাহীবোৰে সৈতে সেই ৰঙনাথ ঘৰৰ কাষেদি ৰাঘৱ মৰাণে ৰজা কাৰেঙৰ চকোৱাত সোমাল। আৰু সোধালেও। বৰবৰুৱাই ৰাঘৱ মৰাণৰ এনে ব্যৱহাৰত অপমানবোধ কৰিলে। সেই সাত নাও খৰি ৰজাৰ ঘৰত সোধাই উলটি আহিলত বৰবৰুৱাই চাওদাং লগাই ৰাঘৱ মৰাণক বাটৰ পৰা ধৰি আনি তাতে ৰাঘৱক পাৰেমানে চমতাৰে আধাধুন কোবালে। এইদৰে মাৰ খাই ৰাঘৱ ঘৰমুৱা হ'ল। তেওঁ সহ্য কৰিলে হয়,—কিন্তু হিয়াত তেও একুৰা জুই লৈ থাকিল।

সেই শকতে এদিনাখন নাহৰ খোৱাৰ গাত হাতী শোধোৱাৰ বাব পৰিল। উজনিৰ হাবিৰ পৰা ৰজাৰ হাতীচুঙৰ হাতী লৈ হাতীমূৱা মটক মৰাণ সকলে অতি কষ্টে ৰংপুৰলৈ গৈ সেই হাতী নাহৰ খোৱাত দিলে। সেই হাতী লৈ নাহৰ খোৱাই ৰজা ঘৰত সোধাবলৈ গ'ল। সেইদিনাখনও কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা সেই বৰ দুৱাৰৰ মুখত ৰঙনাথ ঘৰতে আছিল। তেওক দেখি নাহৰ মৰাণে মূৰ নোদোৱালে। তাতে কীৰ্ত্তিচন্দ্ৰই অপমান বোধ কৰিলে। ৰজাৰ ঘৰত হাতী শোধাই উলটি আহি-লত কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই তেওঁক ধৰি আনি নানান গালি-শপনি পাৰি নাহৰ মৰাণক অপমান কৰিলে আৰু তেওঁৰ সোঁফালৰ কাণখন কাটিলে। তেওঁৰ গোটেই শৰীৰ তেজেৰে ৰঙা হ'ল। সেইদৰে ঘৰলৈ গৈ ৰাঘৱক নিজৰ বাবটো দি নাহৰ খোৱা মৰাণ নেওগে ৰংপুৰ এৰি হিয়াত বিদ্ৰোহৰ বন্তীগছি জ্বলাই পলাল।

সেই বছৰতে উজনি অঞ্চলৰ পৰা ৰজাৰ হাতীচুঙৰ এটা সুন্দৰ ধুনীয়া ন-হতীয়া দঁতাল হাতী লৈ মটক-মৰাণ এদলে অতি কষ্টে ছকুৰি গাওঁত, বাৰেকুৰি থলত, ডিবুৰু গড়ত, শনগুৰিত এইদৰে নিশা বাতিলৈ হাবি-

তলীয়া বাটেদি বাটকুৰি বাই অতি কষ্টে ১৬৯২ শকৰ ভাদ মাহত ৰংপুৰ ওলাল। দোহতীয়া সকলে নাহৰ খোৱা নোহোৱাত বাঘৰ গঞা পাণি মৰাণকে সেই হাতী গতাই দিলে। এনে সুন্দৰ ন-হতীয়া দঁতাল হাতী পাই বাঘৰ গঞা পাণিৰ আনন্দতে ঠাই নোহোৱা হ'ল। এনে সুন্দৰ হাতী ৰজাৰ হাতীশালত থলে। সেই হাতী দেখি ৰজাৰ সন্তোষ হব আৰু ৰজাৰ ওচৰত মাগিলে ওখ খাপৰ বিষয়া পদবী পাম বুলি ভাবি গঞা পানিয়ে ৰঙত উতলিবলৈ ধৰিলে। সেই হাতীটোক হেঙুল-হাইতাল তেল সেন্দুৰেৰে সজাই বাঘৰ মৰাণে ৰজাৰ ঘৰত সোধাবলৈ গ'ল। ৰৰদুৱাৰৰ মুখত ৰঙ্গনাথ ঘৰত ৰহা-চ'ৰাত বহি থকা কীৰ্ত্তিচন্দ্ৰক দেখা নকৰি মান ভেটি নিদি বাঘৰ মৰাণে পোনে পোনেই গৈ কাৰেঙত ৰজা লক্ষ্মীসিংহক লগ ধৰি সেই ধুনীয়া ন-হতীয়া দঁতাল হাতীটো ৰজাত সোধালে আৰু ভেটালেগৈ, আৰু ৰজাক দণ্ডৱতে সেৱা জনাই কলে—বোলে—"সৰ্গদেৱ ঈশ্বৰ,—সৰ্গদেওৰ হাতী চুঙৰ পৰা এই সুন্দৰ ন-হতীয়া দঁতাল হাতীটো সৰ্গদেৱলৈ ভেটি দিবলৈ বন্দীৰ বাবাই অনা হৈছে। এইয়া পালে সৰ্গদেৱে ভাল পাব আৰু এনে হাতী সৰ্গদেৱৰ হাতী শালতো নাই। পিছে বন্দীৰ এটা প্ৰাৰ্থনা, সৰ্গদেৱে যদি বন্দীৰ এটা ৰজাঘৰীয়া ওখ খাপৰ বিষয়া পদবী দিয়ে, তেন্তে বন্দীৰ মঙ্গল হয়।"

ৰজাই ৰংমনেৰে সেই হাতী গ্ৰহণ কৰিলে আৰু ক'লে বোলে, "বৰবৰুৱা আহক বৰচৰাৰ মেলত কোৱা মেলা হওক তেহে। বাৰু, "বৰফুকনৰ বাব দিবলৈ চেষ্টাত থাকিম। কাইলৈ আহিলেহে সজ। তেতিয়াহে কোৱা হব।" ৰজাৰ পৰা এনে আশা পাই উৎফুল্ল হৈ বাঘৰে সেৱা জনাই বিদায় মাগি গ'ল। গঞাপাণি মৰল বাঘৰে নিশা ৰংপুৰতে থাকি সোণৰ সপোন দেখিলে।

বাঘৰ গ'লত ৰকতিয়ালৰ গেন্ধেলা বৰবৰুৱা চোৰাংচোৱাৰ মুখে সেই ৰঙ্গনাথ ঘৰৰ বহা চ'ৰাতে ৰজাৰ লগত হোৱা বাঘৰৰ কথা-বতৰা আৰু বজালে বাঘৰ হাতীবিদ্যা সকলো বৃত্তান্ত শুনি ততালিকে ৰাজ-চ'ৰালৈ গ'ল। ৰজাৰ লগ লৈ কথাৰ ছলতে ৰজাক বৰবৰুৱাই সুধিলে বোলে—"আজি বাঘৰ নামে মৰাণ এজনে ন-হতীয়া হাতী এটা সৰ্গদেৱক আনি দিলেহি বোলা শুনিলো সঁচানে?" লক্ষ্মীসিংহই কলে, বোলে "এৰা হয় কথাটো সঁচা। আজিয়েই মৰাণ এজনে শোধালেহি।"—ছল কৰি গেন্ধেলাই কলে—বোলে "পিছে মৰাণে যে ভাল হাতী বুলি সৰ্গদেৱক শোধালে ভাল নে?" —ৰজাই বুলিলে—"ভাল"। কীৰ্ত্তিচন্দ্ৰই তেতিয়া মাত লগালে, "বন্দীয়ে জনাত হাতীটো বেয়া।" ৰজাই কলে—"কিয়?" বৰবৰুৱাই কলে বোলে—"সেই হাতীটোৰ সোঁফালৰ আগঠেংটো খোৰা।" ৰজাই উত্তৰ দিলে—"মিছা। কাৰণ চ'ৰাঘৰৰ সমুখতে সি সেই হাতীটো খিয় কৰাই থৈছিলহি। নিজ চকুৰে দেখা হ'ল; হাতীটো লেঙেৰা নহয়; ভাল।" কীৰ্ত্তিচন্দ্ৰই ডাঠি কলে বোলে, "মৰাণে সৰ্গদেৱক একেবাৰে ভুৱা দিলে। সঁচাকৈয়ে হাতীটোৰ সোঁফালৰ আগ-ঠেংটো খোৰা।" —লক্ষ্মীসিংহই কলে, বোলে "বাৰু কালিলৈ সেই হাতীটো ধৰি আনি ভালকৈ পৰীক্ষা কৰা হব।" এইদৰে আলচি কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা নিজ ঘৰলৈ গ'ল আৰু দুজন ডেকাক মতাই আনি চোৰাংভাৱে সেই হাতীটোৰ সোঁফালৰ আগ-ঠেঙত লোৰ গজাল এটা মাৰি থবলৈ কলে। নিশা এই দুই ডেকাই হাতীশালত সোমাই সেই সুন্দৰ ধুনীয়া ন-হতীয়া দঁতাল হাতীৰ সোঁফালৰ আগ ঠেঙত লোৰ গঁজাল মাৰি থলে। সেই হাতী খোৰা হ'ল।

পিছদিনা পুৱা কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই ৰাজচ'ৰালৈ গৈ তাতে ৰজাৰ সৈতে দেখাদেখি হ'ল। হাতীশালৰ পৰা মৰাণে সোধোৱা সেই হাতীটোক আনিবলৈ মাউতক পঠা হ'ল। মাউতে গৈ আনিলে। সেই হাতীটো মাউতে আনি চ'ৰা ঘৰৰ দুৱাৰ মুখত থলে। পৰীক্ষা কৰা হ'ল; সঁচাকৈয়ে সেই হাতীটোৰ সোঁফালৰ আগ ঠেংটো খোৰা। গেন্ধেলাৰ কথা সঁচাই হ'ল। ৰৰ-চ'ৰাত ডা-ডাঙৰীয়া সকলে গোট খালে। ইতিমধ্যে গঞাপাণি বাঘৰ মৰাণেও বাবৰ লোভত ৰৰচ'ৰাত

সোমালে। সোধ পাছ্ নাই। লক্ষ্মীসিংহই কলে বোলে "ফাকি দি হাতী দিয়াত এই মৰাণৰ কি শাস্তি হয় আৰু বৰবৰুৱাই বা কি দণ্ড বিহে।" বাধৰ মৰাণ আচৰিত হ'ল। কীৰ্তিচন্দ্ৰ বৰবৰুৱাই কলে—'ভণ্ডামী—মৰাণক শুদা টিকাত ম'হ ছালৰ চমতাৰে পাঁচোটা কোব দিয়া হওক।" ডা-ডাঙৰীয়া সকলেও বৰবৰুৱাৰ এনে বিধানত মত দিলে। যেনে আদেশ তেনে কাম হ'ল। আজ্ঞা পাই চাওদাং বৰুৱাও আহিল। ৰজাৰ এনে বিধান পাই সেই নিৰ্দেশ মতে তিনিজন চাওদাং আহি সিহঁতে গঞাপাণিক ধৰি সেই বাধৰৰ শুদা টিকাত ম'হৰ ছালৰ চমতাৰে পাঁচোটা কোব দিলে। কোব খাই এনে শাস্তি পাই বাধৰ মৰাণে খঙত, লাজত, হিংসাত, অপমানত জ্বলি পকি উঠিল। বৰবৰুৱাৰ এনে চক্ৰান্তৰ ভুপাই বৰবৰুৱাৰ লগে লগে গোটেই আহোম ৰাজ্যৰ ওপৰত প্ৰতিশোধৰ হোৰ তুলিবলৈ তেওঁৰ হৃদয়ত প্ৰতিহিংসাত তুষানল জ্বলিল। ৰংপুৰ এৰি গঞাপানি বাধৰ মৰাণে খুটীয়াপোতাৰ সত্ৰৰ ফালে খোজ লৈ অষ্টভুজ প্ৰভুৰ সৈতে আচল কৰিবলৈ গ'ল আৰু সেই 'ৰবভেটী' ৰন্ধাত আৰু কীৰ্ত্তন ঘৰ সজাত যোগ দিলে। সেই বছৰেই ১৬৯০ শকৰ আহিনৰ পাঁচ তাৰিখে আকাশত নেজাল তৰা এটা দেখা গৈছিল। প্ৰজাবিলাকৰ ভয় হ'ল, জানোচা কিবা বিধিনিয়েই হয়। সঁচাকৈয়ে আগৰে যি অমঙ্গলৰ পাতনি দেখা গৈছিল, সেই অমঙ্গল দেখা-দেখি হ'ল। অমঙ্গলৰূপী বিপ্লৱৰ অগ্নিযজ্ঞ পাতিবলৈ মটক মৰাণ সকলে আয়োজন কৰিবলৈ যো-জা কৰিলে। পাছে অপমান পাই বাধৰ মৰাণে শিঙৰীয়া জানৰ উজানত লুইতৰ পাৰত নৱ পাম-খুটীয়া পোতা মায়ামৰীয়া সত্ৰত গৈ ওলাল। পোনে পোনেই বৰ খাটনীয়াৰ আৰু আটিকৰেৰ পুতেক সপ্তভুজ গাগিনী—বৰ ডেকাৰ সৈতে আলচি সবে মিলি গোসাঁই প্ৰভুক সাক্ষাৎ কৰিবলৈ ওলাল। লগতে সেই আগতে যোৱা বৰবৰুৱাৰ হাতত অপমান পাই কাণ কটা যোৱা নাহৰ খোৱা মৰাণজনো গ'ল।

বৰখাটনীয়াই বাধৰক কলে, বোলে,—"ঈশ্বৰে যিটি সময়ত চুৰবা চাকি লগাই ভোজনত বহিব, সেইটি সময়ত গইপানিয়ে গৈ প্ৰভুত জাননী দি কব, বোলে,—জীৱৰ জীৱ নে পৰ প্ৰয়োজনলৈ ভোজন নো কৰিছে কেলেই? নিজ ক্ষমতা লৈ নিজ প্ৰয়োজন মতেহে ভোজন কৰিব লাগে।" সেই মতে বীজ-মন্ত্ৰ লভা বাধৰে গৈ বুলিলে। অষ্টভুজে কলে, বোলে,—"গয়াপানিয়েনে?" বাধৰে কলে, "হয় প্ৰভুৰ চৰণধোৱা পানী বাধৰ গয়াপানি।" প্ৰভুৱে কলে, "সিমানখিনি বল গয়াপাণিৰ হবনে!" বাধৰে বুলিলে, "ঈশ্বৰৰ প্ৰসাদত পাবা যায়।" ঈশ্বৰে কলে, "দেখালে বাৰু।"—তেতিয়া বাধৰে একেটা ফুঁতে চুৰবা চাকিৰ চৰিচটা শলিতা শিখা নমাইছিল। এন্ধাৰ হ'ল। আশ্ৰনৰ ফল এয়ে এটা হ'ল। প্ৰভু সন্তুষ্ট হ'ল। তেৰাই কলে বোলে,—"আশ্ৰনৰ প্ৰতি পোৱা হ'ল, সজ হ'ল। পিছে শ্বৰণৰ (স্মৰণৰ বা শৰণৰ) ফল বা কেনে?"—তেতিয়া বাধৰে একে ফুঁতে চৰবা চাকি জ্বলালে। পুনৰ পোহৰ হ'ল। প্ৰভুৱে ভোজনত বহিল। ভোজনৰ শেহত উঠি তামোল খাই মোহোদি কৰি—....

সকলোৱে সেৱা জনাই অষ্টভুজত জনালে—বোলে—"ঈশ্বৰ প্ৰভু বন্দীহঁতৰ দেৱতাৰো দেৱতা। ঈশ্বৰৰ আদেশ হওক। বাৰেপতি মুলুঙৰ মাৰ-অপমান বন্দীহঁতে কিমান আৰু সহিব। ঈশ্বৰৰ আদেশ হ'লে ঈশ্বৰৰ চাঙৰ সৌ ভোতা কোৰেৰেও শদিয়াত একোৰ, ৰংপুৰত একোৰ আৰু গুৱাহাটীত একোৰ—এই তিনিটা কোব মাৰি বন্দীহঁতে সেই মুলুঙক শেষ কৰি থব।"—গোসাঁই প্ৰভুই ক'লে—বোলে—"বোপাসকল। আমাৰ হ'ল পৰি দিয়া ঘৰ। কদাচিতো মহন্ত ঘৰৰ ডেকাহঁতে অস্ত্ৰ হাতত নলয়। বাৰু, বাধৰৰ কথা মতে ভকতৰ হতুৱাই সকলো বাৰু কৰাম। আজিৰ পৰা সাতদিনৰ ভিতৰতে বৰখাটনীয়া ভকতজনে এই বাধৰক সকলো বীজ-মন্ত্ৰ শিকাই সকলো বুজাই আকৌ মোৰ ওচৰতে গটাই দিলেই সজ।"—এই কথা মতে সাতদিনৰ ভিতৰতে বাধৰক পৰিপূৰ্ণকৈ মন্ত্ৰ-বীজ দি শিকোৱা-বুজোৱা হ'ল। আতপৰে বৰ খাটনীয়া ভকতজনে সাতদিনৰ মুৰত গঞা-

পাণিক গোসাঁই প্ৰভু অষ্টভূজক সঁপি দিবলৈ ঠিৰাং কৰিলে। গোসাঁয়ে তুষ্ট হৈ সেই ৰাঘৱক চাৰিখন থুৰীয়া তামোল দিলে আৰু ক'লে, বোলে—"গঞ্জাপানি। তুমি এই থুৰীয়া তামোল লৈ, সৌ তাৰে পৰা (মণিকূট নে শিঙৰী ?) চাৰি দেৱী চাৰি-দেৱ এই আঠ দেৱতাক মাতি লগত লৈ আহা।"—চাৰিখন থুৰীয়া তামোল লৈ বীজমন্ত্ৰ গাই ৰাঘৱ মৰাণে আঠ দেৱতাক লগত লৈ আহিল। অষ্টভূজে ক'লে,—বোলে—"গঞ্জাপানি দেৱ-দেৱীসকল আহিল ?" ৰাঘৱে সেৱা জনাই ক'লে—বোলে—"হৈছে।" প্ৰভুৱে কলে—"কোন কোন ?"—ৰাঘৱে বুলিলে,—"চাজনী, ছাবুকী, (হাতুৰী) তৰালী কেঁচাইখাতী—এই চাৰিজনী দেৱী,—লেমাই, তেমাই দলুৱা, মলুৱা—এই চাৰিজন দেৱ।"—গোসাঁই সন্তুষ্ট হ'ল। পাচে প্ৰভুৱে ৰাঘৱ মৰাণক তিনিখন থুৰীয়া তামোল আৰু ৰঙা পাৰ এযোৰ দি কলে—বোলে—"গঞ্জাপাণি এই ৰঙা পাৰযোৰ আৰু থুৰীয়া তামোল তিনিখন লৈ পাই শদিয়াৰ তামৰ মায়াৰ শাললৈ লৈ যোৱা। তাতে তুমি এই মন্ত্ৰ আওৱাই আৰাধনা কৰিবা, দেওঁৰী-পূজাৰীহঁতৰ সহায় লৈ তাতে থুৰীয়া তামোল তিনিখন দিবা ; পাৰযোৰ বলি দিবা। তেতিয়া পূৰ-ফালৰপৰা তিনিখন ৰথ আহিব। এখন সোণৰ, এখন ৰূপৰ আৰু আনখন কাঁহৰ ৰথ। পাছত চাৰিটা ঘোঁৰাৰে কাঠৰ ৰথ এখন আহিব। তুমি কাঠৰ ৰথখনতেই উঠি আহিবা। যোৱা, সসাগৰা পৃথিৱী জিনি আহাঁ। একবাক্যে ক'লো।" অষ্টভূজৰ বাক্য পাই ৰাঘৱে উজাই গ'ল। ভাদমাহৰ পূৰ্ণিমা দিনা চোকা ৰদত যাওঁতে গঞ্জাপানিৰ চাৰি-পাঁচদিন লাগিল। বাটতে তেওঁৰ পানী-পিয়াহ লাগিল। সাপজান নৈৰ কাষতে এখন গাৱঁত নেদেখি নিৰাকাৰ নামে অষ্টভূজ প্ৰভুৰ ৰবজীয়েক এগৰাকী পৰিছিল। আহুখেতিৰ ভুঁইত তেওঁ আহুধান দাই আছিল। দুয়োৰে দেখা হ'ল। তেওঁক কৈ তেওঁৰ লগতে পিয়াহত তত নাপাই তেওঁৰ ঘৰতে পানী পিবলৈ ৰাঘৱ মৰাণ সোমাল। ৰাঘৱক পিয়াহত কাতৰ হোৱা দেখি প্ৰভুৰ ৰব জীয়েকৰ দয়া উপজিল। পাছে ৰাঘৱৰ চিনাকি পাই তেওঁৰ চাঙৰ-পৰা পল এটা নমাই আনি গঞ্জাপানিক দি ক'লে—বোলে—"গঞ্জাপানি আমাৰেহে। পিছে তেওঁ এৰে পিয়াহত কাতৰ। এই পলটো লৈ সৌ সাপজান নৈলৈ গৈ তাৰে এপল পানী যদি তেও আনিলেহেঁতেন, বৰ সজ হলহেঁতেন।" সেইমতে নেদেখি নিৰাকাৰ দেৱীৰ নিৰ্দেশ পাই ৰাঘৱে সেই পলটো হাতত লৈ সাপজান নৈলৈ গৈ তাৰ পৰা এপল পানী ভৰাই আনি সেই দেৱীৰ সমুখত থিয় হ'ল। তেতিয়া দেৱী গোসাঁনীয়ে কলে,—বোলে—"পানী পল ভৰাই অনা হ'ল, সজ হ'ল। পিছে মোৰ পিতৃদেৱৰ শিষ্যই যদি সেই পানী হেপাঁহ পলুৱাই পি খায় তেন্তে আৰু সজ হয়।" দেৱী ভাৰুকীৰ এনে কথা শুনি ৰাঘৱ মৰাণে সেই পলটোৰ পৰা একোঁৰ-লতকৈ বেছি পানী খাব নোৱাৰিলে। পুনৰ ঘপথাই অষ্টভূজ প্ৰভুৰ আত্মজা দেৱী নেদেখি নিৰাকাৰে ক'লে—বোলে—"ক'তা ? নিৰপ্পনে এপল পানীকে পি শেষ কৰিব নোৱাৰিলেচোঁ। তেনেস্থলত গঞ্জাপানি নেওগে সসাগৰা পৃথিৱীখন জিনিবলৈ খোজে কোন সাহসত। মিছাকৈয়ে তেখেত লাজত পৰিবলৈ খোজে কিয় ? মুলুঙৰ সৈতে যুঁজ যেন তেখেতে নকৰে। মোৰ বোধেৰে নিৰাকাৰে ঘৰলৈ উভতি যোৱাই সজ।" এগৰাকী তিৰোতাৰ মুখত এনে নিৰুৎসাহী বাণী শুনি গঞ্জাপানি মৰাণ ৰাঘৱে লাজেই পালে, এনে নহয় ; হতাশও হ'ল আৰু তেওঁৰ মনত সন্দেহ উপজিল জানোচা প্ৰভুৰ বীজমন্ত্ৰৰ গুণ ফল নফলেই। তথাপি সেই বীজ-মন্ত্ৰৰ গুণ পৰীক্ষা কৰিবলৈ তেওঁ সেই সাপজান নৈৰ* উজনিত এটা ডাঙৰ কোঠ মাৰিবৰ মনেৰে সেই বীজমন্ত্ৰ উচচাৰণ কৰিব ধৰিলে। ৰাঘৱে মন্ত্ৰ উচচাৰণ কৰা মাত্ৰকে

* ৰাঘৱে থকা গাঁওকে "ৰজাবাৰী" গাঁও বোলে। তাৰ ওচৰতে গইপানী কোঠ নামে ৰাঘৱে মৰা কোঠ আজিও আছে।

বৰ্ত্তমান তিনিচুকীয়াৰ পুবে হাপ্‌জান নৈ। সেই নৈৰ উজনিত হলে বৰ্ত্তমান বেল আলিৰ উত্তৰে।

হেজাৰ হেজাৰ দেৱসকল আহি তেওঁৰ সমুখত উপস্থিত হ'ল আৰু তেওঁৰ আদেশ মতে তৎক্ষণাৎ এটা ভীষণ ডাঙৰ কোঠ সেই দেৱসকলৰ দ্বাৰা নিৰ্মাণ কৰা হ'ল। সেই গড়ৰ ভিতৰতে যেতিয়া জন-বলৰ কাৰণে ৰাঘৱে সেই বীজমন্ত্ৰ হৃদিস্থানত স্থাপন কৰি যোগ-ধ্যানত ৰত হ'ল, তেতিয়া সেই গড়ৰ ভিতৰত লাখ বিলাখ মানুহেৰে ভৰপূৰ হ'ল, আৰু সেই মানুহ বিলাকৰ গাত দেও লম্ভাত সিহঁতে ৰৰতীয়া উঠি জঁকি নাচিবলৈ ধৰিলে। সিবিলাকেৰে ভৰি গড়-কোঁঠ নধৰা হ'ল।

সেই শকতে লক্ষ্মীসিংহৰ আদেশ মতে বৰবৰুৱা কীৰ্ত্তিচন্দ্ৰই উজান অঞ্চলৰ হাবিৰ পৰা বৰচাক কৰিবলৈ মানুহ পাচিলে। সেই মানুহবোৰে বৰচাক কাটিবলৈ সেই সাপজান নৈৰ ওচৰৰ হাবি পালেগৈ। তাতে ৰাঘৱ মৰাণৰ এনে যোগ ধ্যানৰ কথা আৰু ৰৰতীয়া উঠা মানুহবিলাকৰ অলৌকিক কীৰ্ত্তি কাহিনী সিহঁতে শুনিলে। সেই বৰচাক কাটিবলৈ যোৱা মানুহবিলাকে এনে নোহোৱা নোপোজা কাণুৰ কথা শুনি ভয়ত পলাই ৰংপুৰ নগৰ পালে। নগৰ পাই বৰবৰুৱাক জনালে—বোলে "ডাঙৰীয়া। উজানৰ হাতী চুঙী মৰাণে অৰীতিয়ামতে প্ৰৱৰ্ত্তি ধৰ্জা ৰবৰুৱা পাতি গুণৰ যো-জা কৰিছে। এনেতে আমাৰ দ্বাৰাই আৰু তাত বৰচাক কটা নহ'ল। বৰবৰুৱাই আমাক কাটকেই বা মাৰকেই আমি আৰু নোৱাৰিছোঁ।" বৰবৰুৱাৰ চিন্তা হ'ল— এই সময়তে বৰবৰুৱাৰ টেকেলা মন-চোকাইও আহি বৰবৰুৱাক গোচৰ দিলে,—বোলে,"হয় বৰবৰুৱাৰ ভাগৰ হাতীচুঙীয়ে আৰু ফুকনৰ ভাগৰ হাতীচুঙীয়ে—বিকাহাগুৰ নাট্য লীলাৰ কেৱল অথৰাই হৈ আছিল।" সেই বিপ্লৱ নাট্যৰ প্ৰথম অঙ্কৰ অগ্নিক গুন প্ৰথম দৰ্শনত আৰম্ভ হ'ল।

আহোমৰ বৰ চ'ৰাত বিশেষ সভা বহিল। তিনিজনা ডাঙৰীয়া, কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা আন আন ফুকন বৰুৱা, ৰাজখোৱা আদিৰে সৈতে লক্ষ্মীসিংহ ৰজাৰ আলোচনা হ'ল। সেই আলোচনা মতে দুৱৰা ধৰৰ হৰনাথ ভিতৰুৱাল ফুকনক আকৌ সেনাপতি পতা হ'ল। তেওঁৰ লগত মূলে-দেৱালে-তেৱালে—ছ-হেজাৰ গা-মানুহ দিয়া হ'ল। লগতে ৰাজৱাল ডিমৰু গুনিয়াল এহেজাৰ, ৰাজুৱা কুঁৱৰ দহ-শ, ৰাজুৱা কুঁৱৰ হিলৈদাৰী এহেজাৰ, ধাদুসৰ পাইক মানুহ পঞ্চাশ কুৰি, ৰকলিয়াল দু-হেজাৰ আৰু ভিতৰুৱাল চেকেৰা তলীয়া এহেজাৰ— এই আঠ হেজাৰ মানুহও মূলে-দেৱালে-তেৱালে আন আন হাজৰিকাৰে সৈতে হৰনাথ ফুকন সেনাপতিৰে সৈতে ৰণ যুঁজিবলৈ ওলাল। দোলাৰীয়া বৰা, চওডাবে বৰা, বৰবৰুৱাৰ টেকেলা, বৰা বেজ, বৰ্ত্তা কোৱা বেজবৰুৱা তেলগজ চবকীৰা বৰা আৰু আনাদৰ কলিতা বৰাকো সেনাপতিৰ সঙ্গতে পঠিওৱা হ'ল। দঁতাল হাতী আঠোটা আৰু ঘোঁৰা বাৰটাও লগত গল। এই বিশাল সৈন্যবাহিনীৰ ওপৰত সোণৰ হাতলেৰে হেমদাওেদি ৰঙা চিলা দুৱৰা ধৰৰ হৰনাথ ভিতৰুৱাল ফুকনক সেনাপতিৰ সন্মান বাব দি মটক-মৰাণৰ সৈতে ৰণ দিবলৈ ১৬৯১ শকৰ শৰত কালৰ কাতিত উজনিলৈ পঠোৱা হ'ল।

পাচে সেনাপতি ফুকনে আহোমৰ প্ৰবল বাহিনী লৈ পোনতে ডিবৰু নৈৰ দক্ষিণ পাৰত কোঁঠ মাৰি ৰ'ল। ক্ৰমানুয়ে ডিবৰু নৈৰ ওপৰেদি দলং সজা হ'ল। আহোমৰ সৈন্যবাহিনী সেই দলঙেদি পাৰ হ'ল। বৰবৰুৱাৰ টেকেলা মন-চোকাৰ বাৰীতে আৰু এটা কোঁঠ মাৰিবলৈ যা-যোগাৰ কৰা হ'ল। এনেতে মৰাণ-মটক সকলে আহি ৰাঘৱ-মৰাণৰ পৰিচালনাত ৰৰতীয়া উঠি সেই বাৰীতে আহোমক আগভেটি দি ৰণ দিলে। কথমপিহে আহোম সেনা ৰক্ষা পৰিল। তেওঁ দুই-চাৰিজন সেই ৰণতে মৰিল। কেইদিনমানৰ পাছত মটক-মৰাণসকলে হঠাতে আহি ডিবৰু নৈৰ ওপৰৰ সেই দল কাটি ভাঙিলে। তেওঁলোকে আহোম সেনাক আগৰ পাছৰ কেউফালৰ পৰা আগচি ধৰিলে। সমলিয়ায়ো আহাৰ-পাতি, চাউল-সমল লৈ যাবলৈ অক্ষম হ'ল। মানুহে খাবলৈ নাপাই লঘোণে থাকিল। ঔ, ঢেকীয়া কচু, কাকবাঁহৰ গাঁজ আদি শাক খোৱাত সেই শাক পাচলিও অন্ত পৰি শেষ হ'ল। বহুতৰ আঠু উঁথহি

ডাঙৰ হ'ল। গ্ৰহণী ৰোগত পৰি বিস্তৰ আহোম সেনা মৰিল। সেই লতা কটা ৰণৰেই পুনৰ অভিনয় হ'ল সেই ৰৰবৰুৱাৰ টেকেলা মনচোকাৰ বাৰীৰ সেই কোঠতেই আহোম সেনাৰ নানা কষ্টৰ সীমা নোহোৱা হ'ল।

ইফালে গঞা গাগিনী ডেকা সপ্তভুজে সশিষ্যে গৈ নামৰূপত থিত ললে। তাতে আহোমৰ ৰাজ-পাটৰ পৰা বঞ্চিত হোৱা ৰুদ্ৰসিংহৰ পুতেক লক্ষ্মীসিংহৰ ককায়েক মোহনমালা বাটধৰীয়া গোহাঁইদেৱ আৰু খেদা খোৱা দুজন কোঁৱৰ ৰাজেশ্বৰ সিংহৰ পুতেক মাজু আৰু সৰু জনা দুই গোহাঁই—এই তিনিজনাৰ সৈতে তেওঁৰ দেখা সাক্ষাৎ হ'ল। এই তিনিজনক খেদাখোৱা কোঁৱৰ-সকল চপাই আনি মন্ত্ৰণা কৰি গাগিনীয়ে কলে, বোলে,—"মটক মৰাণৰ লগ হলে তিনি কোঁৱৰ লাভ। আৱশ্যক হ'লে, তিনিওজনৰ এজনহে ৰজা পতা হ'ব। সৰু মৰাণৰ কিছুমানে বিষয়-বাব খাব। তদুপৰি কোঁচ খেলি মাউতৰ নাতিয়েক কতিয়ালৰ গেন্ধেলাই ৰৰবৰুৱা হৈ মায়ামৰীয়া সন্ত-মন্ত গুৰুজনক গালি পাৰি অপমান কৰিলে,—নাহৰ খোৱা ৰাঘৱ আদি মটক-মৰাণক চাওদাঙৰ হতুৱাই চমটাৰে কোবাই পিঠিৰ টিকাৰ চাল বখলীয়ালে, এনেহেন তিনিজন কোঁৱৰক ককায়েক ভতিজাক এনে-হেন নামৰূপৰ গহন হাবিত খেদি নিৰ্ব্বাসন দি নানান শাস্তি দিলে, আৰু ৰৰবৰুৱাৰ কাৰণেই এনেহেন শান্তিৰ ৰাজ্যত অশান্তিৰ কোব চৰিল। এই অত্যাচাৰী বক-তীয়ালৰ ৰৰবৰুৱাক মৰাই জানো বাৰু নহয়?"—বাট-ধৰীয়া মোহনমালাই কলে, বোলে—"বাৰু। ৰাজ্যপাট নাপালে নালাগে, ৰাজ্য নাপালে, নালাগে, কিন্তু ৰৰ-বৰুৱা গেন্ধেলাৰ মূৰ লাগেই—যোনে যেনেকৈ পাৰে কীৰ্ত্তিচন্দ্ৰ ৰৰবৰুৱাৰ মূৰ কোনোবাই আনি মোক বঁটা দিলে হাততে সৰগ পাম।"—এই দৰে সেই গাগিনী ডেকা আৰু তিনিওজনা কোঁৱৰৰ মাজত আলোচনা হ'ল। আৰু এনে কোৱা-কুইৰ লগে লগে শপত খোৱাও হ'ল। পাচত সাপজান নৈৰ কাষতে থকা ৰণত দিহা-দিহি দিয়া মটক-মৰাণৰ নেতা ৰাঘৱ মৰাণ গঞাপানিৰ সৈতে সেই বিদ্ৰোহত যোগ দিবলৈ সশিষ্যে গাগিনী ডেকা বনগঞা সপ্তভুজ, মোহনমালা বাটধৰীয়া গোহাঁই-দেৱ আৰু তেওঁৰ ভতিজাক মাজু-সৰু দুই গোহাঁই ওলাল। গাগিনী ডেকা বনগঞা সপ্তভুজ, মোহনমালা বাটধৰীয়াই এটা হাতীত উঠিল। আন এটা হাতীত খেদাখোৱা চাৰিং আৰু টিপাম ৰজা দুই গোহাঁই উঠিল। এই দৰে সশিষ্যেও কত সৈন্য আৰু তিনিজন কোঁৱৰক লৈ সপ্তভুজ সমাৰোহেৰে নামৰূপৰ পৰা যাত্ৰা কৰিলে। মটক-মৰাণ মায়ামৰীয়া বিদ্ৰোহৰ মহা অগ্নিযজ্ঞৰ বিৰাট আয়োজন হ'ল।

যথা সময়ত সকলোৱে সাপজান কোঁঠ পালে। ৰাঘৱ মৰাণে সপ্তভুজক সেৱা জনাই আকোঁৱালি ললে আৰু তিনিওজনা গোহাঁইক হৃদয়ত ঠাই দিলে। সক-লোৱে লগে-ভাগে যুঁজ কৰিবলৈ ওলাল। ঢোল, তাল, মৃদঙ্গ, কালি, পেঁপা, ডবা একেলগে বাজি উঠিল। ৰাঘৱ মৰাণৰ মটক-মৰাণ সৈন্যসকল ৰৰতীয়া উঠি নাচি-বাগি জাঁকি-পাকি তৰোৱাল লৈ যুঁজ কৰিবলৈ গ'ল। শিষ্য-ভকত সকলৰ সৈতে গাগিনী ডেকা বনগঞা অষ্টভুজৰ জ্যেষ্ঠ পুত্ৰ সপ্তভুজেও নিজৰ সাত্ত্বিক ভাব পৰিত্যাগ কৰি ৰাজসিক ভাব আৰু শাক্ত লৈ ভীষণ মূৰ্ত্তি ধৰি বীৰ-পৰাক্ৰমেৰে সাজি-কাচি হৰি-নাম মুখত লৈ যুঁজলৈ যাত্ৰা কৰিলে। আহোমৰ ৰজা লক্ষ্মী সিংহৰ ককায়েক বাটধৰীয়া গোহাঁই মোহনমালা, সেই মোহন-মালাৰ পুতেক, মোহনমালাৰ ভতিজা ৰাজেশ্বৰ সিংহৰ পুতেক—চাৰিঙৰ মেলখোৱা চাৰিং ৰজাৰ মাজুজনা গোহাঁই চাৰুসিংহ আৰু চাৰুসিংহৰেই ভায়েক তিপামৰ সৰু মেলখোৱা তিপমীয়া ৰজা সৰুজনা গোহাঁই ৰত্নেশ্বৰ এই কেইজনে হাতীত উঠি আহোম ৰাজ্যৰ বিপক্ষে বিদ্ৰোহৰ পতাকাৰ তলত গৈ আশ্ৰয় ললে। এইদৰে বিদ্ৰোহী দলৰ সকলোৱে একমত হৈ একেলগে মিলি জুলি ৰণ থলিলৈ গ'ল। বিপ্লৱী দলে এনে প্ৰচণ্ড জনশক্তি লৈ জুমে জুমে গৈ ডিবৰু নৈৰ উত্তৰে মনচোকা টেকেলাৰ বাৰীত কোঁঠ মৰা শত্ৰুপক্ষক আহোম সৈন্য বাহিনী আৰু গড়ৰ ফালে বীৰ পৰাক্ৰমেৰে আগবাঢ়িল। দুয়োফালৰ দুজন কটকী লগ হ'ল। দুয়ো ফালে সন্দেশ

গ'ল। পাচে সিফালৰ ৰঙাচিলা দুৱৰাৰ ঘৰৰ হৰনাথ ভিতৰুৱাল ফুকনৰ সৈতে ইফালে ৰাজকোঁৱৰ মোহনমালা বাটধৰীয়া গোহাঁইদেৱক দেখা হ'ল। মোহনমালা বাটধৰীয়া গোহাঁইদেৱে হৰনাথ সেনাপতিক কলে, বোলে,—"ফুকন তুমি দুৱৰাৰ ঘৰৰ, ৰঙাচিলাৰ। আজিৰ নোহোৱা, কালিৰ নোহোৱা, এদিনীয়া নোহোৱা, পুৰণি-ঘৰীয়া। তোমাৰ সপ্তম পুৰুষে আমাক সেৱা কৰি আহিছে। সেই সূত্ৰত সম্বন্ধত তুমি মিতুৰ। মইহে ৰজা হব লগা আছিল। আইন বিধানেও তাকেই কয়। ন্যায়ত মইহে আজি ৰজা। তোমাৰ ৰজাই লোকৰ কথা শুনে, বকতিয়াল বৰবৰুৱাই কূট-মন্ত্ৰণা কৰি মোৰ ভাতৃ লক্ষ্মীসিংহ সগদেৱক লগাই মোক আৰু এই কোঁৱৰহঁতক নাককপালে আনি খেদাই থলে। সেই বকতিয়াল গেন্ধেলাটোহে আমাৰ পৰম শত্ৰু। ৰজা আমাৰ শত্ৰু নহয়। ৰজা কোঁৱৰৰ শত্ৰু নহয়, ৰজা মটকৰ শত্ৰু নহয়। মায়ামৰীয়া মৰাণহঁতৰ চকুৰ কুটা নহয়; ৰজা আমাৰ মিতুৰ, মোৰ চেনেহৰ ভাই। আমাৰ পৰম শত্ৰু হৈছে, সেই বকতিয়ালৰ গেন্ধেলা কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা। এই ৰণ তাৰে সৈতে, তোমাৰ সৈতে নহয়। এই ৰণ বকতিয়ালৰ ঘৰৰ সেই গেন্ধেলা-টোক মাৰিবলৈ আলচি পতা ৰণ। কাৰো অন্যায় নহয়, ডাঙৰীয়া সকলৰ কেই ঘৰৰ, আহোম সকলৰ কেই-ঘৰৰ যাৰ যেনে পদ মৰ্যাদা আছে সেই একেই ৰূপেই ৰব। সামান্য পাইক-পাইক যেনে আছে সেই একেদৰেই থাকিব। তুমি দুৱৰাৰ ঘৰৰ মানুহ। মোক সেৱা কৰা। কাকো নাকাটো, কাকো নামাৰো—মোক মাথো ভজা কাৰণ সম্প্ৰতি মই ৰজা।" পাচে মোহনমালা গোহাঁই-দেৱৰ কথা শুনি হৰনাথ ফুকনে কলে, বোলে,—"তোমা-লোক হলা খেদা-খোৱা, আমি খেদা গোহাঁই। সম্প্ৰতি পাটত এজন ৰজা আছেই। লক্ষ্মীসিংহ স্বৰ্গদেউহে ৰজা। তোমাক আমি ৰজা লব নোৱাৰোঁ। তুমি কেনেকৈ ৰজা?" ফুকনৰ কথাত চকখাই মোহন-মালাই কলে,—বোলে—"বাৰু সেয়েই হওক। ৰণ দিবলৈ আহিছা যেতিয়া, ৰণেই বাৰু দিয়া।" গোহাঁই সকলে কলে বোলে—"ফুকন যদি পাৰা, আমাৰ গাত হিলৈ-গুলি মাৰা।"—এই বুলি সবে খেদা দিলে। হাতীবোৰে কোঠ ভাঙিলে, গড় ছিঙিলে, আৰু মানুহ বিস্তৰ মাৰিলে।

## ৰাঘৱ সিংহ

আহোমৰ পক্ষৰ সৈন্যবাহিনী প্ৰস্তুত নাছিল। এনে হঠাৎ আক্ৰমণত সিহঁত নিৰুপায় হ'ল। সিহঁতে যুঁজ কৰিবলৈ সময় নাপালে। তাতে আকৌ মটক-মৰাণৰ পক্ষৰ মানুহে আহোম পক্ষৰ সেনাপতি হৰনাথ ফুকনক বেঢ়ি ধৰিলে। আহোমৰ সেনাপতি হৰনাথ ভিতৰুৱাল ফুকন বন্দী হ'ল। বন্দী সেনাপতিকে গোহাঁইসকলে হাতীৰ পৰা নামি হাতত ধৰিলে, আৰু পৰীয়াক গতাই দিলে। লগতে বাৰ্ত্তাকোৱা টেকেলা বৰা বেজ, চাবুক-ধৰা তেলগজ আৰু কলিতাবৰা অনাদৰও বন্দী হ'ল। সিফালে সেনাপতি বন্দী হোৱা আৰু মটক-মৰাণ সকলৰ প্ৰচণ্ড প্ৰতাপ দেখি আহোমৰ সৈন্যবাহিনী পলাল। মায়ামৰীয়া সকলেও বন্দীসকলক লগত লৈ সাপজান নৈৰ কাষত মটক-মৰাণৰ কোঁঠলৈ গোহাঁই-কোঁৱৰ সকলৰ সৈতে ৰণ-জয়ৰ গৌৰৱ লৈ উভতি গ'ল। গাগিনী ৰৰডেকা সপ্তভূজৰ শ্ৰীচৰণ ৰাঘৱ-মৰাণে সেৱা কৰি আশীৰ্বাদ মাগিলে। সপ্তভূজে বৰ দিলে। বন্দী হৰনাথ ফুকনক অলপ নিলগত ঘৰ সাজি ভাল ভাল বিশ্বাসী কিছুমান ৰখীয়া পৰীয়া দি থলে। আহোম সেনাপতিক ধৰি নিয়া মানুহবোৰক মোহনমালাই নিজে লগতে ৰাখিলে। আৰু ৰাঘৱ-মৰাণৰ বিচাৰমতে সেই টেকেলা বৰা বেজক, চাবুকধৰা বৰা তেল গজক আৰু কলিতা বৰা অনাদৰক শালত দিলে। পাচত, মায়া-মৰীয়া মটক মৰাণ সকলৰ বিজয়ী সৈন্য আহোম-টোকাৰীকৈ পতা হ'ল। ইফালে গয়াপাণি ৰাঘৱ মৰাণ নেওগৰ ঘৰত মোহনমালা বাটধৰীয়া ৰাঘৱ সিংহ গোহাঁই, তেওঁৰ পুতেক ৰমাকান্ত, তেওঁৰ দুজন ভতিজাক চাৰিংৰজা চাৰুসিংহ মাজজনা

গোহাঁই আৰু তিপাম ৰজা ৰত্নেশ্বৰ সকজনা গোহাঁই, গাগিনী বৰডেকা ৰনগঞা সপ্তভূজ আৰু নাহৰ খোৰাৰে সৈতে মটক মৰাণৰ সেনাপতি ৰাঘৱে আলোচনা কৰিলে। ভিতৰে ভিতৰে ৰাঘৱ মৰাণক ৰাঘৱ সিংহ নাম দি ৰজা আৰু বৰবৰুৱা পাতিলে আৰু ৰাঘৱৰ ভাগিনীয়েক নাহৰ খোৰাক ৰমাকান্ত নাম দি লৈ দেও গোহাঁই হ'ল। ৰাঘৱ সিংহ ৰজাৰ দুগৰাকী ভাৰ্য্যাক ৰাধা-ৰুকুণী নাম দি ৰাণী পাতিলে। ৰাঘৱ সিংহই উঠি সপ্তভূজ দেৱক শ্ৰীচৰণত পৰি সেৱা জনালে গাগিনী বৰডেকাই বৰ দিলে, বোলে—"আহোমৰ ৰংপুৰ ৰাজ্য ভোগ হওক।"

লগে লগে হৰিধ্বনি উঠিল। বাহিৰতও হৰিধ্বনি হ'ল। ঢোল, তাল, মৃদঙ্গ, পেঁপা, কালি, ভেৰী-পাখাৱা, ডবা বাজি উঠিল। বিজয়ৰ আনন্দোৎসৱ শতগুণে বাঢ়িল। ভিতৰত তিনিওজনা গোহাঁইক আৰু মোহন-মালাৰ পুতেক ৰমাকান্তক বন্দী কৰা হ'ল। চাৰিং ৰজা চাৰুসিংহ গোহাঁইক আৰু তিপাম ৰজা ৰত্নেশ্বৰ গোহাঁইক বিষপান কৰাই হত্যা কৰা হ'ল। মোহন মালা বাটফুৰীয়া গোহাঁইক নিলগত ধৰ দি ভাল ভাল ৰখীয়া-পৰীয়া দি থোৱা হ'ল। মোহন মালাৰ পুতেক ৰমাকান্তক ৰাঘৱ সিংহ ৰজাই লগতে ৰাখিলে। *

সিকালে বৈ যোৱা আহোমৰ সৈন্যাই ৰণত খাটি ডিবৰু নৈ পাৰ হৈ দুখে-কষ্টে যেনে-তেনে কোনোমতে পলাই ৰক্ষা পৰি ৰংপুৰ পালে। ৰংপুৰলৈ গৈ সিহঁতে কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাত গোচৰ জনাই কলে বোলে, মোহন-

* মটক মৰাণৰ মাজত আজিও যি কাহিনী প্ৰচলিত হৈ আছে সেইমতে ৰাধা-ৰুক্মিণী এই দুই গৰাকী মৰাণৰে জীয়ৰী আৰু মৰাণৰে বোৱাৰী। মৰাণ বীৰ ৰাঘৱৰে ভাৰ্য্যা। কিছুমানৰ মতে ৰুক্মিণী নিধিৰাম নামে মৰাণ এজনৰ জীয়েক। ৰাঘৱৰ বসতি স্থান আছিল বৰ্ত্তমান ডুমডুমাৰ ওচৰৰ "ৰজাবাৰী" নামে গাঁও এখনত (ৰাঘৱে থকা গাওঁকে 'ৰজা বাৰী' গাওঁ বোলে আৰু ওচৰতে সেই "গইপাণি কোঁঠ" নামে ৰাঘৱে খন্দা কোঁঠ আজিও আছে)। লৰা-ছোৱালীৰে সৈতে ৰাঘৱৰ দুয়ো গৰাকী পত্নী সেই গাওঁতে বসতি কৰিছিল। যেতিয়া ৰাঘৱে অলৌকিক ভাৱে পূজা ধ্যান কৰি সাপ-জান নৈৰ উজনিত কোঁঠ নিৰ্ম্মাণ কৰিলে, অসংখ্য মানুহ গোটালে আৰু সেই মানুহবোৰক ৰৰতীয়া তুলি প্ৰবল প্ৰতাপী আহোমৰ বিপক্ষে যুদ্ধ ঘোষণা কৰি ৰণ দিলে, তেতিয়া এই দুগৰাকী তিৰোতাৰ বুকু কঁপি উঠিল; আৰু স্বামীৰ দৰ্শন লাভ কৰিবলৈ ৰজাবাৰী গাওঁৰ পৰা এই সাপজান কোঁঠলৈ লৰি-ঢাপৰি আহিল। তাৰ পিছতে তেওঁলোক দুয়োগৰাকী ৰাঘৱ সিংহ ৰজাৰ ভাৰ্য্যা স্বৰূপে মটক-মৰাণৰ ৰাণী হ'ল। এই বিষয়ে নানা মুনিৰ নানা মত। ৰাঘৱ সিংহ যদিও মায়ামৰীয়া মটক-মৰাণৰ ৰজা হ'ল, তথাপি প্ৰভাব আৰু ৰাজ্যৰ বিচাৰৰ ভাৰ তেওঁ নিজেই ললে। সেই কাৰণে ৰাঘৱ সিংহ ৰজা, বৰবৰুৱা দুয়ো হ'ল। সেই গতিকে কিছুমানে ৰাঘৱ সিংহক ৰজা আৰু....। শ্ৰীযুত পদ্মনাথ গোহাঞি বৰুৱাৰ মতে ৰাধা-ৰুকুণী ৰাঘৱ সিংহৰেই ভাৰ্য্যা। যেনে—"সেই ৰণত ৰাঘৱ-মৰাণৰ ৰাধা আৰু ৰুক্মিণী নামে ধৈণীয়েক দুগৰাকীয়েও ধেণু-কাঁড় লৈ ৰণ দিছিল।" ডাক্তৰ বেড্ৰৰ মতেও ৰাধা-ৰুক্মিণী নাহৰ খোৰাৰেই ভাৰ্য্যা। কিছুমানে বৰবৰুৱা বুলিছিল। পাছে ৰাঘৱ সিংহ ৰজাই মটক-মৰাণ সকলক এই বুলি বুধি দি কলে,—বোলে,—মই হলোঁ ৰজা। সঁচাকৈয়ে ময়েই ৰজা। কিন্তু তোমালোকে কবা বোলে ৰমাকান্ত হে ৰজা।

কিন্তু গেটৰ বুৰঞ্জীত ৰাধা-ৰুক্মিণীৰ নাম-গোন্ধেই নাই। ৺শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ চৰিত্ৰতও ৰাধা-ৰুক্মিণীৰ নাম ৰাঘৱ মৰাণৰ নেতৃত্বত হোৱা মায়ামৰীয়া বিদ্ৰোহৰ বৰ্ণনাত নাই।

সেনাপতি হৰনাথ ভিতৰুৱাল ফুকনৰ ভায়েক শ্ৰীনাথ দুৱৰাই বৰবৰুৱাৰ সঙ্কলিত "শ্ৰীশ্ৰীতুংখুঙীয়া ৺ৰ বংশাৱলী"ত এইদৰে লিখা আছে—"আৰু মৰাণে গোহাঁই-বোৰে সৈতে আলচ কৰি ৰাঘৱক বৰবৰুৱা পাতিলে;

মালা বাটিধৰীয়া গোহাঁই আৰু আন আন খেদাখোৱা কোঁৱৰ সকলেৰে সৈতে মটক-মৰাণ সকলে আহি হঠাতে আক্ৰমণ কৰি বন্দীহঁতৰ সেনাপতি কুকন ডাঙৰীয়াক ধৰি বন্দী কৰি নিলে। তেৰাৰ ভাগ্যত কি আছে এক ঈশ্বৰেহে জানে।"—আচম্বিতে এনে কু-বাৰ্ত্তা পাই ৰবৰকম্ৱাই মৰ্ম্মান্তিক বেজাৰ পালে। কটকীক পঠাই ডা-ডাঙৰীয়া সকলোকে জাননী দিয়া হ'ল। জাননী পাই চ'ৰা ঘৰত সকলোৱে গোট খালে। ৰবৰকম্ৱাই

খোৱাক দেও গোশাগ্ৰি পাতিলে, তাৰ নাম নাহৰ। তাৰ দুই ধৈণীয়েকক ৰাধা-ৰুকুণী নাম দিলে। পাচে মৰাণে সৰু গোহাঁই মাজু গোহাঁইহে থাকিল। তেওঁকে নিলগাই ধৰদি (ৰখাদি) থলে। পাচে খোৱাৰ পুতেক ৰমানন্দক ৰজা পাতিলে। লোকে বুজিবৰ নিমিত্তে কয়,—"বাটিধৰীয়া গোহাঁইৰ পুতেকহে ৰজা।" ৰহস্য কথা মৰাণৰ মহাণেহে জানে। পাঁচে সকলোৱে বুজিবৰ নিমিত্তে কৈ ফুৰে,—"বাটিধৰীয়া গোহাঁইৰ পুতেকহে ৰজা", এনে বুলি মিছাকৈ কয়।১১৫॥"—

বুৰঞ্জীত (আৰু অসমৰ উজনি অঞ্চলৰ মটক-মৰাণ সকলৰ মতেও) ৰাধা-ৰুক্মিণীৰ নাম এইদৰে পোৱা যায়—

"আৰু ৰবৰকম্ৱাৰ টেকেলা মনচোকা আহিও সাৰ-শেষে বাৰ্ত্তা কলেহি—ৰবৰকম্ৱাৰ ভাগৰ হাতী-চুঙ্গীয়ে কুকনৰ ভাগৰ হাতীচুঙ্গী দুয়োভাগৰ হাতীচুঙ্গী গোটখাই ৰৰতীয়া তুলি ৰাধা-ৰুকুণী পাতি আসুৰী মেল পাতি ৰণ উলিয়াইছে।"—

উজনি অঞ্চলৰ মটক-মৰাণ সকলৰ মতে সেই সময়ত ৰাধা-ৰুক্মিণী নাছিল। মনচোকা ৰবৰকম্ৱাৰ টেকেলাই ৰবৰকম্ৱাক যি বাতৰি দিছিল, সেই বাতৰি ভুলকৈ জনাইছিল।

তিৰুতাই ৰৰতীয়া উঠিলে যেনেকৈ কছাৰীৰ ৰৰতীয়া উঠিলে দেওধনী বোলে, তেনেকৈ মটক-মৰাণ সকলে ৰাধা-ৰুকুণী পাতিছে বুলি কৈছিল। সেই হিচাবে ৰাধা-ৰুকুণী নাম লৈ এনে বেমেজালি উঠিছে।

ৰমাকান্ত আৰু নাহৰ খোৱাৰ সম্পৰ্কেও নামৰ বিষয়েও নানা মুনিৰ নানা মত। ডাক্তৰ ৱেডৰ মতে ৰমাকান্ত আৰু নাহৰ খোৱা দুয়ো বেলেগ—নাহৰ খোৱাৰ পুতেকহে ৰমাকান্ত। এই ৰমাকান্ত ৰজা হৈছিল।

তুংখুঙ্গীয়া বুৰঞ্জীমতেও সেই। সেই বিষয়ে উদ্ধৃত কৰি উল্লেখ কৰা হৈছে। চাৰ এডোৱাৰ্ড গেইটৰ মতে সেই একেই। তেওঁ লিখিছে—ৰমাকান্ত মোহনমালাৰহে পুতেক। যি মোৰ লগতে থাকে। লোকে বুজিবলৈ নিমিত্তে কৈ ফুৰিবা—"বাটিধৰীয়া গোহাঁইৰ পুতেকহে ৰজা।"—এইয়া শুনিলে আহোমৰ সেনা-প্ৰজা-বিষয়া দুফাল হব। এফাল আহি আমাত বৰিবহি। মৰাণৰ ৰহস্য কথা মৰানেহে জানে।

মায়ামৰীয়াৰ "ৰাঘৱ ৰান্ গাঁ-ক এতিয়া ৰজা বুলি মানি লবলৈ খুজিলে, কিন্তু তেওঁৰ পিতৃদেৱ মোৱামৰীয়া গোহাঁইয়ে এনে ৰাব লবলৈ তেওঁক মানা কৰিলে। আৰু মৰাণ নেতা—নাহৰৰ এজন পুতেক ৰমাকান্তক সিংহাসনত বহুৱালে। নাহৰৰ আন দুজন পুতেকক বিদ্ৰোহী দলৰ মুখ্য মানুহ সকলক ৰাজ্যৰ বেলেগ বেলেগ ডাঙৰ ৰাব দিয়া হ'ল। আৰু তেওঁলোকে যাৰ যি ৰাব সেই আগৰ আহোমৰ ৰাব খোৱা বিষয়া সকল ঘৰ বিষয় হিচাবে অধিকাৰ কৰি ললে।

ৰাঘৱ নিজে ৰবৰকম্ৱাৰ বিষয় ললে। সেই ৰাব নললেও তেওঁ খোৱাৰ দৰে। তেওঁ তেওঁৰ কাৰেঙৰ ভিতৰ চ'ৰাত খেদাখোৱা ৰজাৰ ভাৰ্য্যাসকলক, আৰু মণিপুৰী ৰাজকুঁৱৰীৰে সৈতে সেই খেদাখোৱা ৰজাৰ আগৰজন........বিষয়া পত্নীকো (নিজৰ কৰি) ললে।" এই মণিপুৰৰ গুপুত কথা মায়ামৰীয়াই হে জানে। আচলতে, মইহে ৰজা ৰাঘৱসিংহ ৰজা।"—এইদৰে ৰহস্য কৰি ৰাঘৱ সিংহ ৰজাই তেওঁৰ প্ৰজাসৱক বুদ্ধি মন্ত্ৰণা দিলে। মটক-মৰাণ সকলোৱে আনে বুজিবৰ নিমিত্তে।

৮শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ চৰিত'ত এনে আছে—

"ৰাঘৱ ৰবৰকম্ৱা ভৈলন্ত তাত পাছে

এনে বাতৰি ডাঙৰীয়া সকলক জনালে। সভাৰ সকলোৰে আহোমৰ এনে পৰাজয়ৰ বাতৰি শুনি চক খালে। আৰু লগে লগে নিষ্প্ৰাণও হ'ল। ডা-ডাঙৰীয়া সকলৰ নিৰ্দ্দেশমতে কীৰ্ত্তিচন্দ্ৰ গেন্ধেলা বৰবৰুৱাইও শহুৰেক ৰজা লক্ষ্মীসিংহক এনে সংবাদ জনাবলৈ বৰথৰৰ টুপলৈ গ'ল আৰু আহোমৰ নৃপক জনালে, বোলে,—"স্বৰ্গদেও বন্দীৰ ফলীয়া গতি হলে বেয়া। বাটধৰীয়া মোহনমালা ৰাজু-গোহাঁই চাৰু আৰু সৰু গোহাঁই ৰজাই মৰাণৰ সতে লগ লাগি আন মানুহৰ সৈতে ফুকনক সৰ্গদেৱৰ কোঁঠ ভাঙ্গি ধৰি নিলে।"

এনে সংবাদ শুনি লক্ষ্মীসিংহৰ অসন্তোষ হ'ল। আৰু কলে—বোলে—"বৰবৰুৱা, ইয়াৰ উপায় কি হ'ব?" —আহোমৰ ৰজাই ভয় খালে। বৰবৰুৱাইও ৰজাক নিৰ্দ্দেশ দিলে, বোলে,—"সৰ্গদেও! সৰ্গদেৱে তিনিজনা ডাঙৰীয়া, ফুকন, বৰুৱা, ৰাজখোৱা—এই সবকে চপাই আনি সোধক, যাৰ যেনে মনে পৰশে, সেহি মতে কওক প্ৰাণ খুলি জনাওক। সকলোৰে মতামত শুনি জানি সৰ্গদেৱে বুজি বিচাৰ কৰি যাক যিবা আদেশ কৰে, যেয়ে আচৰা হওক।"—

লক্ষ্মীসিংহ জোৰাঁয়েকৰ সৈতে বৰ চ'ৰালৈ গ'ল। আৰু নানান মতে আলচ কৰি থিবাং কৰি বৰবৰুৱাক আদেশ দিলে,—বোলে—"গুৱাহাটীৰ পৰা দুৰবা ধৰব ৰবৰুকনক আৰু দিহিঙ্গীয়াৰ পানী-ফুকনক মাতি পঠাওক।"

সৰ্গদেৱৰ আজ্ঞামতে বৰবৰুৱাই কটকী এজন পঠালে। গুৱাহাটী পাই কটকীয়ে সকলো কথা জনালে। বাতৰি পাই দুৰবৰা বৰফুকন আৰু দিহিঙ্গীয়াৰ পানী ফুকন দুয়োজন আতি শীঘ্ৰে গুৱাহাটী নগৰ এৰিলে। লগতে ৰাণী, লুকী দুই ৰজা পোৱালীও সসৈন্যে তেওঁলোকৰ সৈতে গ'ল। সকলোৱে নিৰ্ব্বিঘ্নে ৰংপুৰ নগৰ পালে। এনে বাতৰি পালত লক্ষ্মীসিংহই তিনিজন ডাঙৰীয়া, ফুকন, বৰুৱাক চপাই আনি সকলোকে আলচ পাতি কলে। সকলোৱে আশ্বাস দি কলে,—বোলে,—"সৰ্গদেও, সৰ্গদেৱৰ ভিতৰুৱাল ফুকনক ধৰি নিলে বুলি বন্দীহঁতে এনেয়ে আছেনে? বন্দীহঁতে মৰাণহঁতক শুদাই এৰিবনে? সৰ্গদেৱৰ বন্দী-বেটা আছে,—অনেক অনেক আছে। সৰ্গদেৱৰ যাক যেনেকৈ আদেশ-নিৰ্দ্দেশ দিব সেহিমতে বন্দীহঁতে সবে আচৰিব।—সৰ্গদেৱৰ আজ্ঞালৈ সবে বাট চাই থাকিল। বন্দীহঁত প্ৰস্তুত।"—এনে কথা শুনি লক্ষ্মীসিংহই আশাৰ সঞ্চাৰ পালে। তেওঁ নতুন উৎসাহ লৈ আদেশৰ আঁচনি কৰিলে।—আহোমৰ ৰজাই বৰবৰুৱাক সেই আদেশ দি কলে, —বোলে—সৰ্গদেৱৰ আদেশ—"তিহি অভয়াপুৰীয়াক পঠাই নামৰূপৰ সেনাৰ ভাণ্ডাৰ ৰাখি মৰাণৰ ৰণ কৰিব।—গুৱাহটীয়া ডেকা ফুকনৰ খোৱা বৰবৰুৱা, চিকন ৰজালৰ দুজন পুতেক আৰু ফুকনৰ ভাগিৰ দোৱাল মানুহ—এইহঁতে তিমোনৰ মুখতে মৰাণৰ সৈতে যুঁজ দিবলৈ কোঁঠ মাৰি ৰব। পাঁচ হেজাৰ চাংমাই লৈ বুৰুকজতুৰা ময় বৰুৱাই সৰিয়হ হাটৰ বাটে পোনাই যাব। দিহিঙ্গীয়াৰ বুঢ়া পানী ফুকনৰ পুতেক ৰবে দুৱলীয়া ডেকা পানী ফুকনে পানী ফুকনৰ ভাগিৰ দোৱাল মানুহ লৈ ধাই আলিৰ বাটেদি ৰণ দিব। ৰৰকাকতি পৰ্ব্বতীয়া বৰুৱাই ডেকা ফুকনৰ পাছে পাছে সসৈন্যে পাছ লব আৰু পৰ্ব্বতৰ আলিয়েদি আহোম বুলীয়া লিকচন ৰৰাই বচা ৰাজখোৱাই গা-মানুহৰ সতে আগুৱৰাব।"—এই আদেশ আৰু ব্যূহ ৰচনা নমুনা গুৱাহটীয়া লক্ষ্মীসিংহই

---

খোৱা-পুত্ৰ ৰমাকান্ত ৰাজা হয়া আছে॥"
ইয়াতো খোৱা-পুত্ৰ ৰমাকান্তই ৰজা, ৰাধৰ বৰবৰুৱা হৈছিল বুলি আছে।

শ্ৰীযুত পদ্মনাথ গোহাঞি বৰুৱাদেৱেও এইমতে লিখিছে—"তাৰ পাছত, নাহৰ খোৱা—মটকৰ পুতেক ৰমাকান্তক ৰজা পাতিলে। ১৬৯১ শকত (১৭৭০ খ্ৰীষ্টাব্দত) আহোমৰ আঠচুকীয়া মোহৰৰ সলনি তেওঁ নামে ন-চুকীয়া মোহৰ মৰোৱা হয়; আৰু ৰাধৰ মৰাণক বৰবৰুৱা পতা হয়।"—

নাহৰ খোৱাৰ বিষয়ে নানা মুণিৰ নানা মত। মিছাকৈয়ে কৈ কুবিলে—"বাটধৰীয়া গোহাঁইৰ পুতেক ৰমাকান্তইহে ৰজা।—বাটধৰীয়া গোহাঁইৰ পুতেক ৰজা।"